# শংকৰী সাহিত্য-সংস্কৃতি



সম্পাদনা : নিবেদিতা বড়া সন্দিকৈ

।। ধেমাজি জিলা লেখিকা সমাৰোহ সমিতি ।।



**SANKARI SAHITYA SANSKRITI** *A critical study on the life and literary works of Srimanta Sankardeva compiled and edited by Mrs Nivedita Bora Sandikai M.A. and published by Nava Kr. Kalita, Dhemaji Book Stall Dhemaji-78705 Assam* *Price Rs Seventy only*

. .......................... . .. .. .. ............... ... . ........... . .... . ...

প্ৰথম প্ৰকাশ ঃ ফেব্ৰুৱাৰী, ২০০১

সম্পাদনা সমিতি ঃ

অনিমা হাজৰিকা পাঠক ঃ উপদেষ্টা

বিনীতা চৌধুৰী গাৰোডিয়া ঃ উপদেষ্টা

ভাৰতী গগৈ বৰুৱা ঃ উপদেষ্টা

দিপালী গগৈ ঃ উপদেষ্টা

বিমলা গগৈ ঃ সদস্যা

কৰবী দেউৰী ঃ সদস্যা

পুষ্পা চুতীয়া ঃ সদস্যা

কবিতা গগৈ ঃ সদস্যা

স্নেহলতা বৰুৱা ঃ সদস্যা




সম্পাদিকা ঃ নিবেদিতা বড়া সন্দিকৈ

অৰিহনা ঃ ৭০.০০ (সত্তৰ) টকা

ছপা ঃ ধেমাজি বুক ষ্টল এণ্ড অফচেট প্ৰিণ্টাৰ্চ
ৰতনপুৰ, ধেমাজি-৭৮৭০৫৭
ফোন-২৪২৮৮, ২৪৩৭৮

শংকৰদেৱৰ জীৱন আৰু জগত

অধ্যয়ন কৰা

প্ৰতিগৰাকী সুহৃদলৈ শ্ৰদ্ধাৰে উৎসৰ্গিত...

## আগকথা

ধেমাজি জিলা লেখিকা সমাৰোহ সমিতিৰ পুথি প্ৰকাশৰ আঁচনিৰ জৰিয়তে 'শংকৰী সাহিত্য-সংস্কৃতি' নামৰ প্ৰবন্ধ সংকলনটিত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ ধৰ্মীয় তত্ত্ব, সাহিত্য, নাট, ভাওনা, ভাস্কৰ্য্য, স্থাপত্য, গীত-নৃত্য, সমাজ সংগঠন, নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰসাৰ আৰু প্ৰচাৰৰ উপৰিও গুৰুজনাৰ পৰৱৰ্ত্তী কালত গঢ়ি উঠা অনুপম চৰিত সাহিত্যৰ আভাস দিবলৈ বিনম্ৰ প্ৰয়াস কৰা হৈছে।

মহাপুৰুষ শংকৰদেৱ আছিল অসমৰ সমাজ-সংস্কৃতিৰ কেন্দ্ৰবিন্দু স্বৰূপ। অসমত মহাপুৰুষ জনাৰ ওপৰত চিন্তা-চৰ্চা, অধ্যয়ন তথা গৱেষণা যিদৰে কৰিব লাগিছিল সেইয়া ন্যূনতমহে বুলি অনুভৱ হয়।

এইজনা মহাপুৰুষৰ প্ৰতিভাৰ মূল্যায়ণ কৰাটো সাধ্যাতীত, তথাপিও শুকুতাকে মুকুতা বুলি যথাসাধ্য 'শংকৰী সাহিত্য-সংস্কৃতি' নামৰ প্ৰবন্ধ সংকলনটি প্ৰকাশ কৰি পাঠক সমাজলৈ আগবঢ়ালোঁ। এই সংকলনখনি পাঠক সমাজে সাদৰেৰে গ্ৰহণ কৰিলে ধেমাজি জিলা লেখিকা সমাৰোহ সমিতি অধিক উৎসাহিত হ'ব।

ধেমাজি জিলা লেখিকা সমাৰোহ সমিতিৰ পুথি প্ৰকাশৰ প্ৰচেষ্টা অব্যাহত থাকক.........

-শ্ৰদ্ধা ও সেৱাৰে-

বিমলা গগৈ গোহাঁই

সভানেত্ৰী

ধেমাজি জিলা লেখিকা সমাৰোহ সমিতি

ধেমাজি

৩১ জানুৱাৰী ২০০১

# একাষাৰ

ভাৰতীয় সমাজ জীৱন পুৰুষ প্ৰধান যদিও যুগে যুগে ভাৰতীয় নাৰীয়ে মেধাৰ পৰিচয় দি আহিছে। তাহানি উপনিষদৰ যুগৰ পৰা সাম্প্ৰতিকলৈকে বিবিধ দিশত নাৰীয়ে নিজস্ব প্ৰতিভাৰে নাৰীৰ মৰ্যদাক উচ্চ স্থানত ৰাখি অহা দেখা গৈছে। এই ক্ষেত্ৰত অসমো ব্যতিক্ৰম নহয়। সাহিত্য, সংস্কৃতি, ৰাজনীতি আদি দিত অসমীয়া নাৰীয়ে সামন্ত যুগত যি পাৰদৰ্শিতা প্ৰদৰ্শন কৰিছিল; সেই ঐতিহ্য বিগত বিংশ শতিকাৰ ভিতৰত কেৱল ৰক্ষা কৰাই নহয়, বৰং এই শতিকাটোৰ ভিতৰত অসমীয়া নাৰীয়ে বিবিধ দিশত আত্ম প্ৰতিষ্ঠা লাভ কৰি সামগ্ৰিক বিকাশত প্ৰভূত বৰঙণি আগবঢ়োৱা দেখা গ'ল।

সাহিত্য চৰ্চা তথা সৃষ্টিৰ দিশতে অসমীয়া নাৰীৰ ভূমিকা আটাইতকৈ উজ্জ্বল। চন্দ্ৰপ্ৰভা শইকীয়ানীৰ পৰা আৰম্ভ কৰি বিংশ শতিকাৰ শেষ সীমালৈকে এই কালছোৱাত অসমীয়া লেখিকাই অসমীয়া সাহিত্যলৈ যি বৰঙণি আগবঢ়ালে; সেয়া গৌৰৱময় বৰঙণি বুলি নিঃসন্দেহে স্বীকাৰ কৰিব লাগিব। সম্প্ৰতি গল্প আৰু কবিতাৰ দিশত নতুন নতুন লেখিকাই আত্মপ্ৰকাশ কৰা দেখা গৈছে আৰু ই অসমীয়া সাহিত্যৰ বাবে আশাপ্ৰদ দিশ।

ভাৰতৰ স্বাধীনতা লাভৰ পিছত সমাজৰ বিভিন্ন দিশত জাগৰণ সৃষ্টি হ'বলৈ ধৰিলে আৰু ইয়াৰ পৰিণতিৰূপে স্ত্ৰীশিক্ষাই গুৰুত্ব পোৱাত লেখিকাৰ সংখ্যাও দ্ৰুতভাৱে বৃদ্ধি পাবলৈ ধৰিলে। আনকি নাৰী জাগৰণ আৰু লেখিকাৰ সংখ্যা বৃদ্ধিয়ে আনহে নালাগে নাৰী সমাজক প্ৰভূত প্ৰেৰণা যোগালে। ইয়াৰ পৰিণতিৰূপেই লেখিকাৰ একাধিক সংগঠন গঢ় লৈ উঠিল। লেখিকাৰ সংগঠন হোৱাৰ ফলত লেখিকাৰ লেখনিৰে উন্নতমানৰ সংখ্যাধিক গ্ৰন্থ প্ৰকাশ হৈছে আৰু এই গ্ৰন্থবোৰে পাঠক সমাজৰ পৰা প্ৰচুৰ সহাৰি লাভ কৰা দেখা গৈছে।

সদৌ অসম লেখিকা সমাৰোহ সমিতিয়ে ইতিমধ্যে বহু কেইখন মূল্যবান গ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছে। সংগঠনটো স্বেচ্ছাসেৱী সংগঠন। গতিকে গ্ৰন্থ প্ৰকাশৰ দিশত আৰ্থিক সীমাবদ্ধতা তথা প্ৰতিবন্ধকতাৰ কথা নকলেও হয়। অথচ সংগঠনটোৱে থমকি ৰোৱা নাই।

শ্ৰীমন্ত শংকৰদেৱ সংঘৰ বাৰ্ষিক অধিৱেশনৰ উপলক্ষে যেমাজি জিলা সমিতিয়ে বৃহৎ কলেৱৰৰ গ্ৰন্থ প্ৰকাশৰ আঁচনি লোৱাটো উচ্চ প্ৰশংসনীয়। অধিৱেশন জাকজমকীয়া কৰি চমক সৃষ্টি কৰাতকৈ গ্ৰন্থ প্ৰকাশতহে গুৰুত্ব দিয়া উচিত। যেমাজি জিলা সমিতিয়ে এনে গঠনমূখী দৃষ্টিভঙ্গীক গুৰুত্ব দি বিখন বৃহৎ কলেৱৰৰ গ্ৰন্থ

প্ৰকাশৰ আঁচনি লৈছে, তাত ডেৰকুৰিৰো অধিক লেখিকাই প্ৰৱন্ধ নৈবদ্য আগবঢ়াইছে।

সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ ধেমাজি জিলা সমিতিৰ তৰফৰ পৰা প্ৰকাশ কৰিবলৈ লোৱা গ্ৰন্থখনৰ পাণ্ডুলিপি বিতংভাৱে চকু ফুৰাব পৰা নহ'ল। অত্যন্ত ব্যস্ততাই বহুতোৰ কাম উপযুক্তভাৱে কৰাৰ পৰা বিৰত ৰাখে। পুথিখনৰ পাণ্ডুলিপিবোৰ চৰাইৰ চকুৰে কেৱাহিকৈ চোৱাদিহে চাব পাৰিলো। বহু প্ৰৱন্ধতে হাত ফুৰোৱাৰ প্ৰয়োজনবোধ কৰিছিলো। কিন্তু সময় মুঠেই নাই বাবে হাত ফুৰাব নোৱাৰিলো।

গ্ৰন্থখনৰ বাবে সংগ্ৰহিত প্ৰৱন্ধবোৰ শংকৰদেৱকেন্দ্ৰী যদিও প্ৰৱন্ধবোৰে বহুলঅৰ্থে দহোটা দিশত গুৰুত্ব দিয়া দেখা গৈছে। শংকৰদেৱৰ দৰ্শন, সাধুসঙ্গ মাহাত্ম্য, ভক্তিবিষয়ক আদি তত্ত্বপ্ৰধান বিষয়ৰ উপৰিও শংকৰী নাট্য সাহিত্য, বৰগীত, শংকৰী কাব্য, গুৰুচৰিত আদি বিষয়ৰ বহু কেইটা প্ৰৱন্ধ সংগ্ৰহ কৰি অনা হৈছে। তদুপৰি শংকৰদেৱ আৰু কবীৰৰ তুলনামূলক অধ্যয়ন, চৰ্য্যাপদ আদি বিষয়ত আলোকপাত কৰা প্ৰৱন্ধও সন্নিবিষ্ট কৰা হৈছে। মনকৰিবলগীয়া যে, অসমীয়া সংস্কৃতি গঠনত শংকৰদেৱৰ ভূমিকা বিষয়ক প্ৰৱন্ধই গ্ৰন্থখনৰ প্ৰৱন্ধ সমূহৰ প্ৰায় এক তৃতীয়াংশ জুৰি আছে।

গ্ৰন্থখনত সন্নিবিষ্ট প্ৰৱন্ধৰ বিষয়বোৰ বেচ গুৰুত্বপূৰ্ণ। কিন্তু শংকৰদেৱৰ দৰ্শন বিষয়ক প্ৰৱন্ধ কেইটাত কিছু পৰিপক্কতাৰ অভাৱৰ দৃষ্টিগোচৰ হয়। অৱশ্যে লেখিকা সকলে প্ৰৱন্ধবোৰ ৰচনা কৰাৰ আগত কিছু গ্ৰন্থ অধ্যয়ন কৰাৰ প্ৰমাণ পোৱা গৈছে। কিন্তু সিয়ে হলেও প্ৰায়বিলাক লেখিকাই প্ৰৱন্ধ ৰচনাৰ বাবে প্ৰয়োজনীয় বিস্তৃত অধ্যয়ন আৰু বিশ্লেষণাত্মক দৃষ্টিভঙ্গী গঢ়ি তুলিছে যেন ধাৰণা নহয়।

সি যি নহওক-প্ৰায় ডেৰকুৰিৰো অধিক লেখিকাৰ লেখনিৰে প্ৰকাশ কৰিবলৈ লোৱা এই পৰিকল্পনা আৰু প্ৰচেষ্টা যে অত্যন্ত আদৰণীয় - এইষাৰ কথা বিনাদ্বিধাই স্বীকাৰ কৰিব লাগিব। গ্ৰন্থখন প্ৰকাশ হোৱাৰ পিছত লেখিকা সকলে অন্ততঃ অধিক লিখিবৰ বাবে প্ৰেৰণা পাব আৰু নতুন পুৰুষকো উৎসাহিত কৰিব। গতিকে সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ ধেমাজি জিলা সমিতিৰ প্ৰচেষ্টাৰ প্ৰতি আন্তৰিক শলাগ জনালো। "পূৰ্ণবিদোষমুৎসৃজ্য গুণং গৃহ্নতি সাধৱঃ" কথাষাৰ মনত ৰাখি যেন গ্ৰন্থখন আদৰেৰে গ্ৰহণ কৰে তাকে আশা কৰিলোঁ।

অসমীয়া বিভাগ
ডিব্ৰুগড় বিশ্ববিদ্যালয়

-শুভেচ্ছা আৰু সেৱাৰে-
প্ৰদ্যুম্ন কুমাৰ বৰুৱা

## ভূমিকাৰ সলনি / প্ৰাক্‌কথন

# ভূপেনামুখত.....

'মন মেৰি ৰাম চৰণেহি লাগু'ৰে মন, বোধ, চিত্তক আত্মশুদ্ধি কৰা, অন্তঃসংস্কৃতি আৰু বহিঃসংস্কৃতিৰে সহস্ৰজনৰ অন্তৰ পৰশি যোৱা, সমগ্ৰ মানৱৰ হৃদয়ত স্থাপিত হোৱা অসমৰ সৰ্বতো কালৰ মহত্তম পুৰুষ শ্ৰীমন্ত শংকৰদেৱ । অসম আৰু অসমীয়াৰ বাবে মহাপুৰুষ শংকৰদেৱ 'এক বিশাল আধ্যাত্মিক আৰু মানসিক শক্তি' । এফালে তেওঁ কেৱল ধৰ্ম প্ৰচাৰক নহৈ এজন সংস্কৃতিৰ সাধক আনফালে এজন সংবেদনশীল কবি আৰু আদৰ্শৰ প্ৰতি দায়বদ্ধ এজন শিল্পী ।

শ্ৰীমন্ত শংকৰদেৱৰ প্ৰবৰ্তিত ধৰ্ম তথা সাহিত্য-সংস্কৃতিৰ আন্দোলনে অসমৰ জনজীৱনকে এটি নতুন ৰূপ দিলে, এটি সুস্পষ্ট ৰূপ প্ৰকট কৰি তুলিলে । শংকৰ-মাধৱৰ ভক্তি আন্দোলনৰ লগে লগে তেওঁলোকৰ সৃজনীশীলত স্পন্দিত হৈছিল অনেক অনুবাদ কাব্য, কাব্য, তত্ত্বমূলক গ্ৰন্থ, গীত-পদ, ভাওনা, নাট, ভটিমা-যিয়ে ধৰ্মৰ উৎকৰ্ষ সাধনৰ লগতে সাহিত্যৰ ভৰাঁলো টনকিয়াল কৰি তুলিলে । শংকৰ-মাধৱৰ লগতে অনন্ত কন্দলী, ৰাম সৰস্বতী, শ্ৰীধৰ কন্দলী, গোপালদেৱ, ভট্টদেৱ, দৈত্যাৰী ঠাকুৰ, ৰামচৰণ ঠাকুৰ আদিৰ দৰে মহাৰথু আৰু তেওঁলোকৰ শিষ্য-প্ৰশিষ্যসকলে এই সাহিত্য আন্দোলনত সহযোগ কৰি অসমীয়া সাহিত্যত এক সোণালী যুগৰ সূচনা কৰিলে । এই সাহিত্য আন্দোলনটোৰ কেন্দ্ৰবিন্দু আৰু মধ্যমণি আছিল শংকৰদেৱ । যদিও একশৰণ নামধৰ্ম প্ৰচাৰৰ উদ্দেশ্যেৰে শংকৰ-মাধৱে সাহিত্য ৰচনা কৰিছিল, তেৰাসৱৰ অতুলনীয় সৃজনীশীল প্ৰতিভাৰ বলত সিয়েই হৈ উঠিল 'সনাতন সাহিত্য', বাৰেবৰণীয়া সাহিত্য সম্ভাৰ, জালিকটা পুষ্পহাৰ স্বৰূপ ।

শংকৰদেৱৰ বিশাল ব্যক্তিত্ব আৰু প্ৰতিভাৰ ছত্ৰছায়াত পুৱাৰপৰা গধূলিলৈকে, দিন-প্ৰতিদিন, প্ৰতিটো প্ৰহৰ অসমীয়া সমাজে গভীৰ বিশ্বাস, প্ৰত্যয়, হেপাহ আৰু আশাৰে নিজকে প্ৰতিষ্ঠা কৰে । শংকৰদেৱৰ ৰচনাৰাজিৰ মাজত অসমীয়া জাতিৰ স্বকীয়তা ৰক্ষা হোৱাৰ লগতে অসমীয়াৰ সত্তাও তাতে বিলীন হৈ আছে । তুলনামূলক দৃষ্টিভংগীত বৰ্তমান শংকৰী সমাজ আৰু মধ্যযুগীয় শংকৰী সমাজৰ মাজত পাৰ্থক্য থাকিলেও এক গভীৰ মননশীল জীৱনবোধ, বিস্তৃত জীৱন জিজ্ঞাসাৰে, বহুমুখী বিচিত্ৰমনক মধ্যযুগৰ চিন্তাধাৰাৰে শংকৰদেৱৰ আদৰ্শক বিশ্লেষণ কৰি বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ যুগত ন-সাজেৰে সজাই আমাৰ সত্তাত, আমাৰ নতুন প্ৰজন্মৰ আদৰ্শত শংকৰদেৱক পুনৰ প্ৰতিষ্ঠা কৰিব লাগিব । তেতিয়াহে মানবীয় মূল্যবোধৰ বিশ্বাসী আমাৰ সাধাৰণ জীৱনত শংকৰদেৱৰ আদৰ্শক উন্নতি ঘটাই তাৰে আধাৰত পৰিবৰ্তনশীল সমাজ গঢ়াৰ প্ৰয়াসৰে দৃঢ়ভাৱে আগবাঢ়িব পাৰিম ।

শংকৰদেৱৰ জীৱন আৰু জগতৰ ওপৰত আলোকপাত কৰি ৩৯ (ঊনচল্লিশ)টি প্ৰবন্ধৰে এই প্ৰবন্ধৰ সংকলনটি সজাই তোলা হৈছে । শংকৰদেৱক কেন্দ্ৰ কৰি শংকৰদেৱৰ সাহিত্য সম্ভাৰৰ ওপৰত মুখ্যস্থান দিয়া হেতুকে সংকলনটিৰ নামকৰণ

'শংকৰী সাহিত্য-সংস্কৃতি' ৰখা হৈছে।

শংকৰী সাহিত্য-সংস্কৃতিখনৰ জন্মলগ্নত ধেমাজি জিলা লেখিকা সমাৰোহ সমিতিৰ প্ৰতিগৰাকী সদস্যাৰ লগতে উদ্যোগী প্ৰকাশক নৱ কুমাৰ কলিতাৰ প্ৰচেষ্টাই প্ৰধান ভূমিকা গ্ৰহণ কৰিছে। কুৰিটামান প্ৰবন্ধ উপযুক্ত বুলি বিবেচিত হৈও পলমকৈ আমাৰ হাতত পৰাত সংকলনটিত অন্তৰ্ভূক্ত কৰিব পৰা নহ'ল বাবে সমিতিৰ বছৰেকীয়া মুখপত্ৰ 'অন্বেষা'ত প্ৰকাশৰ দিহা কৰা হৈছে।

অত্যন্ত ব্যস্ততাৰ মাজতো ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰাধ্যাপক শ্ৰীযুত প্ৰহ্লাদ কুমাৰ বৰুৱা চাৰে 'একাষাৰ' লিখি দিয়াৰ বাবে আজীৱন কৃতজ্ঞ আৰু ঋণী হৈ ৰলো।

সংকলনটি যুগুত কৰোতে সম্পাদনা সমিতিৰ উপদেষ্টা আৰু সদস্যাসমূহে একাগ্ৰভাৱে নিজা নিজা কৰ্ম সম্পাদন কৰি দিয়াৰ উপৰিও নানান দিহা পৰামৰ্শ দি সহায় কৰি পুনৰ সৌ-ভ্ৰাতৃত্বৰহে পৰিচয় দিলে। সংকলনখনৰ চিন্তাই জুমুৰি দিলেই দিপালী বাইদেউ, কৰবী বাইদেউ, বিমলা বাইদেউৰ ওচৰলৈ দৌৰ মাৰিছিলো মাজে মাজে পুষ্পা বাইদেউ, কবিতা, ভাৰতী বাইদেউ, পুষ্পা গগৈ বাইদেৱে চিন্তাৰ আঁতৰাৰি দি সকাহ দিয়াৰ বাবে সদৌটিৰ ওচৰতে ঋণী হৈ ৰোৱাৰ লগতে সকলো দিশতে সহায় সহযোগ কৰাৰ বাবে ভূপেন সন্দিকৈলৈ কৃতজ্ঞতা জনালোঁ।

ধেমাজি বুক ষ্টল এণ্ড অফচেট প্ৰিণ্টাৰ্চৰ স্বত্বাধিকাৰ নৱ কুমাৰ কলিতাই প্ৰকাশকৰ দায়িত্বলৈ খুউৱ কম দিনৰ ভিতৰতে আটক ধুনীয়াকৈ অতি তৎপৰতাৰে শংকৰী সাহিত্য-সংস্কৃতি গ্ৰন্থখনি প্ৰকাশ কৰি দি ধেমাজি জিলা লেখিকা সমাৰোহ সমিতিৰ সমূহ সদস্যাক অনুপ্ৰাণিত কৰাৰ বাবে প্ৰকাশক, কৰ্মীবৃন্দ, মনোজ চক্ৰৱৰ্ত্তী আৰু বিকাশ বৰুৱালৈ শলাগ জনালোঁ।

তুলাচালনীৰ জোখত কৃতজ্ঞতা জনোৱাৰ লোকাচাৰ নকৰি আন্তৰিকভাৱে শলাগ ললো সেই সকলক - যিসকলে এই গ্ৰন্থখন প্ৰকাশৰ বাবে প্ৰবন্ধপাতি দি আমাক কৃতাৰ্থ কৰিলে।

অসমৰ ভাষা জননী সেৱাই সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ মূল লক্ষ্য। সত্য, শিৱ, সুন্দৰৰ সাধনাই লেখিকা সমাৰোহ সমিতিৰ সাধনা। সতিকৈ এনে লক্ষ্যকে আগত ৰাখি সাহিত্যপ্ৰাণ প্ৰতিগৰাকী সুহৃদ মহানুভৱৰ হাতত শংকৰী সাহিত্য-সংস্কৃতিখনি অৰ্পন কৰিলোঁ। ধেমাজি জিলা লেখিকা সমাৰোহ সমিতিৰ ন উদ্যম, ন-প্ৰচেষ্টাক আদৰি সংকলনটি সুধীসমাজে সমাদৰ কৰিলে আমাৰ শ্ৰমৰ সাৰ্থক হ'ব।

"জয়তু চিৰ চেনেহী ভাষা জননী"

নিবেদিকা বকুল সন্দিকৈ
সম্পাদিকা
শংকৰী সাহিত্য-সংস্কৃতি

ধেমাজি
৩১ জানুৱাৰী ২০০১

# শ্ৰীমন্ত শঙ্কৰদেৱৰ দৰ্শন

বেদৱতী গোহাঁই বৰুৱা

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ অসমৰ জাতীয় জীৱন, নৱ বৈষ্ণৱ ধৰ্ম আৰু সাংস্কৃতিক জগতৰ এটি উজ্জ্বল নক্ষত্ৰ । এইগৰাকী যুগজয়ী ব্যক্তিৰ পোহৰৰ প্ৰভাৱতেই পোহৰ শক্তিকাত ভাঙোনমুখী অসমীয়া জাতিটোৱে নিজক ধ্বংসৰ গৰাহৰ পৰা মুক্ত কৰিবলৈ সক্ষম হৈছিল । তেওঁ কেৱল এজন ধৰ্মগুৰু বা ধৰ্ম প্ৰচাৰকেই নাছিল, তাৰ ওপৰিও অন্যান্য দিশত তেওঁ নিজৰ বিশাল পৰিচয় দাঙি ধৰিছিল ।  প্ৰকৃতাৰ্থত শঙ্কৰদেৱ আছিল একেধাৰে এজন  পণ্ডিত, দাৰ্শনিক, কবি, নাট্যকাৰ, সাহিত্যিক, চিত্ৰকাৰ, সমাজ সংস্কাৰক, সমাজ সংগঠক-এই সকলোবোৰ । যুক্তিৰ সহজ ভাষাৰে ক'বলৈ গলে তেওঁ আছিল এজন মানৱ দৰদী লোক আৰু তেওঁ ধাৰণ কৰা সুবিশাল পাণ্ডিত্যৰ বাবেই তেওঁক 'অন্তৰ্দ্ৰষ্টা' বুলিও আখ্যা দিব পৰা যায় । মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে প্ৰধানকৈ একশৰণ নাম ধৰ্মৰ প্ৰবৰ্ত্তন কৰি বৃহত্তৰ অসমীয়া জাতিৰ ভেটিটো মজবুতকৈ বান্ধি থৈ গৈছে । সেয়েহে সৰ্ব্বসাধাৰণ লোকৰ ওচৰত তেওঁৰ পৰিচয় গুৰুজনা বুলিয়েই খ্যাত । শঙ্কৰদেৱৰ অসাধাৰণ প্ৰতিভাৰ বাবে জীৱিত অৱস্থাতে তেওঁ 'মহাপুৰুষ' নামেৰে বিভূষিত হৈছিল । সেই সময়ৰ পৰা আৰম্ভ কৰি আজি পৰ্য্যন্ত অসমৰ ইমূৰৰ পৰা সিমূৰলৈ সকলো শ্ৰেণীৰ লোকক তেওঁৰ মোহনীয় অনন্য সৃষ্টিৰাজিয়ে ধৰ্ম আৰু সংস্কৃতিৰ মকত অতি কোমল কিন্তু নিছিগা এনাজৰীৰে একেলগে বান্ধি থৈছে । শঙ্কৰদেৱে বৈকুণ্ঠ প্ৰয়াণ কৰা কেইবাটাও শতক পাৰ হৈ গ'ল, কিন্তু যি সৎ আৰু উচ্চ আদৰ্শ তেওঁ আমাক চিৰন্তন উপহাৰ হিচাপে দি গ'ল - তাৰবাবেই এইজনা প্ৰধান ব্যক্তি অসমীয়া জাতি জীয়াই থাকে মানে নজহা-নপমা হৈ উজ্বলি থাকিব । শঙ্কৰদেৱৰ বৃহৎ ৰচনাৱলীৰ মূল আত্মিক দিশটো কিহৰ ওপৰত নিৰ্ভৰশীল, তাক বিচাৰি চাবলৈ যাওঁতে তেওঁৰ দৰ্শনৰ ৰূপটো চকামকাকৈ আমাৰ সন্মুখত ধৰা দিয়ে । কিন্তু তাক হৃদয়ঙ্গম কৰি এটা সম্যক ধাৰণাত উপনীত হ'বলৈ চেষ্টা কৰিলে বহুতো জটিলতাই দেখা দিয়ে; কিয়নো দৰ্শন বুলিলে যি অৰ্থ বা সাৰমৰ্ম সূচিত কৰে- শ্ৰীমন্ত শঙ্কৰদেৱে সেই দাৰ্শনিক পৰিধিৰ অন্তৰ্বৰ্ত্তী আৰু বহিৰ্বৰ্ত্তী এই দুয়োটা দিশতে অৱস্থান কৰা দেখা যায় । অন্তৰ্বৰ্ত্তীতাৰ প্ৰাবল্য তেওঁৰ ৰচনাত অধিক প্ৰকট বাবেই শঙ্কৰদেৱৰ ৰচনা ৰাজিত দৰ্শনৰ অস্তিত্ব আছে বুলি সহজে অনুমেয় হয় ।

দৰ্শন মূলতঃ জ্ঞান আৰু সত্য অন্বেষণৰ ওপৰত সুপ্ৰতিষ্ঠিত । য'ত জ্ঞান নাই, সভ্যতা নাই, সৌন্দৰ্য নাই-তাত কেতিয়াও দৰ্শনৰ সৃষ্টি হ'ব নোৱাৰে ।

মানুহৰ জ্ঞানপিপাসু মনটোক যেতিয়াই গভীৰ সংযমেৰে আৰু শৃঙ্খলাবদ্ধভাৱে সত্যতা আৰু নিশ্চয়তা আহৰণ কৰা কামত লগোৱা হয়- তেতিয়াই স্বতঃস্ফূর্তভাৱে দর্শনৰ বীজ অঙ্কুৰিত হয় । দর্শনৰ জন্মৰ প্ৰাক্মুহূৰ্তখিনিও বিস্ময়, সংশয়, দুখ-বেদনা আদি বহুতো মানসিক অনুভূতি মিশ্ৰিত হৈ থাকে । আমাৰ বিশাল ভাৰতবৰ্ষৰ বুকুত অতীজৰ বৈদিক যুগৰ পৰা আৰম্ভ কৰি বৰ্ত্তমানলৈকে যি দাৰ্শনিক ধাৰা প্ৰৱাহমান হৈ আছে, সেই ধাৰা প্ৰধানকৈ মানুহৰ দুখ-যন্ত্ৰণাক উপশম কৰোৱাৰ চেষ্টাতেই ৰচিত বুলি ক'ব পাৰি । বৌদ্ধ, জৈন, গৌতম, কনাদ, পতঞ্জলি, শংকৰাচাৰ্য্য, ৰামানুজ, অৰবিন্দ, বিবেকানন্দ-এই সকলো ভাৰতীয় দাৰ্শনিকৰ দর্শনৰ মূলমন্ত্ৰ হৈছে -দুখ-যন্ত্ৰণাপূৰ্ণ সংসাৰ সাগৰৰ পৰা মানুহক মুক্তি পথৰ সন্ধান দিয়া । সেই মুক্তি অৰ্থাৎ মোক্ষ লাভ কেনেকৈ আয়ত্ত কৰিব পাৰি তাৰেই ঐকান্তিক প্ৰচেষ্টাত বেলেগ বেলেগ সময়ত বেলেগ বেলেগ দাৰ্শনিকৰ চিন্তাধাৰাত নতুন নতুন দর্শনৰ উৎপত্তি হৈছিল । শ্ৰীমন্ত শংকৰদেৱৰ দর্শনতো তেনে এটি মনস্তাত্বিক দিশে ক্ৰিয়া কৰা পৰিলক্ষিত হয় ।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ অতুলনীয় সাহিত্যৰাজি তথা একশৰণ নাম ধৰ্মৰ অন্তৰালত এক ঐতিহাসিক পটভূমিয়ে বিৰাজ কৰি থকা দেখা যায় । সেই সময়ত অসম ৰাজ্যখনে এক গভীৰ অস্থিৰতা আৰু সামাজিক সংকটত সংক্ৰমিত হোৱাৰ সন্মুখত থিয় হ'বলগীয়া হৈছিল । সামাজিক খিয়লা-খিয়লি, ভেদাভেদ, মতান্তৰ-এইবিলাকে ৰাজ্যখনত ক্ৰমাৎ গা কৰি উঠিছিল । বিশেষকৈ ধৰ্মৰ নামত চলি আছিল ব্যভিচাৰ । বৈদিক যাগ-যজ্ঞৰ লগে লগে সমান্তৰালভাৱে চলিছিল বলি-বিধান যজ্ঞ । ইতৰ জীৱ-জন্তুক ঈশ্বৰৰ নামত পোক-পতঙ্গৰ নিচিনাকৈ বধ কৰি তাৰ ৰক্তিম তেজেৰে ধৰ্মৰ বেদী ধুৱাই দি ধাৰ্মিক সকলে নিজকে পৰম ধন্য মানিছিল । অকল সিমানেই নহয়, এই বলি-বিধান প্ৰথা এনে তুংগত উঠিছিলগৈ যে নৰ বলি প্ৰথাও প্ৰচলন হৈছিল । যিটোক মানৱ সভ্যতাৰ অতি কলংকিত অধ্যায় বুলি ব্যাখ্যা কৰিব পাৰি । সৰ্ব্বসাধাৰণ লোকসকলে এই বিষ বাষ্পৰ চাকনৈয়াত পৰি পাকঘূৰণি খাইছিল আৰু এনে সামাজিক ৰুদ্ধ-শ্বাস পৰিবেশৰ পৰা নিজক মুক্ত কৰাৰ পথ বিচাৰি হাহাকাৰ কৰিছিল । কিন্তু তেওঁলোকৰ সেই বাঞ্ছিত মুক্তিৰ পথ বিচাৰি পোৱাটো ইমান সহজ নাছিল । ঠিক সেই সময়তে অসমৰ ভূমি পোহৰাই মহাপুৰুষ শঙ্কৰদেৱৰ আবিৰ্ভাৱ ঘটে । তেওঁৰ জন্মলগ্নক জন্ম নুবুলি আবিৰ্ভাৱ এইকাৰণেই কোৱা হৈছে যে -অসমীয়া জাতিৰ সমাজ পৰিবৰ্ত্তনৰ বাবে তেওঁৰ সমগ্ৰ জীৱনে অমূল্য দান আগবঢ়াই থৈ গ'ল । তেৰবছৰ শৈশৱত বয়সত মহেন্দ্ৰ কন্দলীৰ টোলত শিক্ষা আৰম্ভ কৰা কিশোৰ শঙ্কৰদেৱে তেতিয়াই সমাজ সম্পৰ্কে

আৰু ভগৱানৰ মহত্ত্ব সম্পৰ্কে চিন্তা কৰিব পৰা হৈছিল । সেয়াই আছিল আৰম্ভণি । তাৰপিছত তেওঁৰ সুদীৰ্ঘ জীৱনটো বিভিন্ন সাহিত্য, কলাৰ মাধ্যমত অসমীয়া জাতিৰ বাবে উৎসৰ্গা কৰি গ'ল । তেওঁৰ এই অপাৰ সৃষ্টিত বৰগীত, নাটক ৰচনা কৰাৰ পৰা আৰম্ভ কৰি একশৰণ ধৰ্মত দীক্ষা দিয়ালৈকে-এই গোটেই খিনিৰ যি সাৰসত্তা, সেইখিনিয়েই হৈছে শঙ্কৰদেৱৰ দৰ্শন । শঙ্কৰদেৱৰ গোটেই সৃষ্টিক আমি যদি 'দেহ' বুলি ভাবোঁ, তেন্তে দৰ্শন হ'ব সেই দেহত আত্মা স্বৰূপ । শঙ্কৰদেৱৰ এই দৰ্শনে কালজয়ী আৰু যুগজয়ী হৈ গোটেই অসমীয়া জাতিটোক পোহৰাই ৰাখিছে ।

শ্ৰীমন্ত শঙ্কৰদেৱৰ দৰ্শনত যি দাৰ্শনিক ধাৰা প্ৰৱাহিত হৈ আছে তাক অদ্বৈতভগৱদবাদ বুলি অভিহিত কৰিব পাৰি । অদ্বৈতভগৱদবাদৰ যি মূলকথা - তাক আহৰণ কৰা হৈছে বেদান্ত দৰ্শনৰ পৰা । বেদান্ত দৰ্শন বেদবিলাকৰ পৰা উৎপত্তি হোৱা এক অনুপম সৃষ্টি। বেদৰ অন্তভাগকে বেদান্ত বোলে । অৰ্থাৎ বিশাল বেদ-উপনিষদ বিলাকত অমৃতৰ যি ফল্গুধাৰা বৈ আছে, তাক অদ্বৈত বেদান্তৰ প্ৰতিষ্ঠাপক দাৰ্শনিক শংকৰাচাৰ্য্যই সযত্নেৰে বুটলি আনি নিজা দৰ্শন 'বেদান্ত' সৃষ্টি কৰিছেহি । শঙ্কৰদেৱৰ দৰ্শন যদিও শংকৰাচাৰ্য্যৰ দৰ্শনৰ লগত সম্পূৰ্ণ একে নহয়; তথাপিতো অদ্বৈত বেদান্তত থকা পৰম ব্ৰহ্ম আৰু মায়াৰ অভাৱৰ পৰা শংকৰদেৱৰ দৰ্শন মুক্ত হ'ব পৰা নাই । শংকৰাচাৰ্যই উপনিষদীয় ব্ৰহ্মতত্ত্বৰ ভিত্তিত নিৰ্গুণ আৰু নিৰাকাৰ ব্ৰহ্মক প্ৰতিষ্ঠা কৰি এইবুলি দৰ্শন আগবঢ়াইছে যে - ব্ৰহ্মই একমাত্ৰ সত্য, জগতখন মিছা; প্ৰতিটো জীৱ ব্ৰহ্মৰ পৰা অভিন্ন । এই নিৰ্গুণ ব্ৰহ্মক শঙ্কৰদেৱে টানি আনি তাত গুণৰ মালা পৰিধান কৰোৱাই জনসাধাৰণৰ মনচক্ষুত এজন সগুণ ঈশ্বৰৰ ছবি দাঙি ধৰিছে । বাস্তৱজগতত সেই সৎগুণ ঈশ্বৰে দেখুওৱা ঘটনা সমূহক (যাক 'লীলা' বুলি ব্যাখ্যা কৰা হয়) আলম হিচাপে লৈ তেওঁ তেওঁৰ গোটেইবোৰ ৰচনাত এই লীলাবাদক স্পষ্টভাৱে ফুটাই তুলিছে । শঙ্কৰী ধৰ্ম, শঙ্কৰী সাহিত্য, শঙ্কৰী কলা কৃষ্টি বুলিলে যি অৰ্থ বুজা যায়-সি মূলতঃ হৰি অৰ্থাৎ ভগৱানৰ গুণানুকীৰ্ত্তন । শঙ্কৰদেৱৰ ধৰ্মৰ মূল ভেটি হ'ল ভাগৱত গ্ৰন্থ । ভগৱান শ্ৰীকৃষ্ণ হৈছে এই গ্ৰন্থৰ মূল নায়ক । এই গোটেই ভাগৱত গ্ৰন্থখনেই হৈছে কেৱল কৃষ্ণলীলা মাথোন । শ্ৰীকৃষ্ণই প্ৰদৰ্শন কৰা 'অসাধাৰণ ঘটনা' অৰ্থাৎ লীলাৰ মাধ্যমেদি শঙ্কৰদেৱে ভগৱানৰ মাহাত্ম্য প্ৰকাশ কৰি দেখুৱাইছে । আৰু তেনে এজন মানৱৰূপী ভগৱান অৰ্থাৎ কৃষ্ণৰ যশ-গুণ বখানিয়েই প্ৰকৃত ভক্তি বা আৰাধনা কৰা হয় আৰু তাকে কৰিলেই মুক্তিৰ পথ প্ৰশস্ত হৈ উঠে বুলি আমি ভাবিবলৈ বিশ্বাসৰ সৌধ নিৰ্মাণ কৰি দিছে ।

মহাপুৰুষ শঙ্কৰদেৱে তেওঁৰ দৰ্শনত ব্ৰহ্মক জগতৰ মূল উপাদান আৰু নিমিত্ত কাৰণ বুলি স্থান দিছে। জগতৰ জড়, প্ৰাণ, চেতন -এই সকলোবোৰৰ মূল কাৰণ হৈছে এই অদ্বৈত ব্ৰহ্ম । এই জগতৰ বিচিত্ৰতা এই ভগৱানৰ বহিঃপ্ৰকাশ মাথোন। শঙ্কৰদেৱৰ দৰ্শনত ভগৱান যিদৰে নিত্য, সত্য- সেইদৰে জগতখনো সত্য। শংকৰাচাৰ্যই যোৱাৰ দৰে শঙ্কৰদেৱে ইয়াক অসাৰ বুলি ক'বলৈ যোৱা নাই। তেওঁৰ দৰ্শনত ব্ৰহ্মৰ এই দুয়োটা ৰূপকে স্বীকাৰ কৰি লোৱা দেখা যায়। অৰ্থাৎ পৰম ব্ৰহ্ম নিৰ্গুণ আৰু নিৰাকাৰ যদিও ভক্ত সকলৰ মুক্তিৰ বাবেই ব্ৰহ্মই অৱতাৰ ধাৰণ কৰে আৰু গুণ বিকশিত কৰে। শঙ্কৰদেৱৰ দৰ্শনত শ্ৰীকৃষ্ণ পূৰ্ণ অৱতাৰ। এই শ্ৰীকৃষ্ণ স্বয়ং ভগৱান আৰু পৰমপুৰুষ নাৰায়ণ। ব্ৰহ্ম বা বিষ্ণুৰ এক অৱতাৰ হৈছে এই শ্ৰীকৃষ্ণ। শঙ্কৰদেৱে অব্যক্তভাৱে নিৰাকাৰ আৰু নিৰ্গুণ ব্ৰহ্মৰ অস্তিত্ব স্বীকাৰ কৰে যদিও প্ৰকৃতাৰ্থত আকাৰৰূপী সংগুণ ভগৱানৰ ওপৰতহে সৰ্বাধিক মূল্য আৰোপ কৰা দেখা যায়। তেওঁৰ সমস্ত লিখনি ধৰ্মগ্ৰন্থ, দৰ্শনমূলক গ্ৰন্থ, গীত, নাটক এই সকলো যোৰতে কেৱল ভগৱান শ্ৰীকৃষ্ণৰেই মাহাত্ম্য ফুটি উঠিছে। জগতৰ মূল এইজনা শ্ৰীকৃষ্ণক ভক্তিভাৱে উপাসনা কৰিলেই মোক্ষ লাভ অৰ্জন কৰিব পাৰি বুলি শঙ্কৰদেৱৰ দৰ্শনে আমাক শিক্ষা দিছে।

শঙ্কৰদেৱে ৰচনা কৰা তত্ত্বমূলক গ্ৰন্থৰ মাজেদিয়েই তেওঁ ভাৰতীয় ধৰ্ম আৰু দৰ্শনৰ জগতখনক মানুহৰ আগত পৰিচয় কৰোৱাই দি তেওঁলোকক ধৰ্ম আৰু দৰ্শনৰ জ্ঞান দিলে। শঙ্কৰদেৱৰ দৰ্শনক চালিজাৰি চালে কেইটামান বিশেষ ভাগত ভাগ কৰিব পাৰি। সেইকেইটা ক্ৰমে -সৃষ্টি ৰহস্য, মোক্ষবাদ, ভক্তিমাৰ্গ আৰু নীতিতত্ত্ব।

সৃষ্টি ৰহস্য : শঙ্কৰদেৱৰ দৰ্শনমূলক গ্ৰন্থ অনাদি পাতন ভাগৱতৰ আধাৰতে ৰচিত এক তত্ত্বগধুৰ গ্ৰন্থ। এই গ্ৰন্থত সৃষ্টিৰ মহিমাময়ী বিচিত্ৰতাৰ কথা উল্লেখ কৰিছে। ইয়াত সন্নিবিষ্ট হৈ থকা প্ৰকৃতি, জগতৰ প্ৰাণী, দ্বীপ, সাগৰ, নৈ আদিৰ মাধ্যমেদি তেওঁ জগতৰ ৰহস্য প্ৰকাশ কৰিবলৈ বিচাৰিছে। উপনিষদৰ ভাগৱত গীতাশাস্ত্ৰ এই সৃষ্টিতত্ত্বৰ প্ৰধান সাৰমৰ্ম স্বৰূপ। জগতৰ সকলো সৃষ্টি ব্ৰহ্মৰ পৰা হৈছে আৰু ব্ৰহ্মতে পুনৰ লোপ পাব। সোণৰ পৰা সোণৰ অলংকাৰ যেনেকৈ অভিন্ন, ঠিক তেনেকৈ ব্ৰহ্মৰ পৰাও জগতখন অভিন্ন। অলংকাৰ ভাঙি গলেও সোণ হৈ যোৱাৰ দৰে জগত ক্ষয়প্ৰাপ্ত হলেও উপাদান কাৰণ ভগৱান হৈ যাব। সৃষ্টি, স্থিতি আৰু প্ৰলয় - এই তিনিটা ৰূপৰ দ্বাৰা বিশ্বজগত প্ৰকাশিত হৈছে। কিন্তু মায়াৰ মাজত বান্ধ খাই থকা জীৱই এই উপলব্ধি কেতিয়াও কৰিব নোৱাৰে। এই সমস্যাৰ বাবে কাৰণ হ'ল অবিদ্যা। অবিদ্যা আঁতৰি গলেই মোক্ষ প্ৰাপ্তি হয়

হয়। এয়াই হ'ল সৃষ্টি ৰহস্য

**মোক্ষবাদ :** শংকৰদেৱৰ মতে অজ্ঞতা আৰু অবিদ্যাৰ বাবেই জীৱই বাৰে বাৰে জন্ম গ্ৰহণ কৰি সংসাৰত বন্ধনযুক্ত হৈ নানা দুখ-যন্ত্ৰণা ভোগ কৰিবলগীয়া হয়। মায়া-মোহ আৰু অবিদ্যাই জগতখনক এনেদৰে আবৰি আছে যে জীৱই পৰম ব্ৰহ্মক কেতিয়াও উপলব্ধি কৰিব নোৱাৰে। এই মায়াও ব্ৰহ্মৰ এক অপূৰ্ব সৃষ্টি। কিন্তু জগতৰ এই ৰূপ সত্য নহয়। ই ঠিক সপোনৰ ছাঁয়া-মায়া মৰিচিকাৰ নিচিনা। সপোন ভাঙি গলেহে যেনেকৈ আমাৰ বাস্তৱ উপলব্ধি হয়, ঠিক তেনেকৈ অবিদ্যা আঁতৰি গলেই জগতৰ যথাৰ্থ স্বৰূপ ভগৱানৰ লীলা-মাহাত্ম্য বোধগম্য হয়। এইক্ষেত্ৰত, একমাত্ৰ ভগৱানহে সত্য; বাকীবোৰ সৰ্পভ্ৰমসদৃশ। পৰম ব্ৰহ্ম যদিও নিৰাকাৰ, কিন্তু ভক্তক বন্ধনমুক্ত কৰিবৰ বাবে সময়ে সময়ে ভগৱানে মানৱৰ জগতত জন্মগ্ৰহণ কৰে। শংকৰদেৱে তেওঁৰ দৰ্শনত এনে অৱতাৰৰূপী শ্ৰীকৃষ্ণক পৰমপুৰুষ, সৰ্বশক্তিমান আৰু ভগৱান বুলি অভিহিত কৰিছে। গতিকে মানৱৰ ৰূপত আত্মপ্ৰকাশ কৰা এইজনা শ্ৰীকৃষ্ণৰ গুণানুকীৰ্ত্তন হৰিনামৰ যোগেদি কৰিলেই ভক্তৰ মোক্ষ লাভ হব বুলি যুক্তি দাঙি ধৰিছে।

**ভক্তি মাৰ্গ :** শংকৰদেৱে তেওঁৰ দৰ্শনত মুক্তিলাভৰ নিমিত্তে গভীৰ আৰু একনিষ্ঠ ভক্তিৰ ওপৰত অত্যাধিক গুৰুত্ব আৰোপ কৰিছে। তেওঁৰ দৰ্শনৰ 'ভক্তি' শব্দটোৰে ভগৱানৰ সেৱাকে মুখ্যতঃ বুজাইছে। ঈশ্বৰৰ প্ৰতি থকা পৰম প্ৰেম আৰু ভালপোৱাই ইয়াত ভক্তি বুলি বুজাইছে। শংকৰদেৱৰ মতে ভগৱান শ্ৰীকৃষ্ণই একমাত্ৰ পৰম দেৱতা, পৰম গুৰু আৰু পুৰুষোত্তম। কৃষ্ণৰ অজস্ৰ নাম আছে, সেইবোৰৰ ভিতৰত যিকোনো এটাক শ্ৰৱণ-কীৰ্ত্তন কৰিলেই প্ৰকৃত ভক্তি কৰা হয় বুলি কৈছে। হৰিৰ নাম-গুণ লোৱাই হৈছে মানুহৰ আটাইতকৈ শ্ৰেষ্ঠ কৰ্ম। ভক্তিভাৱে এই কৰ্ম কৰিলে মুক্তিৰ পথ বিচাৰি পোৱা যায়। তাৰ বিপৰীতে অন্য দেৱ-দেৱীক পূজা-অৰ্চনা কৰাৰ কোনো প্ৰয়োজন নাই। উচ্চ-নীচ, ধনী দুখীয়া, স্ত্ৰী-পুৰুষ, সকলো ধৰ্ম, সকলো বৰ্ণ তথা সকলো গোষ্ঠীৰ লোকেই এই নাম-ধৰ্ম ভক্তিৰ যোগেদি গ্ৰহণ কৰি চিৰমুক্তি লাভ কৰিব পাৰে বুলি কৈছে। অকল কোৱাই নহয়, শংকৰদেৱে হাতে-কামে তাক আদৰ্শ হিচাপে কৰি দেখুৱাই অতি উচ্চ নিদৰ্শন আমাক দি গৈছে।

**নীতি তত্ত্ব :** শংকৰদেৱৰ দৰ্শনত মানৱীয় মূল্যবোধৰ ওপৰত অধিক গুৰুত্ব দিয়াটো সুন্দৰভাৱে পৰিলক্ষিত হয়। সমাজৰ শান্তি, শৃংখলা আৰু সম্প্ৰীতিৰ বাবে সুস্থ, নৈতিক জীৱন অতি প্ৰয়োজনীয় বুলি আমি তেওঁৰ পৰা শিক্ষা পাওঁ। তেনে এখন নৈতিকতাপূৰ্ণ সমাজ গঢ়িবলৈ কৰা চেষ্টাৰ তেওঁ এজন অগ্ৰণী পুৰুষ আছিল

যাৰ বাবে তেওঁক সমাজ সংস্কাৰক আখ্যা দিয়া হয়। সংযম, অহিংসা আচৰণ, কষ্ট সহিষ্ণুতা আদি তেওঁৰ নৈতিক দৰ্শনৰ প্ৰধান আধাৰ স্বৰূপ। তেওঁ কৈছে যে অহংকাৰে মানুহক মায়াৰ গৰ্ভলৈ বেচিকৈ ঠেলি লৈ যায়। এনে অহংকাৰ পৰিত্যাগ কৰি নিৰহংকাৰ আৰু সৎ হবলৈ শিকোৱাটো শঙ্কৰদেৱৰ দৰ্শনৰ মূল উদ্দেশ্য। সৰ্ব্বসাধাৰণ মানুহক অহিত চিন্তাৰ পৰা বিৰত ৰাখিবলৈ আৰু ভগবৎ প্ৰেমত অন্তৰ্মুখী হ'বলৈ তেওঁ শাস্ত্ৰীয় নৃত্য, নাটক, ভাওনা আদিৰ সৃষ্টি কৰিছিল। তেওঁ প্ৰতিষ্ঠা কৰা বিশেষ অনুষ্ঠান নামঘৰ আৰু সত্ৰ সমূহত নীতিবোধৰ শিক্ষা দিয়া হৈছিল, যিটো ধাৰা এতিয়াও অব্যাহত আছে। এই অনুষ্ঠানবিলাক কেৱল ধৰ্মীয় অনুষ্ঠানেই নাছিল, ইয়াক গোচৰ মীমাংসা, শিক্ষা আদি সকলো দিশতে ব্যৱহাৰ কৰা হৈছিল। এনেদৰে সমাজৰ বিভিন্ন দিশত শঙ্কৰদেৱে নীতিবোধৰ অমিয়া নিজৰা বোৱাই দিছিল।

উল্লেখিত এই সকলোবোৰ দিশৰ ওপৰিও শঙ্কৰদেৱৰ নিজস্ব ব্যক্তিত্ব আৰু আচৰণত ফুটি উঠিছিল প্ৰবল মানৱতাবোধ, যাৰবাবে শঙ্কৰদেৱৰ সকলোবোৰ কৰ্ম তথা ৰচনাৱলীক একেলগে সাৰ্মৰি তাত বিৰাজ কৰি থকা অন্তৰ্নিহিত সত্তাক গোৰতে 'শঙ্কৰদেৱৰ দৰ্শন' বুলি নামাকৰণ কৰা হৈছে। কিন্তু চৰ্চাৰ অভাৱত এই দৰ্শন তেনেই চালুকীয়া অৱস্থাতে আছে। শঙ্কৰদেৱে তেওঁৰ দৰ্শনৰ যোগেদিয়েই অসমক উত্তৰ পূৰ্বাঞ্চলৰ বাকীবোৰ ৰাজ্যৰ সম্মুখত অসমক বিশেষভাৱে পৰিচয় কৰোৱাই দিছিল যিটো বিজ্ঞানৰ একো সা-সুবিধা আমাৰ অসমত নাছিল। আজিৰ যুগ বিজ্ঞানৰ যুগ। সমগ্ৰ পৃথিৱীখন তথ্য আৰু প্ৰযুক্তিত বহুত আগবাঢ়ি গ'ল। এনে তাৎক্ষনিকভাৱে পোৱা সুবিধাবোৰৰ মাজতো শঙ্কৰদেৱৰ দৰে জাতিৰ গুৰুজনৰ বিশাল প্ৰতিভাৰ ক্ষুদ্ৰ অংশত বাহিৰত প্ৰকাশ কৰিব নোৱাৰাতো সঁচাকৈয়ে অতি দুৰ্ভাগ্যজনক কথা। সঁচা অৰ্থত ক'বলৈ গলে শঙ্কৰদেৱ আছিল এজন মহান দাৰ্শনিক - যাৰ পৰিচয় ভাৰতীয় দৰ্শনৰ আগশাৰীতহে স্থান পাবৰ যোগ্য। সম্ভাৱমূলক এনে আসনত আজিৰ প্ৰজন্মই শঙ্কৰদেৱক প্ৰতিষ্ঠা কৰোৱাব পাৰিলে, সন্দেহ নাই সমগ্ৰ বিশ্ববাসীয়ে তেওঁৰ সুপ্ত হৈ থকা দৰ্শনক জাগ্ৰত অৱস্থাত দেখি পৰম শ্ৰদ্ধা আৰু কৌতুহলত পৰ্য্যবেক্ষণ কৰিবলৈ ল'ব। সেই ক্ষণ আহিলেই শঙ্কৰদেৱে বিশ্ব মানৱ-সভ্যতাত অমৰত্ব লাভ কৰিব পাৰিব।■

# ভক্তিবাদ আৰু শংকৰদেৱৰ দ্বাৰা প্ৰৱৰ্তিত ভক্তিধৰ্ম ঃ এটি পৰ্য্যালোচনা

বিভা দত্ত নেওগ

শংকৰদেৱৰ সাহিত্যৰ প্ৰধান উপজীব্য হৈছে ধৰ্ম প্ৰচাৰ। বৈষ্ণৱ ধৰ্ম জনসাধাৰণৰ মাজত প্ৰচাৰ কৰিবলৈ ভক্তিতত্ত্বমূলক গ্ৰন্থ কেইখনৰ বাদেও তেওঁ কাব্য, গীত আৰু নাটৰ মাধ্যম গ্ৰহণ কৰিছিল। ভক্তি আৰু সাহিত্যৰ সুষম সমন্বয়ত শংকৰদেৱৰ এই প্ৰচেষ্টাই সফলতা লাভ কৰিছিল। ভক্তিধৰ্ম প্ৰচাৰৰ লক্ষ্য প্ৰধান হলেও শংকৰদেৱৰ ৰচনাৰাজিত সাহিত্যৰ নান্দনিক সৌন্দৰ্যও প্ৰকাশিত হৈছে। আকৰ্ষণীয় ৰচনাশৈলী, উপযুক্ত কাহিনীৰ নিৰ্বাচন, বিবিধ ৰস, ছন্দ, অলংকাৰৰ যথোচিত প্ৰয়োগৰ দক্ষতাই শংকৰদেৱৰ ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে ৰচিত সাহিত্য সম্ভাৰক জনপ্ৰিয় কৰি তুলিছিল। বৰ্তমানেও এই জনপ্ৰিয়তাৰ মান হ্ৰাস হোৱা নাই।

শংকৰদেৱৰ ধৰ্মৰ দাৰ্শনিক ভিত্তি হৈছে 'ভাগৱত পুৰাণ'। উল্লেখযোগ্য যে শংকৰদেৱে ভক্তিধৰ্ম প্ৰচাৰৰ বাবে সাহিত্য ৰচনা কৰিলেও তাত কোনো মতবাদ বা দৰ্শন প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰা নাছিল। বৈষ্ণৱ ধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰতহে তেওঁ গুৰুত্ব আৰোপ কৰিছিল। এনে কৰোতে তেওঁৰ পূৰ্বজ পণ্ডিত সকলৰ দাৰ্শনিক চিন্তাৰ ৰেশ একোটি নপৰাকৈ থকা নাছিল। শংকৰদেৱৰ ধৰ্মমতৰ সৈতে ইবিলাকৰ কম-বেছি পৰিমাণে সাদৃশ্য আৰু বৈসাদৃশ্য দুয়োটাই পৰিলক্ষিত হয় যদিও তাৰ মাজতে শংকৰদেৱৰ আধ্যাত্মিক তত্ত্বৰ স্বকীয়তা প্ৰকাশিত হৈছে।

বৈদিক যুগত যাগ-যজ্ঞাদি অনুষ্ঠানৰ মাজেৰে ধৰ্মবোধ জাগ্ৰত হৈছিল। ক্ৰমাৎ তত্ত্বদৰ্শী ঋষিমুণি সকলে এক সৰ্বশক্তি অনুভূতিৰ ভিত্তিতে গঢ় লৈ উঠিল একেশ্বৰবাদ। এনেকৈয়ে ঈশ্বৰৰ সৰ্ব্বব্যাপক ভাৱ ধাৰণা বিকশিত হ'ল। ঈশ্বৰ সমগ্ৰ বিশ্বজগতৰ সৰ্বেসৰ্বা আৰু এই মহাশক্তি বিভিন্ন নামেৰে বিভূষিত। বেদান্ত দৰ্শনৰ উপপাদ্য উপনিষদত প্ৰতিফলিত হ'ল। বেদৰ উপনিষদ ভাগত ব্ৰহ্ম এক- এই চিন্তাধাৰাৰ পূৰ্ণ বিকাশ ঘটিল। মানুহ, জীৱ, বস্তু - এই সকলোতে এই শক্তি বিৰাজমান। ভাৰতীয় দৰ্শনৰ সূত্ৰপাত ইয়াতে। শ্বেতাশ্বেতৰ উপনিষদত কোৱা হৈছে -

*যস্য দেৱে পৰা ভক্তিৰ্যথা দেৱে তথা গুৰৌ।*

*তস্যৈতে কথিতা হ্যৰ্থা : প্ৰকাশন্তে মহাত্মন : প্ৰকাশতে ॥*

(মহাত্মন: ৬/২৩)

অৰ্থাৎ যাৰ পৰমেশ্বৰ আৰু গুৰুৰ প্ৰতি অচলাভক্তি আছে উপনিষদত প্ৰকাশিত

এই সকলো বিষয় মহাত্মাৰ ওচৰতে প্ৰকাশিত হয় । ভক্তিৰ বীজ ঋকবেদতেই অংকুৰিত হলেও উপনিষদত হে 'ভক্তি' শব্দৰ উল্লেখ প্ৰথমে পোৱা যায় । এয়াই ভক্তিমাৰ্গৰ আৰম্ভণি । পুৰাণৰ যুগত ব্যক্তিৰূপী ঈশ্বৰক ভিত্তি কৰি ভক্তিবাদ গঢ় লৈ উঠিছিল । মূলতঃ বেদৰ সংহিতা অংশৰ বহুদেৱবাদ, বেদৰ উপনিষদ অংশৰ ব্ৰহ্মবাদ বা সৰ্বেশ্বৰবাদ ষড়দৰ্শনৰ যুগৰ ভক্তিমাৰ্গ আৰু পুৰাণৰ ভক্তিবাদ -এই কেইটা পৰ্যায় অতিক্ৰম কৰি ভাৰতীয় দাৰ্শনিক চিন্তা অগ্ৰসৰ হ'ল । ঋকবেদৰ ভক্তিৰ বীজ কালক্ৰমত আৰণ্যক, উপনিষদ, মহাভাৰত, গীতা, ৰামায়ণ, পুৰাণ আদিৰ মাজেৰে বিকশিত হৈ উঠিল ।

ভক্তিবাদ আৰম্ভ হ'ল ভগৱান বিষ্ণুৰ উপাসনাক কেন্দ্ৰ কৰি । ভাৰতীয় ধৰ্মৰ ধাৰণাত বিষ্ণুৱেই সমগ্ৰ বিশ্বতে পৰিব্যাপ্ত হৈ আছে আৰু তেৱেঁই বিশ্বৰ নিয়ন্ত্ৰক । ঋকবেদৰ বিভিন্ন সূত্ৰত বিষ্ণুক স্তুতি কৰা হৈছে । ব্ৰাহ্মণ আৰু আৰণ্যক সমূহে বিষ্ণুক অধিক প্ৰাধান্য দিছে । কঠোপনিষদত মায়া-মোহৰ প্ৰাচীৰ অতিক্ৰম কৰিব পাৰিলেহে বিষ্ণুৰ পৰমপদ লাভ কৰিব পৰা যায় বুলি কোৱা হৈছে । ইয়াত বিষ্ণুৰ সৰ্বশ্ৰেষ্ঠতা ঘোষণা কৰা হৈছে । আনহাতে শ্ৰীমদ্ভাগৱত গীতাত বিষ্ণু দ্বাদশ আদিত্যৰ এজন বুলি শ্ৰীকৃষ্ণই ব্যক্ত কৰিছে । ব্ৰহ্মৰ ত্ৰিমূৰ্ত্তিৰ তাৎপৰ্য হৈছে -ব্ৰহ্মা সৃষ্টিকৰ্ত্তা, বিষ্ণু পালনকৰ্ত্তা আৰু মহেশ্বৰ সংহাৰ কৰ্ত্তা । পুৰাণৰ যুগত পৰমব্ৰহ্মৰ তিনিটা ৰূপৰ এটা বুলি বিষ্ণুক উপাসনা কৰা হ'লেও ইয়াৰ পূৰ্বে উপনিষদতো ওঙ্কাৰতত্ত্বৰ অৱতাৰণাৰ মাজেৰে এই তিনিটা ৰূপৰ সূচনা হৈছিল । অ, উ, ম (ওম) অৰ্থাৎ (অকাৰ, উকাৰ, মকাৰ) ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰৰ সূচক শ্ৰীমদ্ভাগৱতৰ কৃষ্ণ বিষ্ণু আৰু নাৰায়ণৰ সৈতে অভিন্ন । সেয়ে ভগৱানৰ পূৰ্ণ অৱতাৰ ৰূপে শ্ৰীকৃষ্ণক ধাৰণা কৰি লোৱা হয় । কৃষ্ণকে স্বয়ং ভগৱান আখ্যা দিয়া হৈছে ।

পূৰ্বে উল্লেখ কৰা হৈছে যে ভক্তিবাদৰ মূল আধাৰ হৈছে ভাগৱত পুৰাণ । ঋষিমুনি সকলে উপনিষদ, পুৰাণ আদিৰ আধাৰত ভক্তিবাদ, কৰ্মবাদ, জ্ঞানবাদ আদি 'বাদ' সমূহৰ বৰ্ণনা কৰিছে । শংকৰদেৱেও ভক্তিধৰ্মৰ আধাৰ গ্ৰন্থ হিচাপে ভাগৱত পুৰাণৰ উপৰিও গীতা আৰু শ্ৰীধৰ স্বামীৰ বেদান্ত সূত্ৰৰ ভাষ্য অবিকল ৰূপত নহ'লেও প্ৰয়োজন সাপেক্ষে গ্ৰহণ কৰিছে । বেদান্ত দৰ্শনৰ অদ্বৈতবাদ বা একেশ্বৰবাদৰ ভিত্তিতেই অসমৰ ভক্তিধৰ্মই গঢ় লৈ উঠিছে ।

ভগৱানক আৰাধনা বা সাধনা কৰাৰ উপায় সম্বন্ধে বিচিত্ৰ সম্প্ৰদায়ে নিজস্ব অভিমত আগবঢ়াইছে । এই সম্প্ৰদায় সমূহৰ আচাৰ্য্য সকলৰ ভিতৰত শংকৰাচাৰ্য্য হ'ল অদ্বৈতবাদৰ প্ৰৱৰ্তক, ৰামানুচাৰ্য হ'ল বিশিষ্টাদ্বৈতবাদৰ প্ৰৱৰ্তক, শ্ৰীমাধ্বাচাৰ্য্য

হ'ল দ্বৈতী সম্প্ৰদায় মাৰ্গৰ প্ৰৱৰ্তক, শ্ৰীবল্লভাচাৰ্য্য হ'ল দ্বৈতবাদৰ প্ৰৱৰ্ত্তক আৰু নিম্বাৰ্কচাৰ্য্য হ'ল দ্বৈতাদ্বৈতী সম্প্ৰদায়ৰ প্ৰৱৰ্ত্তক। শংকৰাচাৰ্য্যৰ মতে ব্ৰহ্ম নিৰাকাৰ আৰু নিৰ্গুণ। বিশুদ্ধ জ্ঞানৰ সহায়ত এই তত্ত্ব উপলব্ধি কৰিব পাৰি। শংকৰাচাৰ্য্যৰ পন্থা হৈছে জ্ঞানমাৰ্গী বৈষ্ণৱ পন্থা। তেওঁৰ মতে পৰমব্ৰহ্মহে একমাত্ৰ সত্য; বাকী সকলো মায়া বা ভ্ৰম মাথোন। ৰামানুজ আৰু পৰৱৰ্তী আচাৰ্য্য সকলে শংকৰাচাৰ্য্যৰ মতবাদ গ্ৰহণ কৰা নাছিল। তেওঁলোক ভক্তিমাৰ্গী; জ্ঞানমাৰ্গী নহয়। তেওঁলোকৰ মতে ভক্তিৰেহে মুক্তি লাভ কৰিব পাৰি; জ্ঞানেৰে নহয়। ৰামানুচাৰ্য্যক ভাৰতত ভক্তিবাদৰ প্ৰৱৰ্তক বুলি কোৱা হয়। তেওঁৰ মতে ব্ৰহ্ম সত্য; সেয়ে এই জগতো ব্ৰহ্মময়। তেওঁ সাকাৰ নাৰায়ণক ভগৱান ৰূপে আৰাধ্য বুলি মত পোষণ কৰিছে।. ভক্তিয়েই ভগৱানৰ চৰণত শৰণ লাভৰ উপায়। আনহাতে মাধৱাচাৰ্য্যই উক্ত দুয়োমতৰ বিৰোধিতা কৰি কৈছে জীৱ ঈশ্বৰৰ পৰা ভিন্ন অথচ ঈশ্বৰৰ দৰে অসীম আৰু অনন্ত। এবোঁ ভক্তিৰ মাধ্যমেৰে মুক্তি লাভ সম্ভৱ বুলি মত পোষণ কৰিছে। নিম্বাকাচাৰ্য্যৰ অচিন্ত্য ভেদাভেদবাদৰ মতে ঈশ্বৰ হ'ল জীৱ আৰু জগতৰ সৃষ্টিকৰ্তা; স্থিতি আৰু প্ৰলয়ৰ কাৰণ। এবোঁ ভক্তিৰ সহায়ত মুক্তি লাভৰ সমৰ্থক। আনহাতে শুদ্ধাদ্বৈতবাদৰ প্ৰৱৰ্তক বল্লভাচাৰ্যৰ মতে এই জগতৰ স্ৰষ্টা হৈছে পৰমব্ৰহ্ম। তেওঁৰ পৰিৱৰ্তনশীল আৰু অপৰিৱৰ্তনশীল দুয়োটা ৰূপেই বল্লভাচাৰ্য্যই স্বীকাৰ কৰিছে।

শংকৰদেৱৰ ভক্তিমতৰ আদৰ্শ সম্পৰ্কে বাণীকান্ত কাকতিকে আদি কৰি বিভিন্ন সমালোচকে আলোচনা আগবঢ়াইছে। বৰ্ত্তমানেও ই এটা বিতৰ্কিত বিষয় হৈয়েই আছে। কাকতিয়ে ৰামানুজৰ বিশিষ্টাদ্বৈতবাদৰ লগত শংকৰদেৱৰ ভক্তিধৰ্মৰ আদৰ্শৰ সাদৃশ্য বিচাৰি পাইছে। আনহাতে শংকৰদেৱে শংকৰাচাৰ্যপন্থী শ্ৰীধৰস্বামীৰ ভাগৱতৰ টীকা-ভাষ্য গ্ৰহণ কৰিছে। সেয়ে হলেও তেওঁ মায়াবাদ গ্ৰহণ কৰা দেখা নাযায়। তদুপৰি শংকৰদেৱে অৱতাৰবাদক স্বীকাৰ কৰিছে যদিও 'বিশিষ্টাদ্বৈতবাদ'ৰ প্ৰসংগ আনকি শব্দটোৰ উল্লেখ ক'তো কৰা নাই। আগেয়ে কৈ অহা হৈছে যে শংকৰদেৱে ভক্তিধৰ্ম প্ৰচাৰ কৰিছিল যদিও কোনো দৰ্শন বা বাদ প্ৰচাৰৰ যত্ন কৰা নাছিল। সেয়ে উল্লেখিত দাৰ্শনিক মত সমূহক সম্পূৰ্ণ ৰূপে গ্ৰহণ বা খণ্ডন কৰাৰ মানসিকতাও দেখা নাযায়। বেদান্তৰ ব্ৰহ্ম আৰু গীতাৰ কৃষ্ণৰ অভেদত্বৰ উপাদানেৰে শংকৰদেৱৰ ভক্তিধৰ্মৰ দাৰ্শনিক ভেটি নিৰ্মিত হৈছে। কিয়নো বেদান্তৰ ব্ৰহ্ম আৰু শংকৰদেৱৰ ব্ৰহ্ম একেজন। শংকৰাচাৰ্য্য আৰু শংকৰদেৱ উভয়ে এই ব্ৰহ্মৰ স্বৰূপ নিৰ্ণয়ত পৃথকৰীতি অৱলম্বন কৰিছে। ভাগৱতে ভগৱানক 'শ্ৰীকৃষ্ণ ভগৱান স্বয়ং' বুলি অভিহিত কৰিছে। শংকৰদেৱে নিৰ্গুণ ঈশ্বৰক সগুণ ৰূপৰ মাজেদি উপলব্ধি

কৰাৰ পথ সুগম কৰি দিছে । নিৰ্গুণ ব্ৰহ্ম আৰু সগুণ ঈশ্বৰৰ অভেদত্ব স্থাপন কৰোঁতে তেওঁ বেদ-উপনিষদৰ তত্ব আৰু কাব্য-মহাকাব্য-পুৰাণ আদিৰ মতে বিচাৰ-বিশ্লেষণ কৰি চাইছিল । তেওঁ জ্ঞানতকৈ ভক্তিৰ পথ সুগম বুলি স্বীকাৰ কৰি ভক্তিকে ভগবৎ উপনিষদৰ আধাৰ হিচাপে মত পোষণ কৰিছে ।

'শ্ৰীমদ্‌ভাগৱত পুৰাণ' হৈছে সৰ্ববেদান্তৰ নিৰ্য্যাস স্বৰূপ । আনহাতে উপনিষদৰ সাৰ হৈছে 'শ্ৰীমদ্ভাগৱত গীতা' । শংকৰদেৱে ভাগৱত পুৰাণ, গীতাক ভিত্তি হিচাপে গ্ৰহণ কৰিছে যদিও কিছুমান ক্ষেত্ৰত শ্ৰীধৰস্বামীৰ 'ভাৱাৰ্থ দীপিকা'ৰ ওপৰত নিৰ্ভৰ কৰিছে । ভাগৱত পুৰাণৰ মতে ব্ৰহ্ম হৈছে বিশ্বজগতৰ একমাত্ৰ পৰমতত্ব । এই পৰমতত্বই ব্ৰহ্ম, ভগৱান, পৰমাত্মা আদি ৰূপেৰে স্বীকৃতি লাভ কৰিছে । শংকৰদেৱে 'নিমিনৱসিদ্ধ সংবাদ' ত ইয়াকে কৈছে-

*"ব্ৰহ্ম পৰমাত্মা ভগৱন্ত একতত্ব*
*একৰেসে তিনি নাম লক্ষণ ভেদত ॥" (পদ/১৮০)*

'আদি দশমতো কোৱা হৈছে ব্ৰহ্মাই নাৰায়ণ; নাৰায়ণেই কৃষ্ণ আৰু কৃষ্ণই বিষ্ণু -

*"যাক কৃষ্ণ বোলা এহেন্তেকে বিষ্ণু*
*কোটি ব্ৰহ্মাণ্ডৰ অধিপতি ॥" (পদ/২৩৮৯)*

ব্ৰহ্মাৰ তিনিটা বৈশিষ্ট্য হৈছে সৎ, চিৎ আৰু আনন্দ । ঈশ্বৰ হৈছে শুদ্ধ, স্বপ্ৰকাশক আৰু চৈতন্যময় । তেৱেঁই জগতৰ মূল । ব্ৰহ্ম নিগুণ আৰু নিৰাকাৰ । ব্ৰহ্ম বা নাৰায়ণ কৃষ্ণই হৈছে স্ৰজনকৰ্তা, পালনকৰ্তা আৰু সংহাৰক । পৰমব্ৰহ্ম (শ্ৰীকৃষ্ণ) হৈছে জগতৰ পৰম আত্মা; বিশ্ব জগতৰ আধাৰ । পৰিদৃশ্যমান জগতৰ সৰ্বত্ৰতে তেওঁ বিৰাজমান ।

শংকৰদেৱৰ প্ৰচাৰিত ধৰ্ম হৈছে 'এক শৰণ ধৰ্ম' শংকৰদেৱে আদি দশমৰ ১১৩ নং পদত কৈছে -

*"ইসে পৰমাৰ্থ তত্ব চাৰিয়ো বেদৰ ।*
*সমস্তে দেৱৰ জানা কৃষ্ণেসে ঈশ্বৰ ॥"*

*শংকৰদেৱে ভক্তিধৰ্মত নাম, দেৱ, গুৰু আৰু ভকত - এই চাৰিটা তত্বক অপৰিহাৰ্যা বুলি প্ৰতিপন্ন কৰিছে । গুৰুজনাই ভগৱানক কায়মনবাক্যে ভজনা কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰি কীৰ্ত্তনত এনেদৰে কৈছে-*

*নকৰিলো শিৰে মাধৱক নমস্কাৰ ।*
*ইটো মাথা গোট মোৰ তৈল মহাভাৰ ॥*
*কৰ্ণ দুই আছে নুশুনিলো হৰি কথা ।*

*দুগোটা গৰ্ত্তৰ ভাৰ বহিলোহো বৃথা ॥*

এনেদৰে কায়মনোবাক্যেৰে ভগৱানক আৰাধনা নকৰাৰ বাবে অনুশোচনাত দগ্ধ হৈ শংকৰদেৱে ক'ব খুজিছে যে ঐকান্তিক নিষ্ঠাৰে ভগৱানৰ চৰণত ভক্তি কৰিলেহে ঈশ্বৰক পাব পাৰি ।

শংকৰদেৱৰ দ্বাৰা প্ৰবৰ্ত্তিত নৱ-বৈষ্ণৱ ধৰ্ম কৃষ্ণ ভক্তি হিচাপে প্ৰধান । শংকৰদেৱে শ্ৰৱণ-কীৰ্ত্তনকে ভগৱান উপাসনাৰ মাধ্যম হিচাপে ঘোষণা কৰিছে । শ্ৰীমদ্ভাগৱতত প্ৰহ্লাদে হিৰণ্যকশিপুৰক ভক্তিৰ নটা প্ৰকাৰৰ বিষয়ে উল্লেখ কৰি কৈছে -

*শ্ৰৱনং কীৰ্ত্তনং ৱিষ্ণো স্মৰণং পাদসেৱনম্*

*অৰ্চন, ৱন্দনং দাস্যং সখ্যমাত্মানিৱেদনম্ ॥ (৭/৫/১৩)*

শংকৰদেৱেও এই ন বিধ ভক্তি ঐকান্তিক নিষ্ঠাৰে নিবেদন কৰি ভক্তৰ মন ঈশ্বৰত বিলীন কৰি দিয়াৰ ওপৰত গুৰুত্ব দিছে । শংকৰদেৱে কৈছে -

*নলাগে ভক্তিত দেৱ দ্বিজ ঋষি হইবে ।*

*নলাগে সম্ভৃত শাস্ত্ৰ বিস্তৰ জানিবে ।*

*তপ জপ যজ্ঞ দান সবে বিড়ম্বন ।*

*কেৱলে ভক্তিত তুষ্ট হোন্ত নাৰায়ণ ॥*

শ্ৰীমদ্ভাগৱতৰ টীকা-ভাষ্যকাৰ সকলে ভগৱত প্ৰাপ্তিৰ চাৰিটা পথ নিৰ্দেশ কৰিছে । সেয়া হৈছে জ্ঞান, কৰ্ম, যোগ আৰু ভক্তি । এই চাৰিওটা মাৰ্গ শেষত এক পৰমতত্ত্ব বিলীন হৈছেগৈ । বৈষ্ণৱ ধৰ্ম ভক্তিমাৰ্গ আশ্ৰয়ী । অসমত শংকৰদেৱে ভক্তিমূলক বৈষ্ণৱধৰ্মৰ গুৰি ধৰে আৰু প্ৰচাৰ কৰে । শংকৰদেৱে এই ক্ষেত্ৰত কিছু পৰিমাণে অদ্বৈতবাদক আশ্ৰয় কৰাৰ কথা কীৰ্ত্তনত প্ৰকাশো ঘোষণা কৰিছে :

*তোমাৰ অদ্বৈতৰূপ পৰম আনন্দ পদ*

*তাতে মোৰ মগ্ন হৌক চিত্ত ॥ (১৬৭০)*

জীব, জগত আৰু ভগৱানৰ সত্ত্বা অভিন্ন । তেৱেঁই একমাত্ৰ সত্য । গীতাতো ভক্তিৰ শ্ৰেষ্ঠত্ব ঘোষিত হৈছে । গীতাৰ দ্বাদশ অধ্যায়ত কৃষ্ণই অৰ্জুনক দিয়া শিক্ষাৰ সাৰমৰ্ম হৈছে -জ্ঞান, কৰ্ম আৰু যোগৰ প্ৰত্যেকটো পথেই মুক্তিদায়ক হলেও ভক্তিৰ পথ শ্ৰেষ্ঠ । হিন্দুৰ বেদ, উপনিষদ আৰু দৰ্শনৰ সাৰতত্ত্বই হৈছে গীতা । শংকৰদেৱেও শ্ৰীকৃষ্ণৰ মুখনিঃসৃত বাণীৰ আদৰ্শ শিৰোধাৰ্য্য কৰি কীৰ্ত্তনত কৈছে-

*ভকতিত পৰে ধৰ্ম নাহি সংসাৰত ।*

*চাৰিও বেদৰ জানা এহি সাৰে তত্ত্ব ॥*

ঈশ্বৰ প্ৰাপ্তিৰ একমাত্ৰ পথ হৈছে ভক্তি । শংকৰদেৱেও ভক্তিৰ শ্ৰেষ্ঠত্ব ঘোষণা কৰিছে । ঈশ্বৰ অনন্ত, অসীম আৰু অব্যক্ত । সেয়ে শংকৰদেৱে নাম কীৰ্ত্তনক ঈশ্বৰ উপাসনাৰ প্ৰধান অৱলম্বন হিচাপে স্বীকৃতি দিছে । আত্মসংযমী হৈ গুৰু, সৎসঙ্গৰ আশ্ৰয়ত অহিংসা, দয়া, প্ৰেম আদি সৎ প্ৰবৃত্তি সমূহৰ কৰ্ষণৰ দ্বাৰা ঐকান্তিক ভক্তিৰে ঈশ্বৰ উপাসনা কৰা জনৰ বাবে মুক্তিৰ দ্বাৰ মুকলি থাকে ।

শংকৰদেৱে একমাত্ৰ বিষ্ণুৰ উপাসনাক (এক দেৱ) হে স্বীকৃতি দিছিল । অন্য দেৱ-দেৱী পূজাক তেওঁ সমৰ্থন কৰা নাছিল । শংকৰদেৱৰ ভাষাত -

*অন্য দেৱী দেৱ নকৰিবা সেৱ*
*নখাইবা প্ৰসাদ তাৰ ।*
*মূৰ্ত্তিকো নাচাইবা গৃহ নপশিবা*
*ভক্তি হৈব ব্যভিচাৰ ॥*   *(ভাগৱত, ২য় স্কন্ধ, পদ ১৩৪১)*

অন্যহাতে শংকৰদেৱৰ ভক্তিধৰ্মত সকলো প্ৰাণীৰে সম অধিকাৰ ঘোষিত হৈছে :

*চণ্ডালো হৰিনাম লৱে মাত্ৰ*
*কৰিবে উচিত যজ্ঞৰ পাত্ৰ ॥*   *(কীৰ্ত্তন পদ ১১৯)*

তেওঁ নাম ধৰ্মক বিশিষ্ট স্থান দি কৈছে -

*"সমস্ত পাপক কৰে নামেসে নিৰ্মূল*
*অগনিৰ আগে যেন শিমলুৰ তুল ॥"*   *(ভাগৱত ষষ্ঠ স্কন্ধ পদ ১২)*

পৰ্য্যালোচনা কৰি দেখা গ'ল, ওপৰোক্ত নীতি আৰু আদৰ্শ সমূহ সাহিত্যৰ ৰসত জুবুৰিয়াই সৰ্বসাধাৰণৰ বাবে আগবঢ়াই দি শংকৰদেৱে ঈশ্বৰ উপাসনাৰ সুগম পথ এটিৰ নিৰ্দেশ দি থৈ গ'ল । ইয়াৰ মাজেৰেই শংকৰদেৱৰ ভক্তিমতবো স্বকীয়তা প্ৰকাশিত হ'ল ।

প্ৰসংগ নিৰ্দেশ :

১। কেশৱানন্দ দেৱগোস্বামী, সম্পা. ডিব্ৰুগড়, ১৯৮৮-শ্ৰীমদ্ভাগৱত
২। হৰিনাৰায়ণ দত্ত বৰুৱা, সম্পা. বাৰনাসী, বিক্ৰমাব্দ ২০১৯-শ্ৰীমদ্ভাগৱত পুৰাণ
৩। সম্পা. ঐ দত্তবৰুৱা এণ্ড কোং, গুৱাহাটী, ১৯৬৪-শ্ৰীশংকৰদেৱ বাক্যামৃত
৪। সম্পা. মহেশ্বৰ নেওগ, দত্তবৰুৱা এণ্ড কোং, গুৱাহাটী ১৯৭৮-কীৰ্ত্তন
৫। লক্ষ্মীনাথ বেজবৰুৱা সংক-সম্পা. অতুলচন্দ্ৰ হাজৰিকা
লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী ১৯৬৭-তত্ত্বকথা
৬। গোলাপ চন্দ্ৰ শাস্ত্ৰী, পূৰ্বশ্ৰী প্ৰকাশন, যোৰহাট-৬-উপনিষদ কথামৃত
৭। ৰামচন্দ্ৰ মহন্ত, বনলতা, ডিব্ৰুগড় ১৯৯৯-ঐতিহাসিক পটভূমিত মহাপুৰুষ শংকৰদেৱ
৮। সম্পা. ড. নবীন চন্দ্ৰ শৰ্মা, বাণীপ্ৰকাশ, গুৱাহাটী ১৯৮৯-আদি দশম

# গীতা আৰু কৰ্মতত্ত্ব

কমৰী দেউৰী

আদিম কালৰে পৰা সৃষ্টিৰ ৰহস্যৰ বিষয়ে জানিবলৈ মানুহৰ অন্তহীন অনুসন্ধিৎসা। ক্ষুধাৰ্ত্তই এমুঠি অন্নৰ নিমিত্তে, তৃষ্ণাতুৰে এটোপাল পানীৰ নিমিত্তে হাঁহাকাৰ কৰি ফুৰাৰ দৰে জ্ঞান পিপাসু সত্য অন্বেষণকাৰী সকলেও জ্ঞান আৰু সত্যৰ অন্বেষণতে ওৰেটো জীৱন কঠোৰ সাধনাত ব্ৰতী হয়।ভাৰতবৰ্ষৰ ঋষি-মুনি সকলেও সুদূৰ অতীততে এনে কঠোৰ সাধনা আৰু তপস্যাৰ ফলস্বৰূপে এক পৰম সত্যৰ তত্ত্ব জ্ঞান লাভ কৰি নিজৰ মনুষ্য জনমো সাৰ্থক কৰিছিল আৰু এই জ্ঞান যুগ-যুগান্তৰৰ বিশ্ব মানৱৰ উদ্দেশ্যে বেদ, উপনিষদ, আৰণ্যক, পুৰাণ আদি অনেক অমূল্য গ্ৰন্থ শাস্ত্ৰ লিখি বিলাই থৈও গৈছে। তেনে ঋষি শ্ৰেষ্ঠই অজ্ঞতাৰ আন্ধাৰত ডুবি থকা মানুহলৈ জ্ঞান পোহৰৰ সন্ধান দি কৈ গৈছে -

*"শৃণ্বন্তু বিশ্বে পুৰুষং পুত্ৰাঃ*
*বেদাহমেতং পুৰুষং মহান্তং*
*আদিত্য বৰ্ণং তমসঃ পৰাস্তাৎ*
*তমেৱ বিদিত্বাতি মৃত্যুমেতি*
*নান্যঃ পন্থা বিদ্যতে অয়নায়।"*

'হে বিশ্বৰ অমৃত সন্তান সকল, মই যি উজ্জ্বল জ্যোতিৰ্ময় মহান পুৰুষৰ সন্ধান পাইছো, সেইজনক তোমালোকেও জানি মহান হৈ লোৱা আৰু তেওঁক জানি তোমালোক মৃত্যুঞ্জয়ী হ'বলৈ আগবাঢ়া। কাৰণ ইয়াত বিনে আৰু আন উপায় নাই।'

এই বিৰাট পুৰুষ জনৰ বীজৰ অংকুৰণ বিশ্বৰ প্ৰথম গ্ৰন্থ ঋগ বেদতেই আৰম্ভ হয় আৰু উপনিষদ, পুৰাণ, ৰামায়ণ, মহাভাৰত, ভাগৱত আদিত বিকশিত হৈ শ্ৰীমদ্ভাগৱত পুৰাণ আৰু শ্ৰীমদ্ভাগৱত গীতাত পূৰ্ণ বিকশিত হৈ ফুলে-ফলে জাতিষ্কাৰ হ'ল। সৰ্ব শাস্ত্ৰত বৰ্ণিত এই সৰ্বোত্তম সত্তাজনেই শ্ৰীবিষ্ণু বা ঈশ্বৰ। এওঁৱেই অসীম বিশ্ব প্ৰকৃতিৰ অনন্ত ৰহস্যৰ কাণ্ডাৰী, সৃষ্টি, স্থিতি, প্ৰলয় হৰ্ত্তা-কৰ্ত্তা, বিধাতা। এওঁ পৰম ব্ৰহ্ম, পৰম পবিত্ৰ, পৰম আত্মাৰ কাণ্ডাৰী, একমাত্ৰ চিৰন্তন শাশ্বত সৰ্বব্যাপ্ত আদি পুৰুষ।

*পৰং ব্ৰহ্ম পৰং ধাম পৱিত্ৰং পৰমং ভৱান্ ।*

*পুৰুষং শাশ্বতং দিব্যমাদিদেৱমজম বিভূম্ ॥ ১২*

*(শ্ৰীমদ্‌ভাগৱদ গীতা-দশম অধ্যায়)*

'পিতাসি লোকস্য চৰাচৰস্য ত্বমস্য পূজ্যশ্চ গুৰু গৰীয়ান্' - গোটেই চৰাচৰ জগতৰ পিতা, গুৰুৰ ভিতৰতো শ্ৰেষ্ঠ গুৰুজনৰ বিষয়ে শ্ৰীগোবিন্দ মিশ্ৰ দেৱেও লিখিছে-

*অনাদি অব্যক্ত অজ নাহি আদি অন্ত ।*

*মইসে নিয়ন্তা স্বামী লোক মহেশ্বৰ ॥ ৭*

*(শ্ৰীকৃষ্ণ গীতা-দশম অধ্যায়)*

জগতৰ নিয়ন্তা, জগতৰ স্বামী নাৰায়ণৰ ৰূপ অব্যক্ত, তেওঁৰ জন্ম নাই, মৃত্যু নাই, অজৰ-অমৰ, অনাদি অনন্ত । জগতৰ অধিপতি, চৰম সত্য, পৰম সত্য পুৰুষোত্তম পৰমেশ্বৰৰ ৰূপ কেৱল চিন্তা প্ৰসূত জ্ঞানেৰে বুজি পোৱাৰ কোনো সাধ্য নাই বা বিজ্ঞান প্ৰযুক্তি বিদ্যাৰে তথ্য বিশ্লেষণ কৰিও পাৰ নাপায়, কাৰণ এই পৰম সত্য ইমানেই বিশাল, ইমানেই সূক্ষ্ম যে- তেওঁৰ প্ৰতি একান্ত বিশ্বাস, প্ৰেম আৰু ভক্তিৰ দ্বাৰাই তেওঁৰ অস্তিত্বক উপলব্ধি কৰিব পাৰি । তেওঁ নিজে নিজৰ সৃষ্টিকৰ্ত্তা, চৰাচৰ য'ত জীৱ নিজেই সৃজন কৰিছে, আকৌ সৰ্বব্যাপ্ত আত্মাৰূপে ইবিলাকক নিজেই চৈতন্য দিছে । আত্মাহীন দেহ এটা জড় পদাৰ্থ বিনে আন একো নহয় । সেয়ে যি শক্তিয়ে চৈতন্যহীন জড় দেহত আত্মা নামৰ চেতনা দান কৰিছে, যি শক্তিয়ে চৈতন্য দেহটোত মনন আৰু ইচ্ছা শক্তিও দান কৰি কৰ্মত প্ৰবৃত্ত কৰাইছে, সেই পৰম শক্তিয়ে হ'ল সমস্ত ব্ৰহ্মাণ্ডৰ মূলসত্ত্বা পৰম পুৰুষ, পৰম ব্ৰহ্ম শ্ৰীহৰি শ্ৰীবিষ্ণু ।

ক্ষিতি, অপ, তেজ, মৰুৎ আৰু ব্যোম এই পঞ্চভূতক লৈয়ে জীৱাত্মাৰ দেহ । জগতৰ অধিপতি জনে যেতিয়া ইচ্ছা কৰে, যেতিয়া পৃথিৱীত প্ৰয়োজন হয়, তেতিয়া নিজেই এই পঞ্চভূতক আশ্ৰয় কৰি নিজেই জীৱৰূপে পৃথিৱীত জন্ম লয় । পঞ্চ ভৌতিক দেহ এটা ধাৰণ কৰিলেও কিন্তু পৰম পুৰুষ পৰমেশ্বৰ আত্মাৰূপী অন্য জীৱৰ দৰে বিকাৰগ্ৰস্ত নহয় । পাৰ্থিৱ শোক, দুখ, বিকাৰৰ পৰা সম্পূৰ্ণ মুক্ত তেওঁ নিৰ্গুণ ব্ৰহ্ম । ভাগৱতত ঈশ্বৰৰ চৌৱিশটা পঞ্চভৌতিক ৰূপ বা অৱতাৰৰ কথা আছে, য'ত তেওঁ জীৱৰ দৰেই জন্ম লৈছে, জীৱৰ দৰে মৃত্যুও হৈছে আৰু জীৱৰ দৰেই কৰ্মও কৰিছে । এই চৌৱিশটা অৱতাৰৰ বাহিৰে ব্ৰহ্মা, মহেশ্বৰ, ইন্দ্ৰ আদি দেৱতা সকলৰ পৰা মানৱ, দানৱ, অসুৰ, কিন্নৰ, পশু-পক্ষী আদি য'ত চৰাচৰৰ দেহত পৰমেশ্বৰ পৰমাত্মাই আকৌ আত্মাৰূপে বিৰাজমান হৈ আছে ।

হিন্দু ধৰ্মৰ দৰ্শন পুনৰ জন্মত বিশ্বাসী। বিষ্ণু পৰমেশ্বৰে যিদৰে নিজেই বাৰে বাৰে পৃথিৱীত জন্ম গ্ৰহণ কৰি আহিছে সেইদৰে তেওঁৰ সৃষ্ট জীৱাত্মাবোৰেও পৃথিৱীলৈ আহি নিজ নিজ পৰম কৰ্ম সাধন নোহোৱালৈকে পুনৰ পুনৰ জন্ম লৈ থাকে। পিন্ধা কাপোৰ পুৰণি হলে মানুহে সেই কাপোৰ এৰি নতুন এযোৰ কাপোৰ যিদৰে পিন্ধে, একেদৰেই জীৱত্মাটোৱেও পুৰণি দেহ এটা এৰি নতুন এটা দেহত প্ৰবেশ কৰি থাকে। ইয়াকে জন্ম হোৱা বুলি কয়।

*বাসাংসি জীৰ্ণানি যথা বিহায়।*
*নৱানি গৃহ্নাতি নৰোংপৰাণি ॥ ২১*
*তথা শৰীৰাণি বিহায় জীৰ্ণানি।*
*অন্যানি সংযাতি নৱানি দেহী ॥ ২২*

*( গীতা সাংখ্য যোগ)*

পৰম ব্ৰহ্মৰ পৰমাত্মা যিদৰে নিত্য, শাশ্বত, চিৰন্তন, অবিনাশী, সেইদৰে জীৱাত্মাৰ আত্মাও অজৰ অমৰ, চিৰন্তন শাশ্বত আৰু অবিনাশী।

*ন জায়তে ম্ৰিয়তে বা কদাচিন।*
*নায়ং ভূত্বা ভৱিতা বা ন ভূয় ॥ ১৯*
*অজো নিত্যঃ শাশ্বতোইয়ং পুৰাণো।*
*ন হন্যতে হন্যমানে শৰীৰে ॥ ২০*

*(গীতা সাংখ্য যোগ)*

জন্মৰ পিচত জীৱৰ এটা দৈহিক অৱয়বৰ পৰিবৰ্ত্তন হয়, বৃদ্ধি, বিকাশ হোৱাৰ উপৰিও নানা বিকাৰো হয়, দেহটোত বিকাৰ হলে ই জহি পমি শেষ হৈও যায়, কিন্তু পৰমাত্মাৰ যিদৰে কোনো ক্ষয়-ক্ষতি নাই, সেইদৰে আত্মাৰো কোনো ক্ষয়-ক্ষতি নাই। মাত্ৰ সেই দেহ সজাৰ আৱশ্যাক নাই বুলি অন্য দেহত স্থিতি লোৱাত পুৰণি দেহৰ চেতন সত্বা নোহোৱা হৈ যায়। চেতনহীন দেহটোক মৃত বোলা হয়।

পৰমআত্মা বিষ্ণুৰ পূৰ্ণ অৱতাৰৰ নাম হ'ল শ্ৰীকৃষ্ণ অৱতাৰ। দ্বাপৰ যুগত তেওঁ এটি মানৱী শিশু ৰূপে জন্ম ললে, লালিত পালিত হ'ল, পূৰ্ণ মানৱ জীৱনৰ শোক দুখ, সুখ-সমৃদ্ধি সকলো উপভোগ কৰি জীৱনৰ অন্তত এজন সাধাৰণ মানুহৰ দৰেই সামান্য ব্যাধৰ শৰত বিদ্ধ হৈ সেই বেদনাকে কাৰক ৰূপে লৈ মৃত্যুৱো আশ্ৰয় ললে। শ্ৰীমন্ত শংকৰদেৱেও কীৰ্ত্তনত লিখিলে -

*কৃষ্ণৰূপে দৈৱকীত ভৈলা অৱতাৰ।*
*শংখ চক্ৰ গদা পদ্ম কৰত তোমাৰ ॥*

শ্ৰীকৃষ্ণ অৱতাৰ হ'ল বিষ্ণুৰ শ্ৰেষ্ঠ অৱতাৰ । দ্বাপৰ যুগৰ এক মহাসংকটৰ সময়ত তেওঁৰ অৱতাৰ হ'ল । কাৰণ যেতিয়াই পৃথিৱীত অন্যায় অত্যাচাৰ বৃদ্ধি পায়, ধৰ্মৰ গ্লানি হয়, তেতিয়া দুষ্কৃতিক নাশ কৰি ধৰ্ম সংস্কৃতিক ৰক্ষা কৰিবলৈ ভিন ভিন ৰূপ বা অৱতাৰ লৈ বাৰে বাৰে তেওঁ পৃথিৱীত জন্ম লয় ।

*পৰিত্ৰাণায় সাধুনাম বিনাশায় চ দুষ্কৃতাম্ ।*
*ধৰ্ম সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে ॥ ৮*

*(গীতা জ্ঞানযোগ)*

সনাতন হিন্দু ধৰ্মৰ দৰ্শন মতে অনন্ত কোটি ব্ৰহ্মাণ্ডৰ গৰাকী পৰম পিতা বিষ্ণুক সমস্ত জীৱ প্ৰকৃতি আৰু দেৱ দেৱতাতকৈ শ্ৰেষ্ঠ জ্ঞান কৰা হয় । কিন্তু তেওঁৰে পূৰ্ণ স্বৰূপ অৱতাৰ লীলা পুৰুষোত্তম শ্ৰীকৃষ্ণৰ পৰম ৰূপটো সকলো জ্যোতিষৰ মাজত 'সূৰ্য্যাহেন কৃষ্ণ' বুলি আখ্যা দি তেওঁৰ মহত্বতম পুৰুষ আত্মাটোকে মান্যতা দিয়া হৈছে । মহাকাব্য মহাভাৰতত বৰ্ণনা হোৱা কুৰুক্ষেত্ৰ মহাৰণৰ সবাটোতকৈ সংকট আৰু সংশয় মূহুৰ্তৰ এক মহাক্ষণত শ্ৰীকৃষ্ণৰ শ্ৰীমুখৰ পৰা তেওঁৰ প্ৰিয়তম সখা গাণ্ডীৱ ধাৰী অৰ্জুনক উদ্দেশ্যি যি দৰ্শন আৰু তত্ব গধূৰ বুজনি আৰু উপদেশ বাণীসমূহ নিঃসৃত হৈছিল তাৰেই সৃষ্টি হ'ল হিন্দুধৰ্মৰ পৱিত্ৰতম ধৰ্ম গ্ৰন্থ, বিশ্বৰ সৰ্বতো কালৰ সৰ্বশ্ৰেষ্ঠ দৰ্শন শাস্ত্ৰ 'শ্ৰীমদ্ভাগৱত গীতা' । বেদ, বেদান্ত, পুৰাণ, উপনিষদ আদি সকলো শাস্ত্ৰৰ অমৃতময় ৰসৰ সুধা এই গীতা শাস্ত্ৰতে থুপ খাই থকা বাবে ইয়াক সৰ্ব উপনিষদ ধেনু বুলি কোৱা হয় । গীতাতেই লিখা আছে -

*ভাৰতামৃত সৰ্বস্বং বিষ্ণোৰ্বক্তাদ্ বিনিসৃনম্ ।*
*গীতা গঙ্গোদকং পীত্বা পূৰ্ণজন্ম ন বিদ্যতে ॥ ৫*
*সৰ্বোপনিষদ গাৱো দোগ্ধা গোপাল নন্দনঃ ।*
*পাৰ্থো বৎসঃ সুধীৰ্ভোক্তা দুগ্ধং গীতা মৃতং মহৎ ॥ ৬*

*(গীতা মাহাত্ম্যম)*

মহাপুৰুষ মাধৱদেৱেও নামঘোষাত লিখিছে -

*সমস্ত বেদান্ত সাৰ শ্ৰীভাগৱত শাস্ত্ৰ*
*ইহাৰ অমৃত ৰস পাই ।*
*পৰম সন্তোষে পান কৰিলে দ্বিজমে অৰ*
*অন্যত্ৰ ৰসত ৰতি নাই ॥ ১৮*

নদীৰ ভিতৰত গঙ্গা পবিত্ৰ । গঙ্গাৰ পানীতকৈও পবিত্ৰ এই গীতা শাস্ত্ৰৰ জ্ঞান, কৰ্ম, ভক্তি, মুক্তিৰ নিগূঢ় তম তত্বৰ দুগ্ধ সম অমৃত ৰস পান কৰি মানুহে ভৱ সাগৰ পাৰ হোৱাৰ উপায় গীতাতে বিচাৰি পায় ।

'ভাৰতামৃতং সৰ্ব্বস্বং' গীতা শাস্ত্ৰ হ'ল সমগ্ৰ ভাৰতীয় চিন্তন আৰু দৰ্শনৰ সৰ্বোৎকৃষ্ট প্ৰতিফলন । সনাতন হিন্দু ধৰ্মত বিশ্বাসী প্ৰতিজন মানুহৰ অন্তৰত নিবিড়ভাৱে সোমাই থকা যি চিৰন্তন পৰম সত্যৰ তত্ত্ব সেইটোৱেই হ'ল ভাগৱত গীতাৰো তত্ত্ব । গীতাৰ সমৃদ্ধিশালী আৰু ঐশ্বৰ্যময় ভাৱ সম্পদত মোহ গৈ বিশিষ্ট চিন্তাবিদ আলডুচ হাক্সলিয়ে কৈছিল - 'ভাৰতীয় ধৰ্মৰ এই সংহতি বিন্দুত পোৱা যায় শাশ্বত দৰ্শনৰ আটাইতকৈ প্ৰাঞ্জল আৰু সম্যক সাৰাংশ । সেইবাবেই কেৱল ভাৰতীয় মানুহৰ বাবেই নহয়, সমগ্ৰ মানৱ জাতিৰ বাবে ইয়াৰ এই যুগজয়ী মূল্য ।"

'গীতাৰ বাণীসমূহ হ'ল স্বয়ং ঈশ্বৰৰ মুখৰ বাণী' এই কথাষাৰ সকলোটি হিন্দু ধৰ্মৰ মানুহে আন্তৰিকতাৰে বিশ্বাস কৰি গীতাৰ আদৰ্শকে সৰ্বোত্তম আদৰ্শ জ্ঞান কৰি অতি পৱিত্ৰ ভাৱে কৰ্ম কৰি পৰম গতি লাভ কৰাৰ সুন্দৰ সহজ সুগম পথৰ সন্ধান আতে পায় ।

*জীৱৰ তাৰণ হেতু মাহাত্ম্য গীতাৰ ।*
*দৈৱকী নন্দন কৃষ্ণে কৰিল প্ৰচাৰ ॥ ১০*
*সংসাৰ সাগৰে তৰিবাক যাৰ মন ।*
*গীতামৃত পান কৰি তৰা সেই জন ॥ ১১*

*(গীতা মাহাত্ম্যম- গোঃ মিশ্ৰ)*

গীতাৰ প্ৰতি শ্লোকত সোমাই থকা পৰম সত্যৰ আমোঘ মন্ত্ৰই মহামানৱ মহাত্মা গান্ধী, বিবেকানন্দ বিনোবা ভাৱে, ডঃ ৰাধাকৃষ্ণন, প্ৰভৃতি বহুজন ভাৰতীয় চিন্তাবিদ মণীষীৰ অন্তৰত যিদৰে গভীৰ প্ৰভাৱ পেলাইছিল, সেইদৰে অগণন প্ৰাচ্য আৰু পাশ্চাত্যৰ বিখ্যাত দাৰ্শনিক, চিন্তাবিদ সকলৰ ভাৱ ৰাশিটো বৰ্ত্তমানে ডাঙৰ জোঁকাৰণি তুলি আহিছে । গান্ধীজীয়ে তেওঁৰ সত্য অন্বেষণৰ কাহিনীত লিখিছে -

'যেতিয়াই মোৰ মনত সংশয় ওপজে, যেতিয়াই মোক নিৰাশাই দুৰ্বল কৰি পেলায় আৰু মই কোনো আশাৰ ৰেঙণি দেখিবলৈ নোপোৱা হওঁ তেতিয়াই মই গীতাখনৰ আশ্ৰয় লওঁ আৰু তাতে মোক আশা দিব পৰা শ্লোক এটা বিচাৰি পাওঁ ।' গীতাৰ অপূৰ্ব দাৰ্শনিক আৰু নান্দনিক সৌন্দৰ্যত মোহ গৈ মোগল সম্ৰাট ছাহজাহানৰ ৰজপুত্ৰ দাৰাই কৈছিল -

'গীতা স্বৰ্গীয় আনন্দৰ অফুৰন্ত উৎস । এই গ্ৰন্থত প্ৰদৰ্শিত হৈছে পৰম পুৰুষৰ ৰহস্যৰ কথা আৰু ব্যাখ্যা হৈছে নিৰ্গুণ ব্ৰহ্মৰ তত্ত্ব কথা । গীতাই মুকলি কৰি দিছে ইহলোক আৰু পৰলোকৰ শ্ৰেষ্ঠতম আৰু নিগূঢ়তম সত্যৰ দুৱাৰ ।'

বিশ্ব বিখ্যাত পাশ্চাত্য পণ্ডিত, চিন্তাবিদ আৰু দাৰ্শনিক পণ্ডিত ৰালফ ৱালডো ইমাৰচনৰ ভাষাত -

'এইখনেই যেন প্ৰথম গ্ৰন্থ । এনে এটাই ধাৰণা হ'ল যেন এখন সমগ্ৰ সাম্ৰাজ্যই আমাক কিবা কৈছে । কোনো সৰু কথা নহয়, অপ্ৰয়োজনীয় কথা নহয়, কিন্তু বিশাল, গভীৰ সংগতিপূৰ্ণ কথা ।' স্বনামধন্য আধুনিক অসমীয়া আৰু ইংৰাজী ভাষা সাহিত্যৰ পণ্ডিত ড° মহেন্দ্ৰ বৰাইও সেয়ে কৈছে -

'গীতা কেৱল ভাৰতীয় হিন্দুৰ একচেটিয়া সম্পত্তি নহয়, সমগ্ৰ পৃথিৱীৰ নিখিল মানৱ জাতি এই চিন্তা-ঐশ্বৰ্য্যৰ উমৈহতীয়া উত্তৰাধিকাৰী ।'

বিশ্বৰ অদ্বিতীয় এই শ্ৰেষ্ঠ গ্ৰন্থখনৰ মূল বৈশিষ্ট্য হৈছে - এইখন ঈশ্বৰৰেই সৃষ্টি, ইয়াত ঈশ্বৰৰ সৃষ্ট জগত আৰু চৰাচৰ জীৱৰ কথাই কৈছে আৰু ঈশ্বৰৰ সাধনাৰ যোগেদিয়েই জ্ঞান পাই জীৱই কিদৰে ঈশ্বৰকেই পাই পৰম গতি পাব পাৰি তাৰো নিৰ্দেশনা ঈশ্বৰে ইয়াতেই দিছে ।

মানৱ জীৱনৰ প্ৰধান লক্ষ্য হ'ল সংসাৰৰ সকলো দুঃখ-যাতনা অতিক্ৰম কৰি শান্তি আৰু সুখ সমৃদ্ধি উপভোগ কৰা । কিন্তু মায়া মোহে আবৰা জটিল সংসাৰত ইবোৰ হয় মাথো কিছুমান প্ৰহেলিকা । ইন্দ্ৰিয় আৰু বৈষয়িক কামনা বাসনাই এই পৰম লক্ষ্যৰ পথটো দুৰ্গমহে কৰি তোলে । মানুহৰ জীৱনৰ তিনিবিধ কামনাৰ ভিতৰত পুত্ৰ কামনা আৰু বিত্ত কামনাই হয়তো কিছু পৰিমাণে দৈহিক, বৈষয়িক কামনা নিবৃত্তি কৰে; কিন্তু ইয়াৰ দ্বাৰা আত্মিক ক্ষুধা কেতিয়াও তৃপ্ত নহয় । 'আত্মজ্ঞানম সমাৰন্ত' অৰ্থাৎ আত্মজ্ঞানৰ বলতহে মানুহৰ আত্মিক ক্ষুধা নিবাৰণ হয় । গীতাৰ উদ্দেশ্যও হ'ল আত্মাৰ জ্ঞান বা পৰমাৰ্থিক জ্ঞানৰ জৰিয়তে মানুহৰ বিষয়, সুখ-দুখ আৰু পাৰ্থিৱ অনিশ্চয়তা, অজ্ঞতা, সংশয়, ভেদভাৱ আৰু মায়া মমতাৰ জাল চিঙি মানুহক মুক্তি দিয়া । গীতা শাস্ত্ৰৰ নিয়মীয়া অধ্যয়ন, শ্ৰৱণ অথবা জ্ঞানী-গুণী, গুৰু সজ্জনৰ সৈতে এই শাস্ত্ৰৰ গূঢ় তত্ত্বৰ সম্বন্ধে আলাপ আলোচনা আদিৰ মাধ্যমেৰে যিসকলে গীতা জ্ঞান সাগৰৰ অমৃত মন্থন কৰিবলৈ সক্ষম হয় সেই সকল লোকৰ বাবে হৈছে -

*গীতা যে পৰম পদ গীতোত্তম স্থান ।*
*গীতাৰ পৰম বিদ্যা ব্ৰহ্মৰূপী মান ॥*

*(গীতা মাহাত্ম্যম গোঃ মিশ্ৰ)*

এই সকল মণিষীয়ে পৰম পদ গীতাৰ দাৰ্শনিক জ্ঞানৰ দ্বাৰা আত্মোপলব্ধি কৰি পৰম জ্ঞানৰ অধিকাৰী হয় । এই পৰম জ্ঞানৰ তত্ত্ব তিনিধৰণে বুজিব পাৰি - নিৰাকাৰ নিৰঞ্জন ব্ৰহ্ম, জীৱৰ হৃদয়ত অৱস্থিত ব্ৰহ্ম আৰু পৰম পুৰুষ পৰমেশ্বৰ কৃষ্ণ । পৰম সত্য তত্ত্বৰ বিষয়ে যথাৰ্থ জ্ঞানৰ অৰ্থই হ'ল কৃষ্ণৰ বিষয়ে যথাৰ্থ জ্ঞান । কৃষ্ণ হ'ল চিন্ময় । তেওঁৰ শক্তিৰ দ্বাৰাই জগতৰ জীৱ সমূহো প্ৰকাশমান

হৈছে আৰু ইবোৰ নিত্যবদ্ধ বা মুক্ত হৈ অনন্ত কালৰ দ্বাৰা প্ৰভাৱিত হৈছে। জগতৰ পাচটা মৌলিক সত্যৰ ভিতৰত স্ৰষ্টা আৰু নিয়ন্তা ঈশ্বৰ, তেওঁৰ সৃষ্টি আৰু নিয়ন্ত্ৰিত জীৱ, এই পৰিদৃশ্যমান জগতৰ পৰ্বত, সাগৰ, বায়ু, পানী আদিৰে প্ৰকৃতি আৰু অনন্ত কাল এইকেইটা হ'ল চিৰন্তণ আৰু শাশ্বত। পঞ্চম মৌলিক সত্যৰ তত্বটো হ'ল কৰ্ম। শাস্ত্ৰত 'কৰ্ম'ৰ অৰ্থ অতি ব্যাপক আৰু গূঢ়। জীৱই নিজৰ স্বৰূপ অনুসাৰে আত্মজ্ঞানৰ দ্বাৰা পৰমেশ্বৰৰ অৰ্থে যি কাম কৰে সেয়ে শাস্ত্ৰই কৰ্ম বুলি কৈছে। প্ৰকৃততে গীতা শাস্ত্ৰৰ বিশাল ৰহস্যও 'কম'ৰ মাজতে লুকাই আছে। গীতাতেই কৈছে-

*ন হি কশ্চিৎ ক্ষণমপি অপি জাতুতিষ্ঠত্য কৰ্মকৃৎ।*
*কাৰ্য্যতঃ হ্যৱশঃ কৰ্মঃ সৰ্ব প্ৰকৃতি জৈ গুণৈঃ ॥ ৫ (কৰ্মযোগ)*

আত্মা নহলে জীৱ জীয়াই থকা যিদৰে অসম্ভৱ সেইদৰে আত্মাধাৰী জীৱইও কোনো কাম নকৰাকৈ জীয়াই থকা অসম্ভৱ। আত্মাটো সক্ৰিয় কৰি ৰাখিবলৈকে যেইকোনো প্ৰকাৰৰ কাম অথবা বিশ্ৰাম বা সন্যাস গ্ৰহণ কৰিয়েই হওক কিবা নহয় কিবা এটা কাম কৰি থাকিবই লাগিব। কিন্তু কৰ্মানুসাৰে মানুহে ফল ভোগ কৰে; যেনে সুকৰ্মৰ সুফল আৰু কু-কৰ্মৰ কুফল।

সত্ব, ৰজ, তম এই তিনিটা গুণ পাৰ্থিৱ জীৱৰ সকলো জাগতিক কৰ্মৰ সৈতে জড়িত হৈ থাকে। নিজৰ স্বভাৱ আৰু সংস্কাৰ অনুসৰি জীৱসমূহে এই ত্ৰিগুণৰ দ্বাৰা প্ৰভাৱিত হৈ কৰ্ম কৰিব লগা হয় যাবে কৰ্ম বন্ধনৰ হাত সাৰি যাব নোৱাৰে। গীতাৰ চতুৰ্দশ অধ্যায়ত কৈছে-

*সত্বং ৰজস্তম ইতি গুণাঃ প্ৰকৃতি সম্ভৱাঃ।*
*নিবধ্নন্তি মহাবাহো দেহে দেহিনমব্যয়ম্ ॥ ৫*

এই তিনি গুণৰ ভিতৰত সত্বগুণটোকে শ্ৰেষ্ঠ বুলি গীতাত কোৱা হৈছে।

*সবাত প্ৰধান সত্বগুণ আতিশয়।*
*নিৰ্মল স্ফটিক যেন জ্যোতি প্ৰকাশয় ॥*
*সত্বগুণে সত্বশুদ্ধি কৰে পুৰুষৰ।*
*জ্ঞান ভক্তি দুহাকো সাধয় নিৰন্তৰ ॥ ১৪/১৫*

*(গোঃ মিশ্ৰ)*

কিন্তু বহুসময়ত এনে এজন ব্যক্তিও নিজৰ জ্ঞান আৰু গুণৰ বাবেই গৰ্বিত হৈ পৰে আৰু এইবোৰৰ প্ৰতি অধিক সচেতন হোৱাত তাঁৰেই বান্ধোনৰ জালত সোমাই পৰে।

দ্বিতীয়তে, সীমাহীন কামনা-বাসনাৰ ফলতেই ৰজোগুণৰ উদ্ভৱ হয়।

গতিকে ৰাজসিক ব্যক্তিজনে জীৱনৰ আকাংক্ষিত ফল লাভৰ বাবে আজীৱন অহোপুৰুষাৰ্থ কৰে। গোবিন্দ মিশ্ৰৰ ভাষাৰে-

*কৰ্মপৰ সুখময় ঘোৰ ৰজোগুণে।*
*ভোগ ঐশ্বৰ্য্যক সাধে বিষয়ক মনে ॥*
*দুঃখ কৰ্মে বন্ধ হৈয়া ৰজোগুণে নৰে।*
*ৰাত্ৰি দিনে সংসাৰত কৰ্ম কৰি মৰে ॥*

গতিকে এনে লোকৰো মুক্তিৰ সম্ভাৱনাই বা ক'ত ?

অন্যহাতে 'তমস্ত্বজ্ঞানজং বিদ্ধি মোহনং দেহিনাম্' অৰ্থাৎ 'তমোগুণ অন্ধকাৰ, অজ্ঞান, প্ৰলিপ্ত, প্ৰাণীত প্ৰকাশ তাৰ কেৱল মোহৰ ভ্ৰান্তি, গতিকে অজ্ঞান আৰু অন্ধকাৰৰ পৰা উদ্ভৱ হোৱা তমোগুণৰ প্ৰভাৱেৰে কৰা কৰ্মৰ ফলাফলো নিশ্চিত ভাৱে ঘোৰ অন্ধকাৰ।

সাত্ত্বিক, ৰাজসিক বা তামসিক যি ভাৱেৰেই কৰা নহওক, জীৱই কৰা সকলো কৰ্ম্মক শাস্ত্ৰই তিনিভাগে ভগাইছে। এইবোৰ হ'ল শাস্ত্ৰবিহিত কৰ্ম, স্বেচ্ছাই কৰা কৰ্ম আৰু কোনো কাম নকৰাকৈ কৰা কৰ্ম - আলস্য বা সন্যাস। শাস্ত্ৰবিহিত কৰ্মই এইবোৰৰ ভিতৰত উত্তম কৰ্ম। শাস্ত্ৰ বিহিত কৰ্মৰো তিনিভাগ - নিত্য কৰ্ম, নৈমিত্তিক কৰ্ম আৰু কৰ্য্য কৰ্ম। ঈশ্বৰৰ প্ৰীতি অৰ্থে পুৱা-গধূলি সময়মতে কৰা পূজা-সেৱা, শ্ৰৱণ-কীৰ্ত্তন আদি নিত্য কৰ্ম আৰু কিবা উপলক্ষ্যত যজ্ঞাদি নৈমিত্তিক কৰ্মবোৰো কৰ্ম বন্ধনৰ পৰা সম্পূৰ্ণ মুক্ত নহয়। আনহাতে কাৰ্য্য-কৰ্মবোৰ সম্পূৰ্ণ ইন্দ্ৰিয়ৰ দ্বাৰা চালিত হৈ কৰা বাবে এইবোৰে মানুহৰ আসক্তিৰ মাত্ৰা বঢ়াইহে।

জীৱৰ জন্ম হয়, মৃত্যু হয়, এইবোৰত জীৱৰ কোনো অধিকাৰ নাই। মানুহে পুত্ৰ কন্যা তুলি-তালি ডাঙৰ-দীঘল কৰে, ধন-দৌলত গোটাই বহু আশা কৰি; ফলাফলৰ ওপৰতো কোনো নিয়ন্ত্ৰণ নাথাকে। অথচ আশানুযায়ী ফল নাপালে মানুহে অত্যন্ত দুখ বা অশান্তি পায়। এইবোৰ বিষয় বাসনা আৰু ঐহিক সম্পদৰ লালসা মানুহৰ কাহানিও পূৰ নহয়। বিশ্বৰ সমগ্ৰ ভোগ-বিলাসৰ সামগ্ৰী আৰু ঐশ্বৰ্যও গোটাই যদি কাৰোবাক দি দিয়া হয়, তথাপিও হয়তো তেওঁ তৃপ্ত নহব। বৃদ্ধ বয়সত পুত্ৰৰ পৰা যৌৱন লৈও পৰিতৃপ্ত হব নোৱাৰা উপলব্ধি কৰি মহাৰাজ যযাতিয়ে কৈছিল - 'ন জাতু কামঃ কামনামুপভোগেন সমাপ্তি।' উপভোগৰ দ্বাৰা কামনাৰ জুই কেতিয়াও উপশম কৰিব নোৱাৰি; বৰং জ্বলা জুইত ঘিউ ঢালিলে জুই বেছি তীব্ৰতৰ হোৱাৰ দৰে কামনাৰ জুইও বেছি তীব্ৰহে হৈ উঠে। শ্ৰীকৃষ্ণইও অৰ্জুনক কৈছিল -

ভোগৈশ্চর্য্য প্রসক্তানাং তয়া পহৃতচেতসাম ।

ব্যৱসায়াত্মিকা বুদ্ধিঃ সমাধৌ ন বিধীয়তে ॥ ৪৪ (সাংখ্য যোগ)

বিষয, ভোগ ঐশ্বৰ্যত আসক্ত থকা মানুহৰ মন অতি চঞ্চল । সেয়ে তেওঁলোকে একাগ্ৰতাৰে ভগৱানৰে হওক বা অন্য কামেই হওক কোনোটোকেই সুস্থিৰ ভাৱে কৰিব নোৱাৰে । গতিকে জীৱনৰ বিষয় সংসাৰ আৰু মায়া মোহত অন্ধ হৈ থকা মানুহে সংসাৰৰ ত্ৰিতাপৰ পৰা কেতিয়াও সাৰি যাব নোৱাৰে । দেহজাত ৰোগ ব্যাধি, জৰা মৃত্যুৰ পৰা হোৱা আধিভৌতিক তাপ, ব'দ-বৰষুণ, ধুমুহা, যুদ্ধ, সন্ত্ৰাস আদিৰ পৰা হোৱা প্ৰকৃতিজাত আধিদৈৱিক তাপ আৰু আধ্যাত্মিক অৰ্থাৎ মানুহৰ চিন্তা-চৰ্চা, মানৱ প্ৰেম, দেশপ্ৰেম, ভগৱৎ প্ৰেম, পৰোপকাৰ আদি কাৰণত আত্মাৰ পৰা হোৱা তাপ এইকেইটাকে জগতৰ ত্ৰিতাপ আখ্যা দিয়া হয় । গতিকে আমি দেখিবলৈ পাওঁ আমাৰ চৌদিশ কেৱল মাথোন মায়া-মোহ, লোভ, ভয়, সন্দেহ, শংকাই বেৰি আছে । মানুহৰ মুক্তিৰ পথ দুৰ্গম আৰু কণ্টকময় । সৎ গুৰু আৰু ধৰ্ম শাস্ত্ৰৰ সহায় বিনে এই পথ অতি আন্ধাৰ । গুৰুৱে শিষ্যক শাস্ত্ৰৰ মতে চলি জীৱ কিদৰে উদ্ধাৰ পাব পাৰে তাৰ দিহা দিয়ে । গুৰুৰূপী কৃষ্ণই অৰ্জুনক গীতাত কৈছে -

*কৰ্মন্যেৱ অধিঃকাৰস্তে মা ফলেসু কদাচন ।*

*মা কৰ্ম ফলহেতুঃ ভূঃ মা তে সঙ্গোৎ স্তকৰ্মনি ॥ ৮৯ (সাংখ্য যোগ)*

কৰ্ম কৰি যোৱাৰ ওপৰতহে জীৱৰ অধিকাৰ আছে, ফলাফলৰ ওপৰত নাই । ফলাফলৰ আসক্তিয়ে মানুহক অন্ধতা আনি দিয়ে । আধ্যাত্মিক অনুৰাগেৰে ঈশ্বৰৰ সেৱা ভাবি যিসকল লোকে নিজৰ কৰণীয় কামবোৰ নিয়াৰিকৈ কৰি যায়, তেওঁলোকে তেওঁলোকৰ কৰ্মৰ ফলাফলৰ আসক্তিৰ পৰা নিবৃত্তি লাভ কৰিব পাৰে । এনেলোক গৃহতে থাকি বৈৰাগী হয়, কৰ্মতে থাকি নিষ্কৰ্মী হয়, গুণতে থাকি নিৰ্গুণী হয়; তেওঁলোক সকলো কৰ্ম বন্ধনৰ পৰা মুক্ত । গীতাতো লিখিছে -

*ঈশ্বৰ অৰ্পিয়া ব্ৰহি কৰ্ম সদাচাৰ ।*

*পূণ্যভোগী হোৱে সিটো এবাৰে সংসাৰ ॥*

*(কৰ্মযোগ গোঃ মিশ্ৰ)*

**অজ্ঞতাৰ কাৰণতে মানুহে সংসাৰ চক্ৰৰ সুখ-দুখৰ কথাবোৰ নুবুজে । 'গুণা সৃজন্তি কৰ্ম্মাণি গুণো নুসৃজতে গুণান ।' তিনিগুণৰ দাসহৈ মানুহে ইন্দ্ৰিয়ৰ (মানুহৰ পাঁচ জ্ঞানেন্দ্ৰিয়, পাঁচ কৰ্মেন্দ্ৰিয় আৰু মন এঘাৰ ইন্দ্ৰিয়) দ্বাৰা চালিত হৈ নানান কাম্য কৰ্মতো প্ৰবৃত্ত হৈ পৰে আৰু পৰম সত্তা, শাশ্বত আত্মাৰ অস্তিত্বও পাহৰি শৰীৰটোকে 'মই' 'মোৰ' আৰু পুত্ৰ কন্যা, সা-সম্পত্তিক 'মোৰ' 'আমাৰ'**

ভাবি অহংকাৰ আৰু মায়া পাশত বান্ধ খাই পৰে।

মুক্তি অৰ্থাৎ ঈশ্বৰ প্ৰাপ্তিয়ে জীৱৰ চৰম লক্ষ্য। সেয়ে হলেও বিষয় সংসাৰ এৰি সন্ন্যাস বা বৈৰাগ্য গ্ৰহণ কৰি ঈশ্বৰৰ পূজা অৰ্চনাতে দেহ প্ৰাণ সমৰ্পণ কৰিলেও যে ঈশ্বৰক পাব তেনে নহয়। গীতাৰ মতে কৰ্মৰ বৈৰাগ্যতকৈ কৰ্মফলৰ বৈৰাগ্যহে উত্তম। কৰ্মত প্ৰবৃত্ত হৈ ফলত নিবৃত্ত হোৱাজনক শাস্ত্ৰই স্থিতপ্ৰজ্ঞ বুলি কৈছে।

*প্ৰজহাতি যদা কামান সৰ্বান পাৰ্থ মনোগতান্।*
*আত্মনেৱত্মনা তুষ্ট স্থিতপ্ৰজ্ঞস্ত দোচ্যতে ॥৫৫*
*দুঃখেস্বনুদ্বিগ্নমনাঃ সুখেষু ৱিগত স্পৃহঃ*
*ৱীতৰাগভয়ক্ৰোধ ঃ স্থিতধীৰ্মুনিৰুচ্যতে ॥ ৫৬*

*(সাংখ্যা যোগ)*

এই শ্লোক দুশাৰীৰ ভাবাৰ্থ পণ্ডিত প্ৰৱৰ ড°মহেন্দ্ৰ বৰাৰ ভাষাৰে দিয়া হ'ল -

*"যিজনে খহাই থৈ*
*কামনাই ছাটি থোৱা মোহৰ নিকৰী*
*শিকি ললে আপোনাতে*
*আপুনি সন্তোষ্ট হোৱা মনৰ প্ৰশান্তি*
*শুনা পাৰ্থ,*
*সিজনকে মানি লয় সকলোৱে স্থিতপ্ৰজ্ঞ বুলি*

*দুখতো নহয় আকুল, অধীৰ,*
*সুখতো নহয় আৰু আলসুৱা,*
*ক'তো নাই অনুৰাগ, ভয়-ভীতি, খঙৰ ভমক,*
*তেনেজন লোকতেই পোৱা যায় স্থিতপ্ৰজ্ঞ*
*মুনিলব্ধ প্ৰজ্ঞাৰ চমক।" (৫৬)*

আত্ম উপলব্ধিৰ শিখৰত আৰোহণ কৰি সংসাৰৰ শোক দুঃখ, ভয় ভীতি, ক্ৰোধ আনকি আনন্দতো অধীৰ নোহোৱা এনে মুনিলব্ধ প্ৰজ্ঞা পুৰুষ সকলক যোগী বা সাধক বোলা হয়। যোগৰ অৰ্থ হ'ল ধ্যান বা সাধনা। গীতাতে কৰ্মযোগৰ অৰ্থই ইন্দ্ৰিয়াসক্তিৰ উৰ্ধত থাকি আধ্যাত্মিক ভাবনাৰে একান্ত ঈশ্বৰৰ সেৱক ৰূপে সমৰ্পিত কৰ্ম সাধনা কৰাকে বুজাইছে।

স্থিতপ্ৰজ্ঞ কৰ্মযোগী ব্যক্তি সকল আধ্যাত্মিক জ্ঞানেৰে গুণী। ব্যক্তি স্বাৰ্থৰ উৰ্ধত থাকি তেওঁলোকে সমাজ, দেশ সক ৰৰ ইতৰ প্ৰাণীৰ মংগল আৰু আমাৰ কেউকাষৰ গছ-বন আদি পৰিবেশ উন্নয়ন আদি নানান ধৰণৰ সজ কামত

তেওঁলোকৰ সমস্ত কৰ্ম উৎসৰ্গা কৰে। তেওঁলোক হ'ল সত্য, ত্যাগ, প্ৰেম, ক্ষমা, দয়া, অহিংসা, পৰোপকাৰ আদি মহান মানৱীয় গুণ সমূহৰ একান্ত পূজাৰী। তেওঁলোকে হৃদয়ে হৃদয়ে অনুভৱ কৰে -

*যস্তুসৰ্বানি ভূতানাত্ম ন্যেৱনুপশ্যতি।*
*সৰ্ব্বভূতেষু চ আত্মানাং ততো ন বিজুগুপ্সতে ॥ ৬ (ঈশোপনিষদ)*

সমস্ত চৰাচৰ জগত, গছ-গছনি নদী-পৰ্বত সকলোতে আত্মাৰূপী পৰমাত্মাৰ স্বৰূপ যিজনে প্ৰত্যক্ষ কৰে তেওঁৰ বাবে আপোন পৰ, উচ্চ-নীচ আদি ভেদ ভাৱৰ অৱসাদেই ক'ত থাকিব ?

মহাপুৰুষ শংকৰদেৱেও ঈশ্বৰৰ এই স্বৰূপ জানি কীৰ্ত্তনত লিখিছে -
*"সমস্ত ভূততে ব্যাপি আছোঁ মঞি হৰি।*
*সবাকো জানিবা তুমি বিষ্ণু বুদ্ধি কৰি ॥"*

শাস্ত্ৰৰ মতে ইন্দ্ৰিয় বিলাকেই হৈছে সকলো অনৰ্থ আৰু পাপ কৰ্ম আদিৰ কাৰণ। ইন্দ্ৰিয় ভোগৰ কাৰণেই মানুহে কু-কৰ্ম, সৎকৰ্ম একো বিচাৰ নোহোৱাকৈ কৰে। আত্মজ্ঞান বা অধ্যাত্মজ্ঞানৰ অভাৱত কৰ্ম, অকৰ্ম বা বিকৰ্মৰ মাজত পাৰ্থক্য মানুহে বিচাৰি নাপায়। আধ্যাত্মজ্ঞানৰ পূৰ্ণতা আহৰণৰ বাবে সেয়ে সনাতন হিন্দু ধৰ্মৰ মানুহৰ কৰ্ম জীৱনটো চাৰি আশ্ৰমত ভাগ কৰা হৈছিল। ব্ৰহ্মচৰ্য্য (শিক্ষা আহৰণৰ কাল) আশ্ৰমত ছাত্ৰই সজ গুৰুৰ আশ্ৰয় লৈ ইন্দ্ৰিয় সংযম কৰি শুদ্ধ সদাচাৰী হৈ নিগুণ আৰু নিবৃত্তি কৰ্মত শৰীৰ-মন সমৰ্পন কৰে। সৎ গুৰুৰ উপদেশ এওঁলোকৰ মনত অনিত্য জাগতিক কৰ্ম সমূহৰ প্ৰতি সোমাই থকা সন্দেহ, সংশয়, ভেদাভেদ, আলস্য, ক্লীৱতা আদি যিদৰে নাশ কৰে, সেইদৰে সৎ সংগৰ সৈতে কৰা সজ আলাপ গীতা আদি শাস্ত্ৰৰ অধ্যয়ন, ঈশ্বৰৰ কথা শ্ৰৱণ, কীৰ্ত্তন আদিয়ে মানসিক উৎকৰ্ষ সাধন কৰে। এনেদৰেই জ্ঞানযোগ বা সাংখ্য যোগ, কৰ্ম যোগ, ভক্তি যোগ আদি অষ্টাদশটা যোগত নিহিত অনন্ত কোটি বিশ্বৰ সীমাহীন ৰহস্য জানেৰে এই সকল কৰ্মযোগী ব্ৰহ্মজ্ঞানৰ অধিকাৰী হৈ পৰমাৰ্থ লাভ কৰে আৰু ঈশ্বৰ কৃষ্ণৰ চিন্ময় ৰূপ সকলো চৰাচৰ জীৱাত্মা আৰু স্বৰূপতে প্ৰত্যক্ষ আৰু অনুভৱ কৰি নিজেই সচ্চিদানন্দ হৈ পৰে। এওঁলোকৰ জীৱনৰ সকলো কৰ্ম আৰু সাধনা ঐশ্বৰিক কৰ্ম সাধনাৰ ৰূপ লয় আৰু ইবিলাক মানৱ আৰু জীৱ প্ৰকৃতিৰ কল্যানৰ বাবেই উৎসৰ্গীত হয়। এওঁলোকৰ জীৱনাদৰ্শ সকলো মানৱৰে প্ৰেৰণাৰ মূল।

গীতা পৰম পদ, পৰম বিদ্যা, পৰম স্থান আৰু পৰম জ্ঞানৰ আধাৰ। এনেহেন গীতাৰ জন্মভূমি এই ভাৰতভূমি। সেয়ে ভাৰত পূণ্যভূমি। দুৰ্যোগৰ পৰা

উদ্ধাৰ পাবলৈ হলে গীতা গঙ্গাত স্নান কৰি সকলোৱে এইহেন দুৰ্লভ মনুষ্য জন্ম সাৰ্থক কৰিব লাগিব ।

শ্ৰীশ্ৰী মাধৱদেৱেও নামঘোষাত ভৱ সাগৰ তৰাৰ উপায় দিছে এনেদৰে -

*অপাৰ সংসাৰ সিন্ধু আৰ বিষ্ণুসে পৰম পাৰ য'ত*
*পাৰ আছে তাতে পৰম পৰমাত্মা ৰূপে ।*
*তেন্তে তুমি জানা ব্ৰহ্মপাৰ পৰ পাৰভূত য'ত পাৰ*
*তাসম্বাৰ পাৰ বিষ্ণুসে পাৰ স্বৰূপে ।। ৫৯০*

**প্ৰবন্ধৰ উৎস ঃ**


১। ভক্তি ৱেদান্ত বুক ট্ৰাষ্ট-শ্ৰীমদ্ভগৱদ্ গীতা যথাযথ ।
২। তীৰ্থনাথ শৰ্মা-উপনিষদ অষ্টক ।
৩। মহেন্দ্ৰ বৰা-গীতা ।

# বিষ্ণু ভক্তি আৰু বিষ্ণু ভক্তৰ ঐক্যতান

জোনালী বৰুৱা

ভক্তিৰ উদ্ভৱ আৰু বিকাশ কেনেকৈ, কেতিয়া ক'ৰ পৰা হ'ল - এই সম্পৰ্কে মতভেদ আছে। তথাপিও প্ৰামাণিক সূত্ৰৰ পৰা ক'ব পাৰি যে আস্তিক ভাৱেৰে ঈশ্বৰৰ উপাসনা কৰা আৰ্য্যসকলৰ মাজতেই ভক্তিৰ বীজ ৰোপণ হৈছিল আৰু ভক্তিৰ বিভিন্ন প্ৰকাৰক কিবা নহয় কিবা স্বৰূপত গ্ৰহণ কৰি আহিছে। মধ্যযুগীয় সগুণ ভক্তিত উপলব্ধ অনুৰাগসূচক ভক্তিৰ অভিব্যক্তিক পাশ্চাত্য বিদ্বানসকলে অভাৰতীয় হিচাপে মানি লৈ বিদেশী প্ৰভাৱ আছে বুলি প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছে। বেবৰ, কীথ, গ্ৰিয়ৰ্সন, উইলচন আদি পাশ্চাত্যবিদ সকলে কৃষ্ণক যীশু আৰু কৃষ্ণভক্তিক খ্ৰীষ্টানৰ ত্ৰাণকৰ্ত্তা প্ৰেমোপাসনাৰ ৰূপ সিদ্ধ কৰিবলৈ প্ৰয়াস কৰিছে। বেবৰ মহোদয়ে আকৌ কৃষ্ণ জন্মাষ্টমী পৰ্ব আৰু মহাভাৰতত বৰ্ণিত 'শ্বেত দীপকো' খ্ৰীষ্টান ধৰ্মৰ অৱদান বুলি কৈছে। কিন্তু যি কল্পিত তথ্যৰ আধাৰতে সগুণ ভক্তিক অভাৰতীয় সিদ্ধ কৰিবলৈ প্ৰয়াস কৰিছে, এই সকলো তথ্য অনুসন্ধানৰ দ্বাৰা অনেক বিদ্বানে নিৰ্মূল তথা ভ্ৰমমূলক সিদ্ধ কৰিলে। সগুণ ভক্তিৰ ৰাগতত্বৰ প্ৰধানত লক্ষ্য কৰি যি সকল বিদ্বানৰ ইয়াৰ উদ্ভৱ আৰু বিকাশক লৈ ভ্ৰান্তধাৰণা হৈছিল, নিশ্চয় তেওঁলোকে বৈদিক বাঙময়ৰ অধ্যয়ন কৰা নাছিল আৰু ভাৰতীয় উপাসনা পৰম্পৰাক বুজি পোৱা নাছিল। ভাৰতীয় ভক্তি ভাবনাৰ যিমান বিস্তৃত বিস্তাৰ বৈদিক কালৰ পৰা মধ্যযুগলৈকে হৈছিল, যদি তাৰ এক শতাংশও এই বিদ্বানসকলৰ বিদিত হোৱা হলে ভক্তিক অভাৰতীয় বা বিদেশী তত্ত্ব বুলি ভুল ব্যাখ্যা নকৰিলেহেঁতেন।

বাস্তৱতে বিষ্ণু ভক্তিৰ ক্ৰমিক বিকাশৰ যদি অনুসন্ধান কৰা হয়, তেতিয়াহলে তাৰ বীজ বৈদিক ধৰ্মত পৰিলক্ষিত হয়। বৈদিক বিষ্ণু দেৱতাক যদি ভক্তিৰ অৱতাৰী দেৱতা বুলি ধৰা হয়, তেতিয়াহলে ইয়াৰ ক্ৰমিক বিকাশ সহজতে উদঘাটন কৰিব পৰা যায়; কিন্তু বৈদিক বিষ্ণু আৰু ভাগৱত ধৰ্মৰ স্বীকৃত বিষ্ণুৰ মাজত প্ৰভেদ আছে বুলি জনা যায়। ভাগৱত ধৰ্মৰ উদয় খ্ৰীষ্টীয় চাৰি পাঁচ শতাব্দী পূৰ্বতে হৈছিল গতিকে মধ্যযুগীয় ভক্তিৰ মূলাধাৰ বিষ্ণু (ৰাম-কৃষ্ণ) দেৱতা পাশ্চাত্য প্ৰভাৱৰ উপজ নহয়। অথবা ৰাগানুগা প্ৰেমাভক্তি কোনো অভাৰতীয় তত্ত্বৰ দ্বাৰা প্ৰভাবিত নহয়। ভাগৱত, পাঞ্চৰাত্ৰ আৰু সাত্বতমতৰ উল্লেখ মহাভাৰতত বিস্তৃত ভাৱে উপলব্ধ হৈছে আৰু এই মতৰ বিকাশ মধ্যযুগত হৈছিল। পাশ্চাত্য বিদ্বানৰ

বিদিতহোৱা উচিত যে বৈদিক বিষ্ণু দেৱতাক যদি মধ্যযুগীয় বিষ্ণুৰ ৰূপ বুলি মানি নলয় তথাপিও ভাগৱত ধৰ্মত স্বীকৃত বিষ্ণু যীশু খ্ৰীষ্টৰ পাঁচ হেজাৰ বছৰৰ প্ৰাচীন। ভাগৱত ধৰ্মৰ পুনৰ গঠন খ্ৰীষ্টপূৰ্ব দ্বিতীয় শতিকাত হৈছিল। যাৰ ফলস্বৰূপে য়ুনান দেশৰ নিবাসী হেলিয়োডোৰসে নিজকে 'ভাগৱত' বুলি গৌৰৱ অনুভৱ কৰিছিল আৰু নিজৰ গৰুড় স্তম্ভত বাসুদেৱৰ ৰূপত বিষ্ণুৰ উল্লেখ কৰিছে। গুপ্ত সম্ৰাটেও নিজকে 'পৰম ভাগৱত' বুলি কৈ গৌৰৱবোধ কৰে। গুপ্তকালত বিষ্ণু অৱতাৰৰ চৰ্চায়েই নহয়, পূজা অৰ্চনাও কৰিছিল। এই সময়ৰ শিলালিপিত বিষ্ণুৰ বাসুদেৱ, নাৰায়ণ আদি নামৰ উল্লেখে এই তথ্যৰ প্ৰমাণ কৰে যে তেওঁৰ পূজা উপাসনাৰ বাবে অনেক নাম প্ৰচলিত হৈ পৰিছিল।

সগুণ ভক্তি সাহিত্যত অনুৰাগ পৰক মাধুৰ্য্যভাব মণ্ডিত অভিব্যক্তিক লক্ষ্য কৰি আন এটা ভ্ৰম বিয়পিছে। প্ৰেম, ৰাগ আৰু শৃংগাৰৰ সৈতে দৈন্য আৰু কাৰ্পণ্যৰ উক্তিয়ে এই ভ্ৰমৰ উদ্ভৱ হবলৈ উদ্গনি যোগাইছে। নিৰ্গুণ নিৰাকাৰ ব্ৰহ্ম উপাসনাৰ পৰা দূৰত থাকি সগুণ উপাসক ভক্তসকলে তৎকালীন ৰাজনৈতিক পৰিস্থিতিৰ দ্বাৰা ক্ষুব্ধ আৰু উদ্বিগ্ন হৈ ভগৱানৰ শৰণ লবলৈ লালায়িত হৈছিল। ৰাজনৈতিক দাসত্ব অৰ্থাৎ মোগল শাসকৰ সামাজ্য স্থাপনৰ পাছত হিন্দু জনগণ একপ্ৰকাৰ বিবশ, পৰবশতা আৰু হতাশাত লীন হৈ ঈশ্বৰৰ চৰণলৈ যোৱাৰ বাহিৰে পৰিত্ৰাণৰ আন সুগম পথ বিচাৰি নাপালে। ফলস্বৰূপে ৰাম আৰু কৃষ্ণৰ সগুণ ভক্তিৰ দ্বাৰা তেওঁলোকে এনে এজন অৱতাৰী ভগৱানক কাষত বিচাৰিলে। যিয়ে নিঃসম্বল, ত্ৰস্ত, পীড়িত আৰু বিষণ্ণ হিন্দু জনতাক উদ্ধাৰ কৰিব পাৰে। এই সগুণ উপাসক ভক্ত সকলে নাথ পন্থ বা অন্য নিগুণ পন্থী কবিসকলৰ অনুসৰণ নকৰি অৱতাৰী বিষ্ণু ভগৱানক তেওঁলোকৰ আৰাধ্যৰূপে মানি ললে আৰু অৱতাৰী বিষ্ণুৰ শীল, ৰূপ, গুণ, সৌন্দৰ্য্য আদিৰ মনোহাৰী চিত্ৰ নিজ নিজ কাব্যত অঙ্কিত কৰিলে। এনে প্ৰকাৰৰ বৰ্ণনাতে পৰোক্ষভাবে তেওঁলোকে এইটো ধাৰণা কৰে যে, ৰাজনৈতিক দাসত্বৰ দ্বাৰা আক্ৰান্ত হোৱা সত্বেও ভক্তক শান্ত আৰু আত্মনিৰ্ভৰ হোৱা পথ সগুণ ভক্তিৰ মাধ্যমেৰেহে সুলভ হ'ব পাৰে। সগুণ ভক্তি পৰম্পৰা অনুশীলন কৰিলে এইটো বিদিত হয় যে ভক্ত কবিসকলৰ ভক্তিসাধনা সামগ্ৰিক বা আংশিক ৰাজনৈতিক পৰিস্থিতি বা পৰিবেশৰ পৰিণাম নহৈ বৈদিক কালৰ পৰা প্ৰবাহমান ভক্তিৰ এটা ৰূপহে আছিল। অৱতাৰবাদৰ কল্পনাৰ লগতে সগুণ ভক্তিৰ ব্যাপক স্থান লাভ কৰিছিল আৰু ইয়াৰ বিভিন্ন ৰূপ আৰু প্ৰকাৰো বিকশিত হবলৈ ধৰে। ৰাজনৈতিক দাসত্বৰ দুখজনক প্ৰসংগ নহা হলেও সগুণ ভক্তি নিজস্ব ভাবে স্বাভাবিক ৰূপেৰে বিকশিত হ'লহেঁতেন।

সগুণ ভক্তিৰ প্ৰবল প্ৰবাহৰ অন্য এক কাৰণ আছে। কিছু বিদ্বানে এই মত পোষণ কৰে যে বৌদ্ধ আৰু জৈন ধৰ্মক নাস্তিক প্ৰতিপন্ন কৰাৰ পিছত অদ্বৈতবাদৰ প্ৰচাৰ হল আৰু শংকৰাচাৰ্য্য এই সিদ্ধান্তৰ প্ৰবল পৃষ্ঠপোষক হৈ পৰিল। 'অহং ব্ৰহ্মাস্মি' আৰু 'সৰ্বং খল্বিদং ব্ৰহ্ম'ৰ আধাৰত এই সংসাৰক মিথ্যা আৰু ক্ষণভংগুৰ বুলি মানি লোৱা ব্ৰহ্মজ্ঞানী আচাৰ্য্যৰ লগত কিছুমান অজ্ঞানী আৰু নিৰক্ষৰ ব্ৰহ্মবাদৰ জন্ম হয়। নিৰ্গুণ ব্ৰহ্মৰ গুণাগুণ কৰা এই তথাকথিত সাধুসন্ন্যাসী সকলৰ ব্ৰহ্মবিদ্যাৰ লগত পৰিচয় ঘটা নাছিল আৰু কোনো যথাৰ্থ তাত্ত্বিক জ্ঞানবোধো নাছিল। বৈৰাগ্য আৰু মায়াবাদৰ বহুৰূপ সাজি এই সাধু সকলে সমাজৰ লোক সকলক সংসাৰৰ প্ৰতি বিৰক্তি অনুভৱ কৰিবলৈ উদ্গণি যোগাইছিল। এই অহংকাৰী দাম্ভিক সাধু সকলৰ পৰা পৰিত্ৰাণ পাবলৈ আৰু সংসাৰৰ সাৰমৰ্ম উপলব্ধি কৰি ভগৱদ ভক্তি পথৰ অনুগামী হ'বলৈ সগুণ সাকাৰ বিষ্ণুভক্তি ৰামানুজ, নিম্বাৰ্ক, বল্লভাচাৰ্য্য আদি দাক্ষিণাত্যৰ আচাৰ্য্য সকলে পুনৰ প্ৰবৰ্ত্তন কৰিলে। এই আচাৰ্য্য সকলে শংকৰাচাৰ্য্যৰ অদ্বৈতবাদক বিৰোধ কৰি ভক্তিৰ পথেৰে উপাসনাৰ আশ্ৰয়লৈ আৰু নিজস্ব সাম্প্ৰদায়িক দৃষ্টিৰে সৈতে নবীন অদ্বৈত দৰ্শনৰ প্ৰতিষ্ঠা কৰিলে। তুলসী দাস, সুৰ দাস আদি কবিয়েও এই আচাৰ্য্য সকলৰ দ্বাৰা প্ৰতিপাদিত সগুণ ভক্তিধাৰাক ভাবনাৰে সহযোগিতা আগবঢ়ালে।

বৈষ্ণৱ ধৰ্মৰ ব্যৱস্থিত স্বৰূপ বিষ্ণু পূজাৰ ৰূপত ভাগৱত ধৰ্মৰ প্ৰতিপাদক পাঞ্চৰাত্ৰ সাত্বত আৰু নাৰায়ণী ধৰ্মৰ শাখাত দৃষ্টিগোচৰ হয়। এই সম্প্ৰদায়ত ভক্তি ধাৰাৰ স্পষ্ট উল্লেখ পোৱা যায় বাবে বৈষ্ণৱ ভক্তিৰ প্ৰবৰ্ত্তন ইয়াৰ পৰা হোৱা বুলি মানি লোৱা উচিত। কাল নিৰ্ধাৰণৰ কাৰণে আমি প্ৰসিদ্ধ পুৰাতত্ত্ববিদ ডা. বুলেৰৰ অভিমত স্বীকাৰ কৰিব পাৰোঁ, য'ত তেওঁ ভাগৱত, সাত্বত আৰু পাঞ্চৰাত্ৰ সম্প্ৰদায়ক নাৰায়ণ উপাসনা আৰু দৈৱকীনন্দন কৃষ্ণক উপাসনাৰ সম্প্ৰদায় বুলি কৈছে আৰু যাৰ সময় জৈন ধৰ্মৰ প্ৰাদুৰ্ভাৱৰ বহু আগতে খ্ৰীষ্টীয় পূৰ্ব আঠ শতাব্দী বুলি প্ৰতিপন্ন কৰিছে। সাহিত্যৰ প্ৰসিদ্ধ বিদ্বান সেৰ্নাটেও এই মত পোষণ কৰে যে, বিষ্ণু ভক্তিৰ তত্ত্ব আৰু বিষয়বস্তু বৌদ্ধ সাহিত্যই গ্ৰহণ কৰিছে। ভাগৱত ধৰ্মৰ প্ৰতিষ্ঠা বুদ্ধ জন্মৰ বহু আগতে হৈছিল। বিষ্ণু পূজা সম্পৰ্কে ইংৰাজবিদ বাৰ্থে মত পোষণ কৰে যে ই অতি প্ৰচীন। বৃক্ষ, সৰ্প আদি পূজাৰ বহু আগতে বিষ্ণু ভক্তি প্ৰচাৰিত হৈছিল। সেইবাবে বিষ্ণুপূজা কোনো বিদেশী মূলৰ পৰা উদ্ভৱ হোৱা বুলি স্বীকাৰ কৰাটো ভ্ৰান্তিমূলক।

সাত্বত ধৰ্মৰ পিচতেই পাঞ্চৰাত্ৰ ধৰ্মৰ স্থান দেখা যায় যি অপেক্ষাকৃত অধিক ব্যাপক শাস্ত্ৰীয় আধাৰ লৈ আগবাঢ়িছিল। বিভিন্ন সংহিতা আৰু তন্ত্ৰৰ আধাৰ লৈ

ই প্ৰতিষ্ঠা লাভ কৰিছিল । পৰমতত্ত্ব, মুক্তি, ভক্তি, যোগ তথা বিষয় (সংসাৰ) এই পাঁচটা বিষয় সমবেত হৈ পাঞ্চৰাত্ৰ ধৰ্ম হৈছে । শংকৰাচাৰ্য্য আদি বিদ্বানে এই পাঞ্চৰাত্ৰ ধৰ্মৰ প্ৰতিষ্ঠা কৰিছিল আৰু সেই বিষয়ে স্বকীয় মত দাঙি ধৰিছিল ।

এই সাম্প্ৰদায়িক মতৰ লগতে বিষ্ণু ভক্তিৰ বৰ্ণনা মহাভাৰত, গীতা আৰু পুৰাণ গ্ৰন্থত পোৱা যায় । 'মহাভাৰত' অনেক প্ৰকৰণত বৈষ্ণৱ ধৰ্মত স্বীকৃত ভক্তিৰ স্বৰূপ প্ৰস্তুত কৰা হৈছে । 'গীতা'; 'মহাভাৰত' এটা অংশ মাথোন । কিন্তু ভক্তিৰ ক্ষেত্ৰত ই স্বতন্ত্ৰ স্থান লাভ কৰিছে । গীতাত ভক্তি নিৰূপন প্ৰত্যক্ষ ৰূপত হৈছে । ঐকান্তিক কৃষ্ণভক্তিৰ স্বচ্ছ আৰু স্পষ্ট ৰূপ গীতাত আছে । সেয়া অন্য এক দুৰ্লভ । গীতাক কৰ্মযোগ নামদিয়া বাল গংগাধৰ তিলকেও গীতাক ভক্তি তত্ত্বৰে পৰিপূৰ্ণ গ্ৰন্থ মানি লৈছে ।

মুনিবৰ শাণ্ডিল্য আৰু দেৱৰ্ষি নাৰদে ভক্তি সূত্ৰক প্ৰমুখ স্থান দিছে । শাণ্ডিল্যৰ ভক্তিপথ সকলো ভক্তৰ বাবে উন্মুক্ত বুলি কোৱা হৈছে । তেওঁৰ মতে ভক্তি শুদ্ধ ৰাগাত্মিকা বৃত্তি । নাৰদৰ ভক্তিসূত্ৰৰ লগত দক্ষিণৰ আলৱাৰ ভক্তি পদ্ধতিৰ সাম্য পৰিলক্ষিত হয় । নাৰদে ঈশ্বৰীয় প্ৰেমকেই ভক্তিৰ সংজ্ঞা দিছে । সংক্ষেপতেই ভক্তি সূত্ৰই বৈষ্ণৱ ভক্তি ভাবনাক এনে এক ধৰাতলত ৰাখিছে যাক শাস্ত্ৰীয় বুলিবও পাৰি আৰু ব্যৱহাৰিক সাধনাৰ বাবে সুগম মাৰ্গ বুলিবও পাৰি ।

বিষ্ণু ভক্তিৰ বৈশিষ্ট্য অনেক ৰূপত সমাজত প্ৰতিবিম্বিত হবলৈ ধৰিলে । প্ৰাণী মাত্ৰৰ প্ৰতি প্ৰেম আৰু উদাৰ দৃষ্টি এই ভক্তিৰ আধাৰ বুলি গ্ৰহণ কৰা হয় । ভক্তিৰ সম্বন্ধ হৃদয়ৰ লৈতে আৰু সমস্ত মানবজাতিৰ হৃদয়ত ভক্তিভাব জাগ্ৰত কৰাই ইয়াৰ মূল লক্ষ্য । অহিংসা বৈষ্ণৱ ধৰ্মৰ দ্বিতীয় তত্ত্ব । বৈষ্ণৱ ধৰ্মই কলা আৰু সংস্কৃতিত নৱ উন্মেষৰ সৃষ্টি কৰিছিল । দেৱ বিগ্ৰহক সুন্দৰ ৰূপ দিয়া আৰু তাৰ দ্বাৰা জনমানসক কলাপ্ৰেমেৰে পৰিপূৰ্ণ কৰাৰ দায়িত্ব বৈষ্ণৱ ভক্তিয়ে পালন কৰিছিল । বৈষ্ণৱ মূৰ্তিকলা আজিও ভাৰত প্ৰসিদ্ধ । চিত্ৰকলাতো বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ দেখা যায় ।

মধ্যযুগৰ ভাৰতবৰ্ষৰ এই বিষ্ণু ভক্তি আন্দোলন কোনো আকস্মিক ঘটনা নাছিল, সেয়া সুস্পষ্ট হৈ আছে । এই আন্দোলনৰ মুখ্য প্ৰবক্তা সকলৰ ভিতৰত শ্ৰীমন্ত শংকৰদেৱ আছিল অন্যতম । ধৰ্ম বৰ্ণ নিৰ্বিশেষে সকলোৰে মাজত ঐক্য স্থাপনৰ ভাবনা তথা অত্যাচাৰ, অনাচাৰ ধৰ্মীয় আচৰণৰ ক্ষেত্ৰত সকলোৰে সমঅধিকাৰৰ বিষয়ক সাৰোগত কৰি ভক্তিৰ লগত ভগৱানৰ সম্পৰ্ক স্থাপনৰ জৰিয়তে ভাৰতীয় জন জীৱনত যি নৱ উন্মেষৰ সৃষ্টি কৰিলে তাৰ প্ৰাণ পুৰুষ আছিল শ্ৰীমন্ত শংকৰদেৱ । ভাৰতবৰ্ষৰ পূব প্ৰান্তত শংকৰদেৱে সকলোৰে বাবে

সহজ স'ৰ পৰাকৈ দেশীয় ভাষা প্ৰয়োগ কৰি কাব্য ৰচনা কৰিলে । প্ৰান্তীয় ভাষালৈ ভাগবত আদি শাস্ত্ৰীয় সাহিত্য অনুবাদ কৰিলে । সংগীত, নাটক, নৃত্য, চিত্ৰ আদি শিল্প কলা সংস্কৃতিৰ ক্ষেত্ৰত তেখেতে অভূতপূৰ্ব প্ৰতিভাৰ পৰিচয় দিলে । জাতি জনজাতিৰ মাজত থকা বৈষম্য আঁতৰাই একতাৰ ডোলেৰে বান্ধ খোৱাবলৈ নব পথৰ সন্ধান কৰিলে । জনগণৰ মাজত ঐক্য সম্প্ৰীতি অটুত ৰাখিবলৈ মহাপুৰুষ জনাই যি অবদান দি থৈ গ'ল সি আজিও সমানেই প্ৰাসংগিক ।

শংকৰদেৱৰ ধৰ্ম দৰ্শন ভাগৱত পুৰাণৰ দৰেই অদ্বৈতবাদী । অদ্বৈতবাদ আৰু দ্বৈতবাদৰ মূল পাৰ্থক্যটো হ'ল তাত্বিক (Metaphysical), অদ্বৈতবাদৰ মতে ঈশ্বৰ আৰু জীৱাত্মাৰ পাৰ্থক্য নাই । কিন্তু দ্বৈতবাদৰ মতে পৰমাত্মা আৰু জীৱাত্মাৰ মাজত পাৰ্থক্য আছে । অদ্বৈতবাদী শংকৰদেৱে পঞ্চম পুৰুষাৰ্থ হিচাপে ভকতিক শীৰ্ষস্থান দিছে আৰু ইয়াৰ আধাৰ আছিল শ্ৰীমদ্ভাগৱত, যি ভাগৱত আছিল একেধাৰে ব্ৰহ্মসূত্ৰৰ অৰ্থস্বৰূপ, গায়ত্ৰীৰ ভাষাস্বৰূপ, মহাভাৰতৰ অৰ্থ নিৰ্ণায়ক, বেদৰ অৰ্থেৰে বৰ্দ্ধিত কলেবৰ আৰু সৰ্ব পুৰুষাৰ্থপ্ৰদ বেদৰূপ কল্প বৃক্ষৰ ফলস্বৰূপ ।

শ্ৰীমন্ত শংকৰদেৱে প্ৰচাৰ কৰা বৈষ্ণৱ ধৰ্মক একশৰণ নাম ধৰ্ম বুলি জনা যায় । শ্ৰীশংকৰদেৱৰ একশৰণীয়া ধৰ্মমতত বাহ্যিক প্ৰদৰ্শন অথবা আড়ম্বৰ বৰ্জিত হ'ল পূজা, বলি-বিধান পৰম্পৰাৰ প্ৰতি তীব্ৰ বিৰোধ ঘোষণা কৰা হ'ল । এক হৰি নামেই এই ধৰ্মৰ মূল । হৰিনামতেই আছে মুক্তি । অসমৰ চুকে কোণে থকা জাতি উপজাতি তথা জনজাতিৰ হৃদয়ত শ্ৰীশংকৰদেৱে ঢালি থৈ গ'ল ৰসময়া ভকতি । বিভিন্ন কলুষতাৰ মেৰপাক তথা অন্ধবিশ্বাস, কু-সংস্কাৰৰ কৰালগ্ৰাসত জৰ্জৰিত সমাজখনক নিকা কৰিবলৈ শংকৰদেৱে আশ্ৰয় ললে একশৰণ নাম ধৰ্মৰ । ভাৰতীয় সংস্কৃতিৰ লগত অসমীয়া সংস্কৃতিৰ আত্মিক সম্বন্ধ স্থাপন কৰিলে । শ্ৰীশংকৰদেৱে শংকৰাচাৰ্য্য নতুবা ৰামানুজৰ দৰে কোনো দাৰ্শনিক মতবাদ গ্ৰহণ কৰা নাছিল । সন্ত কবীৰ আৰু গুৰু নানকৰ পন্থাৰ বাহিৰে সেই সময়ৰ বৈষ্ণৱ জাগৰণৰ অন্য পন্থা সমূহত যুগল উপাসনাৰ ধাৰা প্ৰচলিত আছিল । ৰামানুজাচাৰ্য্যৰ পন্থাৰ লক্ষ্মীনাৰায়ণ, তুলসী দাস, ঈশ্বৰ দাস, নাভা দাস, ৰামানন্দৰ পন্থাত সীতাৰাম, বল্লভাচাৰ্যৰ পন্থাত গোপী কৃষ্ণ 'অষ্টছাপ'ৰ চাৰিজন, চৈতন্যদেৱৰ পন্থাত ৰাধামাধৱ আদিৰ নাম উল্লেখ কৰিব পাৰি ।

শংকৰাচাৰ্য্যৰ পৰা আৰম্ভ কৰি ৰামানুজ, বল্লভাচাৰ্য্য, তুলসীদাস, সুৰ দাস, কবীৰ দাস, নন্দদাস আদি বৈষ্ণৱ পৰম্পৰাৰ মনিষী সকলৰ পন্থা যিয়েই নহওক - কোনোৱে অদ্বৈত, কোনোৱে দ্বৈত পন্থা অৱলম্বন কৰিছে । মূলতঃ বৈষ্ণৱ মণিষী

সকলৰ উদ্দেশ্য আছিল সৰ্বমংগল সাধন। মহাপুৰুষ সকলৰ কাব্যৰাজি অনুশীলন কৰিলে জ্ঞাত হয় যে পন্থা যিয়েই নহওক তেৰাসবৰ মূল প্ৰেৰণা একেসূত্ৰতে বন্ধা আছিল - সেয়া হ'ল আত্মাৰ মুক্তিসাধন। জীৱন আৰু জগত সম্বন্ধে সৃষ্টি হোৱা ৰহস্য আৰু ইয়াৰ গূঢ়াৰ্থ বিচাৰি ভিন্নপথ সন্ধান কৰিলেও তেৰাসবৰ কাব্যত ভাবৰ ঐক্য দৃষ্টিগোচৰ হয়। ভাবৰ সাম্য, আকস্মিক ধাৰণা, কল্পনা চিন্তা, প্ৰকাশ সকলোতেই বিৰাজ কৰিছে যেন এক ঐক্যতান। হৃদয়ৰ দিব্য অনুভূতি, যাৰ ভাবাবেশত তেৰাসবে পাৰ্থিৱ অস্তিত্বৰ সৈতে স্বৰ্গীয় অস্তিত্বৰ একাত্মীয়তা অনুভৱ কৰে।

শংকৰদেৱে ঈশ্বৰক 'প্ৰভু' হিচাপে গ্ৰহণ কৰিছে আৰু নিজকে 'দাস' বা 'কিংকৰ' বুলি কৈছে। সমন্বয়বাদী কবি তুলসীদাসেও নিজকে পাপী আৰু ঈশ্বৰক পাপ পুঞ্জহাৰী বুলি মত প্ৰকাশ কৰিছে। নিজৰ হীনতাৰ প্ৰকাশ 'বিনয় পত্ৰিকা'ত এইদৰে কৰিছে-

*তু দয়ালু, দীন হৌ, তু দানি হৌ ভিখাৰী।*
*হৌ প্ৰসিদ্ধ পাতকী, তু পাপ পুঞ্জহাৰী।*
*নাথ তু অনাথ কো, অনাথ কৌন মোসো ?*

শ্ৰীশংকৰদেৱে কীৰ্ত্তনত কৈছে - *কৰা প্ৰভু দয়া জন্মে জন্মে হৈবো*
*তোমাৰ দাসৰো দাস।*

শুদ্ধামাৰ্গীয় কবি সূৰদাসেও কৈছে-

*জাপৰ দীননাথ ধৰৈ।*
*সোই কুলীন বটো সুন্দৰ সোই জাপৰ কৃপা কৰৈ*
*সূৰ পতিত তৰি জায় তনকমে জো প্ৰভু নেক ধৰৈ॥*

'নাৰদ ভক্তিসূত্ৰ' অনুসৰি আসক্তিৰ একাদশৰূপ গুণমাহাত্ম্যশক্তি, ৰূপশক্তি, পূজা শক্তি, স্মৰণ শক্তি, দাস্য শক্তি, কান্তা শক্তি, বাৎসল্যশক্তি. আত্মনিবেদনাশক্তি, তন্ময়াশক্তি আৰু পৰমবিৰহশক্তি বৰ্ণনা সূৰদাসৰ ভক্তি পদ্ধতিত পোৱা যায়। যদিও তেওঁ এই সকলোবোৰৰ বৰ্ণনা কৰিছিল তথাপিও তেওঁৰ মন সখ্য, বাৎসল্য, ৰূপ, কান্তা আৰু তন্ময়াশক্তি প্ৰতি আকৰ্ষিত হৈছিল। আসক্তিৰ এই ৰূপ বৈষ্ণৱ কবি সকলৰ কাব্যত বিৰাজমান।

নিৰ্গুণ পন্থৰ কবি কবীৰদাসেও 'সাখী'ত নিজৰ লঘুতা প্ৰকাশ কৰি প্ৰভুৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিছে - *'লঘুতা তে প্ৰভুতা মিলৈ*
*প্ৰভুতা তে প্ৰভু দূৰি'*

আত্মা আৰু পৰমাত্মাৰ অভেদ স্বৰূপৰ কথা বৈষ্ণৱ কবি সকলে প্ৰকাশ

কৰিছে। আত্মাতেই লুকাই আছে পৰমাত্মা। জীৱাত্মা পৰমাত্মাৰ অংশ বিশেষ। বৰগীতত শংকৰদেৱে কৈছে - *'যত জীৱ জঙ্গম কীট পতঙ্গম*

*অগ নগজগ কৰি তেৰি কায়া।'*

শতিকাৰ সীমা লংঘন কৰি বহুকাললৈ কবীৰদাসে জনগণৰ পথ আলোকিত কৰি ৰাখিছিল। স্বামী ৰামানন্দৰ শিষ্য কবীৰদাস ভাৰতীয় ধৰ্ম সাধনা ইতিহাসৰ এজন প্ৰতিভাশালী মহাকবি। মনুষ্যৰ অন্তৰ্নিহিত জ্ঞানে মনুষ্যক ব্ৰহ্মৰ সৈতে তদাত্মং অনুভূত কৰায়। ব্ৰহ্মাবিত ব্ৰহ্মৈৱভৱতি। কবীৰ দাসে কয়-

*কৌই কহৈ কবীৰ কোঈ কহো ৰাম ৰহি হো।*

*কস্তুৰী কুণ্ডল বসৈ মৃগ চুন্ধে বন মাহি॥*

শংকৰদেৱেও কৈছে - *মোতে আছে ইটো জগত মই পুনু*

*জগতত ব্যতিৰেক*

*তোমাৰ জগত তুমি তাত ব্যতিৰেক।*

আনন্দস্বৰূপ ভগৱানৰ প্ৰাপ্তিয়েই ভক্তৰ মূল উদ্দেশ্য। ভক্তি ভগৱানৰ প্ৰতি অনন্যগামী একান্ত প্ৰেমৰেই নাম। শ্ৰীশংকৰদেৱৰ একশৰণ ধৰ্মৰ মূলতে হ'ল কৃষ্ণৰ প্ৰতি অনন্য ভক্তি। তেৰাৰ 'ভক্তি প্ৰদীপ'ত অৰ্জুনৰ প্ৰতি কৃষ্ণৰ উক্তি হিচাপে উদ্ধৃত কৰিছিল-

*জগতৰে আত্মা ব্ৰহ্মাদিৰো মই দেৱ।*

*জানি মোকে মাত্ৰ একচিত্তে কৰা সেৱ॥*

*মোক এৰি আন একো নভজে দেৱক।*

*সেহি একশৰণ জন অনুপল।*

*নুশুনই আন একো দেৱতাৰ নাম॥*

ঠিক একেদৰেই তুলসী দাসেও একমাত্ৰ ৰামকেই ভজিবলৈ কয়। ৰামেই একমাত্ৰ ত্ৰানকৰ্তা। 'বিনয় পত্ৰিকা'ত কয় -

*ভৱলা জাহি দুৰো সে কৰৌ*

*মোকো তো ৰাম কো নাম কল্পতৰু কলি কল্যান কৰৌ।*

কবীৰ দাসেও নিজৰ ভক্তি ভাবনা প্ৰকাশ কৰিছে -

*সন্ত কৌ মতি কোঈ নিদহ সন্ত ৰাম হে একৌ*

*কহে কবীৰ মে সে গুৰু পায়। জাকা নাও বিৱকৌ।*

বিদ্যাপতিৰ দ্বাৰা অনুপ্ৰাণিত হৈ সুৰদাসে 'সুৰ সাগৰ' ৰচনা কৰিছিল, য'ত দেখা যায় শ্ৰীমদভাগৱতৰ অপূৰ্ব প্ৰতিফলন তথাপিও তাত সুৰ দাসৰ মৌলিকতা অম্লান হৈয়েই আছে। সুৰ দাসেও শ্ৰীকৃষ্ণক আৰাধ্য হিচাপে লৈ ভক্তিপদ ৰচনা

কৰিছিল।

জীৱনক অথিৰ, এই সংসাৰ মিথ্যা বুলি ভক্ত সকলে বাৰম্বাৰ দোহাৰিছে। মায়াময় এই জগতৰ পৰা মুক্তি পোৱাৰ একমাত্র পথ হ'ল ভগৱানৰ প্রতি অটুট ভক্তি। শ্রীশংকৰদেৱে তেখেতৰ বৰগীতত কৈছে -

*অথীৰ ধনজন জীৱন যৌৱন*
*অথিৰ এহু সংসাৰ।*
*পুত্র পৰিবাৰ সবহু অসাৰ*
*কৰব কাহেৰি সাৰ ॥*
*তেওঁ পুনৰ ভাগৱতত কৈছে -*
*ধনজন বন্ধু যত প্রাণজায়া*
*সমস্তে অবস্তু যেন ইন্দ্র জাল মায়া।*

নির্গুণবাদী কবি কবীৰ দাসেও কৈছে - 'কবীৰ গ্রন্থাৱলী'ত

*পুত্র কলএ লক্ষ্মী মায়া। ইতেন কছু কৌণে সুখ পায়া।*
*কহত কবীৰ অবৰ নহি কামা। হমৰে মন ধন ৰামকো নামা।*

তুলসী দাসেও জগতক অসত্য তথা মায়াৰে আৱৰা বুলি কৈছে। জগত অসত্য সত্য কেৱল হৰিভজনহে -

*দেহ গেহ নেহ জানি জৈই সে ঘন দামিনী*
*সেবিত মপনেধ সহৈ সম্পতি সন্তাসৰে।*
*বুডয়ৌ মৃগবাবি খায়ৌ জেৱৰী কো সাঁপৰে ॥*

ঈশ্বৰৰ আৰাধনাকে মূল ধর্ম হিচাপে স্বীকাৰ কৰি ভকত আৰু ভগৱন্তৰ পাৰমার্থিক অস্তিত্ব স্বীকাৰ কৰাই বিষ্ণু ভক্তিৰ তত্ত্ব। জীৱ ব্রহ্মৰ অংশ। কীর্ত্তনত শংকৰদেৱে স্বীকাৰ কৰিছে -জীৱ অংশে তুমি প্রবেশিলা গাৱে গাৱে
পুনৰ বৰগীতত - হামু যত জীৱ শিৱ তেৰি অংশ

তুলসী দাসেও প্রকাশ কৰিছে - কবীৰ খোজী ৰাম কা, গয়া জু সিংহল দীপ ৰামতো ঘট ভীতৰ ৰমি ৰহ্যা, জো আৱৈ পৰতীত

পুষ্টি মার্গীয় কবি নন্দ দাসৰ ভাষাত -

*ব্যক্ত অব্যক্ত জু বিশ্ব অনুপ*
*বেদ বদত প্রভু তুলহৰো ৰূপ*

শ্রীশংকৰদেৱৰ বি নিশ্চলা ভক্তি সেয়ে মুক্তি। শংকৰদেৱে মুক্তিক চৰম লক্ষ্য বুলি সিদ্ধান্ত নকৰিলেও হৰিসেৱাৰ যোগেদি মুক্তি লাভ কৰিব পাৰি সেই কথা ভেৱাই বাৰম্বাৰ দোহাৰিছে। কীর্ত্তনত কৈছে -

*ৰাম নাম যিটো সতত্তে গাৱে ।*

*সেহিসে হাতত্তে মুকুতি পাৱে ।।*

ভক্তিৰ দ্বাৰাই মুক্তি কাষ চাপিব পাৰি । ভক্তিয়ে আত্মাক মুক্তিৰ সমীপলৈ লৈ যাব পাৰে । তুলসী দাসে প্ৰকাশ কৰিছে ঃ

*ৰাম ভজন সেহি মুক্তিৰ সো গুসাই । অন ইচ্ছিত আবৈ ধৰি আই ।*

কবীৰ দাসেও ভক্তিতেই ভৰষা ৰাখি মুক্তিপথৰ সন্ধান কৰিছিল ।

*কহৈ কবীৰ সন্তা নাহী ভগতি মুগতি গতি পাইবে ।*

বৈষ্ণৱ কবি সকল যি ধাৰাৰেই নহওক তেৰাসবৰ হৃদয়ত আছে ভক্তিৰ একো একোখন সাগৰ, যি সাগৰ বৈ যায় মহাসাগৰ ৰূপী পৰমাত্মালৈ । নিৰ্গুণ হওক, সগুণ হওক, দ্বৈত হওক, অদ্বৈত হওক সবাৰে হৃদয়ত আছে সাৰ্বজনীন নিবেদন । তেৰাসবৰ হৃদয়ত বিৰাজ কৰিছে এক মহান উদ্দেশ্য সেয়া হ'ল জনগণৰ সৰ্বতো প্ৰকাৰৰ মংগল সাধন । পথ ভিন্ন হলেও গন্তব্য স্থান আছিল একেই । তেৰাসবৰ অলৌকিক প্ৰতিভাই বিশ্বৰ প্ৰতিজন মানুহৰ হৃদয়ত ভক্তিৰসৰ সঞ্চাৰ কৰিছে । তেওঁলোকৰ কাব্যত প্ৰকাশ পাইছে জগতৰ মংগল সাধনৰ তীব্ৰ অভিলাষ ।

অসমীয়া জাতিৰ জন্ম হোৱাৰেপৰা আজি পৰ্য্যন্ত শ্ৰীশংকৰদেৱৰ সমকক্ষ মহাপুৰুষৰ জন্ম হোৱা নাই । তেওঁ লিখিছিল, সুৰ দিছিল, নাট্য ৰচনা কৰিছিল, অভিনয় কৰিছিল, নৃত্য গীত নাট আদিত তেখেতৰ পাৰদৰ্শিতাৰ অভাৱ নাছিল । জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুৰাভা সকলোৱে হৃদয়ভৰাই শ্ৰীশংকৰদেৱক প্ৰশংসা কৰিছে ।

প্ৰস্তুত লিখনিত শ্ৰীশংকৰদেৱৰ বিস্তৃত তথা বিশাল ধ্যান-ধাৰণাৰ, আধ্যাত্মিক চেতনাবোধৰ সমগ্ৰ দিশ চুব পৰা নাই । চমু অধ্যয়নেৰে মাথো বৈষ্ণৱ ভক্তি তথা বৈষ্ণৱ কবিৰ হৃদয়ৰ একীকৰণ থাওকতে কৰা হ'ল ।

সহায়কাৰী গ্ৰন্থ ঃ


১। ডা. ৰাজেসুৰ চতুৰ্বেদী ঃ বিনয় পত্ৰিকা ।

২। শংকৰদেৱ ঃ বৰগীত ।

৩। শংকৰদেৱ ঃ কীৰ্ত্তন ।

৪। ডা. শ্যামসুন্দৰ দাস ঃ কবীৰ গ্ৰন্থাৱলী ।

৫। পণ্ডিত জ্বালাপ্ৰসাদ শৰ্মা ঃ সুৰ দাস : এক অধ্যয়ন ।

৬। শ্ৰী ৰাকেশ ঃ হিন্দী সাহিত্যৰ ইতিহাস ।

৭। আচাৰ্য্য দুৰ্গা শংকৰ মিশ্ৰ ঃ হিন্দী সাহিত্যৰ ইতিহাস ।

# সাধু সংগ ঃ পৰমগতি

অমিয়া বৰুৱা

বিশ্ব ব্ৰহ্মাণ্ডত সৃষ্টি হোৱা যিমান বিলাক জীৱ আছে তাৰ ভিতৰত মানুহকে শ্ৰেষ্ঠ বুলি প্ৰতিপন্ন কৰা হৈছে। মানুহৰ গাত ভাল আৰু বেয়া উভয় গুণ আছে। মানুহৰ গাত সৎ গুণৰ প্ৰভাৱ অধিক, মাত্ৰ সু-পৰামৰ্শ দিওঁতাৰ অভাৱ হোৱাৰ হেতুকেহে মানুহ বিপথগামী হয়। ইয়াৰ উপৰিও সংসাৰৰ মায়ামোহত পৰি বিষয়ত অন্ধ হৈ থকাৰ বাবে দেখিও নেদেখা হয়, শুনিয়ো নুশুনা হয়। সুখৰ কাৰণে মানুহে যিকোনো কাম কৰিবলৈ কুণ্ঠাবোধ নকৰে। এই সকলো বিলাক কু-কৰ্ম কৰিও মানুহে সৎ পথৰ সন্ধান পাব পাৰে যদিহে সাধুৰ সঙ্গ লাভ কৰা সম্ভৱ।

সংসাৰী লোকক কৃপা কৰি মহামুনি শুকদেৱে দেৱৰো দুৰ্লভ 'নিগম কল্পতৰু শাস্ত্ৰ' পৃথিৱীত বিতৰণ কৰিলে। 'সাংসাৰিক কৰি কৃপা প্ৰচাৰিলা শুকে'-এই শাস্ত্ৰত জগতৰ জীৱ (সৃষ্টি) আৰু জীৱনৰ ৰহস্য বৰ্ণনা কৰা হৈছে। সেই ৰহস্যময়ী পৰম সত্তাক অনুধাৱন কৰি বুজি পাবলৈ গুৰুৰ আশ্ৰয় লব লাগে। গুৰুৰ কৃপাধন্য হোৱা জনেহে মুক্তি পথ দেখি পাব। মুক্তিৰ পথ চিনি পালেহে যাত্ৰাৰ সাধনা আৰম্ভ কৰিব পাৰিব। যাত্ৰাৰ পথ দুৰ্গম যদিও একে পথৰ পথিক বাচি লব জানিব লাগিব। সেই পথৰ যাত্ৰী সকলেই হ'ল 'ভকতৰ সঙ্গ'। এই ভকতৰ শ্ৰেণী সমূহঃ আৰ্ত্ৰ, জিজ্ঞাসু, আৰ্থাৰ্থি, প্ৰাকৃত। প্ৰাকৃত হ'ল সাধনাৰ প্ৰেৰণাৰে প্ৰেৰিত হৈ সাধনাৰ বাবে অগ্ৰসৰ হোৱা প্ৰাথমিক সদস্য। তাৰপৰা ক্ৰমে আৰ্থাৰ্থি, জিজ্ঞাসু শেষত আৰ্ত্ৰ অৱস্থাৰে জীৱন যাত্ৰাৰ সামৰণি কৰি মুক্ত অৱস্থা প্ৰাপ্ত কৰা।

ভকতৰ সংগই সাধুৰ সংগ। যিজনে দেহৰ দোষ-গুণৰ পৰা মুক্ত, প্ৰশংসা শৰীৰ স্তুৱত নকৰে, নিন্দাকাৰীৰ নিন্দাও নকৰে। সাধু ব্যক্তি আত্মাৰাম, ইন্দ্ৰিয় ৰাম নহয়। আত্মাপৰায়ণ জন জ্ঞানৰ অধিকাৰী হয়, ইন্দ্ৰিয় পৰায়ণ জন সংসাৰী হয়। জ্ঞানী বা বিদ্বান ব্যক্তি সদায় সন্ত ভক্ত হয়। সন্তভক্তই সদায় ভগৱানৰ সৃষ্টিৰ ৰহস্যক লৈ কৰা লীলা সমূহৰ কীৰ্ত্তন কৰে। সন্তজনে ধৰ্ম-অৰ্থ-কাম ভগৱানৰ উদ্দেশ্যে ব্যৱহাৰ কৰে। সাধুসকল মৃদু চৰিত্ৰ, শুচি, অনিকেত, আৰম্ভৰ মুক্ত, কৰ্মৰহিত, নিৰ্বিকাৰ চিত্তৰ, সদায় সাধাৰণ মিত ভোক, লঘু আহাৰী কাৰুণিক, সম্যক জ্ঞানী, ৰত্নৰ পৰিত্যাগী, সদায় ভগৱানৰ আশ্ৰয়শীল, পৰম সহনশীল, জ্ঞানৱন্ত আৰু জ্ঞান উপদেশ দিবলৈ সমৰ্থক। এই সকল সাধু ব্যক্তিক সংসাৰৰ মায়া-মোহ, জড়, ভয়-ভীত, আনহে নালাগে মৃত্যুৰ ভয়ে স্পৰ্শ কৰিব

নোৱাৰে । সন্ত ভক্ত সকলেই হৈছে সাধু । সাধু সকলেই ভগৱানৰ বান্ধৱ হয় -

*ভকতেসে জানা মোৰ পৰম বান্ধৱ ।*

*ভকতজন মঞি সুহৃদ উদ্ধৱ ॥*

*মঞি বিনে ভকতে নিচিন্তে কিছু আন ।*

*ময়ো ভকতৰ পৰে নাজানোহো আন ॥ (১৫৬-একাদশ স্কন্ধ)*

*মঞি এৰে ভকতৰ নাহিকে অন্তৰ ।*

*মোৰ সংগ এৰে মৰি সংগতি সন্তৰ ॥*

*এতেকে লৈয়োক সাধু সংগ সৰ্ব্বক্ষণ ।*

*শুনিয়োকে সখী আৰে সাধুৰ লক্ষণ (১৮২ এঃস্কঃ)*

*ভকতেসে সমস্তে পুন্যৰ হোৱে পাত্ৰ*

*জানি নিজ ধৰ্ম তেজি মোক ভজে মাত্ৰ । (১৮৩ এঃ স্কঃ)*

সেয়ে সাধুৰ লগত পৰিচিতহৈ সম্পৰ্ক স্থাপন কৰি সংসাৰৰ জ্বালা-যন্ত্ৰণাৰ পৰা পৰিত্ৰাণ পোৱাৰ উত্তম উপায় হ'ল সাধুৰ সংগ লোৱা । সাধুৰ সংগৰ পৰশত অসম্ভৱো সম্ভৱ হব পাৰে । সতী নাৰীয়ে সতীত্ব গুণত মৃত স্বামীকো জীয়াই তুলিব পাৰে, উদাহৰণ : বেউলা-লক্ষীন্দৰ ভক্তিৰ বলেৰে সতীয়ে ভগৱানক বশীভূত কৰিব পাৰে । সেইদৰে সাধু ব্যক্তিয়েও ভক্তিৰ বলেৰে ভগৱানক অধিকাৰ লাভ কৰা সম্ভৱ ।

*আমাক নাপৱৈ পুনু জ্ঞানী কৰ্ম্মীলোক ।*

*সাধু সঙ্গে আৱশ্যক বশ্য কৰে মোক ॥ (১৭৪ এঃস্কঃ)*

পৰশ মুনিয়ে লোহাক সোণ কৰাৰ দৰে, সাধুৰ সংগীয়ে অসৎ লোককো সৎ কৰিব পাৰে । অগ্নিক সেৱা কৰিলে তাৰ তাপে মানুহৰ শীতৰ ভয় দূৰ কৰে । সাধু সকলক সেৱা আগবঢ়ালে মানুহৰ কৰ্ম্ম, জড়তা ৰূপ সংসাৰৰ ভয় অজ্ঞানতা অন্ধকাৰ দূৰ হয় ।

গুৰু, সাধক, ঈশ্বৰ সকলোৱে একেমুখে সাধু সংগৰ মহত্ব বসানিছে । ভাগৱত শাস্ত্ৰত সন্ত-সন্ততি সংসাৰ তৰণৰ 'উপায় মধ্যত ইটো শ্ৰেষ্ঠতম' বুলি শ্ৰীকৃষ্ণই উদ্ধৱৰ আগত শেষ কথা হিচাবে কৈ গৈছে । ভাগৱত শাস্ত্ৰ সৎ সঙ্গৰ মহত্ব, গৌৰৱ আৰু প্ৰামাণিকতাৰ উদাহৰণ, আখ্যানেৰে ভৰপূৰ । এই কথাবোৰৰ গুৰুত্ব উপলব্ধি কৰাতহে জীৱনৰ সাৰ্থকতা আছে বুলি ভাগৱত শাস্ত্ৰত কৈছে । তাৰে দুই এটা প্ৰসঙ্গ মাত্ৰ সংক্ষিপ্তকৈ উল্লেখ কৰা হ'ল -

মহাৰাজ পৰীক্ষিতে ব্ৰহ্মশাপ পাই পুত্ৰ জন্মেজয়ৰ অভিষেক পাতি ৰাজভাৰ গতাই দি গংগা তীৰত কুশাসন পাৰি বহি মৰণৰ বাবে কৃষ্ণৰ চিন্তাত মগ্ন হ'ল ।

তক্ষক দংশনৰ কথা ঋষি মুনি সকলে সংবাদ পাই ৰজা পৰীক্ষিতৰ ওচৰত গংগাৰ পাৰত এখন বহল সমাজ পাতিলে । ঋষি মুনি সকলে নানা উপায় দিয়াৰ পাছতো পৰীক্ষিতৰ চিত্তৰ শংকা দূৰ হোৱা নাছিল । পৰীক্ষিতে আত্মাৰ আকুলতাৰে কৃষ্ণ গুণানুকীৰ্ত্তন কৰি ঋষি মুনিৰ মাজত উপস্থিত হ'ল ।

মহামুনি শুকদেৱ উপস্থিত হোৱাত ৰজা পৰীক্ষিতে নীতিগতভাৱে আসনত বহায় চৰণ স্পৰ্শ কৰি 'হা কৃষ্ণ' বুলিকৈ নিজকে ধন্য মানিলে ।

*"ভৃত্যৰ সন্ততি মৰো মোক মোৰ*
*বুলি ত্ৰিজগতৰ পতি ।*
*তোমাক দেখিয়া দিবন্ত জানিলো*
*অধৰ্মক মোক গতি ॥" (৪১৪ প্ৰঃ স্কঃ)*

ইয়াৰ পাছত মহামুনি শুকদেৱক ৰজাই সুধিলে -

*"কাহাক শুনিবে কাহাক জপিবে*
*কাহাক স্মৰিবে নৰে ।*
*ভজিবাক যোগ্য কোননো দেৱতা*
*কহিয়ো মোক সম্বৰে ॥" (৪১৬ প্ৰঃস্কঃ)*

মহাৰাজ পৰীক্ষিতৰ প্ৰশ্নত সন্তুষ্ট হৈ শুকদেৱে মহাভাগৱত বৰ্ণনা কৰিলে ।

*বৈকুণ্ঠৰ শাস্ত্ৰ ইটো মহা ভাগৱত ।*
*পাইলা পৰীক্ষিতে শুকমুনিৰ মুখত ॥*
*সাত দিন শুনি মুখে তৰিলা নৃপতি ।*
*ঘোৰ কলি যুগে আত পৰে নাই গতি ॥ (৪ এঃস্কঃ)*

মহামুনি শুকদেৱে কৃষ্ণৰ লীলা বৰ্ণনা কৰি পৰীক্ষিত ৰজাৰ চিত্তৰ পৰা মৃত্যু ভয় আঁতৰিল । পৰীক্ষিতে শুকদেৱৰ চৰণ স্পৰ্শ, দৰ্শন, কৃষ্ণ বৰ্ণনাৰ শ্ৰৱণ শুনি পৰম গতি লাভ কৰিলে ।

অন্যহাতে মহামুনি সুতে শুকদেৱৰ 'কৃষ্ণ' লীলা বৰ্ণনাৰ আঁতৰত থাকি একান্ত মনে শুনি আছিল । মহামুনি শুকদেৱৰ কৃষ্ণ লীলা বৰ্ণনা শুনিয়েই চিত্ত শুদ্ধিহৈ নৈমিষাৰণ্যত শৌনক প্ৰমুখ্যে আঠাইশ হেজাৰ বেদ-বিশাৰদ ঋষি মুনিৰ আগত ভাগৱত বৰ্ণনা কৰিব পাৰিছিল । সেয়ে সুতে কৈছিল 'বৰ্ণ সংকৰ হলেও সাধুৰ সংগত থাকি শ্ৰৱণ কৰাৰ ফলত জন্মৰ সাৰ্থক হয়' । সাধু সকলৰ দৰ্শন, সংস্পৰ্শই মানুহৰ সৌভাগ্য উদয় হয় আৰু গতি লাভ কৰে ।

মহামুনি নাৰদ ব্ৰাহ্মণৰ গৃহত থকা দাসীৰ পুত্ৰ আছিল । ব্ৰাহ্মণৰ গৃহত বাৰিষা আশ্ৰয় লবলৈ অহা চাৰি সন্যাসীৰ সেৱা আগবঢ়াওতে 'কৃষ্ণৰ' কথা আলাপ-

আলোচনাই দাসী পুত্ৰৰ চিত্ত শুদ্ধ কৰিছিল ।

*নয়নৰ ঘৰে নীৰ তনু ৰোমাঞ্চিত ।*
*ভকতৰ সঙ্গেও পবিত্ৰ ভৈল চিত্ত ॥*
*কহিলন্ত ঈশ্বৰ মহা ভকতি মহাজ্ঞান ।*
*যেন অন্ধলাক দিলা দিব্য চক্ষু দান ॥ (প্ৰ:স্ক:)*

সাধু সংগৰ পৰশতেই দাসী পুত্ৰই পৰজন্মত মহামুনি নাৰদ হিচাবে জন্ম গ্ৰহণ কৰি নাৰায়ণক লগ পালে ।

পৃথু মহাৰাজৰ ৰাজসভাত সনক, সনন্দ, সনাতন আৰু সনত কুমাৰ নামৰ চাৰি সিদ্ধ আগমন হোৱাত ৰজাই পৰম সৌভাগ্য বুলি চৰণ ধুৱাই পবিত্ৰ জল মূৰত ললে ।

*কিনো মহাভাগ্য মিলিলে মোহৰ*
*পুণ্যক ভৈল উদয় ।*
*কিবা তপব্ৰত ধৰ্ম আচাৰিলো*
*পৰম মঙ্গলময় ॥*

মহাৰাজ পৃথুৱে আনন্দতে বিনয়ভাৱে কৈছে

"আপোনালোকৰ আগমনেই যে মাধৱ আমাৰ পৰম বান্ধৱ জানিলো"

এই মায়াময় সংসাৰত কেনেকৈ সুখেৰে থাকিব লাগে, এই গুপ্ত কথাটো আপোনাসবৰ বাদে কোনেও নাজানে । গতিকে দাসক জনাব লাগে বুলি নিবেদন কৰিলে । মহাৰাজৰ প্ৰশ্ন শুনি চাৰি সিদ্ধই আনন্দৰে কবলৈ ধৰিলে -

*সাধুৰ সমাগম প্ৰশ্ন সম্ভাষণ*
*উভয়ৰে উপকাৰ ।*
*যিটোজনে ক'হে যিবা জনে শুনে*
*দুই হান্তো তৰে সংসাৰ ॥(১৬৭৮ চ:স্ক:)*

সাধুৰ আগমনত প্ৰাণ কৰোঁতাজন আৰু উত্তৰ দিওঁতাজন উভয়েই সংসাৰ তৰিব পাৰে । গতিকে মহাৰাজ আপুনি আমাৰ মনৰ কামনা সাধন কৰিলে । এনেদৰে সাধু আৰু সিদ্ধ পৰস্পৰে মিলন হৈ পৃথু ৰজাই সকলোকে ব্ৰহ্মময় দেখি ধ্যান কৰি দেহত্যাগত মুক্তি লভিছিল ।

বিদুৰে মৈত্ৰেয়ৰ আগত কৈছিল যে, যিসকলে সদায় নাৰায়ণৰ গুণানুকীৰ্ত্তন কৰে আৰু জীৱক ভগৱানৰ পথ প্ৰদৰ্শন কৰে, সেইসকল সাধুৰ সেৱাত তপস্যাহীন মানুহৰ হৃদয়ত ভগৱানৰ মধুসূদনৰ প্ৰকাশ হয় আৰু সংসাৰৰ তাপৰ পৰা মুক্তি হয় । সাধু সংগৰ ফলত মুক্তিলাভৰ পথ সুগম হয় আৰু সংসাৰ বান্ধোন ছিন্ন হয় ।

ধ্ৰুৱই পাঁচ বছৰ বয়সতে নাৰদক লগ পাই ভগৱানক তপস্যা কৰিবলৈ শিকিছিল । তপস্যা সিদ্ধিৰ পাছত ৰজা হৈছিল কিন্তু সাধু সংগৰ অভাৱে ভাতৃ উত্তমৰ হত্যাকাৰী বুলি যক্ষগণক হত্যা কৰাৰ বাদেও যক্ষৰজাক মাৰিবৰ বাবে উদ্বিগ্ন হৈছিল । সেই সময়ত ব্ৰহ্মাৰ পুত্ৰ মনুৱে ঋষি সমস্তক লগত লৈ আহি সেই ঠাইত উপস্থিত হয়, মনুৰ উপস্থিতিত ধ্ৰুৱই সশ্ৰদ্ধাৰে প্ৰণাম জনাই অহাৰ কাৰণ সোধাত, ব্ৰহ্মাৰ নন্দন মনুৱে ক'লে- "মিছা অভিযোগত ভাতৃ বৈৰী বুলি গুহাত ঋষি সকলক হত্যা কৰা, যক্ষ ৰজাক মাৰিবলৈ ক্ৰোধান্বিত হোৱা বাবে উপস্থিত হৈছো ।" মহাজ্ঞানী মনুৱে জ্ঞান আৰু উপদেশেই ধ্ৰুৱৰ আগৰ নাৰদৰ শিক্ষালৈ মনত পেলাই যক্ষ ৰজাৰ ওচৰত কেতিয়াও বধ নকৰো বুলি প্ৰতিশ্ৰুতি দিলে ।

*আৰ যক্ষ গণো একগোট নামাৰিল*
*নাৰদৰ শিক্ষা আৰো মনত পৰিল ।*
*নমো নমো নাৰায়ণ অনাদি ঈশ্বৰ ।*
*শংখ চক্ৰ গদা পদ্মধৰ পীতাম্বৰ ।। (৯৩০ চঃৰঃ)*

মনুৰ সংগৰ পৰশত ধ্ৰুৱই পুনৰ মহাজ্ঞানী হ'ল । প্ৰহ্লাদৰ মাতৃ কায়াধু পৰম বিষ্ণুভক্ত সন্ত সাধু আছিল । প্ৰহ্লাদে মাতৃৰ গৰ্ভত থাকোতেই কয়াধুক ইন্দ্ৰৰ হাতৰ পৰা নাৰদ মুনিয়ে উদ্ধাৰ কৰি নিজৰ আশ্ৰমত ৰাখি তত্ত্ব উপদেশ দিছিল । জন্ম সূত্ৰে সৎসংগ পোৱাৰ কাৰণে প্ৰহ্লাদ মহাতত্ত্ব জ্ঞানী হৈছিল । হিৰণ্যকশিপুৰক বধ কৰি নৃসিংহই প্ৰহ্লাদক উদ্দেশ্যি কৈছিল-

*"নৃসিংহ বদতি শুনা মহামতি*
*প্ৰহ্লাদ সাধু মহন্ত*
*পৰম একান্ত ভকত মহন্ত*
*তোত পৰে নাহি সন্ত ।।" (৮৭৮ সঃৰঃ)*

মহাপুৰুষ মাধৱদেৱ শাক্ত ধৰ্মী লোক । তেওঁৰ মাক নৰিয়া পৰাত পঠা ছাগলী এটা গোঁসানীৰ আগত বলি দিবলৈ আনিবৰ বাবে বৈনায়েক ৰামদাসক পঠালে । শ্ৰীশংকৰদেৱে গুৰুজনে ভকত সমন্বিতে ভাগৱত পাঠ কৰোতে কোনোবাই পঠা ছাগলী বিচৰা শুনি মতাই আনিলে । গুৰুজনাই ৰামদাসক দেখি কিয় ছাগলী বিচাৰিছে বুলি সোধাত মাধৱদেৱৰ আদেশত ছাগলী কিনিবলৈ আহিছে বুলি সবিশেষ জনালে । মহাপুৰুষ গুৰুজনাই সকলো শুনি, পাছ দিনা ৰামদাসৰ লগত মাধৱক মতাই আনি দুয়োকে বৈকুণ্ঠৰ একশৰণ নাম ধৰ্ম আৰু শাক্ত ধৰ্মৰ যুক্তি তৰ্ক কৰিলে । সাধু সন্ত মহাপুৰুষ শ্ৰীশ্ৰী শংকৰদেৱৰ যুক্তিৰ মৰ্ম্ম আৰু সত্যতা বুজি মাধৱদেৱৰ শিৰ গুৰুজনাৰ চৰণত নত হ'ল । মহাপুৰুষ গুৰুজনায়ো

মাধৱদেৱৰ শিৰ আলফুলকৈ তুলি ধৰি মাধৱক ক'লে - "বাপ তুমি দেখো আছিয়েই মোক সেৱা জনালা, দ্বিতীয় বাৰ কিয় সেৱা জনাব লগা হ'ল ?" মাধৱদেৱেও সজল নয়নেৰে ক'লে 'বাপ, দাসক চৰণৰ তলত ঠাই দিব লাগে" । তেতিয়া গুৰুজনাই সহজ মধুৰ স্বৰেৰে ক'লে- "মাধৱ ইমান দিনে অপূৰ্ণ আছিলো । তোমাক লভিহে মই পূৰ্ণ হলো ।" মাধৱদেৱে গুৰুজনাৰ চৰণত শৰণ লৈয়েই গুৰু ভটিমা ৰচনা কৰিলে ।

*"জয় গুৰু শংকৰ সৰ্ব গুণাকৰ*
*যাকেৰি নাহিকে উপাম*
*তোহাৰি চৰণে ৰেণু শতকোটি*
*বাৰেক কৰোহো প্ৰণাম ।"*

মহাপুৰুষৰ সান্নিধ্যত মাধৱদেৱে ভক্তি তত্বৰ দৰ্শন লাভ কৰিলে ।

ঠিক সেই ধৰণে ৰাক্ষস বংশীয় ৰাৱণৰ ভাতৃ বিভীষণ, বীৰভক্ত হনুমানৰ সংগ লাভ কৰি পৰম ভক্ত হৈছিল ।

ইয়াৰ পৰা বুজা যায় সাধু সকল গৃহত প্ৰৱেশ কৰিলে গৃহ পবিত্ৰ হয় । তেওঁলোকৰ দৰ্শন, স্পৰ্শ আৰু কৃষ্ণ আলোচনা শ্ৰৱণ কৰিলেও সৌভাগ্য উদয় হয় । সাধু সেৱা সৰ্বশ্ৰেষ্ঠ ভজন । সাধু সংগৰ প্ৰভাৱৰ মাধ্যমেৰেই আমি সংসাৰ সাগৰ পাৰ হব পাৰোঁ । সাধু সকল ভগৱানৰ আত্মা স্বৰূপ । সাধু সকলৰ বাহিৰে কোনো বস্তুৰেই ভগৱানৰ প্ৰিয় হব নোৱাৰে । সাধু আৰু ভক্তৰ মাজত পাৰ্থক্য নাই । সেয়ে ভাগৱত শাস্ত্ৰত কৈছে -

*"শুনা সভাসদ যত বুজিয়া শাস্ত্ৰৰ তত্ব*
*সাধু সংগ কৰিয়োক ৰতি ,*
*জনম নকৰা বৃথা সন্তৰ মুখে কথা*
*শুনি কৰা কৃষ্ণত ভকতি ।*
*মিছা ইটো নাট পট ভাঙিবেক ভৱ হাট*
*নিৰে কালে জনকে সংহাৰি ।*
*সন্তৰ সঙ্গতি লৈয়া কৃষ্ণ পৰায়ণ হৈয়া*
*নিৰন্তৰে বোলা হৰিহৰি ।।"*

***বিশেষ সহায়ক গ্ৰন্থ : শ্ৰীমন্ত শংকৰদেৱ সংঘৰ পৰা প্ৰকাশ কৰা শ্ৰীমদ্ভাগৱত গ্ৰন্থৰ পৰা ও 'চিন্তামণি'ৰ বাতৰি কাকতৰ আধাৰত আৰু 'নামঘৰ' মাহৰ ৪৫তম দ্বিতীয় প্ৰকাশৰ আধাৰত প্ৰবন্ধটি প্ৰস্তুত কৰা হৈছে ।***

# মহাপুৰুষ দুজনাৰ বৰগীত ঃ এটি সমীক্ষা

বিনীতা চৌধুৰী গাৰোদিয়া

সৰ্বগুণাকৰ শংকৰদেৱ এজন সংবেদনশীল কবি, কাব্য ৰসিক, গীতিকাৰ, ভাষ্যকাৰ, সুৰকাৰ আৰু সুগায়ক। তেওঁ একেধাৰে ৰসস্ৰষ্টা, ছান্দসিক আৰু ছন্দস্ৰষ্টা। আধ্যাত্মিক উৎকৰ্ষ সাধন আৰু নাম ধৰ্ম প্ৰচাৰৰ প্ৰয়াসেৰে গীত-পদ প্ৰণয়ন কৰিলেও সি সমূহৰ মাজেৰে বিকশিত হৈছে কবিৰ নৱোন্মেষশালিনী সৃজনী প্ৰতিভা, প্ৰবাহিত হৈছে বিমল সৌন্দৰ্য্যবোধৰ অন্তঃসলিলা ফল্গুধাৰা। সত্যৰ সাধনা মঙ্গল কামনা আৰু সুন্দৰৰ আৰাধনাৰ অভিপ্ৰায়েৰে সৃষ্টিকৰা মহাপুৰুষ সৱৰ সাহিত্যৰাজিক, বিষয়বস্তু অনুসৰি মুঠতে ছয় ভাগত পণ্ডিত সকলে ভাগ কৰিছে আৰু এই ছয়টাৰে এটা প্ৰধান ভাগ হৈছে তেৰাসবৰ গীতসমূহ। ভাৰতৰ বিভিন্ন প্ৰান্তত ভক্তি আন্দোলনৰ আনুভূতিক প্ৰৱণতাৰে সিক্ত গীত সৃষ্টি হৈ এই আন্দোলনৰ বিস্তাৰ ঘটোৱাৰ দৰে, অসমত নৱ বৈষ্ণৱ আন্দোলন সৃষ্ট এই গীতি সাহিত্যৰ দুটি প্ৰধান ধাৰাৰ ভিতৰত অন্যতম উজ্জ্বল ধাৰা হ'ল 'বৰগীত' (বড়গীত)আৰু আনটো হ'ল 'ভটিমা'।

এই ছন্দোময় পবিত্ৰ গীত সমূহত প্ৰতিধ্বনিত হৈ আছে একেশ্বৰবাদী সুৰ, সংসাৰৰ অনিত্যতা আৰু সাৰগৰ্ভ উপদেশধৰ্মী উপকৰণ। যুগনায়ক, দুজনা মহাপুৰুষৰ বৰগীত সমূহে সমগ্ৰ অসমতে সাংস্কৃতিক আৰু ধৰ্মীয় ঐতিহ্যৰ সাক্ষ্য বহন কৰি সাহিত্য সংস্কৃতিত চিৰজ্যোতিস্মান হৈ বিশ্ব দৰবাৰত বিজয়ডঙ্কা বজাবলৈ সক্ষম হৈছে। বৰগীত সমূহৰ ভাববস্তু, ৰূপবস্তু, বিষয়বস্তু আৰু ৰসবস্তু সম্পৰ্কে ৰচয়িতা সদ্য সচেতন আছিল। বিভিন্ন ৰস প্ৰবাহিত কৰি যাউতিযুগীয়া সৃষ্টিৰ অৱতাৰণা কৰা মহাপুৰুষ দুজনাই বৰগীত ৰচনাৰ ক্ষেত্ৰত লোৱা সুকীয়া পদ্ধতি আৰু সুকীয়া ভাবনাৰ মাজেৰে, তেৰাসবৰ অমৃত প্ৰতিভাৰ যি স্ফুৰণ হৈছিল তাৰ মুখ্য চালিকা শক্তি আছিল 'কৃষ্ণ ভক্তি' প্ৰচাৰত ঐকান্তিক নিষ্ঠা। ওখ আধ্যাত্মিক ভাবৰ বিবিধ ৰাগ-ৰাগিনী যুক্ত আৰু চৈধ্য প্ৰসঙ্গৰ উপযোগী কৰি গুৰু দুজনাই ৰচনা কৰা গীত সমূহক বৰগীত বোলা হৈছে। শংকৰদেৱ আৰু মাধৱদেৱৰ বহুকাল আগৰে পৰা অসমত বিবিধ ৰাগ-ৰাগিনী যুক্ত গীতৰ প্ৰচলন আছিল বুলি পণ্ডিত সকলে কয়। কিন্তু ড. মহেশ্বৰ নেওগদেৱে The Rhythem in the Vaishnava Music of Assam ত লিখা মতে 'অসমত শংকৰদেৱেই ৰাগ-সংগীতৰ বহুল প্ৰচাৰ কৰি গ'ল বুলি ঠাৱৰ কৰিব পাৰি'। অসমত বিভিন্ন ৰাগযুক্ত গীত আছিল যদিও, দুয়োজনা মহাপুৰুষ বিৰচিত গীতবোৰৰ বিষয়বস্তুৰ গাম্ভীৰ্য্য, প্ৰকাশ ভংগীৰ

সাৱলীলতা, শুৱলা ব্ৰজাৱলী (ব্ৰজবুলি) ভাষাৰ সৰল ব্যৱহাৰ আৰু গুৰু গম্ভীৰ অথচ সুন্দৰ, ভক্তি আবেদনযুক্ত বৈশিষ্টতাই এই সমূহক সেই সময়ৰ অ-বৈষ্ণৱ কবি দুৰ্গাৱৰ, পীতাম্বৰ আদিৰ লৌকিক আৰু অন্যান্য শাস্ত্ৰীয় গীতৰ পৰা পৃথক কৰি ৰাখিছে। প্ৰাক্-শংকৰী যুগৰ সাহিত্য অৰ্থাৎ চৰ্য্যাগীতবোৰৰ ভাৱবস্তু দলিয়াই পেলাই আমাৰ দুয়োজনা গুৰুৱে মাথোন আঙ্গিকবোৰ গ্ৰহণ কৰিলে। মহাপুৰুষ দুজনাৰ এই শ্ৰেণীৰ গীত সমূহৰ নিশ্চয় কিছুমান মহত্ত্বপূৰ্ণ বৈশিষ্ট্য আছে, যাৰ বাবে এই সমূহক মাথোন গীত বুলি নকৈ 'বৰগীত' অৰ্থাৎ শ্ৰেষ্ঠ গীত আখ্যা দিয়া হৈছে। ড. সত্যেন্দ্ৰ নাথ শৰ্মাদেৱৰ মতে 'বিষয়বস্তুৰ মহত্ত্ব, ৰচনাভংগীৰ সৌষ্ঠৱ শাস্ত্ৰীয় সুৰ তালৰ গাম্ভীৰ্য্য আৰু কল্পনাৰ মধুৰ সংযমে মহাপুৰুষ দ্বয়ৰ দ্বাৰা ৰচিত এই গীতবোৰক সমসাময়িক অন্য শাস্ত্ৰীয় সুৰযুক্ত গীতৰ পৰা পৃথক কৰিছে আৰু সেই কাৰণে ইয়াক সাধাৰণ গীতৰ পৰিবৰ্তে 'বৰগীত' বোলা হ'ল।' একে সুৰেৰে শংকৰী সাহিত্যৰ মুখ্য সমালোচক বাপ চন্দ্ৰ মহন্তদেৱেও প্ৰকাশ কৰিছে যে 'বৰগীতৰ 'বৰ' অংশটো সংস্কৃতৰ 'বৰ' বা শ্ৰেষ্ঠতা সূচক এক শব্দ, যাৰ দিশো দুটা এটা হ'ল, আধ্যাত্মিক উৎকৰ্ষ সাধনৰ শ্ৰেষ্ঠ মাধ্যম অৰ্থাৎ ই 'বৰ' বা শ্ৰেষ্ঠ। আনটো হ'ল, সাধনা নোহোৱাকৈ গাব পৰা লোকগীততকৈ ই সুকীয়া'। অৱশ্যে গুৰুজনাই তেওঁলোকৰ সৃষ্ট এই পৰ্য্যায়ৰ গীতক 'বৰগীত' বোলা নাছিল বুলি পোৱা যায়। পৰৱৰ্তী কালৰ ভক্ত বৈষ্ণৱ সকলে ৰচনা কৰা কথা গুৰু চৰিত্ৰ পুথিতহে প্ৰথমে বৰগীত শব্দটো পোৱা যায়। যিখন পুথি সপ্তদশ শতিকাৰ ৰচনা। ড. মহেশ্বৰ নেওগদেৱে বৰগীত সমূহ আৰু কেইটামান বিশেষ গুণবিশিষ্ট বুলি উল্লেখ কৰিছে। তেখেতৰ মতে 'বৰগীত বুলিলে শংকৰদেৱ আৰু মাধৱদেৱে ৰচনা কৰা, নিৰূপিত ৰাগত পোৱা নকুৰি এঘাৰটি গীতৰ এটি 'থুল'ক বুজায়। আনহাতে বৰগীত সমূহ সাংসাৰিক জগতৰ প্ৰেম কাহিনীৰ পৰা সম্পূৰ্ণ মুক্ত, আধ্যাত্মিক ভাৱৰ উপাসনা প্ৰসঙ্গৰ গীত'।

মহাপুৰুষীয়া ভক্তিবাদৰ মূলভাৱেই 'দাস্য ভাৱঃ চ'। ভগৱন্তৰ চৰণত নিজকে দাসৰো দাস বুলি আত্ম নিবেদন কৰা কাৰ্য্য। মহাপুৰুষ শ্ৰীশংকৰদেৱে নিজকে পৰম ব্ৰহ্ম 'কৃষ্ণৰ কিঙ্কৰ' বুলি বৰগীত সমূহৰ মাজেৰে আত্মপৰিচয় প্ৰদান কৰিছে। মহাপুৰুষ মাধৱদেৱে 'মূৰুখমতি মাধৱ' 'দাসকু দাস' 'দীন মাধৱ' বুলি আত্মপ্ৰকাশ কৰিছে। বৰগীত সমূহৰ মাজেৰে ঈশ্বৰ বন্দনাত নিজকে দাসৰো দাস বুলি কৰা আত্মনিবেদনত, ভক্ত ভগৱন্তৰ চৰণ পদ্মত নিমজ্জিত হয়। শংকৰ-মাধৱৰ, পুঞ্জীভূত, ভক্তিপ্ৰসূত কল্পনাৰ ভাৱ-ভাষা আৰু সুৰেই যেন হৃদয়স্পৰ্শী মনোৰম মূৰ্তি ধৰি একোটি বৰগীত হৈছে। উচ্চাঙ্গ সংগীতত সাধাৰণতে দুটা

ভাগ থাকে -

১। অনিবন্ধ আৰু ২। নিবন্ধ। অনিবন্ধ অংশত তাল আৰু ছন্দক আশ্ৰয় নকৰাকৈ ৰাগৰ ৰূপ প্ৰকাশ কৰা হয়। নিবন্ধ অংশত গীতেৰে তালক আশ্ৰয় কৰি ৰাগৰ ৰূপ প্ৰকাশ কৰে। বৰগীততো ঠিক তেনে পদ্ধতিতে প্ৰথমে ৰাগালাপ কৰা হয়, যাক ৰাগ দিয়া বা ৰাগ টনা বোলে। নিবন্ধ অংশত অৰ্থাৎ গীত অংশত তালক আশ্ৰয় কৰি ৰাগৰ ৰূপ গঢ় লৈ উঠে। বহুতেই এই সাদৃশ্যৰ বাবে বৰগীত সমূহক ধ্ৰুপদ জাতীয় সংগীত বুলি কব খোজাৰ যুক্তি, সেইসমূহৰ ৰচনাকাললৈ লক্ষ্য কৰিলে সত্য যেন নালাগে। কাৰণ 'ধ্ৰুপদৰ আবিষ্কাৰক 'মানসিং টোমৰ' আনুমানিক ষোড়শ শতিকাৰ এগৰাকী সংগীতকাৰ। যিকোনো শাস্ত্ৰীয় সংগীতৰ নিবন্ধ অংশ শিকাৰ বাবে সহজ হোৱাৰ দৰে বৰগীতৰো নিবন্ধ অংশত তাল-মান আৰু অৰ্থযুক্ত কথাৰ প্ৰয়োগ হোৱাৰ বাবে গীতৰ সুৰ মনত ৰখা বা শিক্ষালোৱা সহজ। আনহাতে অনিবন্ধ অংশত তালৰ ধৰাবন্ধা নিয়মৰ ব্যৱহাৰ নথকাৰ বাবে এই অংশ শিল্পীৰ বাবে হৈ পৰে সুৰ বিস্তাৰৰ এখনি সীমাহীন ক্ষেত্ৰ। বিভিন্ন কাৰণত এই অংশৰ সুৰৰ তাৰতম্য হলেও গীতাংশৰ ৰূপকেই শুদ্ধ বুলি ভবাৰ যুক্তি আছে। বৰগীত সমূহ ৰাগযুক্ত উচ্চাঙ্গ সংগীতৰ ভিতৰুৱা, সম্পূৰ্ণ নিবন্ধ গীত। এই নিবন্ধতা সময়, ৰাগ, তাল লয় আৰু ভাৱৰ আধাৰত হৈছে। বৰগীতৰ লয়ক এই সমূহৰ প্ৰাণ বুলি গণ্য কৰা হৈছে। লয়হীন কোনো সংগীতেই হৃদয়স্পৰ্শী হব নোৱাৰে। শংকৰদেৱ-মাধৱদেৱ বিৰচিত বৰগীতৰ প্ৰত্যেকটোৰ ওপৰত 'ধ্ৰুৱ' লিখা দুশাৰী আৰু পদ নামাকৰণেৰে কথাংশ কেবাশাৰীও থাকে। 'ধ্ৰুৱ' বা দোহৰা অংশ আৰু পদ। বৰগীতবোৰ উচ্চভাৱৰ ভক্তিমূলক লিৰিক বা গীতি কবিতা। সাধাৰণতে ৮ৰ পৰা ১৪ শাৰী পৰ্যন্ত দীঘল প্ৰতিটো গীত অন্তৰ উজাৰি ওলোৱা ভক্তিভাৱৰ গভীৰ আৱেগ অনুভতিৰ প্ৰকাশ। গভীৰ ভাৱ,. মধুৰ ভাষা আৰু বিবিধ ছন্দ, অলংকাৰ আৰু ৰাগৰ প্ৰয়োগে বৰগীত সমূহক উচ্চ সাহিত্যিক আৰু সাংগীতিক মৰ্য্যাদা প্ৰদান কৰিছে। বৰগীত বোৰ পৰিবেশন কৰোতে 'ধ্ৰুৱ' অংশৰ কথা বাৰে বাৰে ঘূৰাই পকাই বা দোহৰাৰ নিয়ম গায়ন শৈলীত আছে। পদ অংশত নিৰ্ধাৰিত ৰাগ-তাল থাকে। স্মৃতি শক্তিৰ ওপৰত নিৰ্ভৰ কৰিয়েই বৰগীতৰ ৰাগৰ ৰূপ ধৰি ৰখাৰ প্ৰথা পৰম্পৰাগতভাৱে চলি আহিছে। ফলত ৰাগৰ ৰূপৰ ঠায়ে ঠায়ে বিকৃতি ঘটাৰ সম্ভাৱনাও নুই কৰিব নোৱাৰি। আকৌ প্ৰায় পৰম্পৰ বিচ্ছিন্ন সত্ৰ বিলাকেই বৰগীতৰ প্ৰশিক্ষণ আৰু চৰ্চাৰ একমাত্ৰ অনুষ্ঠান হোৱাৰ বাবে বেলেগ বেলেগ সত্ৰত একোটা ৰাগৰে ভিন ভিন ৰূপৰ প্ৰচলন হোৱা দেখা গৈছে। তেনে ক্ষেত্ৰত ৰাগৰ প্ৰকৃত ৰূপটো নিৰ্ণয় কৰাটো দুঃসাধ্য হৈ পৰিছে। এনে ভেদ সঁচাকৈ

বিভ্ৰান্তিজনক। আনহাতে এই অৱস্থা বৰগীতক বিশুদ্ধ শাস্ত্ৰীয় সংগীত ৰূপে প্ৰতিপন্ন কৰাৰ বাটত ডাঙৰ অন্তৰায়। অৱশ্যে উত্তৰ ভাৰতীয় সংগীতৰ বৰ্তমানৰ ৰাগ বা তালৰ লগত বৰগীতৰ ৰাগ বা তালৰ মিল নাই বুলিয়েই বৰগীতক শাস্ত্ৰীয় সংগীত শ্ৰেণীভূক্ত নহয় বুলি ঘোষণা কৰাৰ প্ৰৱণতাও দেখা যায়। এই সংক্ৰান্তত, অসমৰ বিভিন্ন লোক কলা সংস্কৃতিৰ মুখ্য গৱেষক, সমালোচক ড. বীৰেন্দ্ৰ নাথ দত্তদেৱে মন্তব্য কৰিছে যে 'ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ এটা প্ৰধান শক্তিশালী ধাৰা প্ৰচলিত হৈ আছে দক্ষিণ ভাৰতত, যি দক্ষিণী বা কৰ্ণাটকী সংগীত ৰূপে প্ৰসিদ্ধ। এই ধাৰাইহে ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ প্ৰাচীন ধাৰাটোক অধিক সতেজ ভাৱে বোৱাই ৰাখিছে। কাৰণ উত্তৰ ভাৰতত তুৰ্কী, মোগল, পাঠান আদিৰ ৰাজত্বকালত সেই সকলৰ সংগীতৰ প্ৰভাৱো গভীৰ ভাৱে পৰি পূৰ্বৰ ৰূপৰ ভালেখিনি পৰিৱৰ্তন হোৱাটো নিশ্চিত। কিন্তু ভাৰতীয় সংগীত জগতৰ দক্ষিণ ভাৰতীয় ধাৰাটো অ-শাস্ত্ৰীয়নে ? বৰ্তমানৰ উত্তৰ ভাৰতীয় বা হিন্দুস্থানী সংগীতৰ লগত সাদৃশ্য নথকা কাৰণেই বৰগীতক 'অপাংক্তেয়' বুলি ধৰা নিশ্চয় যুক্তিযুক্ত নহ'ব। যদি ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ উত্তৰ ভাৰতীয়, দক্ষিণ ভাৰতীয় আদি আঞ্চলিক ৰূপ গ্ৰহণযোগ্য ;তেনেহলে পূব ভাৰতীয় ৰূপে এটাৰ অস্তিত্বৰ সম্ভাৱনাও অস্বীকাৰ কৰিব নোৱাৰি। বৰং তেনে এক সম্ভাৱনাৰ প্ৰতিয়েই কিছুমান তথ্যাই ইংগিত দিয়ে।'

উদাহৰণ স্বৰূপে বৰগীতত 'কৌ' নামৰ প্ৰসিদ্ধ ৰাগ আছে। যাৰ উল্লেখ উত্তৰ ভাৰতীয় আৰু কৰ্ণাটকী সংগীতত পোৱা নাযায়। মধ্যযুগৰ বংগীয় গীতত 'কহু' নামৰ ৰাগ এটাৰ উল্লেখ পোৱা যায় যিটোৰ লগত 'কৌ' ৰাগৰ সম্পৰ্ক থাকিব পাৰে। সেইদৰে বৰগীতত ব্যৱহৃত ৰূপক তাল, হিন্দুস্থানী সংগীতৰ ৰূপক তালতকৈ কৰ্ণাটকী ৰূপকৰ লগতহে অধিক সাদৃশ্যপূৰ্ণ। এনেবোৰ উদাহৰণৰ পৰা অনুমান কৰিব পাৰি যে, অসমকে ধৰি ভাৰতৰ পূব প্ৰান্তত শাস্ত্ৰীয় সংগীতৰ এক বিশেষ ধাৰাৰ প্ৰচলন আছিল, আৰু খুব সম্ভৱ শংকৰ-মাধৱে অসমত সেই ধাৰাত বিশেষ ব্যাপক আৰু প্ৰাণৱন্ত কৰি তোলে। বৰগীত সমূহত মুঠতে ২১টা ৰাগৰ ব্যৱহাৰ বিভিন্ন তালত নিবদ্ধিত কৰি থোৱা আছে। ইয়াৰে প্ৰায় ১৩টা ৰাগত শংকৰদেৱে আৰু ১৬টা ৰাগত মাধৱদেৱে সুৰ নিবদ্ধ কৰাৰ উপৰিও, শংকৰদেৱে ব্যৱহাৰ কৰা ৰাগ সমূহো মাধৱদেৱে ৰচনাত ব্যৱহাৰ কৰিছে। নাম প্ৰসঙ্গৰ পবিত্ৰ ক্ষণত বৰগীত সমূহ ভক্তসৱে নামঘৰ, সত্ৰ আদিত প্ৰাৰ্থনাৰ অভিপ্ৰায়েৰে গাইছিল। বৰগীতৰ তাল ইমান সহজ নহয়। এই সমূহত ৰাগৰ স্পষ্ট উল্লেখ আছে যদিও তালৰ উল্লেখ দেখা নাযায়। কেৱল শংকৰদেৱৰ

'ষড়ছন্দ' গীতকেইটিত ছয়খন তালৰ উল্লেখ আছে । এই সন্দৰ্ভত শ্ৰী অজিত শইকীয়াদেৱে উল্লেখ কৰা মতে 'গীত সমূহৰ ৰচনা যিহেতু প্ৰসঙ্গৰ বাবেহে সেয়ে প্ৰসঙ্গ অনুযায়ী ইয়াৰ তাল বিকশিত হয়, তদুপৰি প্ৰাচীন কালৰ পৰা কিছুমান বিশেষ ৰীতিত বৰগীত গোৱা চলি আহিছে য'ত বিশেষ বিশেষ ৰাগত বিশেষ বিশেষ তাল নিজে নিজে পৰে । যেনে 'আশোৱাৰীত' ;'জ্যোতি' ;'বেলোৱাৰত' 'ৰূপক' ; 'কল্যানত' 'খৰমান' ইত্যাদি । বৰগীত গোৱাৰ আগতে গীতৰ ৰাগ উল্লেখ কৰা হয় । বহুসময়ত বাদ্য আৰু তালৰ সংযোগ নোহোৱাকৈ বৰগীত গোৱা হয় যদিও কেতিয়াও নিৰ্দিষ্ট ৰাগ বা সুৰ তালৰ পৰা ফালৰি কাটি গোৱা নহয় । তেনে গায়ন শৈলী দোষণীয়ৰ দৰে জ্ঞান কৰা হয় । আনহাতে বিভিন্ন সময়ত বিভিন্ন ৰাগত বৰগীত গোৱাৰ নিয়ম ।

বৰগীতৰ মনোমোহা ভাষা হৈছে 'ব্ৰজাৱলী' । ই এটি কৃত্ৰিম সাহিত্যিক ভাষা । অসমৰ ব্ৰজাৱলী ভাষাৰ মূল ভেটি হৈছে মৈথিলী ভাষা । মহাপুৰুষ সকলে তেওঁলোকৰ গীত আৰু নাটত এই ভাষা ব্যৱহাৰ কৰাৰ মূল উদ্দেশ্য হয়তো ই সমূহক ভাৰতৰ সকলো লোকৰ মাজত বোধগম্য আৰু জনপ্ৰিয় কৰি তোলা । এই উদ্দেশ্য সাধনত তেওঁলোক যথেষ্ট কৃতকাৰ্যও হৈছিল । বৰ্ত্তমানেও শংকৰ-মাধৱৰ বৰগীত আৰু অংকীয়া নাটবোৰ উত্তৰ ভাৰতৰ মানুহে সহজে বুজি পায় । ব্ৰজাৱলীৰ বৰগীত সমূহৰ বিষয়বস্তু শ্ৰীকৃষ্ণৰ 'ব্ৰজ' বা বৃন্দাবন লীলা । ১৪৮৯-৯০ খৃঃত শ্ৰীশংকৰদেৱৰ সৃষ্টিৰ 'মন মেৰি ৰাম চৰণ হি লাগু' বৰগীতটিয়েই ব্ৰজাৱলী ভাষাৰ প্ৰথম গীত বুলি খ্যাত । বৰ্ত্তমানে মহাপুৰুষ শংকৰদেৱ বিৰচিত ৩৪ টি আৰু মহাপুৰুষ মাধৱদেৱৰ ৰচনা ১৫৭ টি বৰগীত পোৱা যায় । এইখিনিতে এটি কথা উল্লেখনীয় যে শংকৰদেৱে ৰচনা কৰা বহু সংখ্যক গীত প্ৰায় বাৰ কুৰি প্ৰাকৃতিক দুৰ্যোগত হেৰাই যোৱা বাবে আমি সেই সমূহৰ ৰচনাৰ ভাৱ আৰু ৰসাস্বাদনৰ পৰা বঞ্চিত হলো । এই কথা গুৰু চৰিত পুথিয়ে বৰ্ণনা কৰিছে 'আৰু গীত কৰি গোটাই লিখিলে বাৰেও কুৰি কমলা গায়নে নিলে আওবাৰবলৈ চ'ত মাহ বনপোৰা ৰতাহত ঘৰ পোৰাত পুইল, গুৰুজনাই খেদকৈ বোলে - ৰবাৰ পোঃ অনেক শ্ৰমকৈ গীতখনি কৈলো ঃ পুইলে । গীত কিছু কৰা ঃ আমি নকৰো আৰু । তেহে মাধৱদেৱে গুৰু বাক্য ধৰি কৰিছে, আতৈ সৱৰ মুখত বোৱা আগে গুৰি বিহ্বাগাৰি ক্ৰমে দি মাজত ছোট আটাই গীত কৈলে নকুৰি এঘৰাটা বৰগীত ঃ ছয়ৰসে চোৰ, চাতুৰি ।' ছয়ৰস - লীলা, বিৰহ, বিৰক্তি, পৰমাৰ্থ, চৌটাৰ চাতুৰি । এই ছয়ৰসৰ ওপৰত ভিত্তি কৰিয়েই পৰৱৰ্ত্তী যুগত বৈষ্ণৱ সকলে বৰগীতৰ বিষয়বস্তুক মুঠ ছয়টা ভাগত বিভক্ত কৰিছে । এইসমূহ হৈছে - ভগৱন্তৰ অৱতাৰ লীলা, যশোদা তথা গোপ-

গোপীৰ বহ, সংসাৰৰ প্ৰতি বিৰাগ বা বিৰক্তি, পৰমাৰ্থ, শ্ৰীকৃষ্ণৰ চৌৰ্য্য কৰ্ম আৰু কৃষ্ণৰ চল-চাতুৰি।

ভক্তি ৰসত আপ্লুত গুৰুদুজনাই নিৰ্গুণ কৃষ্ণৰ গুণ প্ৰকাশ কৰি কৈছে ভগৱান বিশ্বৰ প্ৰতিটো বস্তুতেই বিৰাজমান। বেদান্তৰ পৰমাৰ্থিক তত্ত্ব প্ৰকাশ কৰি তেৰাসৰে কয় 'ঈশ স্বৰূপে হৰি সৰ্বঘটে বৈঠহ যৈচন গগন বিয়পি'। বৰগীত সমূহত শংকৰ-মাধৱৰ মতৰ লক্ষ্য নিৰ্গুণ কৃষ্ণ। নিবৃত্তি মাৰ্গৰ পাৰসমাপ্তি কেৱল নিৰ্গুণ ব্ৰহ্মতহে হ'ব পাৰে। পুৰাতত্ত্ববিদ ড. প্ৰতাপ চন্দ্ৰ চৌধুৰীদেৱে 'Sankardeva's Contribution to Indian Philosophy' নামৰ তত্ত্বগধুৰ প্ৰবন্ধটিত উল্লেখ কৰা মতে অসমৰ বৈষ্ণৱবাদে বিশ্বাস কৰে - "In the Bhagavata, one of the main resorts of Assam's Vaishnavism, God is the ultimate essence, called param Brahma, the cause of the world. His true nature is not known due to ignorance caused by 'Maya' which is of an allpervading nature. In fact Narayana the eternal reality is the creator, sustainer and destroyer of the universe, through 'Maya' He is the only truth and the rest are decisions."

জগতখন সত্ত্ব, ৰজঃ আৰু তমঃ গুণাত্মিকা প্ৰকৃতিৰ ক্ৰিয়া। নিৰ্গুণ, এই প্ৰকৃতিৰ অতীত। প্ৰবৃত্তি বা সকাম মাৰ্গৰ উদ্দেশ্য এই গুণেৰে পূৰ্ণ প্ৰকৃতিৰ ভিতৰত সীমাবদ্ধ। বৰগীতত ভগৱানৰ ৰূপো নিৰ্গুণৰেই সগুণ প্ৰকাশ। বৰগীত সমূহৰ বিষয়বস্তু ভিন্ন হলেও ইয়াৰ জৰিয়তে ভগৱানৰ সগুণ অৱতাৰৰ কথা শ্ৰৱণ কীৰ্ত্তন কৰি সগুণৰ সহায়েৰে নিৰ্গুণৰ পথত আগবাঢ়িব পৰাকৈ এই বিধ গীত শৈলীত মহাপুৰুষ দুজনাই ভগৱৎ প্ৰেমৰ বিমল স্ৰোত প্ৰবাহিত কৰিছে। মুক্তিৰ আনন্দতকৈও তেৰাসৰে নিৰ্মল ভকতিত পবিত্ৰতা আৰু শ্ৰেষ্ঠত্ব প্ৰদান কৰিছে। সেয়েহে শংকৰদেৱৰ এই শ্ৰেষ্ঠ গীতমালাৰ শুভাৰম্ভ এনেদৰে হৈছে -

*'জয় জয় যাদৱ জলনিধি জাধৱ দাতা*
*শ্ৰুত মাত্ৰাখিল ত্ৰাতা।*
*স্মৰণে কৰয় সিদ্ধি দীন দয়ানিধি'*

ভগৱন্তৰ লীলা বিষয়ক গীত সমূহত যেনে 'তেজৰে কমলাপতি নিশি পৰভাতে নিন্দ' বালক কৃষ্ণক যশোদা মাতৃয়ে প্ৰভাতত শোৱাৰ পৰা জগাই দিয়াৰ দৃশ্যাৱলি এনে মনোৰমকৈ সুললিত সুৰ আৰু আকুলতা ভৰা শব্দেৰে চিত্ৰণ কৰিছে যে সমস্ত পৰিস্থিতি চোৱেই মানসপটত ভুমুকি মাৰেহি। কীৰ্ত্তন শ্ৰৱণ দুয়োটাতে অনাবিল তৃপ্তি অনুভূত হয়। একেই ভাবাৰ্থতে বিৰচিত -

*'উঠৰে উঠ বাপু গোপালহে*
*নিশি পৰভাতে ভৈল।*

*কমল নয়ন বুলি ঘনে ঘনে,*

*যশোদা ডাকিতে লৈল ।'*

এই ভাৱাপন্ন সমূহ গীত, লীলা বিষয়ক বৰগীতৰ 'জাগন' ভাগ । শিশু কৃষ্ণই শোৱাপাটি এৰি দাম-সুদাম আদি গোপ শিশুৰে সৈতে সাজি-কাচি ধেনু চৰাবলৈ যোৱাৰ নয়ন বিনোদক দৃশ্য ভক্তৰ চকুৰ মণিত স্থিৰ হৈ ৰয় । এই ভাগৰ নাম 'চলন' - *'পৰভাতে শ্যাম কানু*

*ধেনু লৈয়া সঙ্গে ।'*

কৃষ্ণই বৃন্দাবনত ধেনু চৰায়, মুৰুলী বজাই মধুৰ ধ্বনি তোলে, কদম গছৰ ছাঁত জিৰায় - *'গোপ বালক সঙ্গে -*

*সই বনে বনমালী বেনু বজাৱত*

*ধেনু চৰাৱত ৰঙ্গে ।*

*শৰীৰ নিৰ্মল ভূৱন উজ্জ্বল*

*কৈলো কানু কালা অঙ্গে ॥'*

কলাকুশলী মাধৱদেৱে 'গো চাৰণ' লীলাৰ বৰ্ণনা ভালে সংখ্যক বৰগীতত অতি চিত্তাকৰ্ষক কৈ দিছে । বৃন্দাবনত কেলি কৰা বিষয়ক লৈ ৰচিত এই সমূহ বৰগীতত কৃষ্ণৰ ভূৱন ভূলোৱা ৰূপৰ পূৰ্ণ প্ৰকাশ বিদ্যমান । এই ভাগৰ নামকৰণ 'খেলন' কৰা হৈছে । শিশুলীলা বিষয়ক বৰগীত সমূহত বাৎসল্য প্ৰেম বিশেষ ভাৱে প্ৰকট হৈছে যদিও সমস্ত জগতৰে গুৰু পৰম পুৰুষ হৃষিয়ে যেন মানৱী ৰূপ লৈ নানান ভাও দেখুৱাই ভক্তৰ মনত সুবিমল 'কৃষ্ণ প্ৰেম' জাগৃত কৰিছে 'জগতৰ পতিৰ' মাতৃ যশোদাই যেন পুত্ৰ প্ৰেমত আপ্লুত হৈ কয় -

*'গোবিন্দ দুগ্ধ পিউ, দুগ্ধ পিউ*

*বোলৰে যশোৱা*

*দুগ্ধ নাখায় হৰি কান্দে ওৱা ওৱা ।'*

বিৰাট পৰম ব্ৰহ্ম ৰূপক মাটিৰ মানুহ যেন কৰি গুৰু দুজনাই ভক্তৰ মনস্কামনা পূৰ্ণ কৰা দেখা যায় । মাজে মাজে ভক্তৰ প্ৰাণত প্ৰশ্নৰ অৱতাৰণা নোহোৱা নহয় । ভক্তৰ ভাষাত গুৰুৱে কয়- *'তেজিয়া বৈকুণ্ঠ পুৰী এচিদ বিলাস*

*কি লাগি কমলাপতি ব্ৰজে কৈলা বাস ?'*

বৰগীত সমূহৰ বিষয়বস্তুত মানৱ মনত উদয় হোৱা নানা অনুৰাগৰপ্ৰকাশ দেখা যায়, কিন্তু সকলো অনুৰাগেই একত্ৰিত হৈ ভগৱানৰ মহিমাৰ প্ৰতি সকলোকে আকৰ্ষিত কৰিছে । সেয়েহে গোপী বা ব্ৰজনাৰী সৱৰ কৃষ্ণ সংগ লাভৰ কামনাকো ভক্তিৰ নিৰ্মল অনুৰাগ ৰূপে বৰগীতত উপস্থাপন কৰা হৈছে । কৃষ্ণৰ লয়লাস

নাগেনৰ তালত ব্ৰজনাৰী সকল যেন আনন্দত আপোন পাহৰা হৈ পৰিছে। হাতত বাঁহী, মুখত হাঁহি লৈ 'ৰঙ্গে পঞ্চয় গায়'। শ্যাম কলেৱৰৰ কৃষ্ণই প্ৰেম ৰসত নিমজ্জিত গোপী সৱৰ হৃদয় শাঁত পেলাইছে—দেখিছে মদন ৰূপ--

*'ভালি নাচে ভালা মদন গোপালা*

*বজায়ে মোহন বেনু গলে বনমালা।*

*অৰুণ চৰণ দুহোঁ ঠমকে চলয়*

*ইষত ইষত হাঁহি পঞ্চম গায়।'*

মহাপুৰুষ মাধৱদেৱে শ্ৰীকৃষ্ণৰ শিশুলীলাতহে অধিক গুৰুত্ব আৰোপ কৰি সৰহ সংখ্যক বৰগীত বালক কৃষ্ণৰ লীলা বৰ্ণনা কৰি ৰচিছে। কবি গৰাকীয়ে বালক কৃষ্ণৰ মাজত কেৱল বাহ্য সৌন্দৰ্যকে প্ৰতিফলিত কৰা নাই বৰং তেওঁৰ আভ্যন্তৰিক সৌন্দৰ্য্য, বুদ্ধি, চাতুৰ্য্য, চৌৰ্য্য সমস্ত গুণ সফল ভাৱে ৰূপায়ণ কৰিছে। কেৱলীয়া ভক্ত মাধৱদেৱে মাতৃৰ পৱিত্ৰ হৃদয়বো অধিকাৰী হৈ পৰিছে, বৰগীতৰ অমৃত ধাৰাৰ মাজেৰে, যাৰ ফলত ভক্তি ভাৱত আত্মবিভোৰ হৈ নিজৰ ব্যক্তিত্বক যশোদাৰ সৈতে বিলীন কৰি দিছে। সেয়ে এইজনা গুৰুৱে যশোদাৰ দৃষ্টিৰে যেন কৃষ্ণ লীলাৰ পূৰ্ণ আনন্দ পান কৰিছে। এয়া বাৎসল্য ৰসৰ পৰিপক্কতাত ভক্তি ৰসৰ অনুপম উপলব্ধি। সেয়ে কবি গৰাকীৰ স্বৰেৰে নিগৰিত হৈছে এনেহেন অমৃতবাণী—

*'পৰমানন্দ লীলা পৰকাশী।*

*বহু ৰসে ৰঙ্গল গকুল বাসী॥*

*সব ৰস সাগৰ নন্দকু লালা।*

*কহয় মাধৱ গতি মুকুতি গোপালা॥'*

'গোচাৰণ' আৰু 'মাখন চুৰি' লীলা বিষয়ক বৰগীত সমূহে ভক্তিক প্ৰতীকাত্মক ৰূপত ব্যঞ্জিত কৰিবলৈ সমৰ্থবান। সখ্য প্ৰেমৰ বশীভূত হৈহে শ্ৰীকৃষ্ণই 'গো' চৰায়। 'গো'ৰ অৰ্থ ইন্দ্ৰিয়, অৰ্থাৎ 'গো' ৰূপ কুমাৰ্গী ইন্দ্ৰিয়বোৰৰ প্ৰতিৰোধাৰ্থে, স্বয়ং পৰম ব্ৰহ্ম কৃষ্ণই সখ্যভাৱৰ মাজেৰে সহায় কৰে। আধ্যাত্মিক দৃষ্টিৰে 'মাখন' হৈছে হৃদয়ৰ কোমল প্ৰবৃত্তিবোৰৰ প্ৰতীক, যাৰ পৰম ব্ৰহ্ম কৃষ্ণই নিজৰ ফাললৈ আকৰ্ষিত কৰে। এইদৰে বৰগীত সমূহত নিহিত বৰ্ণনাৰ গুৰু অৰ্থ অতি তাৎপৰ্যপূৰ্ণ। স্বৰূপাৰ্থত, মাধৱদেৱৰ শিশুলীলা বিষয়ক সমস্ত গীতেই অসমীয়া কাব্য সাহিত্যৰ সুনিৰ্মল উপলব্ধি। তত্ত্ব-বেত্তা মাধৱদেৱৰ বাবে দৈৱকী নন্দন কৃষ্ণই 'পৰম ব্ৰহ্ম' যাক শ্ৰীশংকৰদেৱে 'অবিকল্পং নিৰ্ভেদম অত এব আনন্দ মাত্ৰম্' বুলি ঘোষণা কৰিছে। গুৰুদ্বয়ে প্ৰায়বোৰ বৰগীতত শ্ৰীকৃষ্ণৰ মোহন মূৰ্ত্তিৰ বৰ্ণনাও অতি চিত্তাকৰ্ষক, সুললিত আৰু এই সমূহত কৃষ্ণৰ পাৰ্থিৱ তথা আধ্যাত্মিক দুয়ো

ৰূপৰ সমাবেশ সুন্দৰ ভাবে অবতাৰণা কৰিছে। দৈৱকীনন্দন কৃষ্ণৰ প্ৰধান বৈশিষ্ট্যই হৈছে 'তেওঁ সুন্দৰ'। মাধৱদেৱৰ এই বিষযক প্ৰায়বোৰ ৰচনাত নিৰ্গুণ 'ব্ৰহ্ম কৃষ্ণ' অৰ্থাৎ 'পুৰুষোত্তম'ৰ মান্য স্বৰূপ ভক্তৰ প্ৰাণত সঞ্চাৰিত হয। সাধাৰণ ভক্ত আৰু পাঠকৰ কাৰণে পাৰ্থিব ৰূপ অধিক গ্ৰহণীয় হৈ পৰে। সেইবাবে সৌন্দৰ্য বৰ্ণনাত কবি দুজনাই আৰাধ্য কৃষ্ণক 'ত্ৰিভূবন মোহন' 'কোটি মদন জিনি' গকুল ছাঁদ' 'শশধৰ কোটি কান্তি' 'মনমোহন' 'ভূবন মোহন মুৰুতি' ইত্যাদি ৰূপেৰে আটকধুনীয়াকৈ ৰঞ্জিত কৰি বৰগীত সমূহৰো সৌষ্ঠৱ বৃদ্ধি কৰিছে। তেওঁৰ শৰীৰ নবীন মেঘৰ দৰে শ্যাম বৰ্ণৰ, মুখমণ্ডল চন্দ্ৰমাৰ দৰে কান্তিময, চকুযুৰি ৰাতা উৎপলৰ দৰে 'কম্বুকণ্ঠে মনি কৌস্তুভ লুলে' অৰ্থাৎ শঙ্খৰ পাকৰ দৰে আক থকা ডিঙিত কৌস্তুভ মণি, শিৰত শিখণ্ডক, ককালত কিঙ্কিনি, ভৰিত মঞ্জিৰ আৰু নেপুৰ, গলে গুঞ্জমণি-মুকুতা মালা, পীত ধতি ইত্যাদি অপূৰ্ব বৰ্ণনা বৰগীত সমূহৰ অমূল্য অলংকাৰেই নহয়, শ্ৰীকৃষ্ণৰ প্ৰতি জনমানসক আকৃষ্ট কৰাৰ এক অতি বলিষ্ঠ ইন্ধন। ভক্তৰ মনৰ প্ৰতিক্ৰিয়া মাধৱগুৰুৱে গোপী সকলৰ মাধ্যমেৰেও ব্যক্ত কৰিছে। বিশ্ব বিমোহিত ৰূপত বিস্ময়াবিভূত গোপীসৱে কয় –

*'কানায় কিনা ৰূপসিযা*
*গোপীৰ মুহিলা প্ৰাণ মুচুকি হাসিযা।'*

কৃষ্ণ প্ৰেমত আপ্লুত গোপী সৱৰ প্ৰাণ কৃষ্ণ অবিহনে কেনেদৰে শোকত ম্ৰিয়মান হৈছিল, সেই অৱস্থাৰ কৰুণ চিত্ৰণ, বৰগীত সমূহত অতি মনোৰম, সৰস আৰু প্ৰকৃতাৰ্থত মনোবৈজ্ঞানিক। বিষাদ বিহ্বলা গোপীসৱৰ প্ৰাণৰ পৰা নিগৰিত

*'কি কহব উদ্ধৱ কি কহব প্ৰাণ*
*গোবিন্দ বিনে ভয়ো গকুল উছান।'*

মহাপুৰুষ শংকৰদেৱৰ এই বৰগীতটিৰে শেষৰ পদফাঁকি কেনে হৃদয বিদাৰক কৰুণ ৰসপূৰ্ণ। *'মথুৰা ৰহল সব গোপিনীক পিউ*
*কেশব বিনে কৈছে ধৰবহোঁ জিউ।'*

কৃষ্ণ প্ৰেমত নিমজ্জিত হৈ থকা পৰম ভক্ত গোপিনী সকলৰ কথাও গুৰুজনাই বৰগীতত মধুৰ ভাব ভাষাৰে কৰুণ ৰসামৃতেৰে সদৰি কৰিছে। ভক্তৰ দাস ভগৱান শ্ৰীকৃষ্ণই গোপিনী সৱৰ কথা সুৱৰি অধীৰ হোৱা কিমান পাৰ্থিৱ অথচ কিমান তত্ত্ব গধুৰ। কৃষ্ণৰ বাণী –

*'নাহি নাহি সুহৃদ মোহে গোপিনী সমান*
*তাহ্নেৰ দুখ শুনি চুটে মেৰি প্ৰাণ ॥'*

বৰগীতৰ বৰ্ণনাত শ্ৰীহৰিৰ এই অৱস্থাত 'বোলিতে কমল নয়নে ঝুৰে বাৰি'

–এইবিধ শ্ৰেষ্ঠ গীতত গোপিনীৰ কৃষ্ণপ্ৰেম, পৰমাত্মাৰ লগত জীৱাত্মাৰ মিলনৰ প্ৰয়াস । স্থিৰমতি গোপীসকলে পৰমানন্দ ভগৱন্তক পোৱাৰ বাবে ধৰ্ম্মনাশ আৰু সদাচাৰ ত্যাগ; গৃহস্থ ৰমণীৰ পক্ষে এবিধ নোৱাৰা কাৰ্যকো পৰিত্যাগ কৰি পৰমানন্দ শ্ৰীকৃষ্ণৰ লগত বিলীন হোৱাৰ কামনা কৰিছিল । এনেদৰে জীৱাত্মাই স্বামীৰাম পৰমাত্মাৰ প্ৰতি নিবিড় সেৱাৰ আশাৰে আত্মহাৰা হোৱাকে ভক্তিপ্ৰেম বুলি জনা যায় । বৰগীতত গোপ নাৰীৰ কৃষ্ণপ্ৰেম দৈহিক নহয়, ভক্তিৰ অনুৰাগহে । শৃংগাৰ ৰস গৈ ভক্তি ৰসত পৰিপক্কতা লাভ কৰিছে । ভগৱন্তৰ লীলা বৰ্ণনাৰ লগতে মহিমা উপলব্ধিৰ বাবে লাগতিয়াল তত্ত্বসমূহ আৰু তেওঁৰেই অপাৰ মহিমা বৰগীত সমূহৰ বিষয়বস্তুৰ ভিতৰুৱা উপকৰণ ।

তত্ত্বপ্ৰধান উপদেশমূলক বৰগীত সমূহত মানুহৰ বিষয় ভোগৰ দোষসমূহ দেখুৱাই ভক্তিৰ প্ৰতি মন আকৃষ্ট কৰাবো প্ৰয়াস কৰা হৈছে । শ্ৰীশংকৰদেৱৰ

*'বোলহ ৰাম নামেসে মুকুতি নিদানা*
*ভৱ বৈতৰনী তৰনী সুখ সৰনী*
*নাহি নাহি নাম সমানা ।'*

এনে বৰগীতে ভক্তক বৈতৰণীসম সংসাৰ সাগৰৰ পৰা ৰাম নামেৰে কেনেদৰে মুক্তি পাব পাৰি তাৰেই সন্ধান দিছে ।'শ্ৰীশংকৰদেৱৰ প্ৰাপ্ত বৰগীত সমূহৰ সৰহভাগেই প্ৰাৰ্থনাসূচক । মানব জীৱনৰ দুষ্প্ৰাপ্যতা, ক্ষণভঙ্গুৰতা, আনহাতে হৰিভক্তিৰ শ্ৰেষ্ঠতাৰ কথা ই সমূহত বৰ্ণনা কৰা হৈছে ।

*'তই ৰাম ভজ তেজিয়া সব মায়া ।'*

আকৌ – *'অথিৰ ধন জন জীৱন যৌৱন*
*অথিৰ এহু সংসাৰ*
*পুত্ৰ পৰিবাৰ সবহি অসাৰ*
*কৰহি কাহেৰি সাৰ ।'* ইত্যাদি

বৰগীতত জীৱৰ মুক্তিৰ উপায় কেৱল ভকতি বুলি স্পষ্ট হৈ পৰিছে । মহাপুৰুষ দুজনাৰ বৰগীতৰ প্ৰাণস্বৰূপ কৃষ্ণ হলেও, মহাপুৰুষ শঙ্কৰদেৱৰ ৰচনা বীৰ ৰসেৰে সুশোভিত –

*'শুন শুন ৰে সুৰ বৈৰী প্ৰমাণা*
*নিশাচৰ নাশ নিদানা ॥'*

বৰগীতটোত পৰম ব্ৰহ্মৰেই ৰাম অৱতাৰে অনীতি, অধৰ্মৰ বিপৰীতে যুঁজি ভক্তৰ সহায়ত কেনেদৰে জয়লাভ কৰিছিল তাৰেই সৰস বৰ্ণনা কৰিছে - বহু পণ্ডিতৰ মতে, গুৰুজনাই এই বৰগীতটিত প্ৰতীক ধৰ্মী বৰ্ণনা দিছে- বৰগীত সমূহত

'Symbolism' ৰ গুৰুত্ব কম নহয় । বিদগ্ধ লেখক ড. মুকুন্দ মাধৱ শৰ্মাদেৱৰ মতে এই বৰগীতত – 'Symbolically here Lanka stands for the human body, ten headed Ravana for the ten 'Indriyas' (organs) Sita for the 'Jivatma' Ramachandra for the 'paramatma' 'Rama-nama' mentioned in the vary second line stands for the device of 'Bhakti' and the monkeys symbolise the noble spiritual attitudes of the individual. The symbolically conveyed philosophical import is that, the 'Jivatma' remains separated from the 'paramatma' and confined within the sphere of base physical pleasure being arrested by the pull of 'indriyas'. The battle between Ramachandra and Ravana is the conflict between the noble and the evil. The Jivatma with the help of Bhakti (Rama-nama) and the noble attitudes (the kapis) may get release from the bondage of the indriyas and reunite with the supreme self (Raghupati). This is how the efficacy of the path of 'Bhakti' is spoken of in a very artistic maner.

গুৰু চৰিত পুথিৰ মতে ১৫১৭ খঃত কছাৰী আৰু ভূঞা সকলৰ মাজত সংঘৰ্ষ লাগে । তেতিয়াই গুৰু শংকৰে ভূঞা সকলক লগত লৈ লুইতৰ উত্তৰ পাৰলৈ গমন কৰে । সমুদ্ৰ সদৃশ বিশাল ব্ৰহ্মপুত্ৰ পাৰ হৈ থাকোতে 'শুন শুন ৰে সুৰ বৈৰী প্ৰমানা' বৰগীতটি ৰচনা কৰে ।

গুৰু দুজনাই বৰগীতসমূহত ৰাম কৃষ্ণৰ অভিন্ন ৰূপ বৰ্ণনাত সফল হোৱা দেখা যায় । 'ৰাম বিনে নাহি বান্ধৱ কোই' 'ৰাম বিনে কতি মুকুতি নাহোই'

*'জানি ৰাম চৰণে কৰো আশা ।*

*কহতু মাধৱ হৰি দাসকু দাসা ।।'* ইত্যাদি বৰ্ণনাত পৰম ব্ৰহ্মৰ অবিচ্ছেদ্য ৰূপ, ভক্তৰ মন মন্দিৰত উজলি উঠে ।

মহাপুৰুষ দুজনাই সৰ্বত্ৰ কৃষ্ণময় দেখিছিল । মনৰ মাজত মথুৰা, বৃন্দাবন, গকুলৰ স্বৰূপ, যেন অহৰ্নিশে প্ৰতিফলিত হৈছিল । এই কথাৰ আভাস গুৰু মাধৱৰ সমসাময়িক এটি ঘটনাই প্ৰকট কৰে । সাহিত্যিক ফনী তালুকদাৰদেৱৰ 'একালৰ বৃন্দাবন বৰপেটা সত্ৰ' শীৰ্ষক কথিকাটিত উল্লেখ কৰাৰ দৰে - 'মহাপুৰুষ মাধৱদেৱে কৈছিল - কৃষ্ণ অৱতাৰে পূৰ্ণ আদি তিনিখন বৈকুণ্ঠ পৃথিৱীলৈ নমাই অনেক লীলা কইলে । গকুল, মথুৰা, বৃন্দাবন - মোৰ মহাপুৰুষ গুৰু সেই তিনি খনকে আনি তিনি ৰাজ্যে থাপি কেৱল ধৰ্ম প্ৰকাশ কৈলেহি ।' ওচৰৰে সুন্দৰীদিয়াৰ পৰা তাঁতীকুছিলৈ (বৰপেটাৰ পূৰ্বৰ নাম) ভকত সকলৰ লগত আঁহোতে এই অঞ্চলৰ আকৰ্ষণীয় পৰিবেশ দেখি, স্বতস্ফূৰ্তভাৱে গুৰু মাধৱৰ প্ৰাণৰ পৰা যেন অমৃত শব্দ নিগৰি সৃষ্টি হৈছিল –

*'আলো ভাই চলো আইস*

*যাই বৃন্দাবনে*

*দেখো গৈয়া আনন্দ নয়নে ।'*

বৰগীতটিৰ বৰ্ণনাই অঞ্চলটোৰ ৰাইজৰ ৰাম-কৃষ্ণৰ প্ৰতি থকা অগাধ ভক্তি আৰু গো বৎস আদিৰে সমৃদ্ধ আনন্দময় ভোগালি পৰিবেশ এটিৰ কথাকে সূচায় । সেয়ে বৃন্দাবন স্মৃতি বিজড়িত মানসেৰে এই অঞ্চলত তেৰাই পদাৰ্পন কৰি থানৰ ভেটি গঢ়ি তুলি সেই স্থানত অক্ষয় বন্তি নিজহাতে প্ৰজ্বলন কৰে । আজিও সেই বন্তি একেভাৰে জ্বলি আছে ।

ৰাম-কৃষ্ণৰ স্মৃতি বিজড়িত ভাৰতৰ বিস্তীৰ্ণ এলেকাত ভ্ৰমণ কৰি অহা গুৰু শংকৰদেৱে আৰু তেওঁৰেই প্ৰিয় মাধৱদেৱে অসমৰ মাটিতে আজি পাঁচশ বছৰৰো পূৰ্বতে সমগ্ৰ ভাৰতক সাংস্কৃতিক একতাৰ এনাজৰীৰে বান্ধিবৰ প্ৰয়াস কৰা, বৰগীত সমূহতো প্ৰকট হোৱা পৰিলক্ষিত হৈছে - বৰগীতত ভাৰত শব্দৰ প্ৰয়োগ তাৎপৰ্যপূৰ্ণ । 'ভাৰত বৰিষে মানবী তনু পায়া' 'ভাৰতে পুনু মানবী তনু, আৱৰি নাহি আশা ।'

গুৰু দুজনাৰ এনে চিন্তন সাম্প্ৰতিক যুগত কিমান আৱশ্যকীয় ইয়াক দোহৰাৰ প্ৰয়োজন নাই । এই খিনিতে সত্যাগ্ৰহী নেতা আচাৰ্য্য বিনোৱা জীৰ মহাপুৰুষ দুজনাৰ প্ৰতি থকা ঐকান্তিক ভক্তি আৰু আস্থা সহকাৰে ব্যক্ত কথা কেইশাৰীলৈ বাৰে বাৰে মনত পৰে । তেওঁৰ নিজৰ উক্তিৰে 'মই বহুতো ধৰ্মৰ বিষয়ে অধ্যয়ন কৰিছোঁ, কিন্তু শংকৰদেৱৰ প্ৰচাৰিত ধৰ্মৰ নিচিনা বিশাল উদাৰ ধৰ্মৰ নমুনা এই পৰ্য্যন্ত কতো পোৱা নাই ।' মহাপুৰুষদ্বয়ৰ সাহিত্য সৃষ্টিৰ অনুপম সফলতা দেখি, সেই সমূহত নিমজ্জিত হৈ আচাৰ্য্যদেৱে আকৌ কৈছে - 'পৃথিৱীৰ সাহিত্যত নবৰসৰ সমাবেশ, কিন্তু শংকৰ-মাধৱৰ সাহিত্যত আৰু এটি ৰসৰ আস্বাদ পোৱা হ'ল - সেয়া 'সেৱা ৰস' ।

সাহিত্য সংস্কৃতি তথা নৱ ধৰ্মৰ অৱদানেৰে অসম ভূমি সমৃদ্ধ কৰা বিশাল 'কল্পতৰু' সদৃশ এই দুজনা পৰম গুৰুৰ ৰচনাত নিজস্ব বৈশিষ্ট্য বিৰাজমান । সৃষ্টি ধৰ্মী শিল্পীয়ে পৃথিৱীৰ সকলো সামগ্ৰী লয়, কিন্তু সৃষ্টি কৰে নিজস্ব শৈলীত । সৰ্বশাস্ত্ৰ বিশাৰদ অসাধাৰণ প্ৰতিভা সম্পন্ন সৰ্বকাল জয়ী এই দুজনা মহাপুৰুষে নানা গ্ৰন্থ গীতৰ সম্ভাৰেৰে অসমৰ জনসাধাৰণৰ অন্তৰ ভেদী যি অমৃতৰ নিজৰা বোৱাই গ'ল সি এতিয়াও নিছিগা ধাৰেৰে বৈ আছে আৰু কোনো কালে বিনষ্ট কৰিব নোৱাৰে ।

এইহেন স্বৰ্গীয় অৱদানৰ ব্যৱহাৰ, অপব্যৱহাৰ দুয়োটাই হ'ব পাৰে । সুব্যৱহাৰে উৰ্দ্ধমুখী আৰু অপব্যৱহাৰে অধঃমুখী কৰি মহান সংস্কৃতিৰ সুনাম আৰু দুৰ্নাম দুয়োটাই আনিব পাৰে । শ্ৰেষ্ঠ সুকুমাৰ কলা, সংগীতৰ সম্মোহিনী শক্তিৰে

শ্ৰোতাৰ মন আকৰ্ষণৰ প্ৰয়াসেৰে যুগ পুৰুষ দুজনাই ভক্তিমূলক গীত, কীৰ্ত্তন ঘোষা বৰগীত ৰচি সুকণ্ঠেৰে পৰিবেশন কৰি ভক্তক আনন্দামৃত পান কৰাবলৈ সম্পূৰ্ণ সক্ষম হৈছিল । এই কথালৈ দৃষ্টিপাত কৰিলেই বুজা যায় সংগীত যে মানৱৰ মন মোহা এবিধ অব্যৰ্থ অস্ত্ৰ ।

সাম্প্ৰতিক কালত মহাপুৰুষ দুজনাৰ কৰ্ম সংস্কৃতিৰ বহুল প্ৰচাৰ আৰু প্ৰসাৰৰ হাবিয়াসেৰে তেওঁসবৰ শ্ৰীচৰণত শতকোটি বাৰ প্ৰণাম নিবেদন কৰি বিখ্যাত শংকৰ সাহিত্যিক ড. মহেশ্বৰ নেওগদেৱৰ এফাঁকি শংকৰ বন্দনাৰে মহাপুৰুষলৈ শ্ৰদ্ধা স্তুতি আগবঢ়ালোঁ –

*'সেয়া কোন মধু কণ্ঠী অমৰ কিন্নৰ*
*চপল আঙুলি মেলি চঞ্চল চৰণ*
*ডিণ্ডিত মৃদঙ্গ আৰু পাৱত নেপুৰ আঁৰি*
*সুৰ শিল্পী শ্ৰেষ্ঠ বিদ্যাধৰ*
*গাই গাই গীত শ্ৰেষ্ঠ বৰগীত*
*বিলাপৰ কৰুণ পয়াৰ*
*ক্ষিপ্ৰ স্বৰা ৰণৰ ঝুমুৰি*
*নাচি নাচি লয়লাস*
*তাণ্ডৱৰ গন্ধৰ্ব নাচোন ।'*

**সহায়ক গ্ৰন্থপঞ্জী ঃ**


০১। Dr Moheswar Neog -The Rhythem in the vaishnava Music of Assam
০২। হৰিনাৰায়ণ দত্তবৰুৱা - বৰগীত
০৩। গৰ্গ নাৰায়ণ চৌধুৰী - বৰগীত
০৪। ড. সত্যেন্দ্ৰ নাথ শৰ্মা - অসমীয়া সাহিত্যৰ ইতিবৃত্ত
০৫। শ্ৰীমন্ত শংকৰদেৱ সংঘৰ দ্বাৰা প্ৰকাশিত বাতৰি - মণিকাঞ্চন
০৬। বিষ্ণু প্ৰসাদ ৰাভা ৰচনা সম্ভাৰ
০৭। ভৱপ্ৰসাদ চলিহা, সম্পাদনা - প্ৰাগজ্যোতিকা
০৮। ড. পৰীক্ষিত হাজৰিকা সম্পাদিত - অসম সাহিত্য সভা পত্ৰিকা
০৯। শ্ৰী অজিত শইকীয়া - বৰগীত বিশ্লেষণ (কথিকা)
১০। ড. মহেশ্বৰ নেওগ - শ্ৰীশ্ৰীশংকৰদেৱ
১১। ড. মহেশ্বৰ নেওগ - স্বৰ লেখাত বৰগীত
১৩। ড. কৃষ্ণ নাৰায়ণ মাগধ - মহাপুৰুষ মাধৱদেৱৰ 'কৃষ্ণ' (কথিকা)
১৪। Sankardeva Sangha-Sankardeva-Studies in culture
১৬। Dr. Mukunda Madhab Sharma
On the songs celestial of saint Sankardeva by

# কথাগুৰু চৰিত ঃ গদ্যশৈলীৰ উৎকৃষ্ট নিদৰ্শন

নিবেদিতা বড়া সন্দিকৈ

মধ্যযুগৰ অসমীয়া গদ্য সাহিত্যৰ এটি উৎকৃষ্ট নিদৰ্শন চৰিত পুথি সমূহ। ৰজাঘৰীয়া আশ্ৰয়ত যেনেদৰে বুৰঞ্জী সৃষ্টি হৈছিল, বৈষ্ণৱ সত্ৰানুষ্ঠানৰ আশ্ৰয়ত উদ্ভৱ হৈছিল চৰিত পুথি সমূহ। নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্ত্তক প্ৰচাৰক শংকৰদেৱ-মাধৱদেৱ, সন্ত মহন্তৰ জীৱনী আৰু বংশাৱলী গদ্য পদ্য উভয়তে ৰচনা হৈছিল। চহাপ্ৰাণ অসমীয়া সমাজৰ জীৱনৰ অনুপ্ৰেৰণা যোগাবৰ হেতুকে নাম প্ৰসঙ্গৰ অন্তত মহাপুৰুষ দুজনাৰ চৰিত তোলা ৰীতি চলি আহিছে। চৰিত পুথি সমূহেই অসমীয়া জীৱনী সাহিত্য সৃষ্টিৰ মূল চালিকা শক্তি। কথাগুৰু চৰিত মতে সৰ্ব প্ৰথমে মাধৱদেৱে গুৰু বাক্য শিৰে ধৰি গুৰুজনাৰ সদা সৰ্বদা চৰিত কীৰ্ত্তন কৰিছিল। ভক্ত সকলে শংকৰদেৱৰ তিৰোভাৱৰ পাছতে জীৱনী সংকলন কৰিবলৈ চেষ্টা কৰে বুলি অনুমান কৰা হয়। এই সংকলন কাৰ্য্য বহু বছৰ ব্যাপি চলিছিল। মহাপুৰুষদ্বয়ৰ জীৱন সম্বন্ধে লোক পৰম্পৰাৰ যি প্ৰবাদ আৰু জনশ্ৰুতি আছিল, সেইবোৰ চৰিতপুথিত সন্নিবেশ কৰা হৈছে। গদ্য পদ্য উভয়বিধ চৰিততে মহাপুৰুষদ্বয়ৰ জীৱনৰ বৃত্তান্ত অলৌকিক আৰু অতি প্ৰাকৃত আখ্যানেৰে অতিৰঞ্জিত কৰা হৈছে। সৰহ সংখ্যক চৰিত পুথিয়ে পদত ৰচিত হলেও 'বৰদোৱা চৰিত' আৰু 'কথাগুৰু চৰিত' খন গদ্যত ৰচিত হোৱা বিশিষ্ট চৰিতপুথি। শংকৰ-মাধৱ গুৰুদুজনা, নজনা আতা, দুজনা ঠাকুৰ প্ৰমুখ্যে ভক্ত বৈষ্ণৱৰ জীৱন চৰিত সম্বলিত কথাগুৰু চৰিতপুথিৰ দৰে দ্বিতীয় এখন নাই।

চৰিতপুথিৰ প্ৰধান উদ্দেশ্য হৈছে মহাপুৰুষদ্বয়ৰ পবিত্ৰ চৰিতৰ গুনানুকীৰ্ত্তন কৰি জনসাধাৰণৰ মাজত শ্ৰদ্ধা ভক্তি ভাৱৰ উন্মেষ কৰাটো। সেয়েহে ভট্টদেৱৰ গদ্য আৰু কথাৰামায়ণৰ গদ্যৰ লগত কথাগুৰু চৰিতত গদ্যৰ কিছু পৃথক হলেও ইয়াত জনসাধাৰণৰ এটি কথিত পৰিমাৰ্জিত ৰূপ পোৱা যায়।

চৰিতপুথি সমূহৰ বিষয়বস্তু হৈছে, মহাপুৰুষ দুজনাৰ জীৱন আৰু তেখেতসকলৰ লগত সম্বন্ধ থকা জীৱন বৃত্তান্ত। সেয়েহে চৰিতপুথিত সমসাময়িক অসমীয়া গাঁৱলীয়া জীৱনৰ প্ৰতিচ্ছবি, প্ৰচলিত আচাৰ অনুষ্ঠানৰ বিৱৰণ, তীৰ্থযাত্ৰাৰ কাহিনী আদি সন্নিবিষ্ট কৰাৰ বাবে সৰল আবেগৰ কথ্য ভাষাৰ ব্যৱহৃত হৈছে। সত্ৰীয়া পৰিবেশত গঢ়লৈ উঠা হেতুকে চৰিতপুথিৰ গদ্যত এটি ভকতীয়া ঠাচোঁ পৰিলক্ষিত হোৱা দেখা যায়।

শংকৰদেৱে দুকুৰি ভকতৰ সৈতে প্ৰথমবাৰ তীৰ্থ ভ্ৰমণলৈ যাওঁতে বিভিন্ন

মানুহৰ লগত চা-চিনাকিহে ভাৱৰ আদান-প্ৰদান কৰাৰ ফলশ্ৰুতিতে ভাষাৰ এটা নিজস্ব সাঁচ কথাগুৰু চৰিতত পোৱা যায় । কথাগুৰু চৰিতত বিভিন্নজনে বিভিন্ন ধৰণেৰে গুৰু দুজনাৰ কথা ব্যক্ত কৰিছে আৰু জীৱন চৰিতত থকা সৰু সৰু কথাবোৰ ব্যক্ত কৰোতে গদ্যৰ একোটা গঢ় লৈছে । পৰোক্ষ আৰু প্ৰত্যক্ষ উক্তিতহে কথাগুৰু চৰিতত বক্তা সকলে বক্তব্য দাঙি ধৰিছে । ড. মহেশ্বৰ নেওগদেৱৰ মতে 'ইয়াত এজনৰ কথাশৈলী বিচাৰ কৰিলে ভুল হব' । আধ্যাত্মিক পৰিবেশত আতা আৰু ভক্তসকলৰ জীৱন আৰু জগতৰ সম্বন্ধ কথোপকথনৰ মাজেদিহে কথাগুৰু চৰিতত প্ৰতিফলিত হৈছে । মহাপুৰুষ সকলৰ চৰিতচৰ্চা কৰোতে জ্ঞাতে অথবা অজ্ঞাতে গীত, পদ, ভটিমা আদি কথাগুৰু চৰিতৰ মাজত সোমাই পৰিছে, যাৰবাবে 'ভগৱন্তৰ প্ৰচন্ন বিগ্ৰহ' 'জম্বুদ্বীপৰ বৈষ্ণৱ' প্ৰধান মহাপুৰুষৰ এই লীলা চৰিতৰ পৰা ভক্তই ভক্ত, ভগৱন্ত আৰু ভাগৱতৰ স্বৰূপ উপলব্ধি কৰিবলৈ সহায় পাব আৰু সৎসঙ্গৰ মাহাত্ম্যও অনুভৱ কৰিব পাৰিব । একোটা সৰু সৰু বাক্যৰ ভিতৰতে, একোটা খণ্ড বাক্যৰ ভিতৰতে, একোটা মহৎ আৰু স্পষ্ট ভাৱ প্ৰকাশ পোৱাত চৰিতৰ গদ্যশৈলীক অতি মনোৰম, আকৰ্ষণীয় আৰু অৰ্থব্যঞ্জক কৰি তুলিছে । বাক্য সুৰময়, ছন্দ গতিময় হোৱা হেতুকে শ্ৰোতা আৰু পাঠকৰ অন্তৰ জয় কৰি তুলিছে । কথাগুৰু চৰিতত ব্যৱহৃত গীতৰ অংশ বিশেষ ঃ

*'উঠৰে উঠ বাপু গোপাল হে নিশি পৰভাত ভেল নাৰায়ণ'*

*'মনমেৰি ৰাম চৰণেহি লাগু'*

*'আলো মাই কি কহব দুখঃ পৰাণ নিগৰে নেদেখিয়া চান্দমুখ ।'*

**কথাগুৰু চৰিতৰ শ্লোকৰ অংশবিশেষ ঃ**

*"বৈৰাগত পৰে ভাগ্য নাই পুৰুষৰ সংসাৰত পৰে ৰিপু নাহি ঃ*
*হৰি বিনে নাই পৰিত্ৰান ।। বিষয়ৰ আশাভঙ্গে ভক্তিৰ হৰিষঃ*
*দেখয় বিষয় সুখ বিষ্ঠাৰ সদৃশ' ।*

**ঘোষাৰ উদ্ধৃতি ঃ**

*'স্বামী মোক পাৰ কৰা কৰুণা সিন্ধু, সংসাৰ সাগৰে*
*মোৰ আনগতি নাহিকে মাধৱ বান্ধৱ তোমাত পৰে ।'*

*'কৰিছো দোষ মই পাপী দণ্ড ঃ*
*বিহিনে ইহাৰ উচিত দণ্ড ।'*

*'গোপাল গোবিন্দ হৰি ৰাম ৰাম ।*
*ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম ৰাম ।।'*

**কথাগুৰু চৰিতৰ বিষয়বস্তুতে নিহিত হৈ আছে ভক্ত আৰু শিষ্য সকলৰ**

জীৱনৰ ইতিহাস । তেওঁলোকে লোক পৰম্পৰা, গুৰুৰ মুখৰ অথবা ধৰ্মশাস্ত্ৰ অধ্যয়নৰ যোগেদি লাভ কৰা জ্ঞান গৰ্ভৰ পৰা নিগৰিত হোৱা খণ্ড বাক্য, জঁটুৱা ঠাচ, ফকৰা যোজনা, পটন্তৰ আদিয়ে কথাগুৰু চৰিতৰ বিষয়বস্তুৰ মাধুৰ্য্য আৰু গাম্ভীৰ্য্য অক্ষুন্ন ৰখাত সহায়ক হৈছে । কথাগুৰু পুথিত অপূৰ্ব সাহিত্যিক নিপুণ বৰ্ণনাৰ লগত কথ্য ভাষাৰ সংযোগ কৰা হৈছে । ভাব ভাষাৰ সু-সমন্বয় ৰক্ষা কৰি ৰচনাৰীতিৰ সৌষ্ঠৱৰ বাবে ঠায়ে ঠায়ে দীঘল আৰু চুটি বাক্য প্ৰয়োগ কৰা হৈছে । কিছু কিছু ঠাইত সাৱলীল কথ্য ভাষা প্ৰয়োগৰ হেতুকে একোটি ছেদতে নিৰ্দেশক, আজ্ঞা, প্ৰশ্নসূচক আদি বিভিন্ন ৰচনাৰীতি প্ৰয়োগ কৰা হৈছে । তাৰ ফলত সুন্দৰ প্ৰকাশ ভংগীৰ বাবে ভাষালৈ বৈচিত্ৰ্যতা কঢ়িয়াই আনিছে । উদাহৰণ স্বৰূপে কথাগুৰু চৰিতৰ ৰাধিকা শান্তি আখ্যানটো উল্লেখযোগ্য ।

'গুৰুজনে গৈ বোলে বিপ্ৰসন এই জান ধৰ শান্তী হলেহে ৰাখিব পাৰি । পাছে ব্ৰাহ্মণে বোলে আমাৰ ঘৰে পতি শান্তী আছে, কাইলৈ অনা হব । বোলে আনিবাহা, এই খানি, কৰা-পলৰে ব্ৰহ্মপুত্ৰৰ জল আনিব লাগে । ৰ'লেহে পতিব্ৰতা সতী । তেহে গৈ সবে বিপ্ৰে সুধিলে, গৃহেশতি ওলাল, পলৰে জল অনা ক'লত তোছা খালে নপৰো বুলি । পাছদিনা সবে চাপিল; গুৰু সুধিলে বোলে আগে ঘৰে ঘৰে সত্ৰ বুইলে, জল অনা ক'লতপাছ হুইকি পৈল . তেহে গুৰুজনে বামুনৰ আগত স্কন্দ পুৰানৰ এক আৰ্হি কৈছে । কলিঙ্গ দেশৰ ৰাজাৰ বেথা ৰোগ হ'ল । পাছে দুখত ৰাজা এনে অঙ্গীকাৰ কৰিলে বোলে মোৰ ব্যাধি যে এ চাব পাৰে তাকে মোৰ অৰ্দ্ধ ৰাজ্য দিম । তাকে শুনি অনেক দেশৰ অনেক বৈদ্য ধনন্তৰী, অথৰ্ব্ববেদী আহি অনেক টকা বাখৰ ৰজত সুৱৰ্ণ ভাণ্ডি জাৰন কৰি খুৱাই দিত্ৰ । যোত মিছা--- বুলি এশপতি বেশ্যাৰ তল বিচাৰি দিব দিছে ৰাজা ঔষধলৈ । বৈদে খুইছে ক'ত পাম ? কি গা ধুম যা । বিপ্ৰে গৈ সেই মতে আছে বহি । পুত্ৰে ভাতৃ মাতে, নামাতে । পত্নী ওলাই মাতিলেহি, কলে সেই একে । তাই বোলে গা ধোৱা, কি চিন্তা কৰা ? মোৰে নহৈছে ? একহে কম । পানীলৈ যাওঁতে পুৱাম । নি দিবা । বিপ্ৰে শুনি অত্ৰাহি হৈ গুণি মনে বোলে মোৰ জাতি ক্ৰিয়া সকলো গল এই বেশ্যা সঙ্গে জীৱ দুখহে হব । এইবুলি সকলো ছাৰি বনে গৈ যোগ চিন্তি গতি লভিলে । জানা গুৰুসব তোমাৰো সবৰো জেনেহে হৈছে । বামুনে শুনি মোলৈ তুষ হেট মাথে আধোমুখে ৰ'ল ।"

অসমীয়া গদ্য সাহিত্যৰ ক্ৰম বিকাশলৈ লক্ষ্য কৰিলে কথাগুৰু চৰিতৰ গদ্য আৰু বুৰঞ্জীৰ গদ্যকে উৎকৃষ্ট নিদৰ্শন বুলি ধৰা হয় । এনে গদ্যত কৃত্ৰিমতাৰ পৰশ দেখা পোৱা নাযায় । এনে গদ্যশৈলীৰ জৰিয়তে সমসাময়িক যুগৰ ভাষাৰ শুদ্ধতা

অক্ষুন্ন ৰাখি ভাষাৰ সৌন্দৰ্য্য বৃদ্ধি কৰাত সহায় কৰিছে । ভট্টদেৱৰ ৰচনা মূল সংস্কৃত, সেয়েহে ভট্টদেৱে সংস্কৃতীয়া ৰীতি সম্পূৰ্ণৰূপে পৰিহাৰ কৰিব পৰা নাই । চৰিতপুথিৰ গদ্য ভট্টদেৱৰ অসমীয়া আৰু বুৰঞ্জী সাহিত্যৰ পৰা ভালেখিনি পৃথক । বৰ্ত্তমানে আধুনিক সমাজত প্ৰচলিত হৈ থকা কথাগুৰু চৰিতৰ ভাষাৰ জটুৱা ঠাঁচ, খণ্ডবাক্য দাঙি ধৰা হ'ল - গা জাকি মাৰি, চকু ফিৰাই দিলে, কণাক পতান ধান দি, মেনে ওন্দোল জ াৰ কৰিছে, মুখ ভাগিলে, ভাগ্যে ভাগিৰথী, বধ শপত দি, উকি মাৰি আদি ।

কথাগুৰু চৰিতৰ কথ্যভাষাৰ প্ৰকাশ ভংগীৰ কাৰণে যুৰীয়া আৰু অনুৰূপ শব্দৰাজি অত্যাৱশ্যকীয় । এই কথ্যভাষাক অলংকাৰেৰে সালংকৃতা কৰিছে এনেবোৰ যুৰীয়া আৰু অনুৰূপ শব্দই -

আত্ম ভৰসা, আশ্চৰ্য্য অদ্ভুত, খুজিবাড়ি, গীত-ৰাগ তুতি তুষ্ট, দৰসন-পৰসন, হোম-আহুতি, শৌচ-শুদ্ধি, হেনা হুচা, কাশী বাৰণসী, গীত ৰাগ, খেতি-বাতি, পুষ্পোৎসৱ, তাৰণ-কাৰণ আদি ।

কথাগুৰু চৰিতৰ ফকৰা আৰু ফকৰা বিলাকৰ বৰ্ণনা কৰি ভকত বৈষ্ণৱে বিষয়বস্তুক ৰসাল কৰি তোলে । এই ফকৰাবিলাকৰ অৰ্থ বিশ্লেষণ কৰিলে দেখা যায় যে, একোটা মহৎ অৰ্থ নিহিত থকাৰ লগতে দাৰ্শনিকতাৰ পৰশো ফকৰা বিলাকত দেখা পোৱা যায় । ফকৰা বিলাকৰ জৰিয়তে সেই সময়ৰ সমাজ জীৱনৰ চিত্ৰৰ লগতে সুখ-দুখ, মান-অভিমান, উপদেশ, নীতিকথা আদি ভক্তসকলে গুৰুৰ মুখৰ পৰা লাভ কৰিছে । কথাগুৰু চৰিত পুথিত মাধৱদেৱে চৈতন্যদেৱৰ সাক্ষাৎ কৰাৰ সময়তো ফকৰাৰে কথোপকথন কৰিছে ।

চৈতন্যদেৱে দিয়া ফকৰা :

*আহিছা হৰিপো, কি বুলি কাটিলা বাও ।*
*সংসাৰ যুৰি গুৰু ৰহিছে, ক'ত দি আহিছা পাৱ ।*

মাধৱদেৱৰ উত্তৰ :

*হৰিৰ আজ্ঞাত আহিছো গোঁসাই*
*পৃথিৱীত দি পাৱ ॥*
*হৃদয়ৰ মাজে গুৰু আছে*
*আত্মা বিছাৰি চাৱঁ ॥*

চৈতন্যদেৱৰ ফকৰা :

*শুদ্ধ সত্ত্ব মাথা গোট থাকে উপৰত ।*
*কি কাৰণে পৰি সেৱা কৰে চৰণত ?*

মাধৱদেৱৰ উত্তৰ :

*কোনজনে সেৱা কৰে কোনজনে লয়*

*ইযাৰ গুহ্য কৰা মহন্তেসে কয় ।*

চৈতন্যাই ফকৰা মাতিছে : "বোলে আহিছা হৰিৰ পো কি বুলি কাঢ়িলা ৰাও । সংসাৰ যুৰি গুৰু বহিচে কত কি দি আহিচা পাও । পাচে গুৰুজন বল থবকা খাই : চোট আতাৰ মুখলৈ চাই বোলে বৰপো যাব নপাৰি : পাচে চোট আগ মাতিচে । হৰিৰ আজ্ঞাত আহিচো গোটাই পৃথিৱীত দি পাও । হৃদয়ৰ মাজে গুৰু আছে, আত্মা বিচাৰি চাও । আকৌ চৈতন্য মাতিচো । শুদ্ধ সত্ত মাথা গোট থাকে উপৰত । কি কাৰণে পৰি সেৱা কৰে চৰনত । চোট আতা বোল : কোনজনে সেৱা কৰে কোনজনে লই । ইয়াত গুহ্য কথা মহন্তে সে কই"।

১) *পশু নকৰিবা শৰ*
*মৰাও নানিবা, জীয়াও নানিবা*
*শুদাহাতে নপশিবা ঘৰ ।*

২) *ভাণ্ড পৰশি লৱণ থবা,*
*শিষ্য পৰশি তত্ত্ব কৰা ।*

৩) *লোহাৰ লগত অগ্নিৰ সাৰ;*
*উলুৰ সঙ্গে বগৰি পোৰে ।*

কথাগুৰু চৰিতৰ গদ্যত মাজে মাজে অনুপ্ৰাস, ৰূপক, উপমা আদি অলংকাৰৰ মনোৰম প্ৰয়োগে বিষয়বস্তুক গদ্যৰ ভাষাত কাব্যিকতা দান কৰি সৌন্দৰ্য্য সৃষ্টি কৰিছে । অলংকাৰযুক্ত বাক্যবোৰে শ্ৰোতা আৰু পাঠকক অধিক আকৰ্ষণীয় কৰি তোলে । অনুপ্ৰাসযুক্ত কেইটামান বাক্যৰ উদাহৰণ-

১) "*কতো চিনমাৰি কতো ধন ভৰি লেকাই*
*চেটিয়াত শূদ্ৰে বামুণ হ'ল ।*"

২) "*বিষয় বিষ বঞ্চিত নেপেলাব ঠেলি ।*"

৩) "*মই হয়হে ভাৰী বৰুৱা, তিনিকুৰি টকা ধাৰেহে লোকৰ ।*"

৪) "*দুয়ো ভাতৃএ নিকিতা নদীৰ তীৰে তীৰে চিতাক দহন কৰিলে ।*"

কথাগুৰু চৰিতৰ গদ্যত উপমা ব্যৱহাৰ :

"*অন্ধলাক চক্ষু দিয়া দি বাৰ্ত্তা কলে ।*"

"*জ্ঞান প্ৰদীপহে দিলা অন্ধলাৰ চক্ষু দৰে ।*"

"ৰূপক ব্যৱহাৰ ভাষাৰ এটা স্বাভাৱিক প্ৰবৃত্তি ।" কথাগুৰু চৰিতৰ গদ্যৰ ভাষাত ৰূপকৰ ব্যৱহাৰ অপৰিসীম । ৰূপকৰ ব্যৱহাৰ বাহ্যিক দৃষ্টিত এক যদিও

তাৰ অন্তৰালত নিহিতহৈ থাকে অন্য এক গুঢ়াৰ্থ -

*"কাঠৰ মালা ফাটে ফুটে, মনৰ মালা চুটে" ?*

*"সাহ এৰি বাহ, সুকুতা এৰি মুকুতা ।"*

মাজে মাজে, ঠায়ে ঠায়ে ছন্দৰ ব্যৱহাৰ বিশেষকৈ এনেবোৰ বাক্যত অত্যানুপ্ৰাসৰ ব্যৱহাৰ দেখা যায় -

*"আতৈ এ বোলে নাৰদক কৃপাসে কৰিলা*
*মাতো গোবিন্দৰ গুণ কহিবে বুলিলা,*
*মোকো তোমাৰ সবে কৃপাসে কৰিলা*
*দাসক এই তিনি তাপে পুৰি মাৰে,*
*প্ৰাণগুৰু সুমৰাইলা আজি ।"* ইত্যাদি

কথাগুৰু চৰিতৰ গদ্যত বিভিন্ন ধৰণৰ দেশী-বিদেশী শব্দৰ সমাবেশ ঘটিছে আৰু সেই শব্দমালাই কথাগুৰু চৰিতৰ ভাষাক সোনতে সুৱগা চৰাইছে । তৎসম শব্দ, অৰ্দ্ধতৎসম শব্দ আৰু তদ্ভৱ শব্দৰ প্ৰাদুৰ্ভাৱ এই গদ্যশৈলীত অধিক লগতে শব্দবিলাকৰ ধ্বনি পৰিবৰ্ত্তনো বিশেষ মন কৰিবলগীয়া -

তৎসম শব্দৰ প্ৰয়োগ : গুৰু, গো, সূত, পদ্ম, প্ৰভাত, বুদ্ধা ব্ৰাহ্মণ, সুহৃদ সুবৰ্ণ, শাস্ত্ৰ, বিপ্ৰ ইত্যাদি ।

অৰ্ধতৎসম শব্দ : বিভিচাৰ, ঈৰিষা, দশম বেবথা ইত্যাদি ।

তদ্ভৱ শব্দৰ প্ৰয়োগ : মাছ, কাছ, তামোল-পান, তাম, পিতল, লোন, হাত-ভৰি আদি ।

কথাগুৰু চৰিতত থলুৱা পদৰ ব্যৱহাৰ বিশেষকৈ পশ্চিম অসমৰ শব্দমালাই এটি বিশিষ্ট স্থান দখল কৰি আছে । আতা, আবু, ৰাজা, মদ, পান, ছাত্ৰশাল, লাওল আদি ।

ইয়াৰোপৰি দুই এটা বিদেশী শব্দ বিশেষকৈ আৰবী, তুৰ্কী, পাৰ্চী, হিন্দী আদি শব্দও প্ৰয়োগ হৈছে । অৱশ্যে মূল ৰূপৰ কিছু সালসলনি ঘটিছে ।

বাজি (বাজী), কাৰসনা (কাৰখানা)

বায়ত (ৰইয়ত), পৰৱনা (পৰৱানা) চকিদাৰ (চকীদাৰ) আদি কথাগুৰু চৰিতৰ ভাষা 'আধুনিক অসমীয়া গদ্যৰ অতি ওচৰ চপা আৰু পৰম্পৰাগত ভাবে আগবঢ়া ভাষাৰ ৰূপ সংৰক্ষিত হৈ আছে ।" শব্দমালাৰ ব্যৱহাৰলৈ চালে তৎসম শব্দৰ ব্যৱহাৰ অধিক আৰু তাৰ মাজে মাজে তদ্ভৱ আৰু অৰ্দ্ধতৎশসও ভাষাটোত সোমাইছে । শংকৰদেৱে দুবাৰ তীৰ্থ ভ্ৰমণলৈ যাওঁতে ভাৰতৰ বিভিন্ন স্থানত বিভিন্ন মানুহৰ লগত দেখা সাক্ষাৎ হোৱাৰ উপৰিও বিভিন্ন ধৰণৰ ধৰ্মীয় আলাপ আলোচনা

কৰাৰ ফলস্বৰূপে তীৰ্থ ভ্ৰমণৰ পৰা আহি ভক্ত সকলৰ আগত প্ৰকাশ কৰা ভ্ৰমণ বৃত্তান্তত এনে শব্দবোৰ কথাগুৰু চৰিতত সোমাই পৰিছে । বিশেষকৈ বাংলা, উৰিয়া, হিন্দী আদিৰ বহুশব্দ কথাগুৰু চৰিতত সোমাই পৰিছে । কথাগুৰু চৰিতত উল্লেখ থকা এনে শব্দবোৰৰ উদাহৰণ ঃ

'মহাপুৰুষ গুৰুজি তীৰ্থৰ জি ভাৱ কথা বাৰ্য মাতবলি ফাটিছ, যি দেশত জি ধাৰা নীতি খান পিন্ধন সবাতে সবে কথাকৈ ।'

কথাগুৰু চৰিতত সৰ্বসাধাৰণৰ কথিত ভাষা ব্যৱহাৰ কৰিছে । আধুনিক অসমীয়া গদ্য সাহিত্যৰ প্ৰাচীন নিদৰ্শন হিচাপে কথাগুৰু চৰিতৰ এক সুকীয়া মূল্য আছে । ড. বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে কথাগুৰু চৰিতত কথিত ভাষাৰ ব্যৱহাৰৰ মূলতে তিনিটা বিষয়ৰ ওপৰত নিৰ্ভৰ কৰাৰ কথা উল্লেখ কৰিছে । কথা বতৰাৰ বাক্য ভংগিমাৰ প্ৰয়োগত, চলিত সৰ্বনাম ক্ৰিয়াপদৰ সংযোগত আৰু ঘৰুৱা শব্দৰ প্ৰাচুৰ্য্যত ।

কথাগুৰু চৰিতত কথিত ভাষাৰ ক্ষেত্ৰত কেতবোৰ ধ্বনিতাত্ত্বিক আৰু ৰূপতাত্ত্বিক পৰিবৰ্তন লক্ষ্য কৰা যায় । আখৰ জোঁটনিৰ ক্ষেত্ৰত ধ্বনিতাত্ত্বিক পৰিবৰ্তনৰ কোনো ধৰাবন্ধা নিয়ম পৰিলক্ষিত নহয়, ইয়াত 'চ' 'ছ' ধ্বনি প্ৰয়োগ অধিক । যেনে ঃ বান্ধিছে, মোহ, জন্মিছে, আচিল ইত্যাদি । 'ত' ৰ ঠাইত 'ৎ' ব্যৱহাৰ যেনে ঃ তোমাৎ, খুৰাকৎ, প্ৰেমৎ ,আছিলৎ ইত্যাদি । ওঁ ৰ ঠাইত 'এ' ৰ ব্যৱহাৰ হয় । যেনে ঃ তেএে, চিএতে, জাএ, পঠাএনে ইত্যাদি । শ ষ>স ৰ ব্যৱহাৰ আৰু খ, স, য প্ৰয়োগ দেখা যায় । যেনে ঃ মাসেকাৰ লাস, দখিনা, বৰখুন, নিৰিসন, কষা ইত্যাদি । 'য' ধ্বনিৰ ঠাইত 'জ' ধ্বনি ব্যৱহাৰ হয় । যেনে ঃ নাজাব, জিখানি, জি ইত্যাদি । ই, ঈ দুয়োটা ধ্বনিৰ ব্যৱহাৰৰ ক্ষেত্ৰত পাৰ্থক্য দেখা নাযায় । 'অ' ধ্বনিৰ প্ৰয়োগ দেখা নাযায় । স্বৰ সংগতিৰ ফলত ও ঠাইত উ ধ্বনিৰ ব্যৱহাৰ হয় । 'জ' ধ্বনিৰ ব্যৱহাৰ যেনে ঃ নাজাব, জিখানি, জি ইত্যাদি ই, ঈ দুয়োটা ধ্বনিৰে ব্যৱহাৰ ক্ষেত্ৰত পাৰ্থক্য দেখা নাযায় - পক্ষি, নাপাখী, 'জ' ৰ ঠাইত 'ব' ধ্বনিৰ ব্যৱহাৰ হয় । যেনে ঃ যুই, যুৰি, যমদগ্নি ইত্যাদি 'ন'ৰ ঠাইত 'ন' ধ্বনিৰ প্ৰয়োগ দেখা যায় । যেনে ঃ নাঙ্গল>লাঙ্গল ।

বৰ্ণ বিপৰ্যয় ৰীতিৰ প্ৰয়োগ দেখা যায় । যেনে ঃ বাহু, তেক ইত্যাদি । সমীভৱনৰ ফলত শব্দ ৰূপৰ পৰিবৰ্তন হয় । কথাগুৰু চৰিতত অনুনাসিক ঁ ব্যৱহাৰ দেখা নাযায় । যেনে ঃ সিহত, তহত আদি ।

কথাগুৰু চৰিতৰ ভাষাত ৰূপতাত্ত্বিক দিশ বিশ্লেষণ কৰিলে কথিত ভাষাৰ ঠাচ দেখাৰ পৰিলক্ষিত হয় । বিভিন্ন জনৰ বিভিন্ন ধৰণৰ লেখাৰ বৈশিষ্ট্য আছে

বাবে ৰূপতাত্ত্বিক দিশো লেখক ভেদে বেলেগ হয়।

কথাগুৰু চৰিতৰ গদ্যৰ ভাষাত সৰ্বনামৰ ৰূপ বিভিন্ন ধৰণেৰে পোৱা যায়। যেনে ঃ

১ম পুৰুষ ঃ মই - মঞি

মোৰ/ আমি/আমাৎ

আমাক - আমাৰো/য়ামিও

২য় পুৰুষ ঃ তুমি - তোম্রা

তোমাৰ - তোমাৎ/তোম্রাত/তোম্রাৰ

৩য় পুৰুষ ঃ সি, তানে, তন, তেওঁ, ই, আৰা, তাৰা ইত্যাদি।

বহুবচন বুজাবলৈ ভোৰ, সব আদি ব্যৱহাৰ হয়। যেনে ঃ এই ভোৰ, বামুন ভোৰ, মহন্ত সব আদি।

ক্রিয়া বিশ্লেষাত্মক ৰূপ একদিনা, তত, অতে, তৈতে, একোৰূপে, এখেত আদি পোৱা যায়। কথাগুৰু চৰিতত ব্যৱহৃত 'ই' আৰু 'অনি' লিংগবাচক প্রত্যয়। যেনে ঃ গোঁসাই ,গোসাঞি - গোসানি, বৰা-বৰানি, শান্তি বহানি, অপি, বুৰা-বুৰি।

নির্দিষ্টতাবাচক প্রত্যয় ব্যৱহাৰ মন কৰিব- জন, জনা; খান, খনি; টো, টি, টে, ফেৰি, খাব ইত্যাদি।

জন/জনা - নজন/নজনা

চাহা - চাউলপহা

ফেৰি - ধূলি ফেৰি আদি।

কথাগুৰু চৰিত পুথিৰ ভাষাত বিশেষ্য পৰসৰ্গ আৰু ক্রিয়াবাচক পৰসৰ্গৰ প্রয়োগ হয়। ইয়াৰ উপৰিও কথাগুৰু চৰিতৰ ভাষাত সাতোটা কাৰক আৰু ছটা বিভক্তি দেখা যায়। কাল অনুসৰি ক্রিয়াপদৰ ব্যৱহাৰ পোৱা যায়। বৰ্তমান কালত- কৰে, কৰো, পঠাইদে, চাকিলন্ত, আছিছে, ধৰে আদি, অতীত কালত গালে, কৰিলে, ভাগিল, দিলে, ওলালহি আদি। ভৱিষ্যত কালত ধৰিব, চাপিব, কৰিম, পৰিব আদি। তাৰ বাহিৰে কৃদন্ত অসমাপিকা ক্রিয়া নাস্ত্যৰ্থক আদিৰ ব্যৱহাৰ হোৱা দেখা যায়।

শ্ৰীমন্ত শংকৰদেৱৰ চৰিত আৰু আনুষঙ্গিক অন্যান্য ভক্তসকলৰ বিতং বিৱৰণ কথাগুৰু চৰিতত যিদৰে আছে, সেইদৰে কথাগুৰু চৰিতপুথিখনৰ ৰচকৰ নাম আৰু ৰচনা কালৰো কোনো উল্লেখ নথকা সত্বেও চৰিতপুথি খন অধ্যয়ন কৰিলে নানা বৈশিষ্ট্যপূৰ্ণ লক্ষণ পৰিলক্ষিত হয়। অত্যন্ত সৰল আৰু আকৰ্ষণীয়

ৰচনা ভং ীৰ বাবে প্ৰথমৰ পৰা শুনি আমনি নলগা হেতুকে এই পুথিখনৰ ডাঙৰই অসমীয়া গদ্য সাহিত্যৰ ধাৰা অক্ষুন্ন ৰাখিছে । ইয়ে লোক সমাজৰ ধাৰক আৰু বাহক । কথাগুৰু চৰিতৰ ভাষাত এক ঘৰুৱা পৰিবেশ অনুভৱ কৰাৰ বাবে ই মধ্যযুগৰ গদ্যশৈলীৰ এক উৎকৃষ্ট নিদৰ্শন ।

**সহায়ক গ্ৰন্থপঞ্জী ঃ**

১। উপেন্দ্ৰ নাথ লেখাৰু ,সম্পাদক-কথাগুৰু চৰিত ।

২। ড° অৰ্পনা কোৱঁৰ-ভাষা সাহিত্য অধ্যয়ন ।

৩। শশী শৰ্মা-কথাগুৰু চৰিত (এটি সমীক্ষা)

৪। বিৰিঞ্চি কুমাৰ বৰুৱা-অসমীয়া কথা সাহিত্য ।

# ৰাসক্ৰীড়া ঃ ৰসময়ী ভকতি

**বিমলা গগৈ গোহাঁই**

মহাপুৰুষ শংকৰদেৱৰ ভক্তি আদৰ্শত পুৰাণ প্ৰসিদ্ধ বিষ্ণুৰ স্বৰূপ নৰাৱতাৰ শ্ৰীকৃষ্ণৰ ঐশ্বৰিক ভাৱৰ চৰম পৰিণতি ৰাসক্ৰীড়াৰ মাজেদি পৰিস্ফুট হৈছে । ঈশ্বৰ কৃষ্ণ নিৰন্তৰ প্ৰেমময়ী বাবেই ভক্তই শ্ৰৱণ কীৰ্ত্তনৰ মাজেদি কৃষ্ণৰ মহিমা বখানি ভক্তি ৰসত আপ্লুত হৈ কায়মনোবাক্যৰে পৰমাত্মাত আত্ম সমৰ্পণ কৰাতেই ৰাস ক্ৰীড়াৰ তাৎপৰ্য নিহিত হৈ আছে । যেনেকৈয়ে নহওক, ঈশ্বৰ চিন্তাত চিত্ত নিমগ্ন কৰাতেই মানুহৰ সহজাত কাম ভাৱনাক আধ্যাত্মিক ভাৱনালৈ উত্তৰণ ঘটাইছে । ৰাসক্ৰীড়া মূলতঃ ভক্ত আৰু ভাৱনাৰ নিষ্কাম প্ৰেম শ্ৰীকৃষ্ণ পৰম ব্ৰহ্ম, পৰমাত্মা, আনন্দময় হৈ আছে । তেৱেঁই অনন্ত চৈতন্য স্বৰূপে সৰ্বত্ৰ বিৰাজমান হৈ আছে । মোহান্ধ মানুহে অজ্ঞতাৰ কাৰণে এই পৰম ব্ৰহ্মৰ স্বৰূপ উপলব্ধি কৰিবলৈ সক্ষম নহয় । সেয়েহে ঈশ্বৰৰ প্ৰতি একান্ত অনুৰাগ, প্ৰগাঢ় প্ৰেম প্ৰকাশ কৰিবলৈ শাস্ত্ৰ বিহিত চাৰিটা পথ বা মাৰ্গ আছে । যেনে - কৰ্ম, জ্ঞান, যোগ আৰু ভক্তি । কৰ্ম নকৰিলে জ্ঞান উদয় নহয়, জ্ঞান নাথাকিলে যোগ মাৰ্গত বাহ্যিক চিন্তাৰ পৰা চিত্ত সংহৃত কৰি, পৰমাত্মাত আত্মাক স্থাপন কৰিব নোৱাৰি । এই কেইটা পথৰ ভিতৰত ভক্তিকেই ধৰ্মৰ মূল পথ বা মাৰ্গ হিচাপে মহাপুৰুষ বা ধৰ্ম প্ৰৱৰ্ত্তক সকলে নিৰ্ণয় কৰিছে । মহাপুৰুষ শংকৰদেৱেও ভক্তি ভাৱনাক প্ৰমুখ্য কৰি অসংখ্য আখ্যানৰ জৰিয়তে ভক্তিকেই মুক্তিৰ উত্তম পথ হিচাপে নিৰ্দেশ কৰিছে ।

মহাপুৰুষ গুৰুজনাৰ 'কীৰ্ত্তন'ত ৰাসক্ৰীড়া এক অনুপম বৰ্ণনা । শৰতৰ পূৰ্ণিমাৰ স্নিগ্ধ জোনাকত গছ-লতা, তৰু-তৃণেৰে বেষ্টিত বৃন্দাবনত ভগৱান কৃষ্ণই সোঁ শৰীৰে মুৰুলী বজাই, কৃষ্ণৰ মধুৰ মুৰুলীৰ ধ্বনিৰে ব্ৰজবাসী গোপী সকলক বিমোহিত কৰিছিল । গোপী সকল কামনাত উত্ৰাৱল হৈ গৃহ কৰ্ম, পতি-পুত্ৰ এৰি মুৰুলীৰ সুৰ অনুসৰণ কৰি বৃন্দাবনলৈ ঢাপলি মেলিলে । বৃন্দাবনত কৃষ্ণক পাই গোপী সকলৰ কৃষ্ণৰ প্ৰতি প্ৰেম দুগুণে চৰিল আৰু প্ৰতি গৰাকী গোপীয়ে কৃষ্ণক একান্ত ভাবে পাবলৈ ব্যাকুল হৈ পৰিল । কৃষ্ণই গোপী সকলৰ প্ৰেম অন্তৰ্মুখী নে বৰ্হিমুখী জানিবলৈ গৃহকৰ্ম সোৱঁৰাই দি গৃহলৈ উভতি যাবলৈ এইদৰে কৈছিল -

*কুশলে কি আইলা কৈয়ো ব্ৰজৰ কল্যান*
*প্ৰিয়কৰ্ম কৰা কিবা কহিয়ো নিদান ।*
*দুৰ্ঘোৰ ৰজনী প্ৰেত পিশাচৰ গতি*
*ঐত নাথাকিবা তোৰা সৱ স্ত্ৰী মতি ।*

০ ০ ০ ০

*উপপতি হমে ক্রীড়া গৰিহিত কৰ্ম*
*স্বামীক শুশ্ৰূষা কুলস্ত্ৰীৰ মহাধৰ্ম ।*
*দেখন্তে শুনন্তে সদা হেলা হোৱে মতি*
*জানিয়া গৃহতে থাকি কৰিযো ভকতি ॥ (কীৰ্ত্তন)*

শ্ৰীকৃষ্ণৰ এই উপদেশ গোপী সকলৰ দেহবন্ধ, কৰ্ম বন্ধন আৰু পতি পুত্ৰৰ মায়া চেনেহ বন্ধন চিঙিব পাৰিছে নে নাই বুজিবলৈ বিচাৰিলে । দেহ ৰক্ষাৰ বাবে ভয়, সংশয় থাকিলে কৃষ্ণক পাব নোৱাৰে । গতিকে কৃষ্ণই ক'লে 'হে গোপী সকল গৃহ কৰ্ম তিৰোতাৰ মূল ধৰ্ম । গতিকে অধৰ্ম কৰ্ম কৰিবলৈ হলে সমাজে গ্লানি দিব । গতিকে তোমালোক ঘৰলৈ উভতি গৈ গৃহকৰ্ম পালন কৰাগৈ ।' প্ৰকৃততে ভগৱন্ত কৃষ্ণই গোপী সকল ধৰ্ম বন্ধনৰ পৰা বিমুক্ত হৈছে নে নাই জানিবলৈ এইদৰে পৰীক্ষা কৰিছিল । শ্ৰীকৃষ্ণৰ এনে অপ্ৰিয় বাণী শুনি মহা চিন্তিত হৈ বিষন্ন মনে অনুনয় কৰি কলে 'হে ভগৱন্ত, সমাজৰ লোক নিন্দালৈ আমি ভয় নকৰো । তোমাৰ নিমিত্তে আমি আমাৰ সুখ ভোগ সৰ্বস্ব ত্যাগ কৰিবলৈ ওলাইছো । গোপী সকলে এইদৰে কৃষ্ণক প্ৰাৰ্থনা জনালে -

*ভকত বৎসল তোমাক জানি*
*কেনে বোলা হেন ঘাতুক বাণী ।*
*সমস্ত বিষয় এড়িয়া স্বামী*
*ভজিলো তোমাৰ চৰণে আমি*
*ভজিলো আমাক মিলোক ভাগ*
*নকৰা নাথ ভকতক ত্যাগ ॥*

*(কীৰ্ত্তন)*

'হে প্ৰভূ ! তুমিয়ে সকলো উপদেশৰ বিষয় । দেহধাৰী সকলৰ প্ৰিয় বন্ধু আত্মা, তুমিয়ে একমাত্ৰ কৰণীয় কৰ্ম । তোমাকে ভজিলো দেহ, মন, প্ৰাণ, আমাক পৰিত্যাগ নকৰা প্ৰভু । ইমান দিনে আমি আমাৰ প্ৰবৃত্তিৰ গৃহ কৰ্মত সুখ উপভোগ কৰিলো । এতিয়া আমাৰ সৰ্ব্বস্ব তুমি হৰণ কৰিলা ।

কীৰ্ত্তনৰ পদ সমূহত গোপী সকলৰ মন প্ৰায় কেনেদৰে বিকল হৈছিল আৰু কেনেকৈ ভগৱন্ত বিৰহত জৰ্জৰিত হৈছিল তাক সাৱলীল ভাবে ব্যাখ্যা কৰিছে এইদৰে -

*তোমাক এৰিয়া নচলে ভৰি*
*ব্ৰজক গৈয়া কি কৰিবো হৰি ॥*

*জ্বলে কামানল তোমাৰ গীতে*

*নিমায়েক তাক অধৰা মৃতে । (কীৰ্ত্তন)*

এই পদ সমূহৰ মৰ্ম এই যে, হে কৃষ্ণ ! তোমাৰ ৰসোদ্দীপ্ত হাস্যময়ী ৰূপে আমাক যি কামাগ্নিৰে জ্বলাইছে তাক তোমাৰ অধৰামৃত দি নুমোৱা । নহলে তোমাৰ বিৰহৰ জুইত দগ্ধ হৈ যোগী সকলৰ নিচিনাকৈ তোমাৰ পাদপদ্ম লাভ নকৰালৈকে ৰৈ থাকিম । আমাৰ বাবে সকলো বিষয় সম্ভোগ তুচ্ছ হৈ পৰিছে ।

ৰাস ক্ৰীড়াত মহাপুৰুষ শংকৰদেৱে যদিও ৰমন কাৰ্যৰ বহল বৰ্ণনা দিছে তথাপিও কোনো ভক্ত পাঠকৰ মনত ব্যভিচাৰ ভাৱ উদয় হোৱাৰ অনুমান কৰা নাযায় । ৰাস লীলাৰ অন্তৰালত গোপিনীৰ ৰসময়ী ভকতি নিজৰাৰ কল্লোল ধ্বনিহে শুনিবলৈ পোৱা যায় । পদ সমূহত গোপী সৱৰ আকুলতা এইদৰে শুনিবলৈ পোৱা যায় -

'হে পৰমেশ্বৰ স্বামী, তোমাৰ পদুম যেন চকুৰ পাহী বাদে চকুৰে এই জগতৰ একো বস্তুকে নেদেখো । কানে তোমাৰ মধুৰ মুৰুলী ধ্বনি বাদে আন একোকে নুশুনো । তোমাৰ পাদ পদ্মত সেৱা কৰিবলৈ পালেহে আমি সুখ পাম । হে নৱ পদ্মনেত্ৰৰ মাধৱ, আমাৰ মন প্ৰাণ চিত্ত মোহিত কৰি এতিয়া কৃপা কৰি আমাক পৰিত্যাগ নকৰিবা । হে প্ৰভু ! তুমি যেন ব্ৰজৰ ভয় বিনাশ কৰিবলৈ হে কৃষ্ণ ৰূপে অৱতাৰ লৈছা ।

*'ব্ৰজৰো তুমি দুখ ভয়হাৰী' । (কীৰ্ত্তন)*

ইয়াৰ মৰ্ম এই যে শ্ৰীকৃষ্ণৰ উপদেশৰ উত্তৰত গোপী সকলে যি কলে তাৰ পৰা স্পষ্ট হৈ উঠিল যে তেওঁলোকে শ্ৰীকৃষ্ণক সেৱা কৰি পৰম আনন্দ লাভ কৰিব । কাৰণ গোপিনীৰ প্ৰাণত শ্ৰীকৃষ্ণই হৈছে পৰমানন্দ স্বৰূপ -

*প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ ।*

*সমস্তৰে আত্মা হৰি পৰম বান্ধৱ । (ঘোষা)*

মাধৱদেৱৰ ঘোষা পদে পুৰুষ প্ৰকৃতি দুয়ো আত্মা পৰম বান্ধৱ বুলি উল্লেখ কৰি স্পষ্ট কৰিছে যে শ্ৰীকৃষ্ণই হৈছে জগতৰ অদ্বিতীয় পুৰুষ আৰু জগতৰ বাকী আটাইবোৰ প্ৰকৃতি । গতিকে গোপী সকলে কৃষ্ণক অদ্বিতীয় পুৰুষ হিচাপে হৃদয়ত উপলব্ধি কৰি প্ৰাৰ্থনা জনালে, 'হে স্বামী, তুমি হে একমাত্ৰ পুৰুষ সুহৃদ বান্ধৱ । আমাক পতি-পুত্ৰ একো নালাগে । তেওঁলোকে নিঃস্বাৰ্থ নিষ্কাম ভাৱেৰে আমাক উপকাৰ কৰিব নোৱাৰে । তুমি প্ৰিয়তম সুহৃদ পৰমদেৱ, আনন্দময় । তোমাৰ চৰণত আমাৰ পাপী দেহা অৰ্পন কৰিবলৈ পোৱাতে আমাৰ কৰ্ত্তব্য সমাপ্ত হ'ল । তোমাৰ সেৱাহে আমাৰ ধৰ্ম আমাৰ কাম্য । তোমাৰ চৰণত ভকতি অঞ্জলি যাচি

আমাৰ জীৱন ধন্য কৰোঁ। গতিকে আমি সংসাৰৰ মায়া মোহ বাদ দি ঘৰলৈ উভতি নেযাওঁ।

এইদৰে গোপী সকলৰ আকুল আহ্বানত ভক্তৰ মনোবাঞ্ছা পূৰ্ণ কৰিবৰ মনেৰে, নিৰ্মল ভকতিৰ মাজত ভগৱন্তই গোপী সকলৰ সৈতে ৰাসক্ৰীড়া আৰম্ভ কৰিলে। ভগৱন্ত কৃষ্ণই গোপীসৱক স্নেহ আশ্বাস বচনেৰে তেওঁলোকৰ কাম ভাৱ বৃদ্ধি কৰি ৰমন কাৰ্য্যত আত্ম নিয়োগ কৰিলে। গোপী সকলে দুখত পুৰুষৰ সৈতে সংগ সুখ লাভ কৰি বিহাৰ সুখ উপভোগ কৰি তম্ গুণৰ বশৱৰ্ত্তী হৈ ভাবিলে যে আমাৰ সমান সৌভাগ্যৱতী এই জগতত আৰু কোনো নাই। আমি ত্ৰিজগতৰ পতিক মুগ্ধ কৰিলো। এই অহংভাৱ গোপীৰ অন্তৰত উদয় হোৱাৰ লগে লগে অন্তৰ্যামী ভগৱন্ত তৎক্ষনাত অৰ্ন্তধান হৈ গ'ল। আত্মনিধনৰ একমাত্ৰ পথ অহংকাৰ হোৱাৰ লগে লগে সকলো জীৱই পাই থকা সুখ ভোগ, ঐশ্বৰ্য্য বিভূতি হাতৰ পৰা হেৰুৱা লগীয়া হয়। গোপী সকলৰ অহংকাৰ গৌৰৱ অন্তৰত উদয় হোৱাৰ ফলতে শ্ৰীকৃষ্ণক সম্মুখত পাই অদৃশ বিভূতি হাতৰ পৰা হেৰুৱাব লগীয়া হয়। গোপী সকলৰ অহংকাৰ, গৌৰৱ, অন্তৰত উদয় হোৱাৰ ফলতে শ্ৰীকৃষ্ণক সম্মুখত পাই অদৃশ্য হোৱাত গোপীসকল মনোবেদনাত জৰ্জৰিত হৈ পৰিল। গোপীসৱৰ মন প্ৰাণ ভগৱন্তৰ প্ৰেমত নিবিষ্ট হৈ নপৰা বাবে কৃষ্ণক দেখা নাপালে। কৃষ্ণক নেদেখি কৃষ্ণ ক'ত গৈছে, ক'ত আছে কৃষ্ণৰ গতি, আলাপ, বিহাৰ ক্ৰীড়া আৰু আন আন কাৰ্য্য অনুকৰন কৰিবলৈ ধৰিছিল। বৃন্দাবনৰ পশু-পক্ষী, গছ-লতা, তৰু-তৃণ, চেতন-অচেতন সবাৰে মাজত কৃষ্ণক অনুসন্ধান কৰি নেপাই বিৰহৰ বেদনাত বিলাপ কৰিবলৈ ধৰিছিল। তেওঁলোকে কৃষ্ণক অনুসন্ধান কৰোঁতে কৰোঁতে কৃষ্ণক চিন্তোতে চিন্তোতে নিজকে কৃষ্ণ বুলি ভাবি একাকাৰ হৈ পৰিছিল। বৃন্দাবনত কৃষ্ণৰ পদচিহ্ন অনুসন্ধান কৰোতে কৃষ্ণৰ খোজৰ লগতে স্ত্ৰী খোজৰ চিন দেখি বিচাৰিবলৈ ধৰিছিল। কৃষ্ণই গোপী সকলৰ মাজৰ পৰা এগৰাকী গোপীক লৈ আঁতৰি আহিছিল। কৃষ্ণৰ প্ৰতি গোপী সৱৰ আকুলতা বৃদ্ধি কৰিবৰ বাবেই এনে চালনা কৰিছিল। যেতিয়া কৃষ্ণৰ লগত অহা গোপী গৰাকী বাগিত পৰি কান্দি থকা দেখিলে তেতিয়া সকলোৱে কৃষ্ণৰ বাতৰি লবলৈ তাই ওচৰ চাঁপিল আৰু কৃষ্ণৰ বৃত্তান্ত শুনিলে। তেওঁলোকৰ হৃদয়ত তমো গুণে আবৰি আছিল বাবেই কৃষ্ণক বিচাৰি উলিয়াব নোৱাৰিলে। যি হৃদয়ৰে বৃন্দাবনত অদৃশ্য মহিমাময়ী কৃষ্ণক দেখিবলৈ পোৱা নাই সেই জীৱই বহি বৃন্দাবনত কৃষ্ণক বিচাৰি প্ৰাণ ত্যাগ কৰিলেও নেদেখে।

যেতিয়া গোপী সকলে এই তত্ত্ব উপলব্ধি কৰিলে তেতিয়া মনৰ মাজৰ অহংকাৰ

ভাৱ চূৰ্ণ কৰি প্ৰথম যাত্ৰা আৰম্ভ কৰালৈ উৰ্ভতি আহি কৃষ্ণ গুণ কীৰ্ত্তন কৰিবলৈ ধৰিছিল। তেওঁলোকে নিজৰ বন্ধু বান্ধৱ আত্মীয় স্বজনক পৰিত্যাগ কৰি ঈশ্বৰৰ প্ৰতি অনুগামী হৈ কৃষ্ণ কৃষ্ণ বুলি উচ্চস্বৰে বিলাপ কৰি কান্দিবলৈ ধৰিছিল এইদৰে

*পদ্ম পানি হামু কাহে যাঞো*

*কৃষ্ণক কৈত পাঞো*

*গোবিন্দ বিনে বৃথা জনম গঞাঞ। (কীৰ্ত্তন)*

এইদৰে গোবিন্দৰ গুণানুকীৰ্ত্তনৰ মাজেদি ভকতি অঞ্জলি যাঁচি কান্দি কান্দি মূৰ্চ্ছা গৈ উঠি পুনৰ কান্দি অচেতন হৈ পৰি যায়। আকৌ উঠি কৃষ্ণক স্মৰণ কৰি কান্দি কান্দি কয় 'প্ৰভু তুমি সমস্ত জগতৰ সমস্ত জীৱৰ প্ৰাণ, তোমাক নেদেখি আমাৰ প্ৰাণ যায় যায়, দেখা দিয়া প্ৰভু নয়ন সাৰ্থক কৰোঁ। গোপিনীৰ প্ৰেম ভকতি দেখি মধুময় কাতৰ প্ৰাৰ্থনাত আকৃষ্ট হৈ ভক্তধীন ভগৱন্তই শ্যাম তনু পীত বস্ত্ৰে গলত পদুমৰ মালা পিন্ধি কমল বচন ৰূপে গোপীৰ সম্মুখত সাক্ষাৎ হ'ল। কামদেৱৰো দৰ্প হৰণ কৰিব পৰা ৰূপেৰে গোপী সকলৰ বিৰহ বেদনা দূৰ কৰি মণ্ডলাকাৰে নৃত্য কৰি ৰাসক্ৰীডা আৰম্ভ কৰিলে। গোপী সকল প্ৰেমিকা আছিল সঁচা, ব্যভিচাৰী কামুক নাছিল। তেওঁলোকে ভগৱন্ত শ্ৰীকৃষ্ণক ইন্দ্ৰিয় চৰিতাৰ্থ নিমিত্তে কামদত্তা হৈ ভালপোৱা নাছিল। নিজৰ ৰূপ যৌৱন, মন-প্ৰাণ ঈশ্বৰ ৰূপী কৃষ্ণৰ নৈমিত্তিক বিলাসৰ সামগ্ৰী বুলি অপন কৰি আত্ম সন্তুষ্টি লভিছিল।

ৰাসক্ৰীডাৰ মাজেদি মহাপুৰুষ শংকৰদেৱে ৰসোত্তীৰ্ণ কলা সৃষ্টি কৰি, কাম কলা মুক্ত বৰ্ণনা দি ভগৱত প্ৰেমলৈ ৰূপান্তৰ কৰি সৰ্বজনৰ গ্ৰহণ যোগ্য কৰি কীৰ্ত্তনত সন্নিবিষ্ট কৰিলে। ৰাসলীলাৰ আটাইতকৈ গুৰুত্বপূৰ্ণ বৈশিষ্ট্য হৈছে কাম প্ৰবৃত্তিক কলাৰ শাৰীলৈ উত্তৰণ কৰা। কাম ভাৱনাই আকৃষ্ট কৰি ভক্তি ভাৱনাৰে কৃষ্ণক জয় কৰাই হৈছে ৰাসক্ৰীডাৰ মূল তত্ত্ব। কীৰ্ত্তনৰ পদ সমূহত বিশ্লেষণ কৰিলে পোৱা যায় যে গোপী সকল যেতিয়ালৈকে দেহৰ বিষয় বাসনাত আসক্তিৰ আছিল তেতিয়ালৈকে শ্ৰীকৃষ্ণ অদৃশ্য হৈ আছিল। যেতিয়া তেওঁলোক আত্মশক্তিৰ ওপৰত নিশ্চিত হ'ল আৰু বহিৰাসক্তি দূৰ কৰিলে তেতিয়াহে অচেতন প্ৰাণলৈ চেতনা আহিল। যি মুহূৰ্তত তেওঁলোকৰ মাজত পুনৰ কৃষ্ণক পালে তেতিয়া আত্মশুদ্ধি বিজয় উল্লাসত অধীৰ হৈ কোনো জনীয়ে বাহুত, কোনোজনীয়ে চৰণত সেৱা জনাই আত্মসন্তুষ্টি লাভ কৰিছিল। অৱশেষত মণ্ডলাকাৰে নৃত্যকৰি ৰাসক্ৰীডাক মহোৎসৱলৈ ৰূপায়ন্তৰ কৰিছিল। য'ত গোপী ত'ত কৃষ্ণ। জীৱ ৰূপী প্ৰকৃতিৰে সৈতে শ্ৰীকৃষ্ণই নিজ ক্ৰীডা নামেই ৰাস। প্ৰকৃত ৰসৰ মাজেদি পূৰ্ণ কাম প্ৰদৰ্শন কৰি জীৱাত্মা আৰু পৰমাত্মাৰ মিলন মধুময় কৰি ৰসময়ী ভকতি প্ৰদীপ জ্বলালে।

সহস্ৰ ভক্তই একে সময়তে যদি পৰমব্ৰহ্ম ঈশ্বৰক হৃদয়ত উপাসনা কৰে তেন্তে ঈশ্বৰৰ মূৰ্ত্তি একে সময়তে প্ৰত্যেকৰ হৃদযত উদয় হয। আৰু গোপী সকলেৰো তেনেদৰে একে সময়তে প্ৰত্যেকে কৃষ্ণক পাইছিল। প্ৰত্যেক গৰাকী গোপীয়ে তেওঁৰ আগতহে ঈশ্বৰ আৱিৰ্ভাৱ হৈছে বুলি দৃঢ় হৈছিল।

শ্ৰীকৃষ্ণ ৰাসক্ৰীড়া পবিত্ৰ আৰু কাম গন্ধবিহীন বাবেই জীৱই ভগৱন্তক পাবলৈ সক্ষম হোৱা আদৰ্শ মহাপুৰুষ গুৰুজনাই কীৰ্ত্তনৰ পদত প্ৰকাশ কৰিছে। শ্ৰীকৃষ্ণ আৰু গোপী সকলৰ মহানন্দ ক্ষণত মধ্যৱৰ্তী কোনো বস্তু নাছিল। মাত্ৰ গোপী সকলৰ বিশুদ্ধ চিত্তই হৈছিল মধ্যৱৰ্ত্তী আৰু গুণানুকীৰ্ত্তনেই হৈছিল মূলমন্ত্ৰ। প্ৰেম ভক্তি সমৰ্পন কৰি লাভ কৰা আনন্দই হৈছে মিলন।

বৃন্দাবনত নিষ্কাম প্ৰেমী গোপী সকলৰ মনলৈ পতি-পুত্ৰ, ধন সম্পদ হেৰুৱাই কোনো সন্তাপ সহিব লগা হোৱা নাছিল। কাৰণ পৰম ব্ৰহ্ম নিজ লীলাৰ ভিতৰত বৃন্দাবনৰ ৰাস লীলাই জীৱৰ সাধনাৰ উৎকৃষ্ট ফল।

মহাপুৰুষ শংকৰদেৱৰ ৰাসক্ৰীডা ভক্তিক তিনিটা স্তৰত ভাগ কৰা হৈছে - কাম, জয়, কেলি; কেৱল কাম ভাৱনাৰে ভগৱানক লাভ কৰিব নোৱাৰি। কিয়নো কাম ভাৱত মোহ আৰু অহংকাৰ জড়িত হৈ থাকে। সেয়েহে গোপী সকলে অনুশোচনাৰ আত্মশুদ্ধি কৰি ভগৱানক জয় কৰিছে আৰু শেষত ভগৱন্তই ভক্ত সকলৰ সৈতে কেলি কৰি ভক্তি ৰসত নিমজ্জিত হৈছে। সেয়েহে ৰাসক্ৰীড়া ৰসময়ী ভকতি ৰূপে সমাজত প্ৰচলিত হৈ আছে।

**প্ৰসঙ্গ পুথি :**

১) কীৰ্ত্তন ঘোষা।

২) বেজবৰুৱাৰ প্ৰবন্ধ বাচনি।

৩) ড. প্ৰহ্লাদ কুমাৰ বৰুৱা-চিন্তাৰ আভাস

৪) ড. কেশবানন্দ দেৱ গোস্বামী-অংকমালা

# শ্ৰীমন্ত শংকৰদেৱৰ সাহিত্য আৰু অসমীয়া সংস্কৃতি

কুলদা গগৈ শইকীয়া

অসমত জন্ম গ্ৰহণ কৰা মহাপুৰুষ সকলৰ ভিতৰত শ্ৰীমন্ত শংকৰদেৱকেই সকলোতকৈ শ্ৰেষ্ঠ বুলি কব পাৰি আৰু প্ৰতিভাৰ ক্ষেত্ৰতো তেখেতেই সকলোতকৈ উচ্চ আসন লাভ কৰিবলৈ সক্ষম হৈছে। আমাৰ সমাজ আৰু সংস্কৃতিৰ এনে এটা দিশ নাই য'ত শংকৰদেৱৰ প্ৰভাৱ পৰা নাই।

মহাপুৰুষ মাধৱদেৱৰ ভাষাত তেৰা আছিল সৰ্ব গুণাকৰ যাকেৰি নাহিকে উপাম। সঁচাকৈয়ে ধৰ্ম প্ৰচাৰক, সমাজ সংস্কাৰক, সাহিত্য সৃষ্টি, চিত্ৰ বিদ্যা, অভিনয় আৰু সঙ্গীত আদি সকলো বিষযতে গুৰুজনাৰ অম্লান প্ৰতিভাৰ বিষয়ে আমি তেখেতক শ্ৰদ্ধাৰে সুঁৱৰিব লাগিব। মহাপুৰুষ শংকৰদেৱে প্ৰায় ছকুৰি বছৰ কাল (১৪৪৯ ১৫৬৮ খৃঃ) জীয়াই থাকি অসমীয়া জাতিটোক সঞ্জীৱিত আৰু শক্তিশালী কৰি থৈ গৈছে। তেখেতে এফালে যেনেকৈ নানা আলৈ আহুকাল আৰু ব্যস্ততাৰ মাজেৰে ধৰ্ম প্ৰচাৰ আৰু অমূল্য গ্ৰন্থ সমূহ ৰচনা কৰিছিল, আনফালে তেনেকৈ শিষ্য প্ৰশিষ্য সকলকো গ্ৰন্থ ৰচনা কৰিবলৈ অনুপ্ৰেৰণা আৰু উদ্গণি দিছিল। শংকৰদেৱ অকল ধৰ্মগুৰুৱে নহয়, সাহিত্য গুৰুও। বৰ্তমানলৈকে গুৰুজনাৰ দ্বাৰা ৰচিত একুৰি ছখন গ্ৰন্থ সংগৃহীত আৰু প্ৰকাশিত হোৱা দেখা গৈছে। বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ বাবেই শংকৰদেৱে নানা বিপৰ্যযৰ সম্মুখীন হব লগীয়া হৈছিল। তেখেতৰ আগবযসৰ ৰচনাত কল্পনা প্ৰৱণতাৰ প্ৰভাৱ আৰু ভক্তিতকৈ বিষয়বস্তুৰ মনোৰম প্ৰকাশ পৰিলক্ষিত হৈছে। ভাষাও আবেগময়ী আৰু জতুঁৱা ঠাচেৰে পৰিপূৰ্ণ। তেখেতৰ ভাটি বযসৰ ৰচনাত কল্পনাৰ দৃঢ়তা, গাম্ভীৰ্যপূৰ্ণ ভাষা আৰু ভক্তিৰ ওপৰত প্ৰাধান্য দিয়া দেখা গৈছে। শংকৰদেৱে প্ৰথমে 'হৰিশ্চন্দ্ৰ উপাখ্যান' আৰু শেষৰ জীৱনত 'ৰাম বিজয়' নাট ৰচনা কৰিছিল। কীৰ্তন আৰু দশমক তেখেতৰ সাহিত্যিক জীৱনৰ কীৰ্তিস্তম্ভ বুলি ক'ব পাৰি।

তেখেতৰ ঘটনাবহুল জীৱনৰ বেছিভাগ সময় বাৰভূঞা ৰাজ্যত, অসমত আৰু কোঁচ ৰাজ্যত কটায়। এই সময়ছোৱাতে গুৰুজনাই অমূল্য গ্ৰন্থৰাজি ৰচনা কৰি থৈ যায়। ৰচনা ৰীতিৰ ফালৰ পৰা শংকৰদেৱৰ ৰচনাৱলীক এনেদৰে ভাগ কৰা দেখা যায়। ১। অনুবাদমূলক ২। কাব্য ৩। নাটক ৪। গীত ৫। নাম প্ৰসঙ্গ সম্বন্ধীয় ৬। ভক্তিমূলক গ্ৰন্থ সমূহ

অসমৰ বৈষ্ণৱ ধৰ্মৰ চাৰি পুথিৰ ভিতৰত শংকৰদেৱৰ 'কীৰ্ত্তন' আৰু 'দশমো' আছে। ধৰ্মীয় শিক্ষা-দীক্ষা আৰু আদৰ্শৰ জীৱন গঢ়ি তুলিবৰ বাবেই

কীৰ্ত্তন পুথিখন ৰচনা কৰিছিল। বিভিন্ন পুৰাণ আৰু সূত সংহিতাৰ শ্লোক আদিৰে পৰিপুষ্ট সৰ্বভাৰতীয় ধৰ্মমূলক পুথিৰ সমাহাৰত এই কীৰ্ত্তন পুথি ৰচনা কৰিছিল। বেজবৰুৱাদেৱৰ ভাষাত -"ভাষাৰ লালিত্যে, ছন্দৰ ঝংকাৰ, সুৰৰ লাৱণ্য, ভাৱৰ মাধুৰ্য, ভক্তিৰ দৃঢ়তা, চিন্তাৰ উচ্চতা আদিৰ সমষ্টিয়ে শংকৰদেৱৰ কীৰ্ত্তন ৰচিত। দশম হৈছে শ্ৰীকৃষ্ণৰ জন্ম আৰু বাললীলাৰ পৰা গোপী উদ্ধৱ সংবাদলৈকে বিভিন্ন মনোৰম কাহিনীৰ সমাহাৰ। পুথিখনত শংকৰদেৱৰ ভাটি বয়সৰ নিপুণ হাতৰ পৰশ পৰিছে। গতিকে ইয়াত কল্পনা বিলাসতকৈ বিষয়বস্তুৰ গাম্ভীৰ্য আৰু ভক্তিৰ গাঢ়তা লক্ষ্য কৰা যায়। মূল দশম স্কন্ধ ভাগৱত নব্বৈটা অধ্যায়যুক্ত। তাৰে গুৰুজনাই ঊনপঞ্চাশটা অনুবাদ কৰে। দশমৰ উপৰিও তেখেতে ভাগৱতৰ প্ৰথম স্কন্ধ ভাগৱত অনুবাদ কৰে বুলি ৰচিত পুথিত উল্লেখ আছে যদিও এই খণ্ডটো বৰ্তমানলৈকে উদ্ধাৰ হোৱা নাই। তেওঁ উত্তৰাকাণ্ড ৰামায়ণো অনুবাদ কৰে।

শংকৰদেৱৰ কাব্যৰ ভিতৰত হৰিশ্চন্দ্ৰ উপাখ্যান, ৰুক্মিণীহৰণ, অজামিল উপাখ্যান, গ্ৰাহ গজেন্দ্ৰৰ যুদ্ধ, অমৃত মন্থন, বলিছলন আৰু কুৰুক্ষেত্ৰ কাব্যই প্ৰধান। তেখেতৰ কাব্য কেইখনত মনোৰম কাহিনীৰ লগতে বৈষ্ণৱ ধৰ্মৰ মহিমাও প্ৰকাশমান।

শংকৰদেৱ অসমীয়া নাট্য সাহিত্যৰো জনক। তেখেতে সংস্কৃত নাট আৰু প্ৰাচীন অসমীয়া ওজাপালি অনুষ্ঠানৰ আৰ্হিত এক অংকযুক্ত ছখন নাট ৰচনা কৰে। এটা অংক হোৱাৰ বাবে তেখেতৰ নাটসমূহ অংকীয়া নাট ৰূপে পৰিচিত। এই কেইখন হৈছে পত্নী প্ৰসাদ, কালীয় দমন, কেলি গোপাল, ৰুক্মিণী হৰণ, পাৰিজাত হৰণ আৰু ৰাম বিজয়। ইয়াৰ প্ৰথম পাঁচখনৰ বিষয়বস্তু ভাগৱতৰ হৰিবংশ আৰু বিষ্ণুপুৰাণৰ পৰা আৰু শেষৰখনৰ বিষয়বস্তু ৰামায়ণৰ পৰা লোৱা দেখা যায়।

ভাগৱতৰ আন আন ঠাইৰ বৈষ্ণৱ আন্দোলন সমূহৰ দৰে অসমৰ বৈষ্ণৱ আন্দোলনেও গীতি সাহিত্যৰ সৃষ্টি হোৱা দেখা যায়। শংকৰদেৱৰ গীত সমূহক দুভাগত ভগাব পাৰি। সেইয়া হৈছে বৰগীত আৰু ভটিমা। তেখেতে বাৰকুৰি বৰগীত ৰচনা কৰিছিল যদিও বনপোৰা জুয়ে পোৰাত তেখেতৰ একুৰি চৈধ্যটা বৰগীতহে ৰযগৈ। পিছত গুৰুজনাৰ আদেশত মাধৱদেৱে ১৫৭ টা বৰগীত ৰচনা কৰে। মুঠতে ভক্তসমাজত ১৯১টা বৰগীত প্ৰচলিত হৈ আছে। শংকৰদেৱ আৰু মাধৱদেৱৰ বাহিৰে বাকী সকলৰ গীতক বৰগীত বুলি ধৰা নহয়। 'শুধ নৈতিক' আধ্যাত্মিক ভাৱৰ ওপৰত প্ৰতিষ্ঠিত বাবে ড. বাণীকান্ত কাকতিদেৱে এই বৰগীতবোৰক Noble Number বুলি অভিহিত কৰিছে। সেইদৰে কালিৰাম

মেধিয়ে Song of Celestial আৰু দেবেন্দ্ৰ নাথ বেজবৰুৱাই Holy Song আখ্যা দিছে । চৰিত পুথিৰ মতে তেখেতে দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণ কালত বদৰিকাশ্ৰমত থাকোতে ভক্ত সকলৰ প্ৰাৰ্থনা গীত শুনি হৃদয় বিগলিত হৈ প্ৰথম বৰগীতটো ৰচনা কৰে । গীতটো এনেধৰণৰ -

*"মন মোৰ ৰাম চৰণাহি লাগু*
*তই দেখোনা অন্তক আগু ॥"*

ভটিমা হৈছে এক প্ৰকাৰ স্তুতি বা প্ৰশস্তিমূলক গীত । শংকৰদেৱে তিনি প্ৰকাৰৰ ভটিমা ৰচনা কৰিছিল । সেইবোৰ হৈছে ১। দেৱ ভটিমা ২। ৰাজ ভটিমা আৰু ৩। নাটকীয় ভটিমা । বৰগীতৰ দৰে ভটিমাৰো ভাষা কৃত্ৰিম ব্ৰজাৱলী ।

শংকৰদেৱৰ নাম প্ৰসঙ্গ সম্বন্ধীয় গ্ৰন্থ সমূহৰ ভিতৰত কীৰ্তন, দশম আৰু গুণমালা উল্লেখযোগ্য । কীৰ্তন ঘোষাৰ চতুৰ্বিংশতিতম অৱতাৰ , ধ্যান বৰ্ণন, অজামিল উপাখ্যান, শিশুলীলা, ৰাসলীলা, শ্ৰীকৃষ্ণ বৈকুণ্ঠ প্ৰয়াণ আদি ঊনত্ৰিছটা খণ্ড আছে । তেখেতৰ নামাপৰাধ, পাষণ্ড মৰ্দন আৰু উৰেষা বৰ্ণন খণ্ডৰ বিষয়বস্তু পদ্মপুৰাণ, বৃহন্নাৰদীয় পুৰাণ, ব্ৰহ্মপুৰাণৰ পৰা আৰু বাকীখণ্ড কেইটাৰ বিষয়বস্তু ভাগৱতৰ পৰা লোৱা দেখা যায় । গুণমালা পুথিখন হ'ল শংকৰদেৱৰ হাতী মাৰি ভুৰুকাত ভৰোৱাৰ উজ্বল নিদৰ্শন । নৰনাৰায়ণ ৰজাই তেওঁৰ ৰাজসভাৰ পণ্ডিত সকলক হাতী মাৰি ভুৰুকাত ভৰাই আনিবলৈ কোৱাত কোনো পণ্ডিতে আনিব নোৱাৰিলে । কিন্তু শংকৰদেৱে ৰজাক গুণমালা পুথিখনকে উপহাৰ হিচাপে প্ৰদান কৰিছিল ।

শংকৰদেৱৰ ভক্তিতত্বমূলক গ্ৰন্থ সমূহ হৈছে ১। ভক্তি প্ৰদীপ ২। ভক্তি ৰত্নাকৰ ৩। অনাদি পাতন আৰু ৪। নিমি-নৱ-সিদ্ধ সংবাদ । গ্ৰন্থখনত কৃষ্ণ অৰ্জুনৰ ভক্তিতত্ব বিষয়ক কথোপকথন সন্নিবিষ্ট কৰা দেখা যায় । আনহাতে ভক্তিৰত্নাকৰ গ্ৰন্থত শ্ৰৱণ, কীৰ্তনকে আদি কৰি ভক্তিৰ ন বিধ দিহাৰ কথা উল্লেখ কৰা দেখা যায় । অনাদি পাতনৰ বিষয়বস্তু ভাগৱত আৰু পুৰাণৰ পৰা লোৱা আৰু ইয়াত সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰ বিৱৰণ আছে । সেইদৰে নিমি-নৱ-সিদ্ধ সংবাদে আধ্যাত্মিক ভাৱে ভকত সমাজত আলোড়নৰ সৃষ্টি কৰা বুলি পণ্ডিত সকলে কয় খোজে ।

এইটো ক'ব পাৰি যে বৈষ্ণৱ সাহিত্যই যেনেকৈ অসমীয়া সাহিত্যৰ ভৰাঁল সমৃদ্ধিশালী কৰিলে তেনেকৈ জনসাধাৰণৰ চিন্তা, ৰুচিবোধ আদি উচ্চ স্তৰলৈ নি অসমীয়াৰ প্ৰাণত আধ্যাত্মিক ভাবৰ ঢল বোৱাই নৱজাগৰণৰ সৃষ্টি কৰিলে । কাব্য আৰু ভক্তি ৰস নিগৰি আহিল আৰু মন অতিন্দ্ৰীয় অনুভূতিৰে পুষ্ট হ'ল । ধৰ্ম চৰ্চাই

কেৱল সাধু সন্ত সমাজৰ অন্তৰ পবিত্ৰ নকৰে, সমাজৰ সকলো শ্ৰেণীৰ মানুহৰে মন জয় কৰিব পাৰে । ধৰ্ম হ'ল এটা জাতিৰ জাতীয় চেতনা আৰু সংস্কৃতিৰ ধাই সুঁতি । যিসময়ত অসমীয়া সংস্কৃতিৰ পথাৰখন অন্ধকাৰাচ্ছন্ন হৈ আছিল, ধৰ্মীয় বান্ধোন নোহোৱা হৈছিল, সেইসময়তে মহাপুৰুষ শংকৰদেৱে সৰ্বভাৰতীয় সংস্কৃতিৰ সমন্বয় সাধন কৰি অসমীয়া সংস্কৃতিৰ বৰভেঁটি স্থাপন কৰিছিল । একেধাৰে সাহিত্য, সংগীত, নৃত্য, বাদ্যযন্ত্ৰ, স্থাপত্য, ভাস্কৰ্য, সাজপাৰ আদি সংস্কৃতিৰ এনে উপাদান নাই, য'ত তেখেতৰ বিৰল ব্যক্তিত্বৰ পৰশ পৰা নাই । সংস্কৃতিৰ নন্দনতাত্ত্বিক মূল্যবোধে এটা জাতিৰ জাতীয় চেতনা জগাই তোলে আৰু একতাৰ এনাজৰীৰ বান্ধোনটি কটকটীয়া কৰে ।

সংস্কৃতি শব্দটো ইংৰাজীৰ Culture শব্দটোৰ সমাৰ্থক । লেটিন শব্দ 'কোল'ৰ পৰাই Culture শব্দটো আহিছে । ইয়াৰ অৰ্থ হৈছে শস্য উৎপাদনৰ বাবে মাটি চহোৱা কাৰ্য্য । সংস্কৃতিৰ অন্তৰালত নিহিত হৈ থাকে একোটা জাতিৰ জাতীয় সত্বা । এই সংস্কৃতি বোৱতি নদীৰ দৰে গতিশীল । মানুহৰ সৃষ্টিশীল কৰ্মৰাজি যেনে - সাহিত্য, শিল্পকলা, ৰীতি-নীতি, দৰ্শন আদিৰ মানদণ্ডই হ'ল সংস্কৃতিৰ মানদণ্ড । সবল সংস্কৃতি গঠন কৰিবলৈ হলে শৃংখলাবদ্ধতা, উচ্চ আধ্যাত্মিকতা আদি উন্নতিকৰণৰ উপাদানবোৰ আৱশ্যক । ঢাপে ঢাপে বগাইহে সংস্কৃতিয়ে উন্নতিৰ জখলাত আগবাঢ়ে । সামাজিক সংঘাতৰ তৰঙ্গই জাতি একোটাৰ সংস্কৃতিৰ সোপান ৰচনা কৰা দেখা যায় । উদাৰ মহৎ সংস্কৃতিয়ে মানুহক সংকীৰ্ণতাৰ পৰা মুক্তি দিয়ে

ভাৰতীয় সংস্কৃতি হৈছে এক আদৰ্শৰ সংস্কৃতি । য'ত চৰিত্ৰ গঠন, অন্তৰৰ বিশুদ্ধতা, ইন্দ্ৰিয়ৰ সংযম আদিক প্ৰাধান্য দিয়া হয় । যুগ যুগ ধৰি কঠোৰ শ্ৰম আৰু সাধনাৰে অনুভূতিক উপলব্ধি কৰাৰ মহানতাৰে এই সংস্কৃতি পৰিপূৰ্ণ ।

সংস্কৃত ভাষাত অগাধ পাণ্ডিত্য লাভ কৰি শংকৰদেৱে গীতা, ভাগৱত, পুৰাণ আদি প্ৰচুৰ পৰিমাণে অধ্যয়ন কৰে আৰু মহানুভৱতাৰ উচ্চ আদৰ্শৰে অনুপ্ৰাণিত হয় । তেওঁ দাৰ্শনিক মতবাদেৰে পৰিপূৰ্ণ ধৰ্মীয় আদৰ্শ গ্ৰহণ কৰে । দুবাৰকৈ তীৰ্থ ভ্ৰমণৰ বহল অভিজ্ঞতাৰে অজ্ঞানীময় সমাজৰ কুসংস্কাৰবোৰ যেনে বলি বিধান প্ৰথা, দেৱ দেৱী প্ৰথা, মূৰ্ত্তি পূজা আদি আঁতৰাই তাৰ ঠাইত তেখেতৰ জ্ঞানৰ পোহৰেৰে উজ্বলাই তুলিলে । অসমীয়াক অজ্ঞান আন্ধাৰৰ পৰা মুক্ত কৰিবলৈ তেখেতে কিছুমান বাস্তৱসন্মত আঁচনি গ্ৰহণ কৰিলে । 'হাতে কৃষি কাম মুখে ৰাম নাম' এই মন্ত্ৰই অসমীয়াৰ হৃদয়ত জগাই তুলিলে । গুৰুজনাই কাব্য, গীত, নাট, আখ্যান, উপাখ্যান আদিৰ মাজেৰে হৃদয়ৰ অন্তৰ্যামী আবেগময়ী ভক্তিৰ পোহৰেৰে অসমৰ আকাশ বতাহ মুখৰিত কৰি তুলিলে । ফলত এটি অনুপম

শংকৰী যুগ আৰু শংকৰী সংস্কৃতিৰ উদ্ভৱ হ'ল । গুৰু ভকতক সাক্ষী কৰি এগছি বন্তি ধূপ-ধূনা জ্বলাই কায়মনোবাক্যে ঈশ্বৰ সেৱাৰ উচ্চ আধ্যাত্মিক ধ্যান ধাৰণাৰ প্ৰথা প্ৰৱৰ্ত্তন কৰে মহাপুৰুষ শংকৰদেৱেই ।

পুৰণি কালত মন্দিৰৰ প্ৰাঙ্গণেই আছিল একমাত্ৰ নৃত্য, গীত চৰ্চাৰ কেন্দ্ৰ । নামঘৰ হ'ল শংকৰী সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ । ভিন্ন ৰূপত নৃত্য গীতৰ নতুন সুৰ, তাল, লযৰ পূৰ্বৰ সংমিশ্ৰণত শংকৰী কৃষ্টিয়ে অসমৰ কলা সংস্কৃতিৰ পথাৰখন চিৰসেউজীয়া কৰি তোলে । শংকৰদেৱে ৰচনা কৰা প্ৰথম নাট 'চিহ্নযাত্ৰা' চিত্ৰপট অংকণ কৰি দেখুওৱা হৈছিল । সৰ্বভাৰতীয নৃত্য আৰু অভিনয়ৰ সেতু নিৰ্মাণেৰে ভাওনা হ'ল শংকৰদেৱৰ অনুপম অৱদান । নামঘৰত সকলো জাতি আৰু পন্থাৰ সমাবেশ ঘটিল । বিভিন্নজনে তেখেতৰ শিষ্যত্ব গ্ৰহণ কৰিলে গাৰোৰ গোবিন্দ, মিছিঙৰ পৰমানন্দ, নগাৰ নৰোত্তম, কৈৱৰ্তৰ পূৰ্ণানন্দ আদি ভিন্নজাতৰ মানুহে তেখেতৰ ধৰ্মত সমান মৰ্য্যাদা লাভ কৰিলে । 'চণ্ডালো লৱে হৰিনাম মাত্ৰ, যজ্ঞৰো উচিত কৰিবে পাত্ৰ' আদি আদৰ্শেৰে উচ্চ নীচ জাত কুলৰ বিচাৰত ৰোগাক্ৰান্ত সমাজখনক এক প্ৰকাৰ সঞ্জীৱনী প্ৰদান কৰিছিল । নৃত্য, গীত, পদ, ভটিমাৰ সংযোগত নান্দনিক সুৰৰ ৰঙে ৰসে ভৰপূৰ হৈ পৰিল অসমীয়া সমাজ । ভিন্ন ৰুচিবোধৰ লোক সকল ওলাই আহিল সূত্ৰধাৰ, গায়ন, বায়ন, ঢুলীয়া, খুলীয়া, খনিকৰৰ ৰূপত । তেখেতৰ ভাওনা অনুষ্ঠানেই সৃষ্টি কৰিলে এচম সংস্কৃতিৰ খনিকৰৰ । নামঘৰেই হ'ল সামাজিক একতা আৰু শৃঙ্খলাৰ এক বাস্তৱ নিদৰ্শন । তাৰ উপৰি হস্তকলা, ছোঁ, মুখাপিন্ধা আদি উপাদানেৰে ওজাপালি আৰু ভাওনাত লোক সংস্কৃতিৰ অপূৰ্ব সংমিশ্ৰণ ঘটাইছে । চিত্ৰ তুলাপাতত হেঙুল হাইতালেৰে বোলোৱা আৰু নানা ৰহণেৰে ছকুৰিহাত দীঘল শ্ৰীকৃষ্ণৰ বৃন্দাবন লীলা কাপোৰত তুলি শিল্প বিষয়ত পটুতাৰ পৰিচয় দিছিল ।

নামঘৰৰ প্ৰয়োজনীয আহিলা বিভিন্ন গঢ়ৰ হেঙুল হাইতাল বোলোৱা কাঠৰ শৰাই, গছা, বটা, ঠগী, কাঠৰ দুৱাৰ আদিৰ নিদৰ্শন এতিয়াও অসমৰ সত্ৰ আৰু নামঘৰ সমূহত দেখিবলৈ পোৱা যায় । প্ৰাচীন অসমত বাঁহী, পেঁপা, ঢোল, তাল, বীণ আদি বাদ্যযন্ত্ৰৰ প্ৰচলন দেখা পোৱা গৈছিল । কিন্তু শংকৰদেৱৰ হাতত বাদ্যযন্ত্ৰই অধিক প্ৰসাৰতা লাভ কৰে । তেখেতে বাদ্যযন্ত্ৰবোৰ গুৰু গম্ভীৰ নৃত্য গীত মিলাই নতুন ৰূপ দিলে । খোল, মৃদঙ্গ, মঞ্জিৰা, খুটি তাল আদি সৃষ্টি কৰি নৃত্য গীতৰ গাম্ভীৰ্য বঢ়াই তোলে ।

যিজনা মহাপুৰুষে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ সকলো লোকক একত্ৰিত কৰি ধৰ্মৰ ডোলেৰে বান্ধি ৰাখিছিল তেখেত সৰ্বকালৰ শ্ৰেষ্ঠ পুৰুষ ৰূপে পৰিগণিত হৈ ৰ'ব ।

# মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ 'পত্নী প্ৰসাদ' নাটক ঃ এটি আলোচনা

লক্ষীপ্ৰভা বৰগোহাঁই

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ অৰ্থে অন্যান্য কলাৰ লগতে নাট্য কলাকো প্ৰয়োগ কৰিছিল । গীত বা কাব্যই যিদৰে মানুহৰ মন আকৰ্ষণ কৰিব পাৰে নাট্যকলাই তাতোকৈ অনেক গুণে মানুহৰ মন আকৰ্ষণ কৰিব পাৰে; কিয়নো নাটক হ'ল দৃশ্য কাব্য । নাটকে দৰ্শনীয় আৰু শ্ৰৱণ কাব্য দুয়োটাই সাধিত কৰে ।

আখৰবোধ নথকা নিৰক্ষৰ জনসাধাৰণক সহজতে শ্ৰীকৃষ্ণৰ লীলা মাহাত্ম্য উপলব্ধি আৰু বৈষ্ণৱ ধৰ্মৰ প্ৰতি আকৃষ্ট কৰাবৰ উদ্দেশ্য আগত ৰাখিয়েই মহাপুৰুষজনাই এক অংক বিশিষ্ট একশ্ৰেণী নাটকৰ নাম দিয়ে । যিয়েই বৰ্ত্তমান অংকীয়া নাটক ৰূপে পৰিচিত । অৱশ্যে মহাপুৰুষ জনাই নিজেই কতো ইয়াক অংকীয়া নাট বুলি উল্লেখ কৰা নাই । গুৰুজনাই ইয়াক যাত্ৰা, নাটক নাটহে বুলিছিল ।

অংকীয়া নাট সম্বন্ধে মতভেদ থাকিলেও এই শ্ৰেণী নাটকে ভক্তি ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰত অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল । ডঃ বাণীকান্ত কাকতিদেৱে সেয়েহে কৈছিল- "মহাপুৰুষ জনাৰ ভক্তি ধৰ্ম প্ৰচাৰত অসমীয়া নাটক সমূহে যিদৰে সহায় কৰিছিল সেইদৰে আন কোনো কলাই সহায় কৰা নাছিল । পৃথিৱীৰ সকলো দেশতে প্ৰচীন কালত ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰত নাটকে বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে ।"

গুৰুজনাৰ ছখন অংকীয়া নাটকৰ ভিতৰত 'পত্নী প্ৰসাদ' হ'ল দ্বিতীয়খন নাটক । গুৰুজনাই 'কালিয় দমন'ৰ পাছতেই 'পত্নী প্ৰসাদ' নাটক ৰচনা কৰে । তেৰাই ধুৱাহাটত থাকোতেই ১৫২১ খৃষ্টাব্দত 'পত্নী প্ৰসাদ' নাট ৰচনা কৰে । এই নাটকখন মাধৱদেৱৰ মাতৃৰ শ্ৰাদ্ধত বৰপেটা সত্ৰত পোন প্ৰথমে অভিনয় কৰিছিল ।

'পত্নী প্ৰসাদ' নাটকৰ কাহিনীভাগ শ্ৰীমদ্ভাগৱত গ্ৰন্থৰ দশম স্কন্ধৰ তেইশতম্ অধ্যায়ৰ পৰা লোৱা হৈছে । পত্নী প্ৰসাদ নাটকৰ কাহিনী হ'ল এনে ধৰণৰ : এদিনাখন শিশু কৃষ্ণই গোপ বালক সকলৰ সৈতে কালিন্দী নৈৰ পাৰত গৰু চৰাই আছিল । তাৰ পাছত তেওঁলোকৰ ভাগৰ লগাত কৃষ্ণৰে সৈতে এজোপা অশোক

গছৰ তলত জিৰণি ললে । এনেতে তেওঁলোকৰ আটাইৰে ভোক লাগিল । তেতিয়া গোপ বালক সকলে কৃষ্ণক ভোক লাগিছে আৰু খোৱা খাদ্য যোগাৰ কৰি দিবলৈ কলে । তেতিয়া ওচৰতে থকা এজন ব্ৰাহ্মণৰ ঘৰত ব্ৰাহ্মণ সকলে যজ্ঞ কৰি আছিল । কৃষ্ণই গোপ বালক সকলক তালৈকে যাবলৈ কলে আৰু তাতেই তেওঁলোকে খাবলৈ অন্ন পাব বুলি পঠাই দিলে । কৃষ্ণৰ কথামতে গোপবালক সকলে ব্ৰাহ্মণৰ ঘৰলৈ গ'ল । তেওঁলোকক কলে যে ব্ৰাহ্মণ সকলে দেৱতাৰ বাবে যজ্ঞ পাতিছে । তেওঁলোক উচ্চ স্তৰৰ লোক । গতিকে তেওঁলোকে সাধাৰণ গোপ বালক সকলক অন্ন বা প্ৰসাদ নিদিয়ে । এইদৰে গৰ্ব্ব কৰি গোপবালক সকলক তাৰপৰা খেদাই দিলে । গোপ বালক সকলে পুনৰ কৃষ্ণৰ ওচৰলৈ ঘূৰি গৈ কলে যে ব্ৰাহ্মণে গৰ্ব্ব কৰি তেওঁলোকক খেদি দিলে আৰু প্ৰসাদ নিদিলে । তেতিয়া কৃষ্ণই গোপ বালক সকলক ব্ৰাহ্মণনী সকলৰ ওচৰলৈ গৈ কৃষ্ণ কথা কৈ অন্ন বিচাৰিবলৈ কলে । সেইমতে এইবাৰ তেওঁলোক গৈ ব্ৰাহ্মণনী সকলক কৃষ্ণৰ কথাকৈ অন্ন বিচাৰিলে । তেতিয়া ব্ৰাহ্মণনী সকলে কৃষ্ণ অহা বুলি জানি পৰম আনন্দ মনেৰে নানান সুগন্ধি অন্নব্যঞ্জন, পিঠা পনা, পৰমান্ন আদি থালত ভৰাই আনি দিলে । গোপ বালক সকলে উদৰ পুৰাই অন্ন ব্যঞ্জন খালে আৰু তেওঁলোকৰ ভোক গুচিল । ব্ৰাহ্মণনী সকলে কৃষ্ণৰ মহিমা বুজি কৃষ্ণক চিন্তা কৰি কৃষ্ণ প্ৰেমত মতলীয়া হৈ পৰিল । কৃষ্ণক চাবলৈ তেওঁলোক ওলাই গ'ল । তেতিয়াহে ব্ৰাহ্মণ সকলে ভগৱান কৃষ্ণক তেওঁলোকে কৰা অহংকাৰ আৰু গৰ্ব্বৰ বাবে খেদ কৰিলে । ব্ৰাহ্মণনী সকলে কৃষ্ণক প্ৰাৰ্থনা কৰাত কৃষ্ণ সন্তুষ্ট হ'ল । প্ৰথমে ব্ৰাহ্মণ সকলে ব্ৰাহ্মণনী সকলক বাধা প্ৰদান কৰিছিল যদিও পাছত কৃষ্ণ যে পৰম পুৰুষ ভগৱন্ত তাক বুজিব পাৰি কৃষ্ণত শৰণলৈ কৃষ্ণক ভক্তি কৰিবলৈ ধৰিলে । এজন ব্ৰাহ্মণে তেওঁৰ পত্নীক কৃষ্ণ দৰ্শণ কৰাৰ পৰা বিৰত ৰাখিবৰ উদ্দেশ্যে ঘৰৰ দুৱাৰ বন্ধ কৰি দিয়ে । ব্ৰাহ্মণনীয়ে কৃষ্ণ দৰ্শণৰ বিৰহ সহ্য কৰিব নোৱাৰি কৃষ্ণৰ চৰণ চিন্তি দেহ ত্যাগ কৰে । শেষত ব্ৰাহ্মণে কৃষ্ণ যে পৰম পুৰুষ ভগৱান তাক বুজিব পাৰি খেদ কৰে । এই কাৰ্য্যত অদ্ভুত ৰসৰ সঞ্চাৰ হৈছে । 'পত্নী প্ৰসাদ' নাটকৰ মূল কাহিনী ইমানেই ।

গুৰুজনাই 'পত্নী প্ৰসাদ' নাটকৰ আৰম্ভণীতে সূত্ৰধাৰৰ যোগেদি এনেদৰে কোৱাইছে - সূত্ৰ - আহে সামাজিক লোকঃ জোহি জগতক পৰম গুৰু ঃ পুৰুষোত্তম ঃ সোহি নন্দনন্দন ৰূপে কহোঁ ঃ অন্ন প্ৰাৰ্থনা চলে ঃ বিপ্ৰ সবক কৰ্ম্ম গৰ্ব্ব দূৰ কৰল ঃ পত্নী সবক পৰম প্ৰসাদ দেলহঃ বালক সবক ষড়ৰথ অন্নভোজন কৰাৱল ঃ সোহি পত্নী প্ৰসাদ নাম নাটঃ ওহি সভামধ্যে কৌতুকে কৰবঃ তাহে দেখহ সুনহঃ

নিৰন্তৰে হৰিবোল হৰি আকৌ কোৱাইছে - 'বলোভদ্ৰ সহিতে আমাক মৃগে' ৰহুলঃ তদনন্তৰ বালক সব গো বৎস সবক জল গান কৰাৱলঃ আপুনুজল ভোজন কয়লঃ পৰম ক্ষুধাতুৰ হুয়াঃ ৰাযত কৃষ্ণত জৈচে গোচৰ কয়ল তা দেখহ সুনহ'।

অন্যান্য নাটকৰ দৰেই গুৰুজনাই গীত, কথা আৰু সংস্কৃত শ্লোকেৰে নাটখনিৰ কাহিনীভাগ আগুৱাই নিছে। নাটক খনিত যুদ্ধ বিগ্ৰহ বা বিশেষ ঘটনা নাই যদিও কম কথা আৰু পৰিসৰৰ মাজেদি নাটকীয় কাহিনীৰ পৰিসমাপ্তি ঘটাইছে। 'পত্নী প্ৰসাদ' নাটখনিৰ গুৰুজনাই সুন্দৰকৈ নাট্য ভটিমা শ্লোক আৰু কথা প্ৰয়োগ কৰিছে। নাট্য ভটিমাৰ সুন্দৰ প্ৰযোগ মন কৰিবলগীয়া। উদাহৰণ স্বৰূপে নাটখনিৰ প্ৰথম ভটিমাটিত গুৰুজনাৰ সাংগীতিক সুৰৰ ঝংকাৰ মন কৰিবলগীয়া। ভটিমাটি এনে ধৰণৰ-

*জয় জয় যদুকুল        কমল প্ৰকাশক*
*নাশক কংসক প্ৰাণ।*
*জয় জয় জগতক        ভকতক ভিতি*
*নিতি কাকা নিৰজান।*
*জয় জয় নায়ক        মুকুতি দায়ক*
*নায়ক সাৰঙ্গ ধাৰি।*

এই ভটিমাটি অৱশ্যে গুৰুজনাৰ 'কালিয়দমন' নাটৰ ভটিমাটিৰ সতে একে।

নাটখনিৰ মুঠ দুটি ভটিমা আছে। গীত আছে আঠোটি। নাটকীয় গীত সমূহ সুৰ, তাল, ৰাগেৰে ৰঞ্জিত হৈ পৰিছে। আৰু নাটক খনিক গীতিময়তা দান কৰিছে। ৰাগৰ ভিতৰত কানাড়া, আসোৱাৰি ৰাগশ্ৰী ধনশ্ৰী, বেলোৱাৰ, গৌৰী শ্যাম আদিৰ প্ৰয়োগ কৰা হৈছে। সেইদৰেই তালৰ ভিতৰত পৰিতাল, একতাল, ৰূপকতাল, মান একতালি, জ্যোতিমান আদি তালৰ প্ৰয়োগ মন কৰিবলগীয়া। নাটখনিত দিয়া প্ৰথমৰ ভটিমাটি মঙ্গলচৰণমূলক। গুৰুজনাৰ গীত সমূহৰ শব্দ ব্যঞ্জনা, উপমা, অলংকাৰ প্ৰয়োগে গীতিধৰ্মী নাটক ৰূপে চিহ্নিত কৰিছে। নাটক খনিৰ ভটিমা দুটি আৰু বিভিন্ন ৰাগৰ গীত কেইটিত ঈশ্বৰ কৃষ্ণৰ পুৰুষত্ব, মহত্ব আৰু ঐশ্বৰিক গুণৰাজি প্ৰকাশ পাইছে।

পত্নী প্ৰসাদ নাটকৰ চৰিত্ৰ সমূহৰ ভিতৰত উল্লেখযোগ্য হ'ল কৃষ্ণ, বলভদ্ৰ, মিশ্ৰ, চন্দ্ৰ ভাৰতী ব্ৰাহ্মণ, ব্ৰাহ্মণ সকল, ব্ৰাহ্মণনী সকল আৰু গোপ বালক সকল। নাটখনিৰ প্ৰধান চৰিত্ৰ হ'ল কৃষ্ণ। নাটকৰ কাহিনীভাগ কৃষ্ণ চৰিত্ৰক লৈয়েই আগুৱাই গৈছে। চন্দ্ৰ ভাৰতী ব্ৰাহ্মণৰ গঠিত বচন আৰু অহংকাৰ মন

কৰিবলগীয়া । গোপ বালক সকলে অন্নৰ কাৰণে ব্ৰাহ্মণ সকলৰ ওচৰত প্ৰাৰ্থনা কৰাত চন্দ্ৰ ভাৰতী ব্ৰাহ্মণে কোৱা - 'আহে গোৱাল যৱ ঃ হামু বেদত শাস্ত্ৰত পৰম পাৰ্গতঃ যজ্ঞব্ৰত দানে পৰম পবিত্ৰঃ ও হামু ভূ দেৱতা ঃ হামাক সৰ্ব্বলোকে পুজয়ঃ নন্দসুত কৃষ্ণঃ হামাক আগে কোন হয়ঃ বচনৰ যোগেদি চন্দ্ৰ ভাৰতী ব্ৰাহ্মণৰ গৰ্ব্ব অহংকাৰ প্ৰকট হৈ পৰিছে, অন্য হাতে ব্ৰাহ্মণনীৰ মাজেদি কৃষ্ণভক্তি মন কৰিবলগীয়া । গোপ বালক সকলৰ মুখে কৃষ্ণ অহা বুলি শুনি বামুণি সকলে পৰম আনন্দমনে সুগন্ধি অন্নব্যঞ্জন পিঠা পনা, পৰমান্ন আৰু বহুবিধ ব্যঞ্জন সামগ্ৰী পাত্ৰ ভৰাই আনি দিয়া আৰু বায়ন সকলৰ হাজাৰ বাধা স্বত্বেও হৰিভক্তি ৰসে আকুলহৈ কৃষ্ণ দৰ্শনৰ বাবে ঘৰৰ পৰা কৃষ্ণ, বলভদ্ৰ আদি গৰখীয়া সকল য'ত আছিল তালৈ হাঁহি হাঁহি গমন কৰিলে ।

গুৰুজনাৰ পত্নী প্ৰসাদ নাটকৰ ভাষা ব্ৰজাৱলী যদিও পয়াৰ সমূহৰ ভাষা কিন্তু শুদ্ধ অসমীয়া । ইয়াৰ সংলাপ সমূহ চুটি চুটি । নাট্য কাহিনীও আপেক্ষিকভাৱে চুটি । গুৰুজনাৰ অন্যান্য নাটকৰ সৈতে পত্নী প্ৰসাদ নাটকৰ কেইবাটাও বিষয়ত অমিল পৰিলক্ষিত হয় । ইয়াত নান্দীশ্লোক মাত্ৰ এটা, কোনো সমালোচকৰ মতে সেয়েই এইখন গুৰুজনাৰ প্ৰথম ৰচনা ।

নাটকখনিৰ অন্য বৈশিষ্ট্য হৈছে নাটক খনিত কোনো যুদ্ধ বা ঘটনা নাই । অথচ নাটকৰ শেষত ব্ৰাহ্মণ সকলৰ গৰ্ব্ব চুৰ্ণ কৰা হৈছে আৰু কৃষ্ণক শৰণলৈ কৃষ্ণ ভক্তিক তেওঁলোকে আকোৱালি লোৱা দেখুৱা হৈছে । যাগ-যজ্ঞত আস্থাশীল পাণ্ডিত্যভিমানী আৰু ভক্তিবিৰোধী ব্ৰাহ্মণ সকলৰ কৃষ্ণভক্তি পৰায়ণ ব্ৰাহ্মণপত্নী আৰু গোপবালক সকলৰ বিৰোধক ভেটি কৰি নাট্য কাহিনী ৰচিত হলেও গুৰুজনাই কৰ্ম মাতা আৰু ভক্তি মাৰ্গৰ বিৰোধ ইয়াত মুখ্যতে স্থান দিছে । ভোকত আতুৰ গাৱঁলীয়া গোৱাল ৰূপী কৃষ্ণক যজ্ঞৰ দ্ৰব্য দিবলৈ অস্বীকাৰ কৰা মিশ্ৰ ভাৰতী, কন্দলি আদি বিপ্ৰ সকলৰ পত্নী সকলে গৈ কৃষ্ণক অন্নব্যঞ্জনেৰে আপ্যায়িত কৰি কৃষ্ণৰ পৰা প্ৰসাদ স্বৰূপ ভক্তি লাভ কৰা আৰু শেষত ব্ৰাহ্মণ সকলেও কৃষ্ণত শৰণলৈ কৃষ্ণ ভক্তিক আকোৱালি লোৱা দেখুৱা হৈছে । কিন্তু এইখিনিতে উল্লেখযোগ্য যে আন এখন হাতেলিখা পত্নীপ্ৰসাদ নাটকত ব্ৰাহ্মণে বিলাপ কৰাৰ কথাও উল্লেখ আছে । কিয়নো সেইজন ব্ৰাহ্মণে দুৱাৰ বন্ধ কৰি ব্ৰাহ্মণীক কৃষ্ণ দৰ্শনত বাধা দি অত্যাচাৰ কৰিছিল । অৱশ্যে গুৰুজনাৰ নাটকত ব্ৰাহ্মণীয়ে নিজেই ঈশ্বৰ কৃষ্ণক ধ্যান কৰি দেহ ত্যাগ কৰে বুলি উল্লেখ আছে । 'সেহি সময়ে এক ব্ৰাহ্মণঃ ব্ৰাহ্মণিক গৃহ মধ্যে আছিতে জানি দ্বাৰ বন্ধ কয় ৰাখল । তদনন্তৰঃ কৃষ্ণ

দৰসন আশাভাঙ্গঃ ব্ৰাহ্মণি কৃষ্ণক চৰণ হৃদয়ে ধাৰীয়ঃ জৈচে প্ৰাণ তেজলঃ তাহে দেখহ সুনহঃ'

মহাপুৰুষ জনাৰ অন্যান্য নাটকৰ দৰেই পত্নী প্ৰসাদ নাটকতো কৃষ্ণভক্তিৰ মাহাত্ম্য প্ৰচাৰ কৰা হৈছে। ব্ৰাহ্মণ সকলে পৰম পুৰুষ শ্ৰীকৃষ্ণৰ মাহাত্ম্য উপলব্ধি কৰি শ্ৰীকৃষ্ণত শৰণলৈ কৃষ্ণ ভক্তিত গদ্ গদ্ হৈ পৰিছে।

কালিৰাম মেধিদেৱৰ ভাষাৰে কবলৈ গলে - "But eventually they (Brahmins) too adopted the cult of Bhakti to the Lord is preference to learning, rituals and sacrifice. The prevailing sentiment is this play is marvellous (adbhuta)"

# অসমীয়া সাহিত্য-সংস্কৃতিলৈ গুৰু দুজনাৰ অৱদান

উৎপলা দেৱী

জাতি একোটাৰ ইতিহাসত কেতিযাবা এনে একোজনৈ মহাপুৰুষৰ জন্ম হয় যিজনে সমগ্ৰ জাতিটোক নতুন চেতনাৰে জাগ্ৰত কৰি তুলিব পাৰে । নতুন যুগ একোটাৰ সৃষ্টি কৰিব পাৰে আৰু মানুহক লৈ যাব পাৰে এখন নতুন জগতলৈ । অসমীয়া জাতিৰ ইতিহাসত তেনে দুজন মহাপুৰুষ হ'ল শ্ৰীমন্ত শংকৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱ । এই দুজন মহাপুৰুষ আছিল বহুমুখী প্ৰতিভাৰে অসমীয়াৰ জাতীয় জীৱনলৈ যি সাংস্কৃতিক অৱদান দি গ'ল সি তুলনাবিহীন । অসমীয়া জাতিৰ ধৰ্মীয় জগতখনতো গুৰুদুজনা নতুন যুগ এটা সৃষ্টি কৰিব পৰা যুগাৱতাৰ ৰূপে পৰিচিত । গুৰু দুজনাই অসমীয়াৰ জাতীয় জীৱনলৈ যি নৱবৈষ্ণৱ ধৰ্মৰ সোঁত বোৱাই আনিছিল সেই সোঁতে জাতি বৰ্ণ নিৰ্বিশেষে সকলোকে জীৱনৰ মৰ্য্যদা প্ৰদান কৰিছিল আৰু মনৰ কলুষ কালিমা ধুই নিকা কৰিবলৈ সক্ষম হৈছিল । ভক্তিৰ ক্ষেত্ৰত যে জাতকুল বা উচ্চ নীচৰ ভেদাভেদ নাই, ব্ৰাহ্মণৰ পৰা চণ্ডাললৈকে সকলোৱে ভক্তিধৰ্মত ভাগ লব পাৰে সেই কথা গুৰু দুজনাই সমাজত সেই সময়ত চলি থকা পুৰণি ধ্যান ধাৰণা, অন্ধ বিশ্বাস, ধৰ্মৰ নামত চলা ব্যভিচাৰ আদিৰ বিপৰীতে এক ক্ৰান্তিকাৰী পৰিৱৰ্তন আনিবলৈ সক্ষম হৈছিল ।

মহাপুৰুষ শংকৰদেৱে পঞ্চদশ শতিকাৰ শেষৰ ফালে নৱ বৈষ্ণৱ আন্দোলনৰ পাতনি মেলিছিল । যিখিনি সময়ত গুৰুজনাই এই কাম হাত লৈছিল সেই সময়ত অসমৰ সামাজিক অৱস্থা সিমান সুস্থ নাছিল । এক বিশৃঙ্খল অৱস্থাই চৌপাশ চানি ধৰিছিল । জনসাধাৰণৰ সম্মুখত আনকি এটা সুস্থ ধৰ্মীয় আদৰ্শও নাছিল । নানা দেৱ-দেৱীৰ উপাসনা, বামাচাৰী তান্ত্ৰিক প্ৰথাৰ প্ৰচলন আৰু নানান আচাৰে মানুহৰ মন ভাৰাক্ৰান্ত কৰি ৰাখিছিল । তেনে এটা অৱস্থাত গুৰুজনাই উপলব্ধি কৰিছিল যে অসমৰ বিশাল জন সমাজৰ অন্তৰ্গত বিভিন্ন জাতি সম্প্ৰদায়ৰ মাজত সম্প্ৰীতি, ঐক্য, সদ্ভাৱ আদি জগাই তুলিবলৈ হলে এটা সহজ আচৰণীয় ধৰ্মীয় পথৰ সন্ধেদ দিব লাগিব । সেয়ে গুৰুজনাই অধ্যয়ন কৰি অসমীয়া সমাজৰ উপযোগীকৈ 'একশৰণ নাম ধৰ্ম' প্ৰচাৰ কৰি সমগ্ৰ অসমীয়া জাতিকে একত্ৰিত কৰি বান্ধি পেলাবলৈ সক্ষম হৈছিল । অসমীয়া জাতিৰ সৌভাগ্য যে গুৰুজনা আছিল সুদীৰ্ঘ জীৱন এটাৰ অধিকাৰী । অসমীয়া জাতীয় জীৱনলৈ অৰিহণা যোগোৱা কলা-সংস্কৃতি আদি সকলো ক্ষেত্ৰতে আমি প্ৰথমে গুৰুজনাৰেই নাম লব লাগিব । তাতে সোণত সুৱগা চৰাই তেওঁৰ সকলো বিষয়তে সহযোগী হিচাবে ছাঁৰ দৰে আছিল

তেওঁ অনুগামী আনজন মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ। দুয়োজনা মহাপুৰুষে সেই সময়ত অসমৰ মানুহৰ মানসিক জগতখনত যি আলোড়ন সৃষ্টি কৰিছিল সেই আলোড়ন অসমীয়া জাতিক বিশেষ ভাৱে গঢ় দি তোলাত সহায় কৰিছিল।

মাধৱদেৱে শংকৰদেৱক তেওঁৰ ডেৰকুৰি বছৰ বয়সতে লগ পাইছিল। দুয়োগৰাকী আছিল পণ্ডিত। এই দুয়োগৰাকী পণ্ডিত পুৰুষৰ মণি-কাঞ্চন সংযোগৰ আঁৰতো এক কাহিনী আছে। মাধৱদেৱ আছিল শাক্তধৰ্মত বিশ্বাসী আৰু শংকৰদেৱ আছিল পৰম বৈষ্ণৱ। এবাৰ মাধৱদেৱে মাতৃৰ অসুখৰ সময়ত অসুখ নিৰাময়ৰ বাবে দেৱীৰ নামত পঠা এযোৰ আগবঢ়াইছিল। সেই পঠা আনি দিবলৈ মাধৱদেৱে ভনী জোৱাঁয়েক ৰামদাসক দায়িত্ব দিছিল। ইতিমধ্যে ৰামদাসে বৈষ্ণৱ ধৰ্মত শৰণ লৈছিল আৰু সেয়ে বলিৰ বাবে পঠা আনি দিবলৈ অমান্তি হ'ল। তাতে মাধৱদেৱৰ খং উঠিল আৰু দুয়োৰো মাজত তৰ্ক লাগিল। মাধৱদেৱক তৰ্কত বলে নোৱাৰি ৰামদাসে কৈ উঠিছিল "মোৰ আগতহে বৰ ৰাগ গোট, শংকৰ গুৰি পালে তুমি হবা সোত লোট।" ইয়াৰ পাচত ৰামদাসে মাধৱদেৱক শংকৰদেৱৰ ওচৰলৈ লৈ গৈছিল। প্ৰথম সাক্ষাততে দুয়োৰো মাজত তৰ্ক লাগে। যুক্তিৰে কোনেও কাকো হৰুৱাব নোৱাৰে। এজনে প্ৰবৃত্তি মাৰ্গৰ কথা কয় আনজনে নিবৃত্তি মাৰ্গৰ শ্লোকৰ দ্বাৰা সেই যুক্তি খণ্ডন কৰে। কথা গুৰুচৰিতত আছে "তেহে অনেক প্ৰবৃত্তি, আগম, তৰ্ক, নীতি, ন্যায়, কল্প, স্বৰোদয়, অনেক মাৰ্গৰ শ্লোক আনিব ধৰিলে। শ্ৰীশংকৰদেৱে নিবৃত্তি বাহুৰুকন্ধৰ আনি খণ্ডি পেলায়" এইদৰে গুৰু দুজনাই "প্ৰবৃত্তি, নিবৃত্তি, তিনি প্ৰহৰ বাদ কৈলে।" অৱশেষত শংকৰদেৱে ভাগৱতৰ 'তৰুমূল' শ্লোকৰদ্বাৰা মাধৱদেৱক পৰাভূত কৰে। মাধৱদেৱে পৰাজয় বৰণ কৰি বিষ্ণুৰ শ্ৰেষ্ঠত্ব স্বীকাৰ কৰে আৰু শংকৰদেৱক গুৰু হিচাবে মানি সেৱা কৰে। শংকৰদেৱ আৰু মাধৱদেৱৰ এই মণিকাঞ্চন সংযোগৰ ফলতেই অসমীয়াৰ জাতীয় জীৱনলৈ এক নতুন যুগৰ আগমন হৈছিল। শংকৰদেৱক লগ পোৱাৰ দিনৰে পৰা মাধৱদেৱ এজন নতুন মানুহলৈ পৰিবৰ্তন হৈছিল আৰু সকলো সময়তে গুৰুজনাৰ লগে লগে ছাঁৰ দৰে আছিল। শংকৰদেৱ আৰু মাধৱদেৱৰ এই মিলন নঘটা হলে হয়তো নৱবৈষ্ণৱ আন্দোলনে ইমান সফলতা লাভ নকৰিলেহেঁতেন। মাধৱদেৱ আছিল স্বৰূপাৰ্থতে গুৰুজনাৰ অনুগামী। প্ৰখৰ বুদ্ধিদীপ্ততা, বিচক্ষণতা আৰু শিল্পীসুলভ গুণৰ বাবে শংকৰদেৱে মাধৱদেৱক তেওঁৰ উত্তৰাধিকাৰী হিচাপে নিৰ্বাচন কৰি ধৰ্ম প্ৰচাৰৰ ভাৰ দিছিল।

গুৰু দুজনাৰ বাবে ধৰ্ম আৰু সাহিত্য এটা আনটোৰ পৰিপূৰক আছিল। এটাৰপৰা আনটোক নিলগাই ৰখা সম্ভৱ নহয়। তেখেত সকলৰ প্ৰধান উদ্দেশ্য

আছিল জনসাধাৰণৰ সৈতে সংযোগ স্থাপন কাৰ সাহিত্য সংস্কৃতৰ মাধ্যমেৰে ধৰ্মক জনসাধাৰণৰ মাজলৈ লৈ যোৱা। মহাপুৰুষ দুজনাই ধৰ্ম প্ৰচাৰ কৰাৰ আগৰে পৰাই বৈষ্ণৱ ধৰ্মৰ ক্ষীণ সুঁতি এটাযে অসমত প্ৰৱাহিত হৈ আছিল, সেই কথা প্ৰাক্ শংকৰী যুগৰ কবি মাধৱ কন্দলী, হেম সৰস্বতী আদিৰ ৰচনাৰ পৰা অনুমান কৰিব পাৰি। কালিকা পুৰাণ, যোগিনী তন্ত্ৰ আদিৰ পৰাও হাজো, উত্তৰ লক্ষীমপুৰৰ বাসুদেৱ পীঠ আদিত বাসুদেৱ পূজাৰ প্ৰচলনৰ বিষয়ে জানিব পাৰি। তাৰ উপৰি এতিয়ালৈকে আৱিষ্কাৰ হোৱা বিভিন্ন তামৰ ফলি, শিলৰ মূৰ্ত্তি, মন্দিৰৰ ভগ্নাৱশেষ আদিৰ পৰা প্ৰমাণিত হৈছে যে এই দেশত খৃঃ চতুৰ্থ শতিকা মানৰ পৰা খৃঃ ১৫শ শতিকালৈ অবিচ্ছিন্ন ভাৱে বিষ্ণুৰ পূজা আৰু বৈষ্ণৱ সম্প্ৰদায় এটাৰ প্ৰচলন চলি আছিল। সম্ভৱত সেই সময়ৰ বৈষ্ণৱ ধৰ্মৰ ক্ষীণ সুঁতিয়ে সৰ্বসাধাৰণ মানুহৰ মন প্লাৱিত কৰিব পৰা নাছিল। কিন্তু মহাপুৰুষ দুজনাই নৱবৈষ্ণৱ ধৰ্মৰ যি প্লাৱন আনি সমগ্ৰ অসমীয়া জাতিকে প্লাৱিত কৰি পেলালে সেই কথা ভাবিলে বিস্ময় মানিব লাগে। এই নৱ বৈষ্ণৱ ধৰ্মৰ মূল কথা হ'ল বিষ্ণুৱেই পৰম ব্ৰহ্ম আৰু নৱবৈষ্ণৱ ধৰ্মৰ একমাত্ৰ ঈশ্বৰ। তেওঁ অনাদি, অনন্ত। এই ধৰ্ম হ'ল কৃষ্ণ ভক্তি প্ৰধান। ভাগৱত পুৰাণ আৰু গীতা হ'ল এই ধৰ্মৰ আদৰ্শ গ্ৰন্থ। অহিংসা, প্ৰেম, দয়া আদি সৎ প্ৰবৃত্তি বিলাকৰ কৰ্ষণতো এই ধৰ্মত গুৰুত্ব দিয়া হৈছিল। গুৰু দুজনাৰ সাহিত্য ৰাজিৰ মূল বক্তব্যৰ বিষয় হ'ল –

*"তুমি পৰমাত্মা জগতৰ ঈশ এক।*
*একো বস্তু নাহিকে তোমাত ব্যতিৰেক ॥"*

*(কীৰ্ত্তন)*

সৰ্বসাধাৰণৰ মাজলৈ এই একশৰণ নাম ধৰ্মৰ সোঁত বোৱাই নিওঁতে গুৰু দুজনাই কিছুমান সমস্যাৰ সন্মুখীন হৈছিল। কিয়নো তত্ত্বজ্ঞ ব্যক্তি সকলৰ বাবে এই ধৰ্মৰ তত্ত্ব যিমান সহজ বোধগম্য আছিল অনাখৰী জনসাধাৰণৰ কাৰণে সেয়া সহজ নাছিল। আনহাতে সেই সময়ৰ ধৰ্মৰ নানা মত বিভিন্ন দেৱ-দেৱীৰ উপাসনা, নানা আচাৰ পদ্ধতিয়ে সাধাৰণ জনসাধাৰণৰ মন ভাৰাক্ৰান্ত কৰি ৰাখিছিল। সেয়ে গুৰু দুজনাই এনে এক উপায় অৱলম্বন কৰিলে যাৰদ্বাৰা সাধাৰণ শ্ৰেণীৰ মানুহৰ মনতো সুনিপুণ ভাৱে ভক্তি ৰসৰ ঢল বোৱাই দিবলৈ সক্ষম হৈছিল। সেয়া হ'ল গুৰু দুজনাৰ অনুপম সৃষ্টি গীত আৰু নাট সমূহ। গুৰু দুজনাৰ গীত সমূহে সকলো শ্ৰেণীৰ জনসাধাৰণকে আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। বৰগীতৰ প্ৰাণ পৰশা সুৰ, ভাষাৰ লালিত্য, ভক্তিৰসৰ প্ৰাধান্যতা তাৰোপৰি এফালে শ্ৰীকৃষ্ণৰ পৰমপুৰুষত্বৰ ৰূপ আৰু আনফালে মানৱী লীলাৰ প্ৰকাশ আদিয়ে জনসাধাৰণৰ

হৃদয়ত সহজেই প্ৰবেশ কৰিব পাৰিছিল । লীলা বিৰহ, চোৰ, চাতুৰি, পৰমাৰ্থ, বিৰক্তি আদি বিভিন্ন বিষয়বস্তুৰ বৰগীত বিলাক সমৃদ্ধ । বেদান্তৰ গভীৰ তত্বও সহজ সৰল ৰূপলৈ বৰগীত বিলাকৰ মাজেৰে প্ৰকাশ পোৱাৰ বাবে সকলো শ্ৰেণীৰ মানুহৰ বাবে এই গীত বিলাক গ্ৰহণযোগ্য হৈ পৰিছিল । বিশেষকৈ মাধৱদেৱৰ বৰগীত সমূহত সংসাৰৰ অনিত্যতা আৰু ভগৱান বিষ্ণুৰ বিশাল ব্যক্তিত্বৰ বৰ্ণনাৰ উপৰিও শিশু কৃষ্ণৰ চল-চাতুৰি, খেলা ধূলা, গৰু চৰোৱা, নৃত্য গীতকৰা আদিৰ মধুৰ বৰ্ণনাই সকলোকে আকৰ্ষিত কৰি গুৰু দুজনাৰ ওচৰ চপাই আনিবলৈ সক্ষম হৈছিল । গুৰু দুজনাই তেওঁলোকৰ সাহিত্যত ব্ৰজাৱলী ভাষাৰ ব্যৱহাৰ কৰিছিল । উত্তৰ ভাৰতৰ বৈষ্ণৱ কবি সকলেও ব্ৰজাবলী ভাষাটো তেওঁলোকৰ উমৈহতীয়া ভাষা কৰি লৈছিল । ব্ৰজাৱলী ভাষাটো হ'ল সুৱলা ভাষা । শংকৰদেৱে ব্ৰজাৱলী ভাষাটোক তেখেতৰ সাহিত্যৰ ভাষা হিচাবে নিৰ্বাচন কৰাৰ কাৰণ সম্ভৱ এইটোৱেই আছিল যে সংস্কৃত সকলো শ্ৰেণীৰ লোকৰ বোধগম্য ভাষা নাছিল । আনহাতে বিশুদ্ধ অসমীয়া ভাষাত ৰচনা কৰিলেও ভটিমা, গীত বা নাচ বিলাকৰ গাম্ভীৰ্য ৰক্ষা নহব বুলি ভাবিছিল । শংকৰদেৱৰ আদৰ্শকে অনুসৰণ কৰি তেখেতৰ একান্ত অনুগামী আৰু প্ৰিয় শিষ্য মাধৱদেৱেও ব্ৰজাৱলী ভাষাকে তেখেতৰ সাহিত্যৰ ভাষা হিচাপে ব্যৱহাৰ কৰিছিল যদিও মাধৱদেৱৰ ব্ৰজাৱলী ভাষাত অসমীয়া শব্দৰ প্ৰাচুৰ্যতা বেছি। সম্ভৱ মাধৱদেৱে ব্ৰজাবলী ভাষাটোক আৰু তেখেতসকলৰ সাহিত্যক জনসাধাৰণৰ বেচি ওচৰ চপাই আনিবলৈ চেষ্টা কৰিছিল ।

বৰগীত বিলাকত গুৰু দুজনাৰ কবি হৃদয়ৰ গভীৰতম প্ৰদেশৰ পৰা ওলোৱা ভাবোচ্ছাস বৰ সুন্দৰকৈ প্ৰকাশ পাইছে । এই বৰগীত বিলাক শান্তৰস প্ৰধান । মাধৱদেৱ এজন সু গায়কো আছিল । নিজে গীত ৰচনা কৰি গাব পৰা প্ৰতিভাৰ অধিকাৰী আছিল আৰু গুৰুৰ অনুৰোধত তেখেতে ভালেমান গীত ৰচনা কৰিছিল । তীৰ্থ যাত্ৰাৰ কালছোৱাত মাধৱদেৱে গীত গাই ৰচনা কৰি সহযোগী সকলক আনন্দিত কৰিছিল । বেদান্ত দৰ্শন আৰু ভাগৱত পুৰাণৰ জটিল বিষয়বস্তু বিলাকো মাধৱদেৱে ইমান সহজ সৰলকৈ গীতত উপস্থাপন কৰিছিল যে এই গীত বিলাকে সহজে সকলোকে আকৰ্ষণ কৰিছিল । গীত বিলাকতকৈও মাধৱদেৱৰ কাব্যিক প্ৰতিভাৰ স্বাক্ষৰ বহন কৰি আছে 'নামঘোষা' পুথিখনৰ ঘোষাবোৰে । একান্ত ভাৱে ভগৱান বিষ্ণুৰ চৰণত আত্মসমৰ্পণ কৰা মাধৱদেৱৰ ঘোষা বিলাকৰ মাজত এক কৰুণ সুৰৰ গুণ গুণনিও ৰিণি ৰিণিকৈ শুনিবলৈ পোৱা যায় ।

গীত বিলাকৰ দৰে গুৰু দুজনাই ৰচনা কৰি যোৱা নাট সমূহো অসমীয়া জাতীয় জীৱনৰ অমূল্য সম্পদ । নৱ বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ উদ্দেশ্য আগত ৰাখিয়েই শংকৰদেৱ

মাধৱদেৱ আৰু তেখেতসকলৰ অনুগামী সকলে ভালেমান নাট্য পৰম্পৰাৰে ইতিহাস আৰম্ভ হৈছিল। শংকৰদেৱৰ অনুৰূপে মাধৱদেৱো নাট ৰচনাৰ ক্ষেত্ৰত বিৰল প্ৰতিভাৰ অধিকাৰী আছিল। মাধৱদেৱৰ নাট সমূহক 'ঝুমুৰা'হে বোলা হয়। সৰু আকৃতিৰ এই ঝুমুৰা বিলাকত শিশু কৃষ্ণৰ চল চাতুৰীৰ মাজেৰে গুৰুজনাই ভক্তিধৰ্মৰ আদৰ্শ প্ৰচাৰ কৰি গুৰুৰ আদেশ পালন কৰিছিল। শংকৰদেৱে শিষ্য মাধৱদেৱক ইমানেই ভাল পাইছিল আৰু বিশ্বাস কৰিছিল যে তেওঁ মাধৱদেৱৰ ওপৰত যিকোনো কাৰ্যভাৰ ন্যস্ত কৰিবলৈ কুণ্ঠাবোধ কৰা নাছিল। নিজে হাতত লোৱা ভালেমান পুথিৰচনাৰ কামো সেয়ে মাধৱদেৱৰ ওপৰতে অৰ্পণ কৰিছিল।

গুৰুজনাই ধৰ্মীয় আদৰ্শক আগত ৰাখিহে নাট সমূহ ৰচনা কৰিছিল। ভক্তি ধৰ্ম প্ৰচাৰ কৰি জনসাধাৰণৰ আধ্যাত্মিক উৎকৰ্ষ সাধনৰ বাবে গুৰু দুজনাই চেষ্টা কৰিছিল। শংকৰদেৱে নাট সমূহ ৰচনা কৰাৰ আগতে যিবিলাক লোক নাট্যানুষ্ঠানৰ প্ৰচলন আছিল সেই বিলাকৰ পৰা অনুপ্ৰেৰণা লাভ কৰিলেও তেওঁ সংস্কৃত নাটকৰ আৰ্হিহে গ্ৰহণ কৰিছিল যেন লাগে, কিয়নো অংকীয়া নাটৰ গাথনিত সূত্ৰধাৰৰ অৱতাৰণা নান্দী আৰু অন্যান্য শ্লোকৰ ব্যৱহাৰ, ভৰত বাক্যৰ অনুৰূপে মুক্তিমঙ্গল ভটিমা আদিৰ ব্যৱহাৰে সংস্কৃত নাটকৰ প্ৰভাৱৰ কথাকে সূচায়। অৱশ্যে গুৰুজনাই সম্পূৰ্ণৰূপে সংস্কৃত নাটকৰ আৰ্হি গ্ৰহণ কৰা নাছিল। মূলতঃ গুৰুদুজনাই অংকীয়া নাটৰ সৃষ্টিৰ যোগেদি আধ্যাত্মিক উপলব্ধিৰ প্ৰতিহে বেছিকৈ গুৰুত্ব দিছিল। গুৰু দুজনাই ভালকৈ উপলব্ধি কৰিছিল যে একশৰণ নামধৰ্ম প্ৰচাৰ কৰিবলৈ হলে জনসাধাৰণৰ অন্তৰ জয় কৰিব লাগিব আৰু জনসাধাৰণৰ অন্তৰ জয় কৰাৰ একমাত্ৰ মাধ্যম হ'ল নাট ভাওনা। একান্তভাৱে গুৰুজনাকে অনুসৰণ কৰি গীত, কাব্য আদি ৰচনা কৰিলেও নাট্যৰীতিৰ ক্ষেত্ৰত মাধৱদেৱৰ ঝুমুৰা বিলাক শংকৰদেৱৰ নাটতকৈ বেলেগ। ঝুমুৰাবিলাক হ'ল মাধৱদেৱৰ মৌলিক প্ৰতিভাৰ নিদৰ্শন।

নৃত্য আছিল শংকৰদেৱ আৰু মাধৱদেৱৰ নাট সমূহৰ এৰিব নোৱাৰা অঙ্গ। নাটসমূহ নৃত্য-গীতেৰে পৰিপূৰ্ণ। নাট বিলাকত ব্যৱহাৰ কৰা এনে কেইটামান নৃত্য হ'ল। ঝুমুৰা নাচ, চালি নাচ, বেহাৰ নাচ, বৰ প্ৰবেশৰ নাচ ইত্যাদি। মহাপুৰুষ দুজনাই এই গীত আৰু নৃত্য বিলাকত ৰাগ-তাল সংযোগ কৰি এক বেলেগ মাত্ৰা দান কৰিছিল।

মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱৰ বহুমুখী প্ৰতিভাই সেই সময়ৰ সকলো লোককে অনুপ্ৰাণিত কৰিছিল। শংকৰদেৱে একেধাৰে আছিল ধৰ্ম প্ৰচাৰক, সমাজ সংস্কাৰক, সাহিত্য সৃষ্টি, চিত্ৰবিদ্যা সংগীত, অভিনয় আদি সকলো বিষয়তে তেখেতৰ অম্লান প্ৰতিভাৰ স্ফূৰণ ঘটিছিল। গুৰুচৰিতত সাত বৈকুণ্ঠৰ পট আঁকি

নৃত্য, গীত, বাদ্য অভিনযৰে 'চিহ্নযাত্ৰা' অভিনয কৰাৰ কথা উল্লেখ আছে। একেদৰে মহাপুৰুষ মাধৱদেৱো আছিল অতুলনীয ব্যক্তিত্বৰ অধিকাৰী আৰু সৰ্ববিদ্যাত পাৰ্গত এজন কলাৰসিক ব্যক্তি। এই দুযোজনা গুৰুৰ নৱ বৈষ্ণৱ যুগটো হৈ পৰিছিল সাহিত্য, শিল্প, কলা-সংস্কৃতিৰ সোণালী যুগ। বহুমুখী প্ৰতিভাৰ আকৰস্বৰূপ গুৰুদুজনাৰ এই গুণাৱলীযে সেই সমযৰ কলা ৰসিক ব্যক্তি সকলৰ লগতে আনব্যক্তি সকলকো আকৰ্ষণ কৰি এই বিলাক চৰ্চা কৰিবলৈ অনুপ্ৰাণিত কৰিছিল। মহাপুৰুষ শংকৰদেৱে তেখেতৰ প্ৰিয শিষ্য মাধৱদেৱৰ লগতে অনন্ত কন্দলী, ৰাম সৰস্বতী আদিকো গীত-মাত ৰচনা কৰিবলৈ উৎসাহ যোগাইছিল। গুৰু দুজনাৰ এই গীত মাত বিলাক দূৰ দূৰণিলৈ বিয়পি পৰিছিল আৰু অনেক ব্যক্তিয়ে এই বিলাকৰ দ্বাৰা আকৰ্ষিত হৈ বৈষ্ণৱ ধৰ্মত শৰণ লৈছিল। শিল্প, সাহিত্য, কলা, সংস্কৃতিৰ যোগেদি সমাজ খনক সংস্কাৰমুখী কৰি তোলাৰ বাবে এক সুস্থ বাতাবৰণ গঢ়ি তুলিবলৈ গুৰু দুজনা সক্ষম হৈছিল।

গুৰু দুজনাই ভালেমান অনুবাদ মূলক গ্ৰন্থও ৰচনা কৰিছিল। শংকৰদেৱৰ 'দশম খন অনুবাদ গ্ৰন্থৰ ভিতৰত শ্ৰেষ্ঠ গ্ৰন্থ। মূল গ্ৰন্থৰ নব্বৈটা অধ্যায়ৰ উনপঞ্চাশটা নিজে অনুবাদ কৰি বাকীখিনি গুৰুজনাই অনন্ত কন্দলীক অনুবাদ কৰিবলৈ দিয়ে। ইযাৰ উপৰিও ভাগৱতৰ প্ৰথম, দ্বিতীয়, একাদশ আৰু দ্বাদশ স্কন্ধও অনুবাদ কৰে। উত্তৰাকাণ্ড ৰামায়ণ মূলতকৈ ভালেমান চমুৱাই মাধৱ কন্দলীৰ আধকৰা ৰামায়ণ খনি সম্পূৰ্ণ কৰে। ভালেকেইখন কাব্যও ৰচনা কৰিছিল গুৰুজনাই। ৰুক্মিণীহৰণ, অজামিল উপাখ্যান, বলিছলন, গ্ৰাহ গজেন্দ্ৰৰ যুদ্ধ, কুৰুক্ষেত্ৰ আদি তেখেতৰ কাব্য। কীৰ্ত্তন, গুণমালা তেখেতৰ নাম প্ৰসঙ্গ সম্বন্ধীয় পুথি। আৰু ভক্তি প্ৰদীপ, ভক্তি ৰত্নাকৰ, অনাদি পাতন আৰু নিমিনৱসিদ্ধ সংবাদ তেখেতৰ ভক্তি আৰু তত্ত্বমূলক গ্ৰন্থ। একেদৰে মাধৱদেৱেও আদিকাণ্ড ৰামায়ণ, ৰাজসূয় কাব্য ৰচনা কৰিছিল। নামঘোষা, ভক্তিৰত্নাৱলী, নাম মালিকা আদি তত্ত্বমূলক গ্ৰন্থ ৰচনা কৰিছিল। এইদৰে গুৰু দুজনাই ভালেসংখ্যক নাট, গীত, ভটিমা আৰু বিভিন্ন ৰচনাৰে অসমীয়া সাহিত্যৰ ভঁৰাললৈ অমূল্য দান আগবঢ়াই গৈছে।

গুৰুজনাই উদ্ভাৱন কৰা বিভিন্ন ধৰ্মানুষ্ঠান যেনে- সত্ৰ, নামঘৰ, নাটঘৰ আদিয়ে ধৰ্মৰ লগতে কৃষ্টিকলাৰো বিকাশ সাধন কৰিছিল। গুৰুজনাই যিবিলাক ঠাইত ধৰ্ম প্ৰচাৰৰ বাবে আছিল সেই সকলো ঠাইতে ঈশ্বৰৰ নাম শ্ৰৱণ-কীৰ্ত্তন কৰাৰ লগে লগে অন্যান্য কৃষ্টি-কলাৰো চৰ্চা চলাইছিল। এই মহাপুৰুষীয়া সত্ৰ বিলাক আছিল ভাগৱত প্ৰতিষ্ঠা কৰি কীৰ্ত্তন, দশম, ঘোষা আদিৰ শ্ৰৱণ-কীৰ্ত্তনেৰে নৃত্য বাদ্য আদিৰ জৰিয়তে ধৰ্মজ্ঞান লাভ কৰাৰ পূণ্যক্ষেত্ৰ। গুৰু দুজনাই ধৰ্ম

প্ৰচাৰ আৰু প্ৰসাৰৰ উদ্দেশ্যে সত্ৰ বিলাকত নামঘৰ, নাটঘৰ, ভকতৰ আবাসগৃহ আদি প্ৰতিষ্ঠা কৰিছিল । সত্ৰীয়া সংস্কৃতিৰ সমৃদ্ধিৰ ক্ষেত্ৰত এই নাটঘৰ, নামঘৰ আদিয়ে অবিহণা যোগাইছিল আৰু কলা-সংস্কৃতিৰ চৰ্চাৰ বাবে সকলোকে অনুপ্ৰাণিত কৰিছিল । বৰপেটাত মাধৱদেৱে সজা ৰঙিয়াল ঘৰৰ কথা গুৰু চৰিতত উল্লেখ আছে । এই ৰঙিয়াল ঘৰ ৰংগাৱন ঘৰ বা নটুৱা ঘৰ নামেৰেও জনাজাত । এই ৰঙিয়াল ঘৰ আছিল মাধৱ দেৱৰ শ্ৰেষ্ঠ শিল্প প্ৰতিভাৰ পৰিচায়ক । এই ঘৰত আছিল এফালে প্ৰাৰ্থনা গৃহ আৰু ভাৱনা অভিনয় কৰিবৰ বাবে ৰঙ্গমঞ্চ, হিচাপেও ব্যৱহাৰ কৰিছিল । গুৰুচৰিতত ৰাঙ্গপাতা, বালিচন্দা আৰু হেঙুল বোলেৰে ৰঙিয়াল ঘৰটো কেনে সুশোভন কৰি গঢ়ি তোলা হৈছিল তাৰ বৰ্ণনা আছে ।

মহাপুৰুষ শংকৰদেৱে বলিষ্ঠ পদক্ষেপেৰে জাতিভেদৰ প্ৰাচীৰ ভাঙি সকলো লোকৰ সম অধিকাৰ সাব্যস্ত কৰি যি ধৰ্মীয় মাৰ্গৰ প্ৰতিষ্ঠা কৰিছিল সেই মাৰ্গে শাক্ত, শৈৱ, ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ, স্ত্ৰী-পুৰুষ নিৰ্বিশেষে সকলোকে বিষ্ণু উপাসনাৰ মাজেৰে মোক্ষ লাভৰ সহজ সৰল পথৰ সন্ধান দিছিল । মহাপুৰুষ শংকৰদেৱে যি কলা-সংস্কৃতিৰ জন্ম দিছিল তাক বিশিষ্ট ৰূপত গঢ় দিয়াত মহাপুৰুষ মাধৱদেৱে অগ্ৰণী ভূমিকা পালন কৰিছিল । "শংকৰে ধৰ্ম প্ৰকাশিলা মাধৱেসে প্ৰচাৰিলা" পদ ফাঁকিৰ পৰাই মাধৱদেৱে সৃজনীমূলক দৃষ্টিভংগীৰে এই কলা-সংস্কৃতিক যে নিষ্ঠাৰে প্ৰসাৰ আৰু প্ৰচাৰত মন দিছিল সেই কথা অনুমান কৰিব পাৰি । মহাপুৰুষ শংকৰদেৱে যি নৃত্য, গীত, বাদ্য আদিৰ সংযোজন সত্ৰীয়া সংস্কৃতিত কৰিছিল তাৰ লগতে মহাপুৰুষ মাধৱদেৱে নিজৰ উদ্ভাৱনী সংযোজন কৰি তাৰ পৰিসৰ বৃদ্ধি কৰি সুন্দৰ ৰূপত সজাই তুলিছিল । সুন্দৰীদিয়া সত্ৰ প্ৰতিষ্ঠা কৰি তাত কেবাখনো ঝুমুৰা ৰচনা কৰি তাত নৃত্য, গীত বাদ্য আদিৰ সংযোজন কৰাৰ কথা আৰু বৰপেটা সত্ৰ স্থাপন কৰাৰ পাচত সত্ৰীয়া কৃষ্টি-সংস্কৃতিৰ বিকাশত গুৰু জনাই বিশেষ মনোযোগ দিয়াৰ কথা গুৰু চৰিতত আছে । মহাপুৰুষ শংকৰদেৱৰ দূৰদৃষ্টি অত্যান্ত প্ৰখৰ আছিল বাবেহে আন সকলোকে বাদ দি মাধৱদেৱক তেওঁৰ উত্তৰাধিকাৰী নিৰ্বাচন কৰিছিল । আনহাতে মাধৱদেৱেও গুৰুজনাক গভীৰভাৱে ভাল পাইছিল আৰু শ্ৰদ্ধা কৰিছিল । তেওঁ অকপটে স্বীকাৰ কৰিছিল যে শংকৰ বিনে তেওঁৰ আৰু আন গুৰু নাই বুলি ।

*শ্ৰীমন্ত শংকৰ হৰি ভকতৰ*
*জানা যেন কল্পতৰু ।*
*তাহান্ত বিনাই নাই নাই নাই*
*আমাৰ পৰম গুৰু ॥*

মাধৱদেৱৰ নামত পোৱা নটা ভটিমাৰ ভিতৰত আৰু এটা ভটিমা আছে। মাধৱদেৱে শংকৰদেৱ গুণানুকীৰ্ত্তন কৰিছে আৰু সৰ্বগুণাকৰ শংকৰদেৱক ভগৱানৰ অংশ হিচাপে কল্পনা কৰিছে -

*ত্ৰিভুবন বন্দন, দৈৱকী নন্দন যো, হৰি মাৰল কংস।*

*জগজন তাৰণ দেৱনাৰায়ণ, শংকৰ তাকেৰি বংশ ॥*

মাধৱদেৱে তন মন সকলো দি আচাৰ্য্যৰূপে, গুৰুৰূপে শংকৰদেৱক সেৱা আগবঢ়াইছিল। গুৰু জনাযো মাধৱদেৱৰ দৰে এজন জ্ঞানী গুণী ভক্তক শিষ্যৰূপে পাই পৰম সন্তোষ লভিছিল।

সৰ্বশেষত ইয়াকে ক'ব পাৰি যে গুৰু দুজনাই এক শৰণ নাম ধৰ্ম প্ৰচাৰৰ লগে লগে ধৰ্মক আধাৰ হিচাপে লৈ যি সাহিত্য কলা, সংগীত, বাদ্য, নৃত্য, নাট আদিৰ সৃষ্টি আৰু চৰ্চা কৰিছিল, যিবোৰ মানুহৰ মানসিক উৎকৰ্ষ সাধনৰ সহায়ক সেই সকলো বিলাক বিদ্যা অসমৰ সাংস্কৃতিক জগত খনলৈ অৱদান দি, সাহিত্য সংস্কৃতিৰ মাধ্যমেৰে অসমৰ বৃহৎ জন সমাজক একেডাল ডোলেৰে বান্ধি, পৰ্বত ভৈয়ামৰ মাজত যি সম্প্ৰীতিৰ সেতু গঢ়িছিল, সি অসমীয়া জাতিৰ মনত সৰ্বকালৰ বাবে স্মৰণীয় হৈ থাকিব।

**সহায়ক গ্ৰন্থপঞ্জী ঃ**


১। যোগেশ্বৰ বৰা, অঞ্জনা বৰা-ঈশ্বৰ পুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ।

২। ড. শৈলেন ভৰালী-অসমীয়া লোক নাট্য পৰম্পৰা।

৩। শ্ৰীসত্যেন্দ্ৰ নাথ শৰ্মা-অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত।

৪। ড. কৰবী ডেকা হাজৰিকা-মাধৱদেৱৰ সাহিত্য কলা আৰু দৰ্শন।

৫। আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী-অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা।

৬। শ্ৰীউপেন্দ্ৰ চন্দ্ৰ লেখাৰু (সম্পাদক)-কথা-গুৰু চৰিত।

৭। ড. সত্যেন্দ্ৰ নাথ শৰ্মা-শ্ৰীশ্ৰীশংকৰদেৱ মাধৱদেৱৰ বাণী।

# পাৰিজাত হৰণঃএটি সংক্ষিপ্ত আলোচনা

**ফণীলতা বৰগোহাঁই খাৰঘৰীয়া**

শ্লোক, গীত, ভটিমা আদিৰে দৰ্শকক মন্ত্ৰ মুগ্ধ কৰি লৌকিকতাৰ মাজেদি অলৌকিকতাৰ সন্ধান দি অসমীয়া সমাজৰ সামাজিক চিত্ৰ একোটি সৰস ভঙ্গীৰে অংকণ কৰি অসমীয়া জাতিলৈ দি যোৱা অংকীয়া নাটৰ অনবদ্য অৱদানৰ ভিতৰৰে 'পাৰিজাত হৰণ' মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ শ্ৰেষ্ঠ নাট।

শংকৰদেৱৰ জীৱনৰ প্ৰথমাৱস্থাত ৰচনা কৰা চাৰিখন নাটতকৈ শেষ বয়সত ৰচনা কৰা 'পাৰিজাত হৰণ' আৰু 'ৰাম বিজয়' নাট অধিক সংবেদনশীল আৰু চিত্তাকৰ্ষক অংকীয়া নাট।

*পাৰিজাত হেন নাম অংক মহা অনুপম*
*কৰিলা শংকৰে তাত পাছে*
*ৰচিলন্ত অংক যেবে লোকৰ আনন্দ দেবে*
*মিলি গৈল দেখন্ত বিস্ময়।*
*কৰিয়া একান্ত চিত শুনিলা অংকৰ গীত*
*সভাসদ যতেক আছয়॥*

'পাৰিজাত হৰণ'ৰ মূল কাহিনী ভাগৱত পুৰাণ, হৰিবংশ আৰু বিষ্ণু পুৰাণত পোৱা যায়। মহাপুৰুষে নাট্য বস্তু আকৰ্ষণীয় কৰিবৰ নিমিত্তে ভাগৱত আৰু হৰিবংশৰ কথাবস্তু লগ লগাইছে। 'পাৰিজাত হৰণ' ৰচনা কৰোতে সংলাপ আৰু চৰিত্ৰ সৃষ্টিৰ প্ৰতি মহাপুৰুষ জনা বিশেষ সচেতন আছিল। কাহিনীৰ ক্ৰম অনুসাৰে -দেৱৰ্ষি নাৰদে স্বৰ্গৰ পৰা পাৰিজাত ফুল এপাহ আনি দ্বাৰকাপুৰত কৃষ্ণ-ৰুক্মিণীৰ মন্দিৰত উপস্থিত হৈ কৃষ্ণক ফুলপাহি প্ৰদান কৰি, ফুল পাহৰ মহিমা কীৰ্তন কৰি লগতে ফুল পাহৰ প্ৰতি আকৰ্ষিত কৰিবৰ কাৰণে ক'লে-

'ওহি দেৱ দুৰ্লভ পাৰিজাত যে নাৰী পৰিধান কৰে সে পৰম সৌভাগিনী হয়। তাহাক চাড়ি স্বামী কথাৱ যাইতে নাহি। আঃ ওহি কুসুমক মহিমা কি কহব।'

নাৰদৰ মুখে পাৰিজাতৰ মহিমা শুনি ৰুক্মিণীয়ে ফুলপাহৰ বাবে কৃষ্ণক প্ৰাৰ্থনা জনোৱাত কৃষ্ণই ফুলপাহি আথে বেথে ৰুক্মিণীৰ খোপাত গুজি দিলে। তাকে দেখি টুটুকীয়া নাৰদে কলহ সৃষ্টিৰ উদ্দেশ্যে (নৰকাসুৰৰ উৎপাতৰ কথা কৃষ্ণক কবলৈ ইন্দ্ৰ অহাৰ সময়তে) সত্যভামাৰ প্ৰতি অৱহেলা আৰু ৰুক্মিণীৰ প্ৰতি পক্ষপাতিতাৰ কথা কৈ বেজাৰ কৰিবলৈ ধৰাত প্ৰথমতে সত্যভামাই একো ধৰিব নোৱাৰি নাৰদক খুলি কবলৈ বৰকৈ অনুৰোধ কৰাত তেওঁ আৰম্ভ কৰে -

'হা হা হে মাৱ, কি কহব । ঐ সৱ কথা কহিতে দোষ । হামু দেৱ দুৰ্লভ পাৰিজাত পুষ্প স্বৰ্গহন্তে আনি কৃষ্ণক হাতে দেলো । সে পাৰিজাত যে কুমাৰী পৰিধান কৰে সে পুষ্পক মহিমাযে পৰম সৌভাগিনী হয় । ইহা জানি হামু বোললু ঃ ওহি পাৰিজাতক যোগ্য সত্যভামা (এই কথা আচলতে কোৱা নাছিল) তথি কৃষ্ণে কয়লি কি ? তোহাক কটাক্ষ কৰিযে আপুন হাতে প্ৰিয়া ৰুক্মিণীক মাথে পৰম সাদৰে সে দিব্য পাৰিজাত পিন্ধাৱল । আঃ তোহাক জীৱন ধিক । সতিনীক অভ্যুদয দেখি কি নিমিত্তে প্ৰাণ ধৰহ ?'

মিছলীয়া নাৰদৰ টুটকীয়া কথাই সত্যভামাৰ হৃদয়ত সতিনী বিদ্বেষৰ সৃষ্টি কৰিলে । স্বামীৰ ওচৰত নাৰীৰ সহজাত অভিমানেৰে ওফোন্দ পাতি মাটিত বাগৰি কান্দি কৃষ্ণৰ চেনেহ আদায কৰিবলৈ ৰোহ ঘৰত পৰি ৰয । সত্যভামাৰ এই দুৰ্বলতাৰ সম্পূৰ্ণ সুযোগ লৈ নাৰদে সত্যভামাৰ ৰোহৰ কথা কৃষ্ণক অৱগত কৰেগৈ । প্ৰণয় কোপত পৰা সত্যভামাৰ অভিমানৰ কথা অন্তৰ্যামী পতি কৃষ্ণই উপলব্ধি কৰি সত্যভামাক সান্ত্বনাৰ বাণী প্ৰদান কৰিলে -

' হে প্ৰিয়ে, গোটা এক ফুল ৰুক্মিণীক দেলো । সে নিমিত্তে যদি অপমান কৰহ, তবে উঠহ । তোহাক একশত পাৰিজাত দেৱব । ৰুক্মিণী, জাম্ববতী, তোহাক সম প্ৰিয়া জানি তাপ তেজহ, তোহাৰি দুখ দেখি হামাৰ হৃদয়ে সহয় নাহি । হে প্ৰিয়ে, হামাক শপত, উঠহ, উঠহ ।'

ৰুক্মিণীক এপাহ পাৰিজাত ফুল দিওঁতে যদি তুমি বেজাৰ কৰিছা তেন্তে তোমাক এশপাহ পাৰিজাত ফুল দিম । ৰুক্মিণী, জাম্ববতী আৰু তুমি মোৰ মানত সমান । সেয়েহে শপত খাই কৈছোঁ প্ৰিয়ে, পাৰিজাত আনি দিম, উঠা । কিন্তু বহু পত্নীক কৃষ্ণৰ কথা সত্যভামাই সহজে বিশ্বাস কৰিবলৈ টান পাইছে । সেইকাৰণে কৃষ্ণক পাৰিজাত আনিবলৈ শপত খুৱাই এৰা নাই, লগতে নিজেও যাবলৈ ওলাইছে । তেওঁৰ ভয় জানোচা আন পত্নীৰ কথাত কৃষ্ণই পাৰিজাত ননাকৈ উভতি আহে । নাইবা আনিও আনক দিয়ে । লগতে গলে আন পত্নীয়ে কৃষ্ণক প্ৰভাৱান্বিত কৰিবলৈ সুবিধা নাপাব । সেইবাবে সত্যভামাই স্বামী কৃষ্ণক কৈছে -

'হে স্বামী, হামাৰ বহুত সতিনী, ই পাৰিজাত আনি কোন স্ত্ৰীক দেৱ তাহে বুঝয়ে নাহি । হামু কদাচিতো তোহাৰ সঙ্গ নাহি চাৱব ।'

সত্যভামাক স্নেহপূৰ্ণ কথাৰে সান্ত্বনা দিয়া দেখি আৰু প্ৰিয়াৰ নেৰা নেপেৰা অনুৰোধ ৰক্ষা কৰি নৰকাসুৰক বধ কৰিবলৈ যাওঁতে পত্নীক লগত লৈ যোৱা দেখি কৃত্ৰিম খং দেখুৱাই নাৰদে কোৱা কথা কেইষাৰ আমোদজনক আৰু ৰসিকতাৰ পৰিচায়ক । - হে কৃষ্ণ, হামু আজু জানল । তুহু স্ত্ৰীক লাড়িকা দেৱকাৰ্য সব পৰি

ৰহল । তোহাৰ স্ত্রীক চাটু বুলিতে সৱ দিৱস যাই । পুনৰ কৈছে - 'হে হৰি, তোহো সম স্ত্রী জিত পুৰুষ কথস্থ নাহি দেখি । যুদ্ধ সময়ে স্ত্রীক ছোডয় নাহি পাৰয় । তুহু জগতক গুৰু, তোহাক যশ গাই তিনিও লোকত বেডাও আঃ হামাক লাজ ভেল ।

'হে প্রভু, মই আজিহে জানিছোঁ, তুমি পত্নীৰ মনোৰথ পূৰণ কৰোতে সকলো দেৱ কার্য পৰি ৰৈছে । তোমাৰ দৰে যুদ্ধৰ সময়তো পত্নীক লগত লৈ ফুৰা পুৰুষ দেখা নাই । তুমি জগতৰ গুৰু বুলি তোমাৰ গুণ গান গাই ত্রিলোক ভ্রমণ কৰি ফুৰো অথচ তোমাৰ এনে কার্যত লজ্জিত হৈছোঁ ।'

কৃষ্ণই নৰকাসুৰক বধ কৰি স্বৰ্গলৈ পাৰিজাত বিচাৰি নাৰদক কটকী পঠাইছে । নাৰদে কৃষ্ণপ্রিয়া সত্যভামাক পাৰিজাত লাগে বুলি কোৱা শুনি ইন্দ্র পত্নী শচীয়ে ক'লে-

'অঃ অভাগা কপাল । ইন্দ্রাণী শচীক পাৰিজাত কথাক মানুষী সত্যভামা পিন্ধিতে সাধ ভেল । ঋষিৰাজ বোল গিয়া, যাবে অনেক পুন্য কয়কহ্ অপ্সৰতীক অধিকাৰিণী হয়, তবে পাৰিজাত পৰিধান কৰিতে পাৱ । হামাৰ পাৰিজাত ইন্দ্রে দিতে পাৰয়ে নাহি ।'

নাৰদে স্বৰ্গৰ পৰা আহি কৃষ্ণ আৰু সত্যভামাক এই কথা কোৱাত সত্যভামাই খঙত জ্বলি পকি স্বামীক পাৰিজাত উভালি আনিবলৈ প্রার্থনা জনালে । পালি-পহৰীয়াৰে পৰিবেষ্টিত হৈ কৃষ্ণই পাৰিজাত গছজোপাকে উভালি আনিলে । কৃষ্ণই পাৰিজাত উভালি নিয়াৰ সংবাদ পাই শচীয়ে ইন্দ্রক কৃষ্ণৰ পৰা পাৰিজাত ৰক্ষা কৰিবলৈ অনুৰোধ জনালে, ইন্দ্রই কৃষ্ণৰ হাতৰপৰা পাৰিজাত ৰক্ষা কৰিবলৈ প্রাণ পণে যুঁজ কৰিও হাৰিলে । স্বৰ্গৰ ৰজা ইন্দ্র আৰু জগতৰ গুৰু কৃষ্ণৰ অস্ত্র যুদ্ধৰ বিপৰীতে ইন্দ্র পত্নী শচী আৰু কৃষ্ণ পত্নী সত্যভামাৰ বাক্যুদ্ধৰ ভয়াবহতা অধিক ৰসপূর্ণ । যুদ্ধত হাৰি ইন্দ্রই লৰি লৰি পলোৱা দেখি সত্যভামাই ইন্দ্রকো ক'লে -

'আহে পুৰন্দৰ, তুহু কি নিমিত্ত পলাৱ ? দেৱক ৰাজা হুয়া মানুষ কৃষ্ণক ভয়ে ভঙ্গ দেলহ, উচিত নোহে তোহাৰি আগু পাৰিজাতক মঞ্জৰী পৰিধান কৰিয়ে শচী লাসবেশ কৰি বেড়াৱে । তুহু বজ্রধৰ বীৰ, অব কৈছে পলাৱ ? লাজকে পিঠি দেলহ ।'

সত্যভামাৰ কথা শুনি ইন্দ্রই গুৰুৰ ওচৰত ভক্তৰ পৰাজয় কোনো লাজৰ কথা নহয় বুলি ভগৱানৰ লীলা মাহাত্ম্য প্রকাশ কৰি কৈছে -

'কি নিমিত্তে হামাক অতয়ে কদৰ্থনা কৰইছ ? দেখো ওহি কোটি কোটি ব্রহ্মাণ্ডেশ্বৰ ব্রহ্মা মহেশ সেৱিত পাদ পংকজ জগতক পৰম গুৰু নাৰায়ণ শ্রীকৃষ্ণ আহত হামু যুদ্ধ হাৰল, ইহাত কোন লাজ থিক । তুহু স্ত্রী জাতি, কিছো বুজয় নাহি,

হামাক মিছা বল্লহ ।'

ইন্দ্ৰই দণ্ডৱতে শ্ৰীকৃষ্ণৰ চৰণ ধৰি সৰ্ব অপৰাধ মৰিষণ কৰিবলৈ প্ৰাৰ্থনা জনালে । ইন্দ্ৰৰ প্ৰাৰ্থনাত কৃষ্ণ সন্তুষ্ট হৈ জ্যেষ্ঠ ভাতৃ ৰূপে জ্ঞান কৰি কলে যে তুমি যদি স্ব ইচ্ছাই এই পাৰিজাত নিদিয়া তেনে লোৱা । কৃষ্ণই দেৱৰাজ ইন্দ্ৰক পাৰিজাত উভতাই দিয়ে বুলি ক'লে -

'অঃ হামাৰ পাৰিজাত দিতে কোন অধিকাৰী ৰহে ।'

দেৱৰাজ ইন্দ্ৰই কৃষ্ণত কিংকৰ ৰূপে আত্ম সমৰ্পণ কৰি, পাৰিজাতৰ উপৰিও সুধৰ্মা সভাৰ লগতে য'ত সম্পত্তি আছে সকলো দ্বাৰকাৰ ভগৱানৰ উপভোগৰ বাবে পঠাবলৈ অঙ্গীকাৰ কৰিলে ।

নৰকাসুৰক বধ কৰি পাৰিজাত আনি কৃষ্ণ সত্যভামা দ্বাৰকাত উপস্থিত হোৱাত ৰুক্মিণীয়ে সখী সকলৰ সৈতে কৃষ্ণক সেৱা জনোৱাৰ পাছত সপত্নী বিদ্বেষী সত্যভামাই ৰুক্মিণীক কৈছে - 'হে বিদৰ্ভ ৰাজকুমাৰী, তুহু স্বামীক ঠানে গোটা এক পাৰিজাত পুষ্প পাৱল, পেখু পেখু, যাৱত সোহি পাৰিজাত সমূলে উভাৰি কৃষ্ণক হাতে নাহি আনল, চাৰলো নাহি । হামাৰ সৌভাগ্যক মহিমা পেখো পেখো ।' সত্যভামাই ইয়াৰ উত্তৰ যেনে ধৰণে আশা কৰিছিল তেনেধৰণে নাপালে । ৰুক্মিণীয়ে মৃদু অথচ সত্যভামাৰ দৰ্প চূৰ্ণ কৰাৰ বাবে ক'লে - 'অয়ে ভগিনী সত্যভামা (বিদৰ্ভ ৰাজকুমাৰী'ৰ বিপৰীতে ভগিনী সম্বোধন বিশেষ তাৎপৰ্যপূৰ্ণ) কি কহৈছ ? জগতক পৰম গুৰু শ্ৰীকৃষ্ণ উনিকৰ চৰণ সেৱা কৰিতে ব্ৰহ্মাণ্ড ভিতৰে কোন দুৰ্লভ থিক ? ধৰ্ম, অৰ্থ, কাম, মোক্ষ চাৰি পদাৰথ হাতে মিলাব । তোহাৰি পাৰিজাত কোন কথা ?

জগতৰ গুৰুক স্বামীৰূপে পায়ো সন্তুষ্ট নহৈ সাধাৰণ পাৰিজাত এপাহক হেঁপাহ কৰা নাৰীৰ স্বাভাৱিক দুৰ্বলতা সত্যভামাৰ চৰিত্ৰত প্ৰকট হৈছে । ৰুক্মিণী স্বল্পভাষিণী, মৃদুস্বভাৱা, স্বামীভক্তি পৰায়ণা আৰু গাম্ভীৰ্যযুক্তা । আনহাতে সত্যভামা অভিমানিনী, ঈৰ্ষাপৰায়ণা, মুখৰা স্বামীক একচেতীয়াভাৱে পাবলৈ বিচাৰে । সকলো সপত্নীৰ উৰ্দ্ধত নিজক স্থাপন কৰিব খোজে । অৱশ্যে নাট্যকাৰে ইন্দ্ৰ পত্নী শচীকো মুখৰা আৰু গৰ্বিতাৰূপে অংকিত কৰিছে ।

স্বৰ্গৰ পৰা পাৰিজাত ফুল দ্বাৰকালৈ আনি কৃষ্ণই অন্য এঠাইত ৰখালৈ যোৱা দেখি সত্যভামাই কৈছে -

'অঃ কি কয়ল । হামাক বহু সতিনী থিক । পাৰিজাত পুষ্প চোৰি কৰি নিতে কত কলহ কৰি বেড়াব । এথা নহে, হামাৰ দ্বাৰ নিকটে নিয়া ৰোপন কৰহ ।

কৃষ্ণই পত্নী সত্যভামাৰ মনোবাঞ্ছা পূৰ্ণ কৰি সত্যভামাৰ দুৱাৰ মুখত পাৰিজাত ৰোপণ কৰি পত্নীক দিয়া প্ৰতিশ্ৰুতি ৰক্ষা কৰিলে ।

মহাপুৰুষ শংকৰদেৱৰ 'পাৰিজাত হৰণ' নাটত সাহিত্যৰ নৱ ৰসৰ ভিতৰত বীৰ, হাস্য, কৰুণ, ৰৌদ্ৰ আৰু শান্ত ৰসৰ সমাবেশ ঘটিছে যদিও বীৰ ৰসৰ প্ৰাধান্য বেছি । শচী আৰু সত্যভামাৰ বাক যুদ্ধৰ বৰ্ণনা, সত্যভামাই ইন্দ্ৰক কৰা নিন্দা, শচীয়ে সত্যভামাৰ আগত কৰা স্বামী কৃষ্ণৰ কুযশ ৰটনা, ইন্দুমতীৰ চৰিত্ৰ ৰূপায়ণ আদি নিজৰ কল্পনা শক্তিৰে উদ্ভাৱন কৰি নাটৰ গতিশীলতা সহায় কৰিছে । নাটৰ নায়ক শ্ৰীকৃষ্ণ, নাৰদ সত্যভামা, ৰুক্মিণীৰ চৰিত্ৰ অংকণৰ কলাত্মক দিশত নাট্যকাৰৰ প্ৰতিভা ফুটি উঠিছে । এই নাটখনৰ জৰিয়তে শংকৰদেৱে ভগৱানৰ মানৱী লীলা আৰু ঐশ্বৰিক মহিমা প্ৰকাশ কৰিছে ।

নাটত চৰিত্ৰ কেইটাৰ বাহিৰেও সংলাপ ৰচনাত মহাপুৰুষ গৰাকীয়ে বিশেষ দৃষ্টি ৰখা যেন অনুভৱ হয় । পৰিবেশদ্যোতক বৰ্ণনাত্মক গীতৰ সংখ্যা বিশেষ হ্ৰাস নকৰাকৈ সংলাপৰ সজীৱতাই 'পাৰিজাত হৰণ'ৰ নাটকীয় সৌন্দৰ্য বহু পৰিমাণে বৃদ্ধি কৰিছে । লোক ৰঞ্জনৰ কাৰণে নাৰদৰ মুখেৰে আৰু অসমীয়া সমাজৰ সামাজিক চিত্ৰ এটা সফলভাৱে প্ৰতিফলিত কৰিবৰ বাবে সত্যভামা শচীৰ বাক-বিতণ্ডাৰে হাস্য ৰসৰ সৃষ্টি কৰিছে যদিও নাট খনিত ভাৱৰ গাম্ভীৰ্য্য, ৰচনাৰ সৌষ্ঠৱ আৰু চিত্ৰালঙ্কাৰেৰে সোণত সুৱগা চৰাইছে ।

**সহায়ক গ্ৰন্থ ঃ**

১। ড° সত্যেন্দ্ৰ নাথ শৰ্মা-অসমীয়া নাট্য সাহিত্য

২। সম্পাদক, ড° হৰিনাথ শৰ্মা দলৈ, তৃতীয় সংস্কৰণ, ১৯৯৩-পাৰিজাত হৰণ

# শংকৰদেৱৰ বাল্যকাল ঃ এক মনোবিশ্লেষণ

কিলোমণি চুতীয়া

*"কৰতল কমল কমল দল নয়ন ।*
*ভবদব দহন গহন বন শয়ন ।।*
*নপৰ নপৰ পৰ সতৰত গময় ।*
*মভয় মভয় ভয় মমহৰ সততয় ।।*
*খৰতৰ বৰ শৰ হৃত দশ বদন ।*
*খগচৰ নগধৰ ফনধৰ শয়ন ।*
*জগদঘ মপহৰ ভৱভয় তৰন ।*
*পৰপদ লয় কৰ কমলজ নয়ন ।।"*

যাৰ উৰ্বৰ মগজুৰ পৰা এনে সাকৰা, অৰ্থপূৰ্ণ শব্দভাণ্ডাৰ কাপেদি নিগৰি আহি সকলোকে চমক খুৱালে সেইজনেই যুগপুৰুষ, যুগ সম্ৰাট মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ । সূৰ্য্যৰ পোহৰৰ দৰে শংকৰদেৱৰ অন্তৰ্নিহিত প্ৰতিভাৰাজি প্ৰতিভাত হৈ 'শংকৰদেৱ' হ'ল । যুগে যুগে অনুপ্ৰেৰণাৰ স্থল হৈ অহা বাল্যকালৰ মাহাত্ম্য, প্ৰকৃততে অলৌকিক আছিল নে প্ৰচেষ্টা ও একাগ্ৰতাৰ ফল সেয়া এতিয়াও ৰহস্যজনক । শংকৰৰ অদ্ভুত কাণ্ড-কাৰখানাৰ কাৰণে বুঢ়ীমাক খেৰশুতীৰ একালে যেনেকৈ চকুৰ নিদ্ৰা হৰিছিল আনফালে ভৱিষ্যতৰ আশাৰ পানচৈ মেলিবলৈ স্থলো বিচাৰি পাইছিল ।

শিশুৰ বিকাশৰ স্তৰ মনোবৈজ্ঞানিক সকলৰ মতে চাৰিভাগত ভগাব পাৰি । ক্ৰমে কেঁচুৱা কাল, বাল্যকাল, কৈশোৰ কাল আৰু প্ৰাপ্তবয়স্ক কাল । সকলো ক্ষেত্ৰতে ব্যতিক্ৰম শংকৰৰ আনুষ্ঠানিক শিক্ষা আৰম্ভ হৈছিল কৈশোৰকালৰ বয়সসীমাৰ আৰম্ভণিতে । অৰ্থাৎ বাৰ বছৰ বয়সতহে - যি বয়সত এটি শিশুৰ মন, বুদ্ধি ও শৰীৰৰ যথেষ্ট উন্নত হয় । কিন্তু স্বাভাৱিকতাৰ বিপৰীতে কৈশোৰ কাললৈকে খিতিঙালি কৰি ফুৰা শংকৰদেৱৰ বাল্যকালছোৱাৰ (৬-১২ বছৰ) এক মনোবিশ্লেষাত্মক আলোচনা অত্যন্ত গুৰুত্বপূৰ্ণ । কিয়নো, যদিও বিদ্যালয় বা টোলৰ শিক্ষাৰ পৰা বিৰত আছিল, বাল্যকালত প্ৰকৃতিৰ মাজৰ পৰা আহৰণ কৰা শিক্ষাই আছিল শংকৰদেৱৰ ভৱিষ্যত জীৱনৰ আধাৰ ।

মনোবৈজ্ঞানিক, শিক্ষাবিদ, দাৰ্শনিক জিন্ জেক ৰুছো, যিজনাক সকলোৱে

মহান প্ৰকৃতিবিদ বুলি জানে তেওঁৰ শিক্ষা পদ্ধতিৰ যেন এক জলন্ত নিদৰ্শন শংকৰৰ বাল্যশিক্ষা । ৰুছোৰ মতে শিশুৰ শিক্ষা আৰম্ভ হয় প্ৰকৃতিৰ মাজত, শিক্ষাৰ পৰিপক্কতাও প্ৰকৃতিৰ মাজতে আছে । প্ৰকৃতিয়ে শিশুৰ শিক্ষানুষ্ঠান, শিক্ষক, অভিভাৱক, পাঠ্যপুথি ও সাৰথি স্বৰূপ । পিতৃ-মাতৃহীন শংকৰে মুক্ত বিহংগৰ দৰে প্ৰকৃতিৰ মাজত বিচৰণ কৰিছিল মনৰ সমস্ত দুৱাৰ-খিৰিকি মেলি । বিভিন্ন অভিজ্ঞতাৰ মাজেৰে মাথোন আহৰণ কৰিছিল শিক্ষা আৰু শিক্ষা ।

বৌদ্ধিক দিশৰ পৰা চাবলৈ হ'লে শংকৰ আছিল এক ব্যতিক্ৰম শিশু (Exceptional Child) । যিসকল শিশুৰ বুদ্ধি জন্ম বয়সৰ বুদ্ধিতকৈ বেছি বা কম সেই সকলেই ব্যতিক্ৰম শিশু । মনোবৈজ্ঞানিক দৃষ্টিভংগীৰে শংকৰৰ বুদ্ধিসত্তাক বিশ্লেষণ কৰিলে দেখা যায় জন্ম বয়সৰ বুদ্ধিতকৈ তুলনামূলকভাৱে তেওঁৰ বুদ্ধি অনেক বেছি । কাৰণ আ-কাৰ ই-কাৰ অৰ্থাৎ স্বৰবৰ্ণৰ সহায় নোলোৱাকৈ অৰ্থব্যঞ্জক শব্দৰে এটি নিটোল পদ্য লিখি ব্যতিক্ৰমৰ ভৰাল চহকী কৰি থৈ যায় । তাৰোপৰি বাল্যকালৰ বুৰঞ্জী অধ্যয়ন কৰিলে আৰু বহুতো উদাহৰণ স্পষ্ট হয় ।

বাল্যকালতেই মূৰ্ত-বিমূৰ্ত এনেবোৰ চিন্তাই শংকৰক বিমূঢ় কৰা দেখা যায় । আৰু এনেবোৰ চিন্তাই লগৰ লগৰীয়া সকলকো শলঠেকত পেলাইছিল । উদাহৰণ স্বৰূপে তাঁতীৰ গুৰ খোৱা জহামাল কেইটা তাঁতীয়ে বান্ধি থওঁতে শংকৰৰ প্ৰাণ হাঁহাকাৰ কল্লোল ধ্বনিত ৰ'ব নোৱাৰি জহামাল কেইটা মেলি দিছিলগৈ । তাঁতীৰ অল্প মগজুৰে শংকৰৰ গভীৰ মনস্তত্বক চুবগৈ নোৱাৰিলে । এনে ধৰণৰ আন বহুতো ঘটনাৰ পৰা শংকৰক মনোবিশ্লেষণ কৰিলে দেখা যায় শংকৰৰ মন কিছুমান সূক্ষ্ম অনুভূতিৰে ভৰপূৰ । বনৰ পশু-পক্ষীৰ দুখত সহানুভূতি জনাব পৰা শংকৰৰ মন মহানুভৱতাৰে ভৰা ।

বৰ্তমান যুগত শিশু শিক্ষাৰ ক্ষেত্ৰত শংকৰদেৱৰ প্ৰাসঙ্গিকতা অত্যন্ত গুৰুত্বপূৰ্ণ । শংকৰদেৱৰ বাল্যকালৰ সাঁতোৰ, দৌৰ, চৰাই ধৰা আদিৰ ক্ষেত্ৰত যি সাহসিকতাৰ উদাহৰণ ৰাখি থৈ গৈছে তাৰ দ্বাৰা শিশু সকল উদ্দীপিত হোৱাৰ যথেষ্ট কাৰণ বিচাৰি পোৱা যায় । বাল্য কালত দয়া গুণৰ প্ৰমাণ পোৱা যায় অন্য এক বিশেষ কাৰ্য্যত । এবাৰ এজন চিকাৰীয়ে জাল পাতি এটা ধুনীয়া হৰিণ ধৰিছিল, যিটো দেখি শংকৰে হৰিণটোৰ বিক্ৰী মূল্য দিব বুলি চিকাৰীক মেলি দিবলৈ অনুৰোধ কৰিছিল । হৰিণৰ হৃদয়ভঙা চিঞৰত হয়তো বালক শংকৰৰ প্ৰাণে কান্দি উঠিছিল । তাৰোপৰি হাবিৰ পৰা বটা চৰাই ধৰি আনি উকৰাই দিয়া, দুঘন্টা পানীৰ তলত থাকি ধৰি অনা শিশুটোৰ সৈতে খেলাৰ শেষত মেলি দিয়া আদি কাৰ্য্যই ক্ষুদ্ৰ হলেও প্ৰাণীৰ প্ৰতি মহানুভৱতাৰেই প্ৰমাণ ।

অ  নুলম্বিত হাতেৰে শংকৰৰ দৈহিক যি অৱয়ব তাতো সুন্দৰ ব্যক্তিত্বৰ পৰিস্ফুট হয় । বাল্যকালতেই তেওঁৰ সু-সামঞ্জস্য পূৰ্ণ ব্যক্তিত্বই ধৰা দিছিল । সামঞ্জস্যপূৰ্ণ ব্যক্তিত্বৰ (balance personality) অৰ্থই হ'ল শাৰীৰিক, মানসিক, আধ্যাত্মিক ও নৈতিক আটাইকেইটা গুণৰ সম্যক গুণাৱলী । শৰীৰ, মন, আধ্যাত্মৰ তিনিওটা দিশৰ সম্যক বিকাশে সমাজত এক বিশেষ স্থান অধিকাৰ কৰি নৈতিকতাৰ উন্নত আদৰ্শ ৰাখি থৈ যোৱা শংকৰৰ মনস্তত্ত্বৰ গভীৰতাক বিশ্লেষণ কৰা সিমান সহজলভ্য নহয় । দূৰদৰ্শিতা আৰু প্ৰত্যুৎপন্নতা শংকৰৰ বাল্যকালৰ ব্যক্তিত্বত স্পষ্টকৈ পৰিলক্ষিত হয় । হাবিত মৌ পাৰিবলৈ যোৱা, নদীত সাতোঁৰা আদি ৰোমাঞ্চকৰ ঘটনাই শংকৰৰ বাল্যকাল ভৰপূৰ । ভৰবাৰিষা ব্ৰহ্মপুত্ৰ পাৰহৈ সমগ্ৰ জগতবাসীলৈ এক আশ্চৰ্য্য ৰাখি থৈ যায় । সেয়াও এক সুব্যক্তিত্বৰে পৰিচায়ক ।

শংকৰৰ বাল্যকালৰ জীৱন বুৰঞ্জী অধ্যয়ন কৰিলে তেওঁৰ নেতৃত্বদানৰ (leadership)দক্ষতাৰ বিষয়ে স্পষ্টকৈ জানিব পাৰি । সকলোৰে লগত মিলিব পৰা গুণৰ বাবে শংকৰক এক বৰ্হিমুখী ব্যক্তিত্বৰ শাৰীত ধৰিব পৰা যায় যদিও চিন্তন, দাৰ্শনিক ভাৱধাৰা আদিৰ ধাৰা অন্তৰ্মুখী ব্যক্তিত্বৰ বৈশিষ্টাও পৰিলক্ষিত হয় ।

বিবেকানন্দৰ ভাষাতে 'Without religion education cannot possible' প্ৰকৃতিৰ মুক্ত পৰিবেশৰ শিক্ষাৰম্ভ হোৱা শংকৰে বাল্যকালতে এক ঈশ্বৰৰ শক্তিক অনুধাৱন কৰিব পাৰিছিল । জীৱবোৰ ক'ৰপৰা আহে, দৃশ্যমান বস্তুবোৰৰ ঈশ্বৰৰ লগত সম্পৰ্ক কি, জীৱ ঈশ্বৰৰ লগত লীন যাব পাৰেনে নোৱাৰে এনেবোৰ চিন্তাই শংকৰক প্ৰায়ে চিন্তাত পেলাইছিল আৰু শাস্ত্ৰ অধ্যয়নৰ প্ৰতি গভীৰ আকৰ্ষণ অনুভৱ কৰিছিল এনেবোৰ প্ৰশ্নৰ সমাধান বিচাৰি ।

শিশুৰ দৈহিক তথা মানসিক বিকাশত বংশগতিৰ প্ৰভাৱ অতি গুৰুত্বপূৰ্ণ । শংকৰৰ সু-ব্যক্তিত্ব গঢ় লৈ উঠাত বংশগতিৰ প্ৰভাৱক আওকাণ কৰিব নোৱাৰি শংকৰৰ পূৰ্ব পুৰুষ তথা পিতৃপুৰুষ সকল অৰ্থাৎ সূৰ্য্যবৰ, চন্দ্ৰবৰ, পিতৃ কুসুম্বৰ এইসকল বৰ প্ৰতিভাশালী, গুণৱান ব্যক্তি আছিল । তেওঁলোকে শিৰোমণি ভূঞা হৈ ভূঞাৰাজ্য উজলাই তুলিছিল ।

মনোবৈজ্ঞানিক চিগমাণ্ড ফ্ৰয়ডে প্ৰথমবাৰৰ বাবে সচেতন মনৰ উপৰিও অৱচেতন আৰু অৰ্দ্ধচেতন মনৰ বিষয়ে উল্লেখ কৰিছিল । শংকৰৰ বাল্যকালত অৱচেতন মনৰ অৱস্থাৰ পৰিলক্ষিত হয় । বুঢ়ীমাক খেৰশুতীৰ মুখত সাধু শুনাৰ দৰে পূৰ্বপুৰুষ সকলৰ কথা শুনি শুনি তেওঁৰ অৱচেতন মনত দকৈ প্ৰভাৱ পেলাইছিল আৰু তেওঁৰ ভৱিষ্যত জীৱনত সিয়ে অনেক সহায় কৰিছিল । প্ৰকৃতিৰ

মাজত অৱলীলাক্রমে বিচৰণ কৰি ফুৰা শংকৰৰ ৰচিত চিত্ৰকূট বৰ্ণনা, শৰৎ বৰ্ণনা আদি কবিতা সমূহৰ প্ৰকৃতিযেই মূল বিষয় । বাল্যকালৰ অৱচেতন মনৰ গভীৰ প্ৰভাৱক ভৱিষ্যতে সচেতন মনত উদ্গীৰণ ঘটাই অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰে ।

শংকৰে আনৰ মন বুজ লৈ সুন্দৰকৈ কথাৰ অৱতাৰণা কৰাত পাকৈত আছিল । হাবিৰ পৰা ঘৰমুখী হওঁতে শংকৰৰ প্ৰায়ে দেৰি হৈছিল । আইতাকৰ মনৰ বুজ লৈ শংকৰে এনে কথাৰে তেওঁৰ উপস্থিতি জনাইছিল যে আইতাকৰ গোমোঠা মৰা মুখত একেবাৰতে ৰ'দৰ জিলিঙনি পেলাবলৈ সমৰ্থ হৈছিল । সেইফালৰ পৰা শংকৰৰ উপস্থিত বুদ্ধি আৰু তৎকালীনতা মানিবলগীয়া ।

শংকৰৰ স্মৃতিশক্তি আছিল অত্যন্ত প্ৰখৰ । তাৰ প্ৰমাণ পোৱা যায় মহেন্দ্ৰ কন্দলিৰ টোলত শিক্ষাগ্ৰহণৰ সময়ছোৱাত । কম দিনৰ ভিতৰতে চৈধ্যখন ব্যাকৰণ, চাৰিবেদ, ওঠৰ পুৰাণ আয়ত্ব কৰিছিল । এইবোৰ দেখি গুৰু মহেন্দ্ৰ কন্দলি নিজেও আচৰিত হ'ল । সুগভীৰ মানসিক দৃঢ়তা আৰু একাগ্ৰতাৰ বলতহে সেয়া সম্ভৱ । শিক্ষাৰ ক্ষেত্ৰত অন্তৰ্দৰ্শন পদ্ধতিৰ (Introspection method) যোগেদি শংকৰে শিক্ষা আহৰণ কৰিছিল । বাৰে বাৰে ভুল প্ৰচেষ্টাৰ যোগেদি আয়ত্ব কৰাৰ পৰিবৰ্তে গভীৰ অন্তৰ্দৰ্শনেৰে বিষয়বস্তুৰ বিশ্লেষণ কৰি হৃদয়ঙ্গম কৰিছিল । অধ্যয়নৰ গভীৰতাৰ বাবেই সকলো শাস্ত্ৰতে খুব কম দিনৰ ভিতৰতে পাণ্ডিত্য আহৰণ কৰিব পাৰিছিল ।

শংকৰৰ মনোজগতত আন এটা কথাই বাল্যকালতেই ধৰা দিছিল সেয়া হ'ল জাতি, ধৰ্ম, বৰ্ণ বিভেদ আদি । মনৰ গভীৰতাত আমনি অনুভৱ কৰিছিল এনে ভেদৰ বাবে । সেয়ে প্ৰাণী মাত্ৰেই সমান দৃষ্টি ৰাখি শংকৰে ভবিষ্যত জীৱনৰ পাতনি মেলিছিল আৰু ইয়াৰ ফল সমাজত সুদূৰ প্ৰসাৰী হৈছিল ।

শিশুৰ মানসিকতাৰ গঢ় লৈ উঠাৰ আধাৰ হিচাপে যদিও বাল্যকালকেই ধৰা হয়, বয়ঃসন্ধি আৰু প্ৰাপ্তবয়স্ক কালৰ মনোবিশ্লেষণ বা মনোবৈজ্ঞানিক অধ্যয়নো অত্যন্ত গুৰুত্বপূৰ্ণ । গুৰুজনৰো এইবিলাক স্তৰৰ মনোবৈজ্ঞানিক অধ্যয়নৰ প্ৰয়োজনীয়তাক সকলোৱে সম্যক উপলব্ধি কৰা উচিত ।

# শংকৰী সংস্কৃতি ঃ এক অৱলোকন

দিপালী গগৈ

সংস্কৃতিয়ে সাধাৰণতে একোটা জাতি বা জনগোষ্ঠীৰ সাহিত্য, সংগীত, চিত্ৰকলা, ভাস্কৰ্য আৰু স্থাপত্য এই পাঁচবিধ সুকুমাৰ কলাৰ মাজেদি প্ৰকাশিত মানসিক উৎকৰ্ষ বা কৃতিত্বকে বুজায়; কিন্তু বহল অৰ্থত জাতিটোৰ ধৰ্মবিশ্বাস, সংস্কাৰ, আচাৰ অনুষ্ঠান, সাজ-পাৰ, গৃহ নিৰ্মাণ প্ৰণালী ইত্যাদি নানা কথা সংস্কৃতি শব্দটোৱে প্ৰকাশ কৰে । যদিও মানৱ জাতিৰ সংস্কৃতি মূলতে একেটাই তথাপি নানা কাৰণত ই বিভিন্ন অঞ্চলত বিভিন্ন ৰূপত প্ৰকাশ পায় । সকলো সংস্কৃতিয়েই একোটা জাতি বা জনগোষ্ঠীৰ মাজত আৰু একোটা ভৌগোলিক সীমাৰ মাজত গঢ় লৈ উঠে । কোনো সংস্কৃতি এটা সুকীয়া ৰূপত প্ৰকাশিত হবলৈ বহু বছৰ দীঘলীয়া সময় লাগে । ই এবছৰ দুবছৰৰ কথা নহয় । শ শ বছৰ অতিক্ৰম কৰিহে কোনো জনগোষ্ঠীৰ সংস্কৃতিয়ে সুকীয়া ৰূপ পায় । এইদৰে দীৰ্ঘ কাল পাৰহৈ আহোঁতে ইয়াত নানা ফালৰ পৰা অহা উপাদান লাগে । আচলতে বহু সংমিশ্ৰণ আৰু সমন্বয়ৰ মাজেদিহে সংস্কৃতিয়ে স্বৰূপ ধাৰণ কৰে ।

মহাপুৰুষ শংকৰদেৱৰ (১৪৪৯-১৫৬৮ খ্ৰী.) আবিৰ্ভাৱৰ আগতেই অসমীয়া ভাষালৈ সম্পূৰ্ণ ৰামায়ণ আৰু মহাভাৰতৰো আংশিক অনুবাদ হৈছিল । সেই যুগৰ অসমীয়া সাহিত্যৰ পৰা গম পোৱা যায় যে আৰ্য্য সভ্যতাৰ কিছুমান সামাজিক প্ৰথা আৰু ৰীতি-নীতি অসমীয়া সমাজে গ্ৰহণ কৰিছিল । প্ৰাক্-শংকৰী যুগৰ পৰাই ওজাপালি অনুষ্ঠানৰ যোগেদি প্ৰাচীন ভাৰতীয় সংগীতৰ এটি ধাৰা অসমতো প্ৰচলিত হৈছিল । শ্ৰীমন্ত শংকৰদেৱে অসমত সৰ্ব ভাৰতীয় আদৰ্শেৰে নৱ বৈষ্ণৱবাদ প্ৰচাৰ কৰাত সফলতা লাভ কৰাৰ লগে লগে অসমীয়া সমাজ আৰু সংস্কৃতিৰ ওপৰত আৰ্য্য সভ্যতা আৰু সংস্কৃতিৰ প্ৰভাৱ পৰিপূৰ্ণ হোৱা বুলি ক'ব পাৰি ।

তেখেতৰ দ্বাৰা প্ৰচাৰিত এই নৱবৈষ্ণৱবাদ ধৰ্মীয় ভাবাদৰ্শৰ লগতে বৈষ্ণৱবাদী আন্দোলন আগবঢ়াই নিয়াত সমান্তৰালভাৱে এক সংস্কৃতিৰ আন্দোলন আগবাঢ়ি গৈছিল । বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ বাবে শংকৰদেৱে সংস্কৃতিৰ মাধ্যমো এক সহযোগী পন্থা হিচাপে অৱলম্বন কৰিছিল । সেয়ে শ্ৰীমন্ত শংকৰদেৱে প্ৰচাৰিত কৰা বৈষ্ণৱী সাংস্কৃতিক পৰম্পৰাক আমি শংকৰী সংস্কৃতি হিচাপে আখ্যা দিছোঁ । এই উদ্দেশ্য আগত ৰাখি গীত, নাট, বাদ্য-বাদন, নৃত্য, ধৰ্মীয় ৰীতি-নীতি, পোছাক-পৰিচ্ছদ, আবাসগৃহ, চিত্ৰ আদিত এক বিস্তৃত সাংস্কৃতিক পটভূমি ৰচনা কৰিছিল । শংকৰদেৱে অসমৰ থলুৱা জনগোষ্ঠীৰ পৰম্পৰাগত লোক কলা-সংস্কৃতি আৰু ভাৰতীয়

সংস্কৃতিৰ মাজত সমন্বয় তথা সংশ্লেষণ ঘটাই এক অসমীয়া সংস্কৃতি তৈয়াৰ কৰিবলৈ যত্নপৰ হৈছিল। তেখেত আছিল এগৰাকী সুদক্ষ কলাকাৰ। একে গৰাকী ব্যক্তিয়ে সংগীত, নাট, নৃত্য, গীত-মাত, চিত্ৰকলা কৰা অত্যন্ত কষ্টসাধ্য কাম। কিন্তু শংকৰদেৱে এই কাম সমাধা কৰিবলৈ সক্ষম হৈছিল। উত্তৰ-ভাৰত, উত্তৰ বংগ উৰিষ্যাত প্ৰচলিত ভাৰতীয় সাংস্কৃতিক আৰু স্থানীয় লোক পৰম্পৰাৰ সংমিশ্ৰিত ৰূপ তেখেতে অসমলৈ কঢ়িয়াই আনিছিল। এই সংমিশ্ৰিত ভাৰতীয় সাংস্কৃতিক ৰূপ অসমৰ থলুৱা সাংস্কৃতিক ৰূপৰ লগত সংমিশ্ৰণ ঘটাই তেখেতে যি সাংস্কৃতিক কাঠামো তৈয়াৰ কৰিছিল তাক বিচাৰ বিশ্লেষণ কৰিবলৈ হ'লে পূৰ্বৰ বৃহত্তৰ অসম (অৰ্থাৎ মেঘালয়, অৰুণাচল, মিজোৰাম আদি) আৰু অসমক আগুৰি থকা চৌপাশৰ ভূটান, তিব্বত, ম্যানমাৰ, দক্ষিণ চীন, মণিপুৰ, বাংলাদেশ (পূৰ্বৰ পূব বংগ) ত্ৰিপুৰা আদিৰো এক সাংস্কৃতিক চাৰিত্ৰিক বৈশিষ্ট্যসমূহ অধ্যয়ন কৰিব লাগিব। তদুপৰি উৰিষ্যা, বিহাৰ, বংগদেশ আৰু উত্তৰ প্ৰদেশৰ সাংস্কৃতিক স্বৰূপো অধ্যয়ন কৰাৰ বহুল প্ৰয়োজন আছে। কিয়নো শংকৰদেৱে প্ৰস্তুত কৰা সাংস্কৃতিক কাঠামোত এই সমগ্ৰ অঞ্চলৰেই কিছু নহয় কিছু অৱদান অনস্বীকাৰ্য।

প্ৰথমতে দেখা যায় শংকৰদেৱে খোল বাদ্যটো অসমত ব্যৱহাৰ কৰিবলৈ শিকালে। খোলৰ তালত বৈষ্ণৱী ভাৱাদৰ্শৰ গীত সমূহৰ সুৰ বন্ধন কৰিছিল। তেখেতে এই খোল উত্তৰ ভাৰতৰ পৰা আনি অসমীয়া সংগীতত সংযোজন কৰিছিল বুলি জনা যায়। তদুপৰি নামনি অসমত প্ৰচলিত নাগাৰাৰ বাদন শংকৰী গীত-মাতত সংস্কৃতিৰ নাগাৰা আৰু টোকাৰীৰ ব্যৱহাৰৰ উপৰিও উজনি অসমত প্ৰচলিত টোকাৰী আৰু বীণাৰ যোগেদি শংকৰী গীত-মাত গাবলৈ বাদ্য সংযোজন কৰা হৈছিল। শংকৰদেৱে বান্ধি দিয়া সুৰৰ ভিত্তিত এই স্থানীয় বাদ্য সমূহৰ ব্যৱহাৰ কৰিবলৈ শংকৰদেৱে নিজেই প্ৰচেষ্টা কৰিছিল আৰু কৃতকাৰ্য্যও হৈছিল। অৱশ্যে উজনি-নামনি অসমৰ পৰম্পৰাগত লোকগীতৰ আৰু বাদ্য বাদনৰ ঠাঁচ শংকৰদেৱে বান্ধি দিয়া সুৰৰ লগত কিছু সংমিশ্ৰণ হৈছিল আৰু উজনি নামনিৰ স্থানভেদে কিছু ভিন্নৰূপো প্ৰকাশ পাইছিল। আৰু ফলস্বৰূপে স্থানভেদে ই লোক সংগীতৰ পৰ্য্যায়লৈ পৰিবৰ্তিত হৈছিল। অৱশ্যে এই কথাও সত্য যে শংকৰদেৱে বৈষ্ণৱ সংকীৰ্ত্তন আদিৰ সুৰ উত্তৰ ভাৰত, বংগ তথা উৰিষ্যাৰ পৰা শিকি আহিছিল যদিও অসমৰ থলুৱা লোক সংগীতৰ লগত ইচ্ছাকৃত ভাৱে কিছু সংমিশ্ৰণ ঘটায়ো ভাৰতীয় ঐতিহ্যৰ ঠাঁচত এক শাস্ত্ৰীয় ৰূপ পৰিস্থাপন কৰিবলৈ বিচাৰিছিল।

প্ৰসংগক্ৰমে উল্লেখযোগ্য যে ঝুমুৰা নৃত্য গীতৰ তাল, মান আৰু লয় থাইলেও, য়ুন্নান আৰু লাওচৰ বহুবোৰ শাস্ত্ৰীয় আৰু লোকগীতৰ লগত প্ৰায় নব্বৈ শতাংশ

মিল থকাৰ উমান পোৱা যায়। ভাষাৰ পাৰ্থক্যৰ বাহিৰে সুৰৰ প্ৰভৃত সাদৃশ্য পৰিলক্ষিত হয়। ভাষাখিনিৰ প্ৰতি আওকান কৰি কেৱল সংগীত শুনিলে অসমৰ যিকোনো এগৰাকী অসমীয়াই তেনে তাই গীতক ঝুমুৰা গীত বুলিয়েই ধাৰণা কৰিব। আনহাতে শংকৰদেৱৰ বিৰচিত আৰু সুৰাৰোপিত বহুবোৰ বৰগীতৰ সুৰ দক্ষিণ পূব এচিয়া আৰু দক্ষিণ চীনৰ তাই লোকসকলৰ ভালেমান লোকগীতৰ লগত সাদৃশ্য দেখা যায়। জ্যোতি প্ৰসাদ আগৰৱালাইও অসমৰ বৰগীতক সম্পূৰ্ণ ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ শাৰীত অন্তৰ্ভূক্ত কৰা নাই। ই ভাৰতীয় কৰ্ণাটিকী আৰু হিন্দুস্থানী সংগীতৰ উপৰিও তৃতীয় স্ৰোতৰ ভাৰতীয় সংগীত বোলা যুগুত হ'ব বুলি আগৰৱালাদেৱে কৈছিল। ড. মহেশ্বৰ নেওগদেৱে বৰগীত কামৰূপী সংগীত বুলি শ্ৰেণীভুক্ত কৰিছে। তেওঁৰ মতে বৰগীতত উত্তৰ ভাৰতৰ আসোৱাৰী আৰু অন্যান্য ৰাগৰ প্ৰতিফলন ঘটা দেখা যায়। ভাৰতৰো হিন্দুস্থানী আৰু কৰ্ণাটকী সংগীত একে ভাৰতীয় ৰাগযুক্ত হ'লেও দুয়োৰে ৰূপৰ প্ৰভৃত প্ৰভেদ আছে। অসমৰ পণ্ডিত সমাজে লক্ষ্য কৰা নাই যদিও বৰগীতৰ ৰাগ, সুৰ, তাল মানক ৰিজাই চালে দক্ষিণ পূব এচিয়াৰ থাইলেণ্ড তথা চীন, কোৰিয়াৰ লোক সংগীত তথা শাস্ত্ৰীয় সংগীতৰ লগত সাদৃশ্য লক্ষ্য কৰা যায়। অনুমান কৰিব পৰা যায় যে শংকৰদেৱে সেই সময়ত মানুহৰ মাজত প্ৰচলিত গীত মাত অধ্যয়ন কৰি উত্তৰ ভাৰতৰ আসোৱাৰী ৰাগৰ লগত মিলাই এক স্থানীয় প্ৰাচ্য গন্ধী ভাৰতীয় ৰূপৰ অসমীয়া শাস্ত্ৰীয় সংগীত সৃষ্টি কৰিছিল। সংগীতৰ লগতে নৃত্যৰ সৃষ্টিৰ ক্ষেত্ৰতো শংকৰদেৱে বিশেষ পাৰদৰ্শিতা দেখুৱাইছিল। ভাৰতীয় শাস্ত্ৰীয় নৃত্যৰ ধাৰাৰ মুদ্ৰা বিশেষলৈ ভাৰতীয় শাস্ত্ৰীয় ঠাঁচেৰে অসমৰ মাটিত প্ৰচলিত লোক নৃত্যৰ কিছু আংগিকৰ সংমিশ্ৰণ ঘটাই শংকৰদেৱে নৃত্যৰ সৃষ্টি কৰিছিল। এই নৃত্যসমূহ পাছলৈ বৈষ্ণৱী সত্ৰ সমূহত চৰ্চিত আৰু অনুশীলিত হোৱাৰ বাবে যাক আমি সত্ৰীয়া নৃত্য বুলি কওঁ। মূলতঃ এই সত্ৰীয়া নৃত্যৰ ধাৰা শংকৰদেৱৰেই সৃষ্টি। সেই সময়ত স্থানীয় মানুহৰ মাজত থকা পোছাক পৰিচ্ছদ আৰু উত্তৰ ভাৰতীয় কিছু পৰম্পৰা যোগদান দি তেখেতে নৃত্যৰ সাজ-পোছাক তৈয়াৰ কৰিছিল। সত্ৰীয়া নৃত্যত পিন্ধা জামা পাগ বা টুপীৰ আকৃতি কেৱল অসমতেই নহয় প্ৰাচ্যৰ ম্যান্মাৰ, থাইলেণ্ড, য়ুন্নান, কোৰিয়া আদিৰ মানুহৰ মাজতো দেখা যায়। ডিঙিত কাপোৰ দীঘলকৈ বৈ পৰাকৈ লোৱা ঘোৰীৰ দৰে চোলা আৰু জামা পিন্ধা প্ৰাচীন চিত্ৰ চীনদেশৰ হোনান, কোৰেইচাও হোপেইতো দেখা যায়। থো আধুনিক শ্বানদেশ, য়ুন্নানৰ তাই লোক বসতি অঞ্চল থাইলেণ্ডৰ মানুহৰ মাজতো এই ধৰণৰ বগা পোচাক পিন্ধি নৃত্য কৰা বা বাদ্য বাদন কৰা দেখা যায়। সূত্ৰধাৰী নৃত্যত মূৰত লোৱা জোঙা টুপীটোও

ভাৰতৰ পৰা অহাতকৈ অসমৰ স্থানীয় লোকৰ মাজত প্ৰচলিত প্ৰাচীন পৰম্পৰাহে আছিল বুলি কোৱা সমীচিন হয় । কিয়নো এনে ৰূপ ভাৰতৰ অন্যান্য ঠাইত দেখাতকৈ চীন সম্ভূত জন গোষ্ঠীৰ মাজত এতিয়াও দেখা যায় ।

শংকৰদেৱে প্ৰবৰ্ত্তন কৰা অংকীয়া ভাওনাও অসমৰ এক অপূৰ্ব সাংস্কৃতিক সমল । অংকীয়া ভাওনাই কেৱল ভাৰততেই নহয়, বিশ্বতো এক বিৰল কৃতিত্বৰ দাবী কৰিব পাৰে । মণিপুৰী বৈষ্ণৱী ধৰ্মীয় আদৰ্শবাদৰ ওপৰত প্ৰতিষ্ঠিত লাইহাওৰাওবাই যেনেদৰে আন্তৰ্জাতিক খ্যাতি লভিছে, অসমীয়া মানুহৰ এৰাধৰা প্ৰচেষ্টাৰ বাবে অংকীয়া ভাওনাই ৰূপগত বা তত্ত্বগত ভাবেও ভাৰত খ্যাত বা আন্তৰ্জাতিক খ্যাতি লভিব পৰা নাই ।

অংকীয়া ভাওনাত সংযোজিত আংগিকতো শ্ৰীশ্ৰীশংকৰদেৱে স্থানীয় প্ৰভাৱ পৰিবৰ্তন কৰা নাছিল । পৰিবেশন ৰীতিত উত্তৰ ভাৰত আৰু স্থানীয় ৰীতিৰ বৌদ্ধিক সংশ্লেষণ ঘটাইছিল । সেয়ে অংকীয়া ভাওনাত নিজকে এক অংগীভূত অংগ বুলি ভাবি লব পাৰিছিল । আৰু তেনে কাৰণতেই শংকৰদেৱে নাটৰ মাজেদি বৈষ্ণৱী আদৰ্শবাদ প্ৰচাৰ কৰিবলৈ সমৰ্থ হৈছিল ।

ভাওনা সমূহতে জনগণৰ যিটো স্বতঃস্ফূৰ্ত অংশগ্ৰহণ, তেনে ধাৰাৰ একে অৱস্থা থাইলেণ্ড, কেম্বোদিয়া, লাওচ আদি দেশতো জনগণৰ মাজত দেখা যায় । তেওঁলোকৰ দেশত বৌদ্ধ জাতকৰ কাহিনী তথা ৰামায়ণৰ কাহিনীক মানুহৰ মাজত প্ৰচাৰ কৰিবলৈ ভাওনাৰ সহায় লৈছে । অসমৰ ভাওনাৰ লগত এই দেশ সমূহৰ পৰিবেশন ৰীতিৰ পৰম্পৰাও প্ৰায় একে । ভাওনাত সূত্ৰধাৰ ওলোৱা, সূত্ৰধাৰী পোচাকত ভাৱৰীয়া ওলোৱা, ভাওৰীয়া সকল প্ৰবেশ কৰি অথবা নিজৰ অভিনয়াংশত অংশ গ্ৰহণ কৰি দৰ্শকৰ কাষতে লেপেটা কাঢ়ি বহি থকা আৰু আনকি দৰ্শকৰ লগত কথা-বতৰা পতা, তামোল, বিৰি, চিগাৰেট খাই লোৱা ৰীতি ভাৱৰীয়া সকলৰ লগত 'ফুচুৰী' বহুৱা কৰা নৃত্য আৰু অভিনয়ৰ অংশ, দুখত বহি বা থিয় হৈ চেণ্ডালুটি খাই বিলাপ কৰা ৰীতি আদি বহুবোৰ অসমৰ প্ৰাক্ শংকৰী যুগৰ লোক-সংস্কৃতিক পৰম্পৰা আছিল বুলি ধাৰণা কৰিব পাৰি । সম্ভৱ শংকৰদেৱে অসমৰ এই থলুৱা পৰম্পৰা সমূহ জনসাধাৰণৰ মাজত জনপ্ৰিয়তাৰ বাবে ভাওনাত সংশ্লেষণ ঘটাইছিল । প্ৰাচীন অসমতো প্ৰাক্ শংকৰী যুগত মহাভাৰত ৰামায়ণৰ কাহিনীৰ জনপ্ৰিয়তা আছিল । ভাওনা স্থানীয় পৰম্পৰা আছিল যদিও শংকৰদেৱে সাংস্কৃতিক সবল নেতৃত্বৰে এই পৰম্পৰা সমূহৰ সংশ্লেষণ ঘটাই এক নব্য আংগিক ৰূপ দান কৰি নৱবৈষ্ণৱবাদ প্ৰচাৰ কৰিবলৈ সক্ষম হৈছিল । শংকৰদেৱে যেনেদৰে ধৰ্মীয় আদৰ্শবাদ প্ৰচাৰত সফল যুগনায়ক তেনেদৰে সাংস্কৃতিক আন্দোলনৰ

হোতা স্বৰূপ।

আহোম সকলৰ ৰাজ পৰম্পৰাৰ সাংস্কৃতিক দিশতো নৱবৈষ্ণৱবাদৰ বহুখিনি আচাৰ ৰীতি দেখা যায়। অৱশ্যে শংকৰদেৱৰ পাছত বৈষ্ণৱী সত্ৰসমূহতেই ৰাজ পৰম্পৰাৰ প্ৰতিফলন ঘটিছিল অধিক। আহোম ৰাজচ'ৰাত বিশেষ পদমৰ্য্যাদা অনুসৰি মানুহ আসনত উপবিষ্ট হোৱাৰ নীতি আছিল আৰু সেই নীতিৰেই প্ৰতিফলন ঘটিছিল সত্ৰ সমূহত। ভকত সকলে কান্ধৰ ওপৰত এটা ভাগ লৈ আনটো ভাগ কাষলতিৰ তলেৰে নি চেলেং মেৰিয়াই লোৱা ৰীতি আহোম সকলৰ পৰম্পৰাৰ পৰাই বৈষ্ণৱী ৰীতিত সোমাই পৰিছে। শৰাইখন দৌলৰ দৰে সজোৱা, নামঘৰৰ এমূৰৰ থাপনাত মূৰ্তিবিহীন প্ৰাৰ্থনা কৰা পৰম্পৰা সম্ভৱ আহোম সকলৰ পৰা সোমাইছে। কিয়নো ম্যান্মাৰ, চীন, থাইলেণ্ড আদিত নামঘৰ আকৃতিৰ উপাসনা গৃহ 'হু' "ফ্ৰা" অৰ্থাৎ ভগৱান উপাসনা গৃহত আজিও এমূৰত এফুট ভেৰকুট ওখ বেদী ৰাখি তাত গ্ৰন্থৰ বাহিৰে কোনো মূৰ্ত্তি ৰখা দেখা নাযায়। ইয়াৰ বাদেও কীৰ্তন ভাগৱত পঢ়াৰ সুৰও তাই আহোম পণ্ডিত সকলৰ মাজত তাই পুথি পঢ়া সুৰৰ হুবহু একে। সকাম নিকামত সকলোৱে মাটিত বহাৰ সময়ত মাজেদি পাৰহৈ যাওঁতে হাতখন দি মুৰ দো খাই যোৱাৰ নিয়ম নীতি বিলাক থাইলেণ্ড দেশতো দেখা পোৱা যায়। শংকৰদেৱৰ আদৰ্শবাদৰ পাছত নৱ বৈষ্ণৱবাদী সত্ৰ সমূহে এনেদৰে স্থানীয় আদৰ্শ পৰম্পৰা সমূহকে গ্ৰহণ কৰি সত্ৰীয়া সংস্কৃতি বা নৱ বৈষ্ণৱবাদী সত্ৰীয়া বা শংকৰী সংস্কৃতিৰ কাঠামো গঠন কৰিছিল। অৱশ্যে বৰ্তমান কালত শৃংখলিত ৰূপত সংগঠিত শংকৰী পৰম্পৰাৰ পূৰ্বৰ এনেৰহু পৰিবৰ্তন, পৰিবৰ্দ্ধন আৰু সংশোধন ঘটোৱা হৈছে।

চিত্ৰ বিদ্যাত শংকৰদেৱৰ দক্ষতাৰ পৰিচয় পোনপটীয়াকৈ নাপালেও চৰিত পুথি সমূহৰ পৰা আমি উমান পাওঁ। প্ৰথমবাৰ তীৰ্থ যাত্ৰাৰ পৰা আহি তেওঁ বৰদোৱাত 'চিহ্নযাত্ৰা' অভিনয় কৰিছিল য'ত তেওঁ হেঙুল হাইতালেৰে সাত বৈকুণ্ঠৰ চিত্ৰ আঁকি দৰ্শকক আনন্দ দিছিল। আটি বয়সত নৰনাৰায়ণ চিলাৰায়ে চিত্ৰত কৃষ্ণ লীলা চাবলৈ মন কৰাত তাঁতীকুচীৰ তাঁতী সকলৰ হতুৱাই হাত দীঘল 'বৃন্দাবনী বস্ত্ৰ' তেওঁ বোৱাই উলিয়াইছিল।

মুঠতে শংকৰদেৱ আছিল সৰ্বকলা বিশাৰদ। এনে বহুমুখী প্ৰতিভাৰ কলাকাৰৰ সংখ্যা অসমতো বাদেই, ভাৰততো আনকি পৃথিৱীতো বিৰল।

সাহিত্য ক্ষেত্ৰতো লক্ষ্য কৰিলে দেখা যায় যদিও শংকৰী সাহিত্য বাইকৈ অনুবাদ সাহিত্য বুলি কোৱা হয় যদিও শংকৰদেৱে পুৰাণ সমূহৰ আক্ষৰিক অনুবাদ কৰা নাছিল। তেওঁ মাথো তাৰ জুমুঠিটোহে লৈছিল। প্ৰতিভাৰ পূৰ্ণ পৰ্যায়ৰ ৰূপ

দিছিল অসমৰ মাটি আৰু পানীৰে তেওঁৰ নিজা সৃষ্টিৰে। থলুৱা পৰিবেশ পৰিস্থিতিৰ লগত খাপ খোৱাই তেওঁ পৌৰাণিক সাহিত্যৰ কোনো অংশ বঢ়াইছিল আৰু কেতিয়াবা কোনো অংশ টুটাইছিল। এই পৌৰাণিক কাহিনীসমূহ এনে এক স্বাভাৱিক আৰু ঘৰুৱা ৰূপত তেওঁ অসমীয়াৰ সম্মুখত দাঙি ধৰিছিল যে সেইবোৰ অনুবাদ বুলি বা অনা অসমীয়া বুলি ভাবিবৰ সৰ্বসাধাৰণৰ সাধ্য নাছিল। সেই কাৰণে শংকৰী সাহিত্য অনুবাদ হৈও বিবৰ্ণ বা নিস্তেজ নহয়। তেওঁৰ প্ৰতিভাৰ যাদুপৰশত ই এতিয়াও আমাৰ বাবে হৈ আছে বৰ্ণময়, জীৱন্ত।

বহুধা বিভক্ত বিশাল প্ৰতিভাৰ অধিকাৰী শ্ৰীশ্ৰীশংকৰদেৱৰ সুবিশাল ব্যক্তিত্বৰ বিষয়ে কৈ শেষ কৰিব নোৱাৰি। তেখেত নিঃসন্দেহে এগৰাকী বহুমুখী প্ৰতিভাৰ আকৰ স্বৰূপ। এক অমানৱ মানৱ, যি মানুহৰ মাজলৈ কঢ়িয়াই আনিছিল বিপুল জ্ঞানৰ সম্ভাৰ, বিলাই দিছিল অনন্ত জীৱনদায়িনী মহৌষধ, মৃতসঞ্জীৱনী, মুখৰিত কৰি তুলিছিল এক বিধ্বস্ত সমাজ মুমূৰ্ষ মানৱক। তেওঁ আছিল জ্ঞানৰ অনন্ত সূৰ্য।

শংকৰদেৱৰ দিনৰ পৰা আজি প্ৰায় পাঁচশ বছৰে অসমীয়া জাতিৰ জীৱনক স্পন্দিত কৰি ৰখা মহান মণিষী গৰাকী এগৰাকী যুগজয়ী ব্যক্তি, অক্ষয় আলোচনাৰ ভাণ্ডাৰ। অসমৰ সামাজিক তথা মানসিক পৰিমণ্ডলৰ মতে তেওঁ এনে ঘনিষ্ঠ ভাবে জড়িত যে এনে কোনো ব্যক্তি নাই যি নিজকে তেওঁৰ প্ৰভাৱৰ পৰা সম্পূৰ্ণ মুক্ত বুলি দাবী কৰিব পাৰে ঃ

*"তোমাৰ জীৱনী দেৱ লিখে এনে সাধ্য কাৰ ?*
*গোটেই অসম জুৰি বিস্তৃত জীৱনী যাৰ।*
*অসমৰ ৰীতি-নীতি অসমৰ সদাচাৰ,*
*অসমৰ ধৰ্মাভাৱ অসমৰ ব্যৱহাৰ*
*সকলোতে তুমি দেৱ সজালা নতুন সাজে*
*তোমাৰ গৰিমা গীতি হৃদয়ে হৃদয়ে বাজে।"*

যতীন্দ্ৰ নাথ দুৱৰাই শংকৰদেৱৰ বিষয়ে কৰা কাব্যিক উক্তি আজিও প্ৰতিজন অসমীয়াৰে প্ৰাণৰ কথা।

# অংকীয়া নাটত নাৰী চৰিত্ৰ

অনিমা পাঠক

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ মুখ্যতঃ বৈষ্ণৱ ধৰ্ম্মৰ আদৰ্শ প্ৰচাৰ কৰিবৰ বাবে আৰু লগতে নৃত্য, গীত আদিৰ মাধ্যমেদি জনসাধাৰণক অৱসৰ বিনোদনৰ নিৰ্মল উপকৰণ আগবঢ়াবলৈ তেওঁ ৰচনা কৰা এক অংকীয়া নাটককে অংকীয়া নাট আখ্যা দিয়া হৈছে। অংকীয়া নাট সমূহৰ আৰ্হি সংস্কৃত নাটকৰ পৰা লোৱা, ঘাইকৈ সংস্কৃত উপৰূপকৰ লগত ইয়াৰ মিল আছে। অংকীয়া নাটৰ শ্লোকবোৰ সংস্কৃতত লিখা। ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাৰ মতে "অংকীয়া নাট সমূহ শ্লোক, গীত, কথা সূত্ৰ আৰু চৰিত্ৰৰ সংলাপ - এই কেইটা উপাদানৰ সমষ্টি। শ্লোকত যি কথা উনুকিয়াই দিয়া হ'ল, তাকে সূত্ৰধাৰৰ ব্যাখ্যাত, চৰিত্ৰৰ সংলাপত আৰু গীতৰ বৰ্ণনাত বহলাই ৰূপায়িত কৰা হয়। ইয়াৰ ভিতৰত গীতৰ প্ৰভাৱ সকলোতকৈ বেচি। এই কাৰণে অংকীয়া নাট সমূহক গীতি নাট্য বুলিলেও বৰ ভুল নহ'ব।"

অংকীয়া নাটত নাৰী চৰিত্ৰ বিশেষ মনকৰিবলগীয়া। মহাপুৰুষ শংকৰদেৱৰ 'কালিয় দমন' নাটত যশোদা চৰিত্ৰৰ বাহিৰে আন কোনো চৰিত্ৰ স্পষ্ট ৰূপত প্ৰকাশ পোৱা নাই। নাটখনত যশোদাৰ চৰিত্ৰটি এগৰাকী চিৰন্তন মাতৃ হিচাবে সাৰ্থক ভাৱে চিত্ৰিত হৈছে। এই পুত্ৰিকা যশোদাৰ সন্তান প্ৰীতি নাট্যকাৰে সাৰ্থকভাৱে অংকণ কৰিব পাৰিছে। একমাত্ৰ পুত্ৰ কৃষ্ণক কালিয় নাগে দংশন কৰাৰ কৰুণ বাতৰি শুনি যশোদাৰ অন্তৰত যি মৰ্মস্পৰ্শী দুখ-বেদনাৰ সৃষ্টি হৈছে ই প্ৰকৃততে সমস্ত মাতৃ হৃদয়ৰ শোক আৰু কাৰুণ্যৰ প্ৰতীক বুলি কব পাৰি। কৃষ্ণৰ মুখলৈ চাই চাই যশোদাই যিদৰে কাৰুণ্যপূৰ্ণ, বেদনাসিক্ত আৰু মনস্পৰ্শী ভাৱে অন্তৰৰ শোক-দুখ আৰু সন্তাপ ব্যক্ত কৰিছে তাৰ ভবিষ্যতে জগতৰ সমস্ত পুত্ৰহাৰা মাতৃৰ শোকাগ্নি যেন মূৰ্ত হৈ উঠিছে।ঃ

"আহে প্ৰাণ বন্ধাই মধাই, কত তপসাই তোহাক পুত্ৰ পাৱলো। অলপতে অনাথিনী কয় কাহে হামাক তেজয় দেখো তোহাৰি সন্তাপে জীৱ ৰহে নাহি। হা, হা, তহি চান্দ বদনক কাহেক নিয়া দিলো।"

শংকৰদেৱৰ 'ৰুক্মিণী হৰণ' নাটৰ চৰিত্ৰ সমূহৰ ভিতৰত নায়িকা ৰুক্মিণীৰ চৰিত্ৰই সকলোতকৈ আকৰ্ষণীয় হৈছে। ৰুক্মিণীক ধৈৰ্য্যশীলা, উপস্থিত বুদ্ধিসম্পন্না আৰু গভীৰ প্ৰেমিকাৰ ৰূপত আমি দেখিবলৈ পাওঁ। ৰুক্মিণীৰ চৰিত্ৰ হৈছে অন্তৰ্মুখী, সংযত নাৰী চৰিত্ৰ। সমগ্ৰ চেতনাক আকোৱালি ধৰা ৰুক্মিণী হৈছে নাৰীৰ প্ৰেমৰ সংযত প্ৰকাশ। ৰুক্মিণীক ৰুক্মায়েকে কৃষ্ণৰ পৰা আঁতৰাই শিশুপাললৈ বিয়া দিবলৈ

সিদ্ধান্ত কৰাত কৃষ্ণ ভক্তিৰ প্ৰেম প্ৰকাশত আত্মনিমজ্জিতা ৰুক্মিণী শোক বিহ্বলা হৈছে সঁচা - কিন্তু তেওঁ সাধাৰণ প্ৰেমিকাৰ দৰে ধৈৰ্য্যহীনা হোৱা নাই। প্ৰণয়াসক্তিত গভীৰ আচৰণত গাম্ভীৰ্যপূৰ্ণ, বুদ্ধি আৰু জ্ঞানৰ ক্ষেত্ৰত বুৎপত্তিশীলা ৰুক্মিণী হৈছে সমগ্ৰ নাটখনৰ কেন্দ্ৰীভূত জুই শিখা। ৰুক্মিণী জ্যেষ্ঠ ভাতৃৰ নিৰ্দেশৰ বিপৰীতে গৈ কৃষ্ণৰ লগত গুচি গৈছে সঁচা - কিন্তু তেওঁ স্ত্ৰীসুলভ কোমলতা আৰু স্নেহভাব বিবৰ্জিতা নহয়। কৃষ্ণই ৰুক্মবীৰক কাটিবলৈ তৰোৱাল উলিয়াই লওঁতে তেওঁ ৰুকায়েকৰ প্ৰাণ ভিক্ষা কৰি কৃষ্ণৰ ভৰিত পৰিছে।

মুঠতে ৰুক্মিণী প্ৰেম, কাৰ্য্যকুশলতা, বিনয়, কৰুণা আদি মানৱীয় গুণেৰে বিভূষিতা এগৰাকী নাৰী। নাটখনত আৰু কেইবাটাও নাৰী চৰিত্ৰ আমি দেখিবলৈ পাওঁ। মদনমঞ্জুৰী আৰু লীলাৱতী - এই দুটি চৰিত্ৰ নাটখনত অংকন কৰা দেখা যায়। ৰুক্মিণীৰ চাৰিত্ৰিক বৈশিষ্ট্য প্ৰকট কৰাৰ সন্দৰ্ভত এই চৰিত্ৰ দুটিৰ প্ৰয়োজনীয়তা অস্বীকাৰ কৰিব নোৱাৰি। অন্যহাতেদি শশীপ্ৰভা চৰিত্ৰটো নাটখনত শংকৰদেৱৰ স্বকীয় সৃষ্টি। নাটখনৰ কাহিনীৰ অগ্ৰগতি আৰু বিকাশত এই চৰিত্ৰটি অপৰিহাৰ্য্য বুলিব নোৱাৰি। তেনেদৰে দৈৱকী চৰিত্ৰয়ো নাট্য কাহিনীত বিশেষ সমল যোগাব পৰা নাই।

"পাৰিজাত হৰণ" নাটখনৰ প্ৰত্যেকটো চৰিত্ৰকেই মহাপুৰুষে স্বকীয় বৈশিষ্ট্যৰে উজ্জ্বল কৰি তুলিছে। তেওঁ এই নাটৰ চৰিত্ৰ সমূহক, পাৰস্পৰিক বৈপৰীত্য আৰু সাদৃশ্য বা সমধৰ্মিতাৰ ভেটিত অংকন কৰিছে। নাটখনৰ বিষয়বস্তু হৈছে এপাহ পাৰিজাত ফুল আৰু এই ফুলপাহক কেন্দ্ৰ কৰি উদয় হোৱা শ্ৰীকৃষ্ণৰ পত্নীযুগল, ৰুক্মিণী আৰু সত্যভামাৰ স্বাভাৱিক ঈৰ্ষা। সত্যভামা আৰু ৰুক্মিণীক বৈপৰীত্যৰ ভেটিত ওচৰা ওচৰিকৈ স্থাপন কৰি অংকন কৰিছে। ৰুক্মিণী স্বল্পভাষিনী, মৃদু স্বভাৱা, স্বামী পৰায়ণা আৰু গাম্ভীৰ্যযুক্তা কিন্তু তাৰ বিপৰীতে সত্যভামা অভিমানিনী, ঈৰ্ষাপৰায়ণা, মুখৰা আৰু স্বামীপৰায়ণা যদিও অত্যন্ত গৰ্বিতা। তেওঁ স্বামীক একচেতীয়াভাৱে পাবলৈ বিচাৰে। সকলো সপত্নীৰ উৰ্দ্ধত নিজকে স্থাপন কৰিব খোজে। মুখৰা আৰু গৰ্ব্বিতা লক্ষণত তেওঁ ইন্দ্ৰপত্নী শচীৰ সমধৰ্মী। নাটখনত নাৰদে পাৰিজাত ফুল আনি কৃষ্ণক দিলে আৰু শ্ৰীকৃষ্ণই তাকে ৰুক্মিণীক দিলে। এইখিনিতে সত্যভামা আৰু ৰুক্মিণীৰ চৰিত্ৰ প্ৰকট হৈ উঠিছে। ৰুক্মিণীক এপাহ ফুল দিয়া যাৰ সহ্য নহয়, আনক অকণমান মৰম কৰা শুনিলেও যাৰ হিয়াত পোৰণি উঠে তেওঁৰ প্ৰেম স্বকেন্দ্ৰিক - ভক্তি বুলি কলেও সস্পৃহ ভক্তি সত্যভামাই কাম্যবস্তুৰ প্ৰাপ্তিত গৰ্বিতা হৈ ৰুক্মিণীক ব্যঙ্গৰ সুৰত বিদৰ্ভ ৰাজনন্দিনী বুলি সম্বোধন কৰিছে। কিন্তু ৰুক্মিণীয়ে সত্যভামাক ভাগিনী বুলি সম্বোধি কলে "আয়ে ভগিনী

সত্যভামা কি কহইছ জগতক পৰম গুৰু স্বামী কৃষ্ণ উনিকৰ চৰণ সেৱা কৰিতে ব্ৰহ্মাণ্ড ভিতৰে কোন দুৰ্লভ থিক্ । ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ চাৰি পদাৰথ হাতে মিলাৱে, তোহাৰি পাৰিজাত কোন কথা ।" ইয়াতেই ৰুক্মিণীৰ চৰিত্ৰ উজ্জ্বল ৰূপত দেখা দিছে ।

মান-অপমান নাই, পোৱা-নোপোৱাৰ হৰ্ষ-বিষাদ নাই - ব্ৰহ্মাণ্ডৰ সকলো বস্তুকে অবস্তু ৰূপে মানি স্বামী কৃষ্ণৰ চৰণ সেৱাকে পৰম বস্তু বোলা ৰুক্মিণীৰ ভক্তি - নিৰ্গুণা ভক্তি । পুনৰ মহাপুৰুষে ৰুক্মিণীৰ চৰিত্ৰৰ গূঢ় তাৎপৰ্য্য বেকত কৰিছে - "ঐচন ভকতিক মহিমা ৰুক্মিণীক প্ৰেম পৰসনঃ হৰি চৰণ সেৱাক মহিমাক কৈছে বন্নাৱল তাহে দেখহ সুনহ ।"

এনেদৰেই ভক্তিৰ মহিমাই ৰুক্মিণীক মহিমামণ্ডিত কৰিছে । ভাগৱত ধৰ্ম্মৰ মূল তত্ত্ব ভাগৱত শাস্ত্ৰৰ পৰম শিক্ষণীয় বিষয়টোকে পাৰিজাত হৰণ নাটত শংকৰদেৱে ৰুক্মিণী আৰু সত্যভামাৰ চৰিত্ৰৰ মাজেদি ৰূপায়িত কৰিছে । নাটখনত ৰুক্মিণী নিস্পৃহ বা নিৰ্গুণা ভক্তিৰ প্ৰতীক চৰিত্ৰ । সত্যভামা সস্পৃহা ভক্তিৰ প্ৰতীক চৰিত্ৰ । মানসিক দৃষ্টিভংগী আৰু আচৰণৰ পিনৰ পৰা ৰুক্মিণী আৰু সত্যভামা, এই নাৰী চৰিত্ৰ দুটি পৰস্পৰ বিৰোধী । ৰুক্মিণী হৈছে আচৰণ আৰু প্ৰকৃতিৰ পিনৰ পৰা গাম্ভীৰ্যপূৰ্ণ, সত্যভামা হৈছে লেহুকা । চমুকৈ কবলৈ গলে গাৰ্হিবৰ্ষণ অদ্বিতীয়া ৰুগ্ন মনস্তত্ত্বই সত্যভামাৰ চৰিত্ৰক বিশেষ এক ৰূপ দিছে । সত্যভামা হৈছে নাৰীৰ সহজাত দুৰ্বলতাৰ প্ৰতীক । আনহাতে ৰুক্মিণীৰ প্ৰকৃতি হৈছে সংযত । ৰুক্মিণীৰ কথন ভংগীয়ে তেওঁৰ চৰিত্ৰৰ মাধুৰ্য্যতা উজ্জ্বল কৰি তুলিছে । তেওঁৰ বাক্য সমূহ ভাৱপ্ৰবাহ আৰু আধ্যাত্মিক উপলব্ধিৰ পিনৰ পৰা সুতীক্ষ্ণ ।

মুঠতে পাৰিজাত হৰণ নাটখন মন আৰু অনুভূতিৰ পিনৰ পৰা চাবলৈ গলে বিশেষকৈ নাৰী চৰিত্ৰৰ যি কথনভংগিমা আৰু পৰিস্থিতি, ই জীৱনৰ বাস্তৱৰূপৰ প্ৰতিফলন বুলি কব পাৰি ।

'ৰাম বিজয়' নাটত সীতাৰ যে ৰামৰ সৈতে বিবাহ হ'ব, সেই বিষয়ে এক ভৱিষ্যত বাণী আছিল । কথাষাৰ সঁচা হল । ৰামে হৰধনু তুলি বেকা কৰিবলৈ যত্ন কৰোতেই দুভোখৰ হোৱা মুহূৰ্ত্ততে সীতা আগবাঢ়ি আহি ৰামৰ ডিঙিত বৰমালা পিন্ধালেহি । অৱশ্যে নাটখনত সীতাৰ ৰূপ-লাৱণ্য মনোৰম ভাৱিমাৱে প্ৰকাশ কৰা দেখা যায় । এই নাটখনত মহাপুৰুষে সীতাক ৰামমুখী কৰিহে চিত্ৰিত কৰিছে, অন্য কোনো ৰূপত চিত্ৰিত কৰা দেখা নাযায় ।

মহাপুৰুষ শংকৰদেৱৰ নিচিনাকৈ মাধৱদেৱেও অংকীয়া নাট ৰচনা কৰিছিল । মাধৱদেৱৰ নাটৰ যশোদাৰ চৰিত্ৰটো বিশেষভাৱে মন কৰিবলগীয়া ।

যশোদাৰ চৰিত্ৰত স্নেহময়ী জননীৰ ৰূপটো সুন্দৰকৈ ফুটি ওলাইছে। একেটি মাত্ৰ সন্তান কৃষ্ণ, গতিকে মাকৰ আলাসৰ লাৰু। গাখীৰ মথোতেও পুতেকৰ কথা সুঁৱৰি পৰম তৃপ্তি লাভ কৰে আৰু আপোনা আপুনি মুখৰ পৰা স্নেহৰ বাক্য সৰে, "হে বাপু কৃষ্ণ, তোহো হামাৰি কোটি পুৰুষক পৰম দেৱতা, মাথাৰ মুকুট, শিৰেৰে ভূষণ, গলাৰ সাতসৰী, কৰ্ণেৰ কুণ্ডল, কৰেৰ কংকণ" ইত্যাদি। কৃষ্ণ চকুৰ আঁতৰ হলেই যশোদাই অন্ধকাৰ দেখে। আবেলি কৃষ্ণ উভটি অহা পলম হলেই - "ভৈ গৈল বিয়াল পুতা এভো নাইল ঘৰে" বুলি চিন্তান্বিত হৈ যমুনাৰ পাৰে পাৰে বিচাৰি ফুৰে। 'চোৰ ধৰা' নাটত যশোদাই পুত্ৰক বিচাৰি পথিকক সুধি সুধি কৃষ্ণক অন্বেষণ কৰিছে। 'চোৰধৰা'ত পুতেকক কলংক দিয়াত গোপীবোৰক যশোদাই গালি পাৰি খেদি পঠাইছে 'ভূমি লেটোৱা' নাটত পুতেকৰ আব্দাৰ এৰাব নোৱাৰি কোলাত লৈ হৰি পূজাৰ নিমিত্তে থোৱা লৱণু খাব দিছে। তথাপি লোকৰ ঘৰত লৱণু চোৰ কৰি খোৱা বুলি কলে মাকে পুতেকক শাস্তি দিয়া কাৰ্য্য আমি জগতৰ সকলো মাতৃৰ ক্ষেত্ৰতে দেখা পাওঁ। কাৰণ পুতেকক স্নেহ কৰা বা শাস্তি দিয়াটো মাকৰ একচেতিয়া অধিকাৰ বুলি সকলো মাকেই ভাবে। যশোদায়ো তেনেদৰেই ভাবিছে। "অৰ্জ্জুন ভঞ্জন" নাটত যশোদাই কৃষ্ণক কান্দিবলৈ যাওঁতে সকলোৱে যেতিয়া বাধা দিয়ে তেতিয়া যশোদাৰ খঙৰ মাত্ৰা বৃদ্ধি পালেও পুতেকক অন্যই শাস্তি দিযাতো তেওঁৰ সহ্য নহয়। 'চোৰ ধৰা' নাটত এনে এটা অৱস্থাতেই যশোদাই গোপীবিলাকক ঠেঙনা দি খেদি দিছে আৰু পুত্ৰক কোলাত তুলি লৈছে।

কলা কৌশলৰ পিনৰ পৰা নহলেও মনস্তত্ত্ব বিশ্লেষণৰ পিনৰ পৰা মাধৱদেৱৰ মহৎ সৃষ্টি হৈছে। 'চোৰধৰা' আৰু 'পিম্পৰা গুচোৱা' নাট। দুয়োখন নাটতে যশোদাৰ চৰিত্ৰ স্নেহময়ী জননীৰ ৰূপত সুন্দৰভাৱে ফুটি উঠিছে। এই পটভূমিত যশোদাদেৱী এগৰাকী জীৱন্ত মেডোনাৰ ৰূপত ধৰা দিছে। যশোদা আৰু কৃষ্ণ চৰিত্ৰ বিশ্লেষণৰ উজ্জ্বলতাৰ কথা বাদ দিলে অন্য চৰিত্ৰৰ বিশ্লেষণ জ্যোতিহীন বুলিব পাৰি। সেয়েহে আমি ক'ব পাৰো যে মাধৱদেৱৰ নাটৰ যশোদাজনী আমাৰ সকলোৰে আপোন আই। পখীয়ে যেনেকৈ শিশু চটকক পাখিৰে আবৰি ৰাখে তেনেদৰে যশোদাৰ মৰমেই সমস্ত জগতৰ শিশু সকলক সাবটি ধৰি আছে।

# তপস্বিনী আই খেৰশুতী

**বন্দনা হাজৰিকা**

অসমীয়া সমাজৰ আধ্যাত্মিক, সাংস্কৃতিক আৰু সামাজিক জীৱনলৈ মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ যি অতুলনীয় দান তাৰ মূল্য নিৰূপণ কৰিবলগীয়া হয় তেওঁৰ ৰচিত সাহিত্য সম্ভাৰৰ যোগেদি। যি সময়ত সৰু-বৰ ৰাজনৈতিক শক্তিৰ সংঘাতে তেতিয়াও এক নিৰ্দিষ্ট ৰূপ লৈ নুঠা অসমৰ জাতীয় জীৱনক সঙ্কটাপন্ন অৱস্থাত পেলাইছিল, সেই সময়ত বৈষ্ণৱ সাহিত্যই ইয়াত নতুন প্ৰাণৰ সঞ্চাৰ কৰি সৰ্বভাৰতীয, মহাজাতীয় চৈতন্যৰ লগত ইয়াৰ ঐক্য ভাৱ স্থাপন কৰিছিল। বুদ্ধ, মহাবীৰ, কবীৰ, নানক প্ৰভৃতি মহাত্মা সকলৰ দৰে মহাপুৰুষ জনাই সংকটাপন্ন অসমৰ অজ্ঞ, হীন জাতিৰ লোক সকলক ধৰ্ম শিক্ষাৰ দ্বাৰা উদ্ধাৰ কৰিবলৈ চেষ্টা কৰিছিল।

শংকৰদেৱৰ পিতৃৰ নাম আছিল কুসুম্বৰ ভূঞা। আৰু মাতৃৰ নাম আছিল সত্যসন্ধ্যা। শংকৰৰ শিশু অৱস্থাতে এওলোক স্বৰ্গগামী হয় বুলি কোৱা হয় যদিও এই বিষয়ত বিভিন্ন মতবাদ চলি আহিছে। বৰদোৱাৰ গুৰুচৰিত পুথিত আছে যে শংকৰদেৱে সূৰ্য্যৱতীক বিবাহ কৰাৰ কিছুদিনৰ পিছত কুসুম্বৰৰ মৃত্যু হয় আৰু তাৰ কিছুদিনৰ পিছতে সত্যসন্ধ্যাৰ মৃত্যু হয়।

দ্বাৰিকানাথ গোস্বামীয়ে কয় - "১৩৭৬ শকত শংকৰৰ পিতৃ স্বৰ্গী হয় আৰু মাক সতী যায়।"

দৈত্যাৰি ঠাকুৰৰ পুথিত আছে -

*"তাত পাছে যেন ভৈল তাক শুনিয়োক।*
*কতো দিনে কুসুম গৈলেন্ত পৰলোক॥*
*দেখিয়া ভাৰ্য্যায়ে তান মৰিলন্ত স্বামী।*
*মনত হৰিষে তেহোঁ ভৈলা অনুগামী।*
*কুসুমৰ মাতৃ শংকৰৰ বুঢ়ীআই।*
*তেহেঁ তুলিলন্ত বৰ ভৈলা দুয়ো ভাই॥"*

গতিকে ইয়াৰ পৰা বুজা যায় যে শংকৰদেৱৰ জন্মৰ কিছুদিন পাছতেই দেউতাক কুসুম্বৰ ভূঞাৰ পৰলোক হয় আৰু মাক সত্যসন্ধ্যাও স্বামীৰ লগতে সতী যায়। বুঢ়ীমাক খেৰশুতীয়েই শংকৰক তুলি-তালি ডাঙৰ-দীঘল কৰে।

সঙ্কটাপন্ন অৱস্থাত থকা অসমীয়াৰ জাতীয় জীৱনক ধৰ্মৰ বাটেৰে, সত্ৰ, নামঘৰৰ জৰিয়তে ন-জীৱন দিওঁতা মহাপুৰুষ শংকৰদেৱৰ জীৱনত তেওঁৰ

আইতাক খেৰশুতীৰ প্ৰভাৱ অসীম। শংকৰদেৱৰ জীৱনৰ গুৰিবঠা স্বৰূপ এইগৰাকী মহিয়সী নাৰী আছিল ৰাম চৌধাৰীৰ দুহিতা। খেৰশুতীৰ জন্ম বৃত্তান্ত এনেধৰণৰ- ৰামগিৰি চৌধুৰীৰ পত্নী জয়ন্তীৰ প্ৰসৱ বেদনা বৰ দীঘলীয়া আৰু কষ্টকৰ হৈছিল। প্ৰসূতিয়েও আৰাম পাবৰ বাবে তেওঁক খেৰৰ ওপৰত ৰখা হৈছিল, খেৰে তুলিৰ দৰে কাম কৰিছিল। তাতে তেওঁৰ এটি কন্যা সন্তানৰ জন্ম হৈছিল। খেৰৰ ওপৰত জন্মৰ পাছত শুৱাই থোৱা বাবেই কন্যাটিৰ নাম খেৰশুতী। "তুলি পাতি কুটা চুলে, নিশা খেৰ পাৰি শুলে।"

লগুাদেৱৰ পুত্ৰ চণ্ডীবৰ বা দেৱীদাসৰ পুত্ৰ ৰাজধৰৰ বৰপুত্ৰ সূৰ্য্যবৰে খেৰশুতীক বিয়া কৰায়। সূৰ্য্যবৰৰ ঔৰষত আৰু খেৰশুতীৰ গৰ্ভত জন্ম হয় শংকৰৰ জন্মদাতা বিখ্যাত কুসুম্বৰ ভূঞাৰ। খেৰশুতীয়ে একমাত্ৰ সন্তান কুসুম্বৰক তুলি - তালি ডাঙৰ-দীঘল কৰে আৰু যথাসময়ত অনিৰুদ্ধ ভূঞাৰ কন্যা সত্যসন্ধ্যাৰ লগত বিয়া পাতি দিলে। কথিত আছে যে প্ৰথমা পত্নীৰ বিয়াৰ বহু দিন পাছলৈকে তেওঁলোকৰ সন্তান-সন্ততি নোহোৱাৰ বাবে কুসুম্বৰে শ্ৰীপতি ভূঞাৰ কন্যা অনুধৃতিক বিয়া কৰিবলগীয়াত পৰে। পিছে দেৱ আৰাধনাৰ যোগেদি কুসুম্বৰে শংকৰদেৱক পোৱাৰ পাছতহে অনুধৃতিৰ গৰ্ভত শংকৰৰ ভায়েক বনগঞা বা হলধৰৰ জন্ম হয়। বনগঞাৰ লগতে ঘাট মাউৰা শংকৰৰ ল'ৰাকালৰেপৰা বুঢ়ীমাকেই এহতীয়াকৈ তুলি-তালি ডাঙৰ-দীঘল কৰে। কথা চৰিতৰ ভাষাৰে- "সূৰ্য্যবৰ পত্নী খেৰশুতী বুঢ়ী মাতৃয়ে পূৰ্ব কাৰণৰ নিমিত্তে তুলিলে।"

শংকৰ ওপজা সময়লৈকে খেৰশুতী সধৱা হৈ আছিল। শংকৰৰ বয়স সাতমাহ হওঁতেহে ককাক সূৰ্য্যবৰৰ মৃত্যু হয়। মহান খেৰশুতীয়ে পৰম্পৰা অনুসৰি স্বামীৰ অনুগামী হ'বলৈ কিন্তু নিবিচাৰিলে। তেওঁ ভাবিছিল - স্বামীৰ লগতে অগ্নিত লগে সঙ্গে জাঁহ গলে ভালেই। সন্তাপ বুলিবলৈ একো নাথাকে, কামনা-বাসনায়ো দহিবলৈ সুবিধা নাপায়। কিন্তু তেওঁৰ অবিহনে নাতি দুটাৰ দুখ কুলাই পাচিয়ে নধৰা হ'ব। সেয়েহে শংকৰ আৰু বনগঞাক আলৈ-আথানি কৰি তেওঁ তেনে কৰিবলৈ মন নকৰিলে। তেতিয়াৰ দিনত কু-সংস্কাৰ জনিত পৰম্পৰাক আওকাণ কৰি খেৰশুতীয়ে যি মহান কাৰ্য্য কৰি দেখুৱালে সঁচাই সেয়া এক অতুলনীয় আদৰ্শ।

পিতৃ-মাতৃহীন ল'ৰা শংকৰে বুঢ়ীমাকৰ আবেষ্টনীত বাৰ-তেৰ বছৰলৈকে উলাহৰ মাদলী হৈ থিতিঙালি কৰি বালক কেলিত সময় নিয়াবলৈ সুবিধা পালে। বনত ভ্ৰমি, লগৰীয়াৰ লগত দিনটো খেলি, নদীত সাঁতুৰি-নাদুৰি প্ৰকৃতিৰ লগতেই দিনটোৰ বেছিভাগ সময় কটাই দিছিল। ৰাতিপুৱা চৰাই-চিৰিকতিৰ লগতে উঠি

শংকৰে পোনতে আইতাকক 'উঠিলেনে' বুলি সম্বোধন কৰি ঘৰৰ আগচোতাল পায়গৈ । প্ৰাতঃকাৰ্য্য সমাপন কৰি আইতাকে দিয়া কিবা এমুঠি খায়েই দিনটোৰ বাবে ওলাহি যায়গৈ । লগৰ ল'ৰাহঁতে কেতিয়াবা শংকৰক বিচাৰি বা খেলিবলৈ শংকৰৰ ঘৰ পায়হি । খেৰশুতীয়ে কল্পনা কৰে যেন নাতিয়েক গকুলৰ কানাই আৰু লগৰীয়া সকল নন্দ ৰাজাৰ গোপবালক । এনেদৰে শংকৰৰ ল'ৰালিকাল বুঢ়ীমাকৰ মৰমৰ উমত পাৰহৈ গৈছিল । কিন্তু মাজে মাজে বুঢ়ীমাকৰ চিন্তা হয় - 'শংকৰৰ লগৰীয়া বহুখিনি পঢ়াশালিলৈ গৈছেই । শংকৰৰহে মতি-গতি ভাল নহ'ব নেকি !'' তথাপিও খেৰশুতীয়ে বিশ্বাস কৰিছিল যে তেওঁৰ নাতিয়েকো এদিন আনে হ'ব নোৱাৰা কিবা এটা হ'বই । কাৰণ শংকৰৰ জন্মলগ্ন আছিল অতিশয় শুভ । আকৌ শংকৰৰ লগৰীয়া বিলাক আৰু তেওঁলোকৰ মাতৃ সকলৰ পৰা শংকৰৰ বহুতো প্ৰশংসা আৰু মাহাত্ম্যৰ কথা খেৰশুতীয়ে শুনি আহিছে । শংকৰে এবাৰ বৰলুইতৰ কোবাল পানীত ভাসেমান পৰলৈ বুৰ দি থাকি শিহু এটা ধৰি আনিলে । লগৰীয়া সকলে শিহুটো গাঁৱলৈ লৈ যোৱাৰ কথা ভাবিছিল যদিও শংকৰে সেইটো হ'বলৈ নিদিলে । পানীৰপৰা অলপ ওলাই থকা শিহুটো দোঁৰছিল যদিও গোটেই শিহুটো আচলতে কেনেকুৱা সেইটোহে শংকৰে চাব বিচাৰিছিল । গতিকে সেইখিনি জনাৰ পাছত শিহুটোক তেওঁ পুনৰ পানীত এৰি দিলে । এনেধৰণৰ কথা বিলাকে খেৰশুতীৰ মন আনন্দেৰে ভৰাই তুলিছিল আৰু শংকৰৰ বিবেচনা শক্তিৰ ওপৰত তেওঁৰ আস্থা জন্মিছিল ।

শংকৰক তেওঁৰ পূৰ্বপুৰুষ সকলৰ দৰে পণ্ডিত আৰু ৰাজকৰ্মত পটু কৰি গঢ়ি তুলিবলৈ খেৰশুতীয়ে আশাসুধীয়া প্ৰচেষ্টা চলাইছিল । প্ৰথম অৱস্থাত এই বিষয়ত খেৰশুতী সমস্যাত পৰিছিল আৰু নানান মানসিক কষ্টত ভূগিবলগীয়া হৈছিল । কিন্তু তেওঁ নিজৰ বুদ্ধি, অন্তৰ্দৃষ্টি আৰু কৌশলেৰে সমস্যা সমূহ আঁতৰ কৰিব পাৰিছিল । খেৰশুতীৰ প্ৰধান সমস্যা আছিল শংকৰৰ শৈশৱৰ মুক্ত উৰণীয়া স্বভাৱ । শংকৰৰ অসংখ্য কাম । এবাৰৰ ঘটনা - মৌ পাৰিবলৈ গৈ শংকৰৰ লগৰীয়া এজন হঠাতে মাটিত সৰি পৰিল । তাক প্ৰাকৃতিক ভাৱে কিছু চিকিৎসা কৰাৰ পিছতো খোজ কাঢ়িব নোৱাৰাৰ বাবে শংকৰেই তাক ডাং কোলাকৈ আনিব লগা হ'ল । শংকৰ বহু ৰাতিলৈকে ঘৰলৈ নহাত বুঢ়ীমাকৰ দুঃচিন্তাত চকুত টোপনি নাইকীয়া হয় । খেৰশুতীয়ে মনতে বহু কথা ভাবি ভাবি সময় পাৰ কৰে । তেওঁ ভাবে - শংকৰে অন্ততঃ বুঢ়ীমাকজনীৰ মনটো ভাল লগাবলৈকে এখন্তেক ঘৰত থকা উচিত । হঠাতে তেওঁৰ শংকৰৰ কাৰিকৰী দিশত থকা দক্ষতাৰ কথা মনত পৰে । তেওঁ সজা ফান, চিটিকা সজা এইবোৰ তাৰেই নিদৰ্শন । গৌৰৱত তেওঁৰ

বুকু ফুলি উঠে। কিন্তু এইবোৰৰ চিন্তাৰ মাজতে তেওঁ শংকৰক এইবাৰ পঢ়াশালিলৈ পঠিওৱাৰ কথা ভাবিলে । তেওঁ এইবিষয়ে শংকৰৰ আগত কেবাবাৰো কৈ চাইছে ।.খেৰশুতীয়ে তেওঁলোকৰ উপৰি পুৰুষ সকলৰ গুণ গৰিমাৰ কথাও শংকৰক ইতিমধ্যে কৈছে । যাতে এইবোৰ কথা শুনি শংকৰৰ পঢ়া-শুনাৰ প্রতি ধাউতি ওপজে । এদিন শংকৰলৈ বাট চাই থাকি আমনি লগাত খেৰশুতীৰ খং উঠি আহিবলৈ ধৰিলে, কাৰণ তেওঁৰ মতে, তেওঁ শংকৰক ইমান ভাল পায়, কিন্তু সি আইতাকে বেযা পোৱা কামবিলাক কৰিহে ভাল পায় । তেওঁ শংকৰক সেইদিনা নামাতো বুলি ভাবিলে । শংকৰে ঘৰলৈ আহি পাই গোটেই ঘটনাটো আইতাকক বিবৰি ক'লে । কিন্তু খেৰশুতী নিজৰ সিদ্ধান্তত অটল হৈ থাকিল ।

অতীতৰ আৰু এটা কথা খেৰশুতীৰ মনত পৰিছিল । কুসুম্বৰগিৰীৰ ৰাজত্ব কালতে কছাৰীয়ে ভূঞা ৰাজ্য দখল কৰিবৰ বাবে উঠিপৰি লাগিছিল । কছাৰীৰ লগত চাৰি দিন চাৰি ৰাতি থৈয়া-নথৈয়া ৰণৰ শেষত কছাৰীয়ে ভূঞাৰাজ্য দখল কৰি মানুহ কাটি মাৰি, ধন-সোণ, বয়-বস্তু লুটি পুটি সকলো খাস্তাং কৰিছিল । সেই সময়ত শংকৰ কেঁচুৱা । খেৰশুতীয়ে তেওঁক বোকোচাত বান্ধি পলাবলগীয়া হৈছিল । এইদৰে অনেক দুখ-যন্ত্রণাৰে ডাঙৰ কৰা শংকৰক বুঢ়ীমাকে ডাঙৰ মানুহ কৰাৰ সপোন দেখিছিল । আনহাতে শংকৰৰ গাত কথা নলগা স্বভাৱে খেৰশুতীৰ মন বিষাদময় কৰি তুলিছিল । সেয়েহে তেওঁৰ শংকৰলৈ খঙো উঠিছিল । শংকৰেও সেইদিনা নিজৰ ভুল বুজি আইতাকৰ ওচৰত ভূমি চুই কাণত ধৰি কেতিয়াও এনেদৰে ঘৰলৈ ঘূৰি অহাত পলম নকৰো বুলি শপত লৈছিল । খেৰশুতী কিন্তু নিমাতে থাকিল । তেনেতে এটা ঘটনা ঘটিল । এটা ফেটিসাপ চ'ৰাঘৰত সোমাল । কেইবা কুৰিও বাৰিষা-খৰালি কটাই অহা খেৰশুতীৰ সাপলৈ ভয় সংশয় নাই । তেওঁ সাপৰ পৰা হাত সৰাৰ বুদ্ধিও জানিছিল । খেৰশুতীয়ে আস্তিক আস্তিক উচ্চাৰণ কৰিব ধৰিলে । কিন্তু সাপটোৱে খেৰশুতীলৈহে খেদি আহিল । শংকৰে এক মুহূর্তও নবৈ সাপটোৰ নেজত ধৰি দাঙি মূৰৰ ওপৰত চক্ৰাকাৰে ঘূৰাই ঘূৰাই আধামৰা কৰি এৰি দিলে । খেৰশুতীয়ে নাতিয়েকক বুকুত সুমুৱাই লৈ নিজৰ অভিমান ভাঙিলে ।

শংকৰে খেল-ধেমালি খুব ভাল পাইছিল আৰু স্বাস্থ্যৰ বাবে উপকাৰী বুলিও জানিছিল । তেওঁ ঘিলা, কোটোৰা, হৈপাক, কুকুডা, আদুমদুম, ফটিমনি, দলিযুদ্ধ, নাওখেল, চিকাৰ, সাঁতোৰা ইত্যাদি কত যে কি খেল খেলা নাছিল ! কিন্তু শংকৰে এদিন লগৰ এজনৰ পৰাই গম পালে যে তেওঁ এনেদৰে খেলা-ধূলা কৰি সময় কটোৱাটো ভূঞা সকলে ভাল পোৱা নাই । শংকৰে আকৌ সেউজ বননি, পশু-

পক্ষী, [illegible]শাল পথাৰ আৰু লুইতখনক নেওচা দি ৰাজকাৰ্য্যত বন্দী হোৱাৰ কথা কল্পনাই কৰা নাছিল । খেৰশুতীয়ে পঢ়া-শুনাৰ বিষয়ে শংকৰক স্পষ্টকৈ একো কোৱা নাছিল যদিও মনে মনে কিন্তু এই বিষযত তেওঁ চিন্তা নকৰাকৈ থকা নাছিল । পিছে দিনটো খেলি ধূলি ভাগৰে-জোগৰে ঘৰ আহি সোমোৱা নাতিয়েকৰ মুখলৈ চাই কিবা এটা মায়া ওপজাত তেওঁক একো ক'ব নোৱাৰিছিল । ইফালে ৰাতিটো ভাগৰ জুৰোৱাৰ পিছত ৰাতিপুৱা শংকৰৰ আকৌ যাবলৈয়ে হয় ।

খেৰশুতীৰ শংকৰক লৈ অনেক চিন্তা । সমনীয়াৰ লগত ঘূৰি ফুৰোতেও শংকৰৰ কিবা অঘটন ঘটিব পাৰে বুলি বুঢ়ীমাকৰ অনবৰতে চিন্তা লাগি থাকে । যদিও জন্ম পত্ৰিকাত নাতিয়েকৰ বৰ ভালকৈয়ে লিখা আছে তথাপি সেইবোৰ যে সঁচা হবই সেই কথা খেৰশুতীৰ মনে নধৰে । শংকৰ ওপজাৰে পৰাই খেৰশুতীয়ে কেবাটাও সংঘাতৰ সম্মুখীন হ'ব লগা হৈছিল । শংকৰৰ সাতমাহ সম্পূৰ্ণ নৌহওঁতেই ককাক সূৰ্য্যবৰ চুকাল । খেৰশুতীৰ পুত্ৰ কুসুম্বৰগিৰী আছিল অতি দক্ষ শিৰোমণি ভূঞা । তেওঁৰ দিনত প্ৰজাৰ অভাৱ অনাটন নাছিল । কিন্তু ভূঞা সকলৰ এনে ৰামৰাজ্য সৰহ দিন নাথাকিল । শংকৰৰ সাত বছৰ বয়সতে সকলোকে কন্দুৱাই কুসুম্বৰে ইহলীলা সম্বৰণ কৰিলে । কুসুম্বৰৰ এই মৃত্যু বৰ আকস্মিক আছিল । সাতবছৰীয়া শিশু কোমল মনৰ শংকৰে জীৱনত প্ৰথম মৃত্যুৰ ভয়াবহতা দেখি আচৰিত হৈছিল । খেৰশুতীয়েও সংসাৰৰ এই ধুমুহাত ভাগি নপৰি ৰাৰভূঞা সকলৰ ভৱিষ্যতৰ শাসক শংকৰক বুকুত সাবটি সকলো আঘাত অকলে সহ্য কৰি নিজৰ লক্ষ্যৰ ফালে দৃঢ় পদক্ষেপেৰে আগবাঢ়ি গৈছিল । শংকৰে বহুদিন জলকা লাগি আছিল আৰু এদিন আইতাকক কৈছিল যে কালে যদি সকলোকে এনেকৈ হৰি নিয়ে তেন্তে ইমান বিয়াকুল হৈ মানুহে খেতি-খোলা, পঢ়া-শুনা আৰু আন কামত লগাৰ প্ৰয়োজন নাই । শংকৰে আইতাকক প্ৰশ্ন কৰিছিল - "এই ধুনীয়া প্ৰকৃতিক বাৰু কোনে নিয়ম মতে চলাই যায় ?" আইতাকে উত্তৰ দিছিল - ঈশ্বৰে । শংকৰে কৈছিল যে ধৰ্ম শাস্ত্ৰ অধ্যয়ন নকৰাকৈও পশু-পক্ষীয়ে প্ৰকৃতিৰ নিয়ম সুচাৰুৰূপে মানি চলাৰ দৰে মানুহেও কিছুমান নিয়মত চলিব লাগে । প্ৰকৃতিৰ মুক্ত জীৱন এৰি যে ঘৰতে সোমাই থাকিব তেওঁ নোৱাৰে, সেই কথা শংকৰে বুঢ়ীমাকৰ ওচৰত ব্যক্ত কৰিলে । প্ৰথমে খেৰশুতীয়ে শংকৰৰ কথাবোৰ বুজি পোৱাত অসুবিধা হৈছিল যদিও তেওঁ ধৈৰ্য্য ধৰি নাতিয়েকৰ কথাবোৰ মনতে ভাবি-চিন্তি থাকিবলৈ ধৰিলে আৰু কেনে ধৰণে নাতিয়েকক পঢ়াশালিলৈ পঠিয়াব পাৰি তাৰ উপায় চিন্তা কৰিবলৈ ধৰিলে । তেওঁ শংকৰক বুজাইছিল যে ভূঞা বংশত জন্ম লৈ শাস্ত্ৰ জ্ঞান লাভ কৰিব নোৱাৰিলে ই বৰ লাজৰ কথা হ'ব । তাৰোপৰি

বিদ্যা নাথাকিলে মানুহৰ পদে পদে বিপদ। শংকৰে আইতাকৰ কথা বিলাক এটা এটাকৈ শুনি গৈছিল। কিন্তু তেওঁৰ ভাব হৈছিল, তেওঁ যেন পঢ়াশালিলৈ গৈ বান্ধোনত বান্ধ খাব নোৱাৰিব। শংকৰৰ মন বুজি পাই নাতিয়েকক জোৰ কৰি আৰু পঢ়া-শুনাৰ কথা কোৱাটো উচিত নহ'ব বুলিয়েই খেৰশুতীয়ে বিবেচনা কৰিলে। শংকৰ পুনৰ প্ৰকৃতিৰ লগত ব্যস্ত হৈ পৰিল। কোনো জীৱকে তেওঁ হত্যা নকৰিছিল আৰু আনকো ইয়াৰপৰা বিৰত ৰাখিবলৈ যত্ন কৰিছিল। তেওঁ প্ৰকৃতিক গভীৰ অধ্যয়ন কৰিছিল আৰু তাৰপৰা নানা শিক্ষা লৈছিল। তেওঁ কৈছিল যে বাঘ একপ্ৰকাৰ হৰিণাৰ মিত্ৰহে। হৰিণা বাঢ়িলে ঘাঁহবোৰ নাইকিয়া হ'ব আৰু হৰিণা বিলাকে খাবলৈ নাপাই শুকাই মৰিব। ইমান গভীৰ কথাবোৰ শংকৰে তেতিয়াই বুজিব পাৰিছিল। তথাপিও আইতাকে শংকৰক পঢ়া-শুনাৰ প্ৰতি মন ঘূৰাবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাছিল। আইতাকে শংকৰক মাজে সময়ে সুন্দৰকৈ সজাই থোৱা হাউলিলৈ আহি খুৰাক-ককাহঁতৰ সান্নিধ্যত থাকিবলৈ পৰামৰ্শ দিছিল যাতে শংকৰৰ মন ৰাজকাৰ্য্যৰ ফালে ঢাল খায়। ইয়াৰ দ্বাৰা আমি খেৰশুতীৰ দূৰদৰ্শী গুণৰ প্ৰমাণ পাওঁ।

লাহে লাহে শংকৰক কিছুমান কথাই জুমুৰি দিব ধৰিলে। জীৱবোৰ ক'ৰপৰা আহে, ঈশ্বৰ কি, জীৱ ভগৱানৰ ওচৰ পাবগৈ পাৰেনে, এনে ধৰণৰ ভাৱবোৰে শংকৰক চিন্তাত পেলালে। শংকৰে এই আটাইবোৰ কথা জানিবৰ বাবে শাস্ত্ৰ অধ্যয়ন কৰিবলৈ পঢ়াশালিলৈ যোৱাৰ সিদ্ধান্ত ল'লে। আইতাকেও স্পষ্টকৈ শংকৰক পঢ়াশালিলৈ যাবলৈ নকলেও আইতাকে যে তেওঁৰপৰা তাকে আশা কৰি আছে সেইকথা শংকৰে বাককৈয়ে বুজি পাইছিল আৰু আইতাকৰ ইচ্ছা পূৰণ কৰাৰ এটা হাবিয়াস জন্মিল।

খেৰশুতীয়ে শংকৰৰ নানান ঐশ্বৰিক আৰু শাৰিৰীক শক্তিৰ কথা জানিছিল যদিও শিৰোমণি ভূঞাৰ পুত্ৰ হৈ শংকৰে কেৱল দেহৰ শক্তি প্ৰদৰ্শন কৰি থকা কথাটোত খেৰশুতী সন্তুষ্ট হ'ব পৰা নাছিল। সেয়েহে তেওঁ শংকৰক তেওঁলোকৰ বিদ্বান উপৰি পুৰুষ সকলৰ বৃত্তান্ত শুনাবলৈ ধৰিছিল। খেৰশুতীৰ মতে সকলোৰে নিজৰ উপৰি পুৰুষৰ জ্ঞান থকা যুগুত। আদৰ্শ, যোগ্য উপৰিপুৰুষৰ বৃত্তান্তই মানুহক মহান ব্যক্তিৰ শাৰীলৈ লৈ যাব পাৰে। খেৰশুতীৰ এই ধৰণৰ চিন্তাই তেওঁ যে এগৰাকী সঁচাকৈয়ে অভিজ্ঞা, জ্ঞানী আৰু শংকৰদেৱৰ উপযুক্ত অভিভাৱিকা আছিল তাক কোনেও নুই কৰিব নোৱাৰে। খেৰশুতীয়ে নাতিয়েকক ওচৰলৈ মাতি আনি যিদিনা প্ৰত্যাশী বুলি ক'লে, শংকৰেও সেইদিনা বৰ মনোযোগেৰে শুনাৰ আগ্ৰহ দেখুওৱাত আইতাকৰ মনটো আনন্দেৰে ভৰি পৰিল। খেৰশুতীৰ

স্মৃতিশক্তি বৰ প্ৰখৰ আছিল । তেওঁ নিজৰ বংশাৱলীৰ গৌৰৱময় কাহিনী সমূহ নাতিয়েকক অনৰ্গল কৈ যাব ধৰিলে - "ভূঞা বংশৰ আদি পুৰুষজনৰ নাম পূৰ্ণানন্দগিৰী । গোত্ৰটোৰ নাম আছিল অত্ৰি । চণ্ডীবৰদেৱ তেওঁৰ চাৰি পাঁচ পুৰুষৰ পিছৰ প্ৰজন্ম আৰু এই চণ্ডীবৰৰ ঠাল-ঠেঙুলিৰপৰা তহঁত হৈছ । আগৰ কালত যি মাটিৰ বা ভূমিৰ গৰাকী আছিল তেওঁলোকক ভূঞা বোলা হৈছিল । ভূমিৰপৰা ভূঞা হৈছে । গিৰী মানে গৰাকী । সেয়ে ভূঞা সকলৰ পূৰ্বপুৰুষ সকলৰ নামৰ পিছত গিৰীটো আছিল ।"

এইদৰে কৈ আহি খেৰসুতীয়ে চণ্ডীবৰৰ কাহিনীৰ পিছত সূৰ্য্যবৰৰ কথা ক'বলৈ ধৰিলে । তেওঁ সূৰ্য্যবৰৰ পাণ্ডিত্য আৰু ৰাজকাৰ্য্যৰ পটুতাৰ বিষয়ে কৈছিল । চণ্ডীবৰ আৰু কুসুম্বৰো বিভিন্ন ভাল চৰিত্ৰৰ কথা কৈ খেৰসুতীয়ে শংকৰৰ মন সলনি কৰিবলৈ বিচাৰিছিল ।

উপৰিপুৰুষৰ আখ্যান শুনাৰ পাছত শংকৰৰ মতিগতি সলনি হৈছে বুলি ভাবি খেৰসুতীয়ে আনন্দ পাইছিল । শংকৰক ইতিমধ্যে উত্তৰী দিয়া হৈছিল । উত্তৰী অৰ্থাৎ দায়িত্ব লোৱাৰ পিছত খেৰসুতীয়ে শংকৰক ক'লে- "এতিয়া আগৰ দৰে হ'লে নহ'ব । ল'ৰালিৰ দিন উকলিল । এতিয়া নিয়মমতে মই তোৰ তদাৰক কৰাটো হ'ব নালাগে । তোৰ আন এটা জীৱনলৈ যাবৰ হ'ল । এতিয়া মই তোক এৰি দিম । তোৰ গুৰু মহেন্দ্ৰ কন্দলিয়ে যি কৰে কৰিব ।" আইতাকৰ কথা শুনি শংকৰৰ মন লগৰীয়াৰ সতে খেলি-ধূলি কৰা, বাধাহীন মুক্ত জীৱনৰ অৱসান ঘটাৰ আশংকাত ভাৰাক্ৰান্ত হৈ উঠিল । সেইদিনা তথাপিও শংকৰে লগৰীয়াহঁতৰ সতে বালিভাত খাবলৈ গ'ল । শংকৰে নিজেই বিধে বিধে ৰান্ধিলে । কি মাছৰ লগত কি কি শাক-পাচলি দিলে আঞ্জা তৃপ্তিকৰ হয় ইত্যাদি ৰন্ধন কৌশলবোৰ শংকৰে পাকৈত ৰান্ধনি বুঢ়ীমাকৰপৰাই আয়ত্ব কৰি লৈছিল ।

বালিভাত খাই শংকৰে ঘূৰি ফুৰা দেখি খেৰসুতীয়ে শংকৰৰ পৰিবৰ্তন নোহোৱা বুলি ভাবি মনতে বৰ দুখ পালে আৰু শংকৰ যেতিয়া ঘৰলৈ ঘূৰি আহিল তেওঁ শংকৰক এইবাৰ এই গোৱাল গালি পাৰিবলৈ ধৰিলে । খেৰসুতীৰ এই গালিৰ দ্বাৰা আমি তেওঁ শংকৰক ভাল কৰিবলৈ কৰা প্ৰচেষ্টাৰ এটা চানেকি পাওঁ । খেৰসুতীৰ এই গালিৰ দ্বাৰা তেওঁৰ গভীৰ বিদ্যানুৰাগ বাস্তৱবাদী চিন্তা আৰু ঐকান্তিকতা প্ৰকাশ পাইছে । তেওঁ শংকৰক এনেদৰে গালি পাৰিছিল - "বয়স কিমান মনত আছেনে ? বাৰ বছৰ কম বয়স নহয় বুজিছ ? তাৰ আকৌ বাহিৰতহে মন । তোৰ উপৰিপুৰুষ চণ্ডীবৰ আদি সকলোৱেই ডাঙৰ পণ্ডিত আছিল । বিদ্যাইহে বংশৰ পৰম ভূষণ, বিদ্যাহীন পুত্ৰ বংশৰ কলংক । ৰজাক মাত্ৰ দেশেহে পূজে,

বিদ্বানক সকলো ঠাইতে পূজে । পিতৃ-পিতামহহঁতৰ কথা তোক ইমান ক'লো কিবা গিয়ান হওক বুলি ! তোকে ভৰষা কৰিছোঁ যদিও সকলো অথলে যাব এতিয়া । পঢ়া-শুনা কৰিবিনে নকৰ " শংকৰে তেতিয়া ধীৰে ধীৰে ক'লে যে য'ত পঢ়িব লাগে তালৈ তেওঁক পঠিয়াই দিব লাগে । আৰু আইতাকে ভবাৰ দৰে শংকৰৰপৰা সিমান অসুবিধা নহ'ব বুলি তেওঁ ভাবিছে বুলিও ক'লে । শংকৰৰ চকুপানী ওলাল । শংকৰৰ চকুত পানী দেখি খেৰশুতী বিচলিত হৈছিল । তেওঁ নাতিয়েকক সাৱটি ধৰিলে । খেৰশুতীয়ে নিজৰ কল্পনা বাস্তৱত ৰূপায়িত হোৱাৰ আশা দেখিলে ।

ভাদ মাহৰ এটা বৃহস্পতি বাৰে বিদ্যাৰম্ভ কৰাৰ শুভলগ্ন চাই খেৰশুতীয়ে শংকৰক ন-ন নীতি নিয়মৰ মাজেৰে মহেন্দ্ৰ কন্দলীৰ টোলত নামভৰ্ত্তি কৰি দিলেগৈ । মহেন্দ্ৰ কন্দলীৰ টোলত শংকৰক থৈ খেৰসুতী আই ঘূৰি অহাৰ সময়ছোৱাত তেওঁ শংকৰক বুকুৰ মাজত লৈ থোকাথুকি মাতেৰে দুটামান পৰামৰ্শ দিলে । শংকৰে বুঢ়ীমাকক চকুৰ আঁতৰ নোহোৱালৈকে চাই থাকিল ।

এইদৰে খেৰশুতীয়েই আছিল শংকৰৰ মাক, আইতাক, অভিভাৱক । শংকৰেও খেৰসুতীবিহীন জীৱন এটা কল্পনা কৰিব নোৱাৰিছিল । শংকৰৰ সকলো উৎসাহ উদ্দীপনাৰ মূলতে আছিল বুঢ়ীমাক খেৰশুতী । প্ৰায় চাৰিকুৰিৰ দেওনা পাৰ হোৱা শংকৰৰ মৰমী আইতাকজনী সেই বয়সতো অতি উজ্জ্বল আছিল । গৌৰবৰ্ণৰ ছালখন শোতোৰা-শোতোৰ পৰা নাছিল । ডাঠ চুলিখনি অৱশ্যে মিহি কপাহী সূতাৰ দৰে হৈছিল । দাঁত দুপাৰি একেই আছিল বাবে মুখৰ গঢ়টো ধুনীয়া হৈয়ে আছিল, মুখৰ মঙহ ওলমি পৰা নাছিল । চকু যুৰিও আছিল অতি মোহনীয় । শংকৰে শুনিছিল - শিৰোমণি ভূঞা সূৰ্য্যবৰৰ পত্নী যেতিয়া গাভৰু কালত এফালে ওলাই গৈছিল, তেওঁৰ অপৰূপ ৰূপ দেখি বাটৰ বাটৰুৱাইও ৰ লাগি চাইছিল ।

ইপিনে গুৰুৰ সান্নিধ্য পাই শংকৰৰ প্ৰতিভাই পোখা মেলিলে । চৈধ্য শাস্ত্ৰ, অষ্টাদশ পুৰাণ অধ্যয়ন কৰি ওজা ছাত্ৰ শংকৰে গুৰুক বিস্মিত কৰিলে । খেৰশুতীৰ সপোন বাস্তৱত পৰিণত হোৱাৰ পথত আগবাঢ়িল । দৈহিক শক্তি, শাস্ত্ৰ জ্ঞান আৰু নিজৰ মৌলিক প্ৰতিভাৰে প্ৰতিভাত শিষ্য শংকৰক কোনো এক শুভ দিনত গুৰু কন্দলীয়ে শংকৰদেৱ সম্বোধন কৰিলে ।

শংকৰদেৱৰ শিক্ষা গ্ৰহণ শেষ হ'ল । আইতাক খেৰশুতী শংকৰদেৱক ঘৰলৈ নিবলৈ বুলি আহিল । আইতাক খেৰশুতী আৰু ককাক জয়ন্তৰ লগত শংকৰদেৱ জন্মভূমি আলিপুখুৰীলৈ উলটি আহিল । টোললৈ যোৱাৰ আগতে খেৰশুতীয়ে

কোৱা কথা বিলাক বিদ্যা লাভ কৰাৰ পিছত শংকৰদেৱে মৰ্মে মৰ্মে উপলব্ধি কৰিবলৈ ধৰিলে। খেৰশুতীৰ প্ৰতি এওঁ অতিশয় কৃতজ্ঞতা অনুভৱ কৰিলে। খেৰশুতী যেন শংকৰৰ আদি গুৰু।

এইবাৰ শংকৰৰ শিৰোমণি ভূঞা পদ কান্ধত লোৱাৰ সময় হ'ল। শংকৰদেৱে কিন্তু এই কাৰ্য্যৰ প্ৰতি বিৰাগ ভাৱ দেখুৱালে। কিন্তু খেৰসুতীয়ে ৰাজকাৰ্য্য চলোৱাটোও এটা ধৰ্ম বুলি সৎ পৰামৰ্শ আগবঢ়াই এই সমস্যাটো সমাধান কৰে।

শিৰোমণি ভূঞা হোৱাৰ পিছত শংকৰদেৱে অনুভৱ কৰিলে যে আইতাক সম্পূৰ্ণ সুখী। পঢ়া-শুনাৰ নামেই নুশুনা শংকৰে সুখ্যাতিৰে পঢ়া শুনা সাং কৰি শাস্ত্ৰজ্ঞ পণ্ডিত হিচাপে স্বীকৃতি লভাৰ উপৰিও শিৰোমণি ভূঞা বাব লৈ ভূঞাসকলৰ নেতৃত্ব ল'বপৰা হোৱাত বুঢ়ীমাকৰ হিয়াত আনন্দই নধৰা হ'ল। শংকৰদেৱে সমাজত শংকৰবৰ, শংকৰগুৰু, শ্ৰীমন্ত শংকৰ, ডেকাগিৰী, শিৰোমণি ভূঞা আদি বহুতো নামেৰে জনাজাত হ'ল। এই সুখ্যাতিৰ আঁৰত থকা খেৰশুতীৰ নিৰলস প্ৰচেষ্টাক কোনেও নুই কৰিব নোৱাৰে।

বিয়া-বাৰু ইত্যাদি সাংসাৰিক কাম-কাজৰ প্ৰতি থকা শংকৰদেৱৰ বৈৰাগ্য ভাৱ আঁতৰোৱাৰ ক্ষেত্ৰতো খেৰশুতী আইৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। বাসনাক শৃঙ্খলিত কৰি গৃহী হৈও নিৰাসক্ত হ'ব পাৰি বুলি আইতাকে বুজনি দিয়াত শংকৰে বিয়াত বহিবলৈ সন্মতি প্ৰদান কৰে। কিন্তু এটি কন্যা সন্তানৰ জন্ম দি শংকৰদেৱৰ ভাৰ্য্যা সূৰ্য্যৱতীৰ মৃত্যু হয়। খেৰশুতী আইৰ পুনৰ সেই কন্যা সন্তানটি ডাঙৰ-দীঘল কৰাত ব্যস্ত হৈ পৰিল। খেৰশুতীৰ এই পৰিনাতিৰ নাম আছিল মনু। এইহেন বৃদ্ধ বয়সত খেৰশুতীয়ে মাতৃহীনা মনুক চোৱা চিতা কৰাৰ দায়িত্ব লোৱাৰ বাহিৰেও ভাগি পৰা শংকৰৰো যত্ন ল'বলগীয়া হ'ল। শংকৰদেৱে সূৰ্য্যৱতীক হেৰুৱাই দিক্‌বিদিক শূন্য দেখিলে। কিন্তু খেৰশুতীয়ে শংকৰদেৱক প্ৰবোধ দি ক'লে "এইবোৰ বিধিয়ে আগতে লিখি থৈ যোৱা কথা, মনৰ ইচ্ছাক নেওচা নিদিবি। আগৰদৰে কামত লাগি যা। বাইজক নিৰাশ নকৰিবি। কৰ্মহে জীৱৰ স্থিতিৰ উদ্দেশ্য। ই মানুহৰ মন শুদ্ধ কৰিব পাৰে।" উৎসাহ যোগাইছিল। শংকৰদেৱেও আইতাকৰ উৎসাহতে ধৰ্ম প্ৰচাৰ আৰু শাস্ত্ৰ চৰ্চাত পুনৰ মনোনিবেশ কৰে। মনুৰ দায়িত্বও সম্পূৰ্ণৰূপে পালন কৰি খেৰশুতী আয়ে নাতিয়েক শংকৰদেৱক বহু সকাহ দিছিল। খেৰশুতী আয়েই উপযুক্ত সময়ত বংশৰ গুৰিয়াল কেইজনৰ লগত আলোচনা কৰি মনুক ৰামচন্দ্ৰ কায়স্থৰ পুত্ৰ হৰিলৈ বিয়া দিয়ে। মনুৰ বিয়া হৈ যোৱাত মুকলি মনেৰে শংকৰদেৱে মনপূতি হৰিভক্তিত লাগিল আৰু কেইজনমান সংগীৰ সতে তীৰ্থভ্ৰমণলৈ ওলাল। খেৰশুতীৰ গভীৰ উৎকণ্ঠাৰে

ভৰা অপেক্ষাৰ অন্ত পেলাই বাৰ বছৰৰ তীৰ্থভ্ৰমণৰ অন্তত শংকৰদেৱে জন্মভূমিলৈ ঘূৰি আহিল । আইতাকে পুনৰ নাতিয়েকক বুজাই-মেলি জ্ঞাতি কুটুম্ব চপাই শংকৰক দ্বিতীয় বাৰৰ বাবে বিয়া পাতি দিলে ।

এনেদৰেই খেৰশুতী আয়ে জীৱনৰ দীঘল বাটছোৱাত নিজৰ বৈধব্যৰ নিঃসঙ্গতা আৰু যন্ত্ৰনা, আত্মীয়-স্বজনৰ বিচ্ছেদ বেদনা আদি সংকটৰ অলেখ দুখ-যন্ত্ৰনাত জৰ্জৰিত হৈয়ো পৰম ধৈৰ্য্যৰে মাথো এটা স্বপ্নৰ পিছে পিছেই দৌৰিলে আৰু অন্তিম কালত এক মিঠা হাঁহিৰে আই গৰাকীয়ে নৰ নাট সামৰিলে ।

শংকৰদেৱৰ জীৱনত আইতাকৰ প্ৰভাৱ কিমান গভীৰ আছিল তাক আমি আৰু এটা কথাৰ পৰা বুজিব পাৰো । আইতাক স্বৰ্গগামী হোৱাৰ পিছত এদিন শংকৰদেৱ চৰম অন্তৰ্দ্বন্দত ভূগিছিল । তেতিয়া শংকৰদেৱে কৈছিল যে আইতাক জীয়াই থকা হেঁতেন তেওঁ কিছু সান্তনা পালেহেঁতেন । আইতাকৰ সমান শক্তিশালী মানুহ শংকৰদেৱৰ মনত আন কোনোৱেই হ'ব নোৱাৰিছিল । সঁচাই এইগৰাকী আইতাকৰ ত্যাগ আৰু সাধনাৰ তুলনা নাই । এইগৰাকী মহিয়সী নাৰী অবিহনে শংকৰদেৱে শাস্ত্ৰ চৰ্চা আৰু ধৰ্ম প্ৰচাৰ কৰিব নোৱাৰিলেহেঁতেন । তেওঁৰ অবৰ্তমানত শংকৰ ভূঞা শংকৰদেৱ নহ'লহেঁতেন । আলিপুখুৰীৰ কেঁচা মাটিত এটা মহৎ প্ৰতিভাক জীৱন্ত ৰূপ দিয়াতেই খেৰসূতী আয়ে নিজক উছৰ্গা কৰিলে । তপস্বিনী আই খেৰশুতী আমাৰ মাজত বিদুষী প্ৰতিভাৰ নিৰ্মল আকাশৰ নক্ষত্ৰ হৈ চিৰদিনৰ বাবে জিলিকি থাকিব ।

# শংকৰদেৱৰ ব্যক্তিত্ব আৰু কৃতিত্ব

ড° অমৃজ্যোতি গগৈ

শ্ৰীশ্ৰীশংকৰদেৱ অসমৰ আকাশত এক ভোটাতৰা, বুৰঞ্জীৰ এক মাইলৰ খুটি, এক বিৰল ব্যক্তিত্ব, যুগনায়ক, অৱতাৰী পুৰুষ; যাৰ গুণ বখানি অন্ত কৰিব নোৱাৰি। এই অতুলনীয় বহুধা প্ৰতিভাধাৰী ব্যক্তিজন যেন তেজ মঙহৰ এক সাধাৰণ ব্যক্তি নহয়, এক অনন্ত মহাজাগতিক আকাশৰ পৰা স্বৰ্গপ্ৰেৰিত দূত, যি অসমৰ মানুহক শুনাইছিল সুললিত কণ্ঠৰ গীত, যিজনে দান দিছিল অকল্পনীয় অনিবৰ্চ্চনীয়, অনুপম ৰসপূৰ্ণ ভক্তি সাহিত্যৰ ৰহঘৰা, সুসংবদ্ধভাবে সংগঠিত কৰিছিল, সংশ্লেষণ কৰিছিল গীত-মাত, নাট-ভাওনা, আচাৰ-নীতি আদি। পাহাৰে-ভৈয়ামে, গাৱেঁ-ভূঞে, নগৰে-চহৰে, ৰজা-প্ৰজা, উচ্চ-নীচ সৰ্বজন সামৰি জনজাতীয়, অজনজাতীয় সমাজ এক কাৰ এক আকাশৰ তলত থিয় কৰাই প্ৰতিষ্ঠা কৰিছিল এক অবিছিন্ন কৰালমুক্ত সমাজ - এক অসমীয়া সমাজ।

শ্ৰীশ্ৰী শংকৰদেৱ হ'ল এনে পুৰোধা ব্যক্তি, যাৰ অতুলনীয় কৰ্মৰাজি বিচাৰ বিশ্লেষণ কৰি অন্ত কৰিব নোৱাৰি। তেওঁ এনে এক স্বয়ং সম্পূৰ্ণ ব্যক্তি যে এটা গোটা ঘূৰণীয়া বস্তুক যি কোণৰ পৰাই দৃষ্টি নিক্ষেপ নকৰক লাগে, তাক যেনেদৰে পূৰ্ণ এক ঘূৰণীয়া ৰূপতেই দেখা যাব, ঠিক তেনেদৰে শ্ৰীশ্ৰীশংকৰদেৱৰো গুণ গৰিমা, কৰ্ম কীৰ্ত্তি যি বিন্দু বা কোণৰ পৰাই লক্ষ্য কৰা নাযাওঁক কিয় তেওঁ এক পূৰ্ণ ব্যক্তি। সকলো বিন্দুতেই তেওঁ অতুলনীয় আৰু সকলো দিশতেই তেওঁৰ মহান ব্যক্তিত্ব আৰু কৰ্মদক্ষতাৰ প্ৰমাণ পোৱা যায়। নাটক, গীত, ধৰ্মীয় সাহিত্য, চিত্ৰ, নৃত্য, সাংস্কৃতিক এক কাঠামোৰ সংশ্লেষণ, সংগঠন, শক্তি, গৃহকৰ্ম, কঠোৰ নিৰলস শ্ৰম আৰু সাধনা,ধৰ্মীয় দৰ্শন, অধ্যয়ন আৰু গৱেষণা সকলোতে আছিল তেওঁ অতুলনীয়, সুদক্ষ আৰু মহান। এই পুৰোধা ব্যক্তিজনক কেৱল তুলনা কৰিব পাৰি কেৰেলাৰ শংকৰাচাৰ্য্য, মাৰাঠী সকলৰ সন্ত টুকাৰাম, শিখ গুৰু নানক, বংগৰ চৈতন্যদেৱ আদিৰ দৰে যুগৰ পৰিবৰ্তন সধা, সমাজৰ আমূল সংস্কাৰ সধা যুগকল্পৰ সীমা চেৰাই যোৱা ভগৱৎসদৃশ স্বৰ্গপ্ৰেৰিত দূত সকলৰ লগত। ইউৰোপৰ বিশ্ববিখ্যাত শিল্পী লিওনাৰ্ডো দা ভিঞ্চি তথা মাইকেল এঞ্জেলো, চীন দেশৰ লাওত ছেও কনফুচিয়াছ, হজৰত মহম্মদ আৰু বুদ্ধদেৱৰ দৰেই শংকৰদেৱো এগৰাকী মহান মনিষা, যাৰ চিন্তাদৰ্শই এক বৃহত্তৰ অঞ্চল ভক্তি, ধৰ্ম আৰু আদৰ্শৰে বুনাই ৰাখিছিল।

সংগীত সৃষ্টিৰ ক্ষেত্ৰতো শংকৰদেৱৰ অনিবৰ্চনীয ব্যক্তিত্ব প্ৰকাশ পায । বৰগীতৰ ৰাগ-ৰাগিনী আৰু কীৰ্তন আদি গোৱাৰ ৰীতি অপূৰ্ব উদ্ভাবন । শংকৰদেৱে ভাৰতৰ বিশেষকৈ উত্তৰ ভাৰত তথা বংগ, বিহাৰ, উৰিষ্যাৰ সংগীতৰ ঠাঁচ, বাদ্যযন্ত্ৰ আৰু সুৰ তেওঁৰ তীৰ্থ ভ্ৰমণকালত অনুকৰণ কৰি আহি অসমৰ থলুৱা সংগীতৰ সুৰ, ঠাঁচ, তালৰ লগত মিশ্ৰণ কৰি একপ্ৰকাৰৰ নতুন ধাৰাৰ সুৰ সৃষ্টি কৰিলে, যাক শংকৰী সংগীত বুলি ক'ব পাৰি । বিশেষতঃ থলুৱা ৰীতিৰ লগত খাপ খোৱাকৈ সংগীতৰ তাল-মান প্ৰস্তুত কৰাৰ বাবে ই মানুহৰ মাজত জনপ্ৰিয় হৈ পৰিছে । উজনি-নামনিৰ বিভিন্ন জনগোষ্ঠী, বড়ো আৰু তাইমূলীয জনগোষ্ঠীৰ সংগীতৰ তাল মান বাদ্যযন্ত্ৰ তথা উত্তৰ বংগ আৰু নামনিৰ কোঁচ জনগোষ্ঠীৰ সংগীতৰ বাহিৰেও ভূটীয়া আদি পাহাৰীযা জনগোষ্ঠীৰ সুৰৰো সংমিশ্ৰণ ঘটাইছিল । শ্ৰীশ্ৰীশংকৰদেৱে তেওঁৰ সৃষ্টি, সুৰ বিশ্বজনীন কৰিবলৈ কিমান চৰ্চা, গৱেষণা কৰিছিল এই ক্ষেত্ৰতে প্ৰমাণ পোৱা যায় । শংকৰীৰ সুৰ, নৃত্যৰ ঠাঁচ যদিও ভাৰতীয শাস্ত্ৰীয় গীতেৰে বন্ধা তথাপি ইযাৰ প্ৰাচ্যৰ বিভিন্ন শাস্ত্ৰীয সংগীত নৃত্যৰ লগত সাদৃশ্য দেখা যায । এনেদৰে প্ৰাচ্যৰ বিভিন্ন লোক আৰু শাস্ত্ৰীয ৰূপৰ লগত সাদৃশ্য ৰক্ষা কৰি ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ লগত সংগতি ৰক্ষা কৰা প্ৰতিভা অপূৰ্ব ।

শ্ৰীশ্ৰীশংকৰদেৱে মানুহৰ প্ৰাণৰ মাজত সোমাই পৰাৰ মূল কাৰণ আছিল শ্ৰেণী বৈষম্যহীন এখন সমাজ গঠন কৰিবলৈ অনবৰতে যত্নপৰ হৈছিল । তেওঁৰ ভক্তি আদৰ্শত হিন্দুৰ বৰ্ণাশ্ৰম প্ৰচাৰ, উচ্চ-নীচ, জাত পাতৰ ভেদাভেদ নাইকিয়া কৰি, ধনী-দুখীয়া মানুহৰ মাজত প্ৰভেদ আৰু সাহিত্যৰ যোগেদি আহোপুৰুষাৰ্থ কৰিছিল ।

ব্ৰজাবলী ভাষাৰ যোগেদি সৰ্বসাধাৰণ মানুহৰ মাজত এক শ্ৰদ্ধাৰ ভাব জগাই তুলিব খুজিছিল আৰু লগতে অসম তথা সমগ্ৰ উত্তৰ ভাৰত তথা উত্তৰ ভাৰতত বুজিব পৰাকৈ এক পৰিৱেশ সৃষ্টি কৰিব খুজিছিল । এনেদৰে এক বৃহৎ অঞ্চলত প্ৰচাৰ ও প্ৰসাৰ হোৱা সামগ্ৰিক আন্দোলনৰ সৃষ্টি কৰিব পৰাকৈ ভাষাৰ ব্যৱহাৰ কৰিব পৰা দ্বিতীয়জন ব্যক্তি পূব ভাৰতত জন্মগ্ৰহণ কৰা নাই । বিভিন্ন ৰাজনৈতিক তথা ভৌগলিক কাৰণত আৰু পশ্চিম ভাৰতৰ পৰা প্ৰবল ৰাজনৈতিক হেঁচাত শংকৰদেৱৰ এই মহান ব্যক্তিত্ব সম্পন্ন প্ৰতিভা এক বৃহৎ অঞ্চলত হবলৈ নাপালে যদিও উত্তৰ পূৰ্বাঞ্চলৰ সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকাত তেওঁৰ অমূল্য ভাষা, ধৰ্ম, কৃষ্টিৰ অফুৰন্ত প্ৰভাৱ ব্যাপ্তমান হ'ল, যাক বাদ দিলে কলাডিলৰ ঢকুৱা এখন এখনকৈ গুচাই দিলে শেষত ভিতৰত একো নথকাৰ দৰে হ'বগৈ । ঘৰ-সংসাৰ একেলগ কৰি ধৰ্ম প্ৰচাৰ, ৰসোত্তীৰ্ণ যুগজয়ী সাহিত্য সৃষ্টি কৰি কঠিন প্ৰতিকূল ৰাজনৈতিক

বাতাবৰণৰ মাজত আন্দোলন এটাৰ মূল ভেটি গঢি তুলিবলৈ সমৰ্থ হোৱাটো কম আশ্চৰ্য্যকৰ কথা নহয়।

শংকৰদেৱৰ সৃষ্টি, সাহিত্য কৰ্মৰ ভিতৰত অপূৰ্ব অৱদান হ'ল ছখন নাট। নাট সমূহৰ ৰীতি সম্পূৰ্ণ থলুৱাগন্ধী। কাহিনী ভাৰতীয় সংস্কৃত সাহিত্যৰ আৰু মহাকাব্যৰ পটভূমিৰ হলেও অসমৰ থলুৱা জীৱনৰ চিত্ৰকেই যেন সৰসভাবে প্ৰতিভাত কৰিছে। মূল পটভূমি ভাৰতীয় মাটিৰ হলেও কাহিনীৰ বিশ্লেষণত আৰু পুনৰ সাজোন কৰ্মত অসমীয়া জনজীৱনৰ ছবি আৰু এক নব্য কৌশলৰ সংযোজন কৰাত শংকৰদেৱ সফল হৈছে। কুৰি শতিকাৰ বিখ্যাত নাট্যকাৰ বাৰ্টল ব্ৰেখটৰ নাটকৰ এলিয়েনেশ্বন এফেক্টৰ ৰীতিৰ নাটক শংকৰদেৱে ষোল শতিকাতেই প্ৰবৰ্তন কৰা বুলি ক'ব লাগিব। সূত্ৰধাৰে কাহিনী কৈ দিয়া ৰীতি, গায়ন বায়নেৰে, নৃত্যৰে নাট পৰিবেশন কৰা অমাৰ্জিত থলুৱা পৰম্পৰাক মাৰ্জিত কৌশলেৰে উপস্থাপন কৰাৰ বিৰল কৃতিত্ব শংকৰদেৱৰ। মুকলি মঞ্চত নাট পৰিবেশন কৰাৰ ৰীতিও অপূৰ্ব কৃতিত্ব।

কথাশিল্পতো শংকৰদেৱ বিৰল কৃতিত্বৰ অধিকাৰী। কীৰ্তন আৰু দশম দুখনেই তেওঁৰ কথাশিল্পৰ উৎকৃষ্ট নিদৰ্শন। ব্ৰজাৱলী ভাষাত লিখা বাবে নাট সমূহ মাজত সৰগীয় ভাষা যেন অনুভূত হৈছিল। ব্ৰজাৱলী ভাষা তেওঁ এই কাৰণেই ব্যৱহাৰ কৰিছিল যে পূৰ্বাঞ্চলৰ সকলো জনসাধাৰণে যাতে এই ভাষা গ্ৰহণ কৰি, বুজি ৰসগ্ৰহণ কৰিব পাৰে।

কেৱল কাব্য সাহিত্যৰ যোগেদি শংকৰদেৱে ভক্তি, ধৰ্ম আন্দোলনৰ সকলো প্ৰচাৰ কৰিবলৈ সমৰ্থবান নহ'ব বুলি ভাবিয়েই নাট্য পৰিবেশনৰ যোগেদি ভক্তি আন্দোলন আৰু নববৈষ্ণববাদ প্ৰচাৰ কৰিবলৈ আহিলা হিচাপে লৈছিল। কযনো নাট পৰিবেশনত জনসাধাৰণে নিজকে আপ্লুত কৰি জড়িত কৰি তুলিছিল। সেয়ে ক'ব পাৰি নাটৰ দ্বাৰাই এই আন্দোলন চলাবলৈ লোৱা সিদ্ধান্তও কম কৃতিত্ব নহয়।

তদুপৰি জনসাধাৰণৰ মাজত সহজ প্ৰচাৰ চলাবলৈ শংকৰদেৱে চিত্ৰৰ মাধ্যম তথা সংগীতৰ মাধ্যমো লৈছিল। সেয়ে শংকৰদেৱে চিত্ৰও অংকন কৰিছিল। 'চিহ্ন যাত্ৰা' ভাওনাখন শংকৰদেৱে চিত্ৰৰ দৰ্শনৰ আমোদ পায়। আজিৰ যুগৰ শ্লাইড প্ৰদৰ্শন কৰি বৰ্ণনা কৰাৰ দৰেই 'চিহ্নযাত্ৰা' ভাওনাখন তেনে এক চিত্ৰ দৰ্শনেৰে বৰ্ণনা কৰিছিল। ধৰ্ম প্ৰচাৰৰ বাবে কৰা এনে প্ৰচেষ্টাও অভিনৱ।

জ্যোতিপ্ৰসাদৰ ভাষাত-"তেওঁৰ দৰে সৰ্বতোমুখী প্ৰতিভাৰ বিকাশ সেই সময়ৰ পৃথিৱীৰ কিয়, আজিৰ পৃথিৱীৰ মহাপুৰুষ সকলৰ ভিতৰতো দেখা যায় নে

নাযায় সন্দেহ । তেওঁ নতুন ধৰ্মৰ প্ৰৱৰ্তক, দাৰ্শনিক তেওঁ বিদগ্ধ পণ্ডিত । তেওঁ সমাজ সংগঠক, নতুন সংস্কৃতিৰ স্ৰষ্টা । তেওঁ নিজেই নাট্যকাৰ, নাটকীয় কাৰিকৰী উদ্ভাৱক, নাটকৰ প্ৰযোজক, পৰিচালক, অভিনেতা । সংগীতত এটা ধাৰাৰ প্ৰবৰ্তক গীত আৰু সুৰ ৰচনাত সিদ্ধহস্ত, নতুন নৃত্যভংগীৰ পৰিকল্পনা দিওঁতা আৰু নিজেও নাট্যবিশাৰদ । নতুন ধৰণৰ বাদ্য বাজন, খোৰ-ভোৰতাল ইত্যাদিৰ স্ৰষ্টা আৰু নিজেও সেইবোৰৰ ওজা বায়ন । অসাধাৰণ কবিত্ব প্ৰতিভাৰ কবি, নাট্য-সাহিত্যৰ ওজা নাট্যকাৰ । আনফালে সত্ৰাদি স্থাপন কৰি এখন সাংস্কৃতিক ৰাষ্ট্ৰ গঢ়োতা, ৰাজনৈতিক, আধ্যাত্মিক জীৱনৰ সুউচ্চ শিখৰত থাকিও সকলো মানসিক উৎকৰ্ষৰ শিৰোমণি । বাস্তৱ জীৱনকো উপেক্ষা নকৰি হস্তী শংকৰদেৱতেই মানুহৰ আধ্যাত্মিক, মানসিক আৰু বাস্তৱিক এনে মহান বিকাশ দেখিবলৈ পোৱা গৈছে, আৰু এই তিনিওৰো সামঞ্জস্য আৰু সমতা দেখা প্ৰতিভা বুৰঞ্জীত বিৰল । তেওঁ মানুহৰ পূৰ্ণ সংস্কৃতিৰ প্ৰতীক ।"

মানুহ হিচাবে শংকৰদেৱ আছিল সৌন্দৰ্য্যপম, লাৱণ্যময়ী, গৌড়বৰ্ণ, জ্যোতিময়, আনন্দবদন । তেৰাৰ শিষ্যসকলে তেওঁলোকৰ লিখনিৰ জৰিয়তে গুৰুজনাৰ অসংখ্য গুণ-গৰিমা, ৰূপ, ব্যক্তিত্ব, বন্দনা গাই গৈছে । এই সমূহৰ পৰাই জানিব পাৰি তেৰাৰ ব্যক্তিত্ব মহান । বিশেষকৈ দৈত্যাৰি ঠাকুৰ, ভূষণ, বৈকুণ্ঠ, ৰামানন্দ দ্বিজ, অনিৰুদ্ধ দাস, সাৰ্বভৌম ভট্টাচাৰ্য আদিৰ গুৰু চৰিত বন্দনা সমূহত শংকৰদেৱৰ অতুলনীয় ব্যক্তিত্বৰ পৰিচয় পোৱা যায় । শিশু অৱস্থাৰ পৰাই শংকৰদেৱে দেখাইছিল অপূৰ্ব ব্যক্তিত্ব । কথিত আছে পানীৰ তলৰ পৰা শিহুও তেওঁ ধৰি আনিব পাৰিছিল আৰু ষাঁড় গৰুকো শিঙত ধৰি ৰাখিব পাৰিছিল । ভৰ বাৰিষা বিশাল ব্ৰহ্মপুত্ৰ সাঁতুৰি পাৰ হৈছিল । বল, বীৰ্য্য, আধ্যাত্মিক চিন্তা, বুদ্ধি-ভৰষা, সাহিত্য-সংস্কৃতিৰ জ্ঞান তেওঁৰ সৰুৰে পৰাই অভিনৱ আছিল । সৰুতেই আ-কাৰ, ই-কাৰ নোহোৱা কবিতা লিখিবলৈ সমৰ্থ হৈছিল । ভক্তৰ প্ৰতি ব্যৱহাৰ, অসাধাৰণ মহান উদাৰ চিন্তা, সংস্কাৰমুখী গণতান্ত্ৰিক চিন্তা, সৰ্বোপৰি এক বৃহৎ সাংস্কৃতিক আন্দোলনৰ হোতাস্বৰূপ আছিল শংকৰদেৱ । মহেশ্বৰ নেওগৰ ভাষাত "অসমৰ ধৰ্ম জীৱন, সমাজ নীতি, ভাষা-সাহিত্য, সংগীত কলা আদি সংস্কৃতিৰ মাজৰ সূঁতিটোকে শংকৰী সংস্কৃতি বুলি ক'ব পাৰি ।" (নেওগ : ১৩৬, ১৯৮৫) শংকৰদেৱৰ ব্যক্তিত্ব আৰু কৃতিত্বৰ পৰিসৰ ইমান বিস্তৃত যে অসমৰ এনে কোনো মানুহ নাই যি শংকৰদেৱৰ প্ৰভাৱৰ পৰা সম্পূৰ্ণভাৱে মুক্ত; কিবা নহয় কিবা প্ৰকাৰে অসমৰ সকলোলোক শংকৰদেৱৰ বিশাল ছত্ৰ ছায়াত খন্তেক হলেও জিৰাব লগা হৈছে ।

# সংহতি আৰু সম্প্ৰীতিৰ প্ৰতীক
# শ্ৰীমন্ত শংকৰদেৱ

কুন্তলতা বড়া শইকীয়া

*'বোৱালা ধৰ্ম্মৰ সোঁত দিলা ধৰ্ম্ম দিলা জ্ঞান,*
*দিলা ভাষা অসমক কৰিলা জীৱন দান ।*
*তোমাৰ জীৱনী দেৱ লিখে এনে সাধ্য কাৰ*
*গোটেই অসম জুৰি বিস্তৃত জীৱনী যাৰ ।'*

যেতিয়াই ধৰাত ধৰ্মৰ গ্লানি হয়, অধৰ্মৰ প্ৰাদুৰ্ভাৱ বাঢ়ে তেতিয়াই সাধুসকলৰ পৰিত্ৰাণ আৰু দুষ্কৃতিকাৰী সকলৰ বিনাশ সাধন কৰি ধৰ্ম সংস্থাপন কৰিবলৈ যুগে যুগে অৱতাৰী পুৰুষ সকলৰ অৱতাৰ হয় । চতুৰ্দশ আৰু পঞ্চদশ শতাব্দীৰ মাজভাগত অসমত ধৰ্মৰ বিপৰ্যয় ঘটিছিল । অধৰ্মৰ প্ৰভাৱে মানহ বিলাকক অন্ধ কৰি তুলিছিল । ধৰ্মৰ নামত মানুহৰ ওপৰত নানা অত্যাচাৰ-অনাচাৰ চলিছিল । ইতিহাসৰ এইছোৱা কলংকিত সময়তে পঞ্চদশ শতাব্দীৰ মাজভাগত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ আৱিৰ্ভাৱ হয় ।

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ এই ধৰাধামত জন্ম গ্ৰহণ কৰাৰ সময়ত অসম কেইবাটাও ৰাজকীয় শক্তিত বিভক্ত হৈ আছিল । পূবফালে চুটিয়া সকলে, দক্ষিণ-পূবে কছাৰী সকলে, চুতীয়াৰ পশ্চিমফালে বাৰভূঞা সকলে, পশ্চিমফালে কমতাৰাজ্যৰ কোচ সকলে আৰু ব্ৰহ্মপুত্ৰ উপত্যকাত আহোম সকলে ৰাজত্ব কৰিছিল । এনে ৰাজনৈতিক অৰিয়া অৰিৰ সময়ত মহাপুৰুষ জনো আৱিৰ্ভাৱ হৈ সকলো সম্প্ৰদায়কে সামৰা এটা ধৰ্ম আৰু এটা উমৈহতীয়া জাতীয় ভাষাৰে জাতীয় ঐক্য সাধন কৰি 'সৰ্বভাৰতীয় মহাজাতীয় চৈতন্য'ৰ লগত অসমৰ জাতীয় জীৱনৰ ঐক্যভাৱ স্থাপন কৰে ।

জাতিৰ জনক মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আছিল মানব প্ৰেমৰ একানিষ্ঠ পূজাৰী, সংহতি আৰু সমন্বয়ৰ কাণ্ডাৰী । তেওঁৰ সমগ্ৰ জীৱনকৃতিৰ মাজত বিৰাজ কৰিছে মানুহৰ প্ৰতি মৰম, জীৱৰ প্ৰতি প্ৰেম । তেওঁ আছিল জগতগুৰু, ভাৰত তথা বিশ্বপ্ৰেমিক । তেওঁ নানাজাতি আৰু বৰ্ণৰ ভেদাভেদ দূৰ কৰি ব্ৰাহ্মণ-চণ্ডাল শূদ্ৰক এক কৰি বৃহৎ অসমীয়া জাতি গঠন কৰি গ'ল । মহাপুৰুষ গৰাকীৰ ধৰ্ম, শিক্ষা, সাহিত্য-সংস্কৃতিৰ বহুমুখী প্ৰতিভাৰ ছত্ৰছায়াত অসমীয়া জাতিয়ে একতাৰ ডোলেৰে বান্ধখাই অসমৰ বুকুত এক মহান সাম্যবাদ প্ৰতিষ্ঠা কৰি ধৰ্মীয় জীৱন, সামাজিক জীৱন, ভাষা-সাহিত্য-সংস্কৃতি আদি সকলো ক্ষেত্ৰতে নৱোন্মেষৰ সৃষ্টি

কৰি অসমত নৱ-জাগৰণৰ সূচনা কৰিলে। ঐতিহাসিক অসমৰ বিপন্ন সময়ৰ ঘনঘোৰ অমানিশাৰ অজ্ঞানতাৰ তমসা ফালি মুক্তিৰ জয়গান গাবৰ বাবে যেন ধীৰে ধীৰে পুনৰ ৰাঙলী হ'ল উষা। উদিত হ'ল এক নতুন সূৰ্য্য --সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ।

মধ্যযুগৰ অসমীয়া সমাজৰ কলংকৰ পঙ্কত যি দুপাহ পঙ্কজ ফুলি উঠিছিল সেই দুপাহ হৈছে সৰ্বগুণাকৰ মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু মহাপুৰুষ শ্ৰীশ্ৰী মাধৱদেৱ। দুয়োগৰাকী মহাপুৰুষ সকলো বিষয়তে এজন আনজনৰ পৰিপূৰক আৰু অভেদাত্মা স্বৰূপ আছিল। শংকৰদেৱৰ নেতৃত্বত অসমৰ যি ধৰ্মীয় তথা সামাজিক আৰু সাংস্কৃতিক নৱজাগৰণৰ সূচনা হৈছিল তাৰ প্ৰধান সহায়ক আছিল মহাপুৰুষ মাধৱদেৱ। মহাপুৰুষ দুজনাই ধৰ্মীয় বিপ্লৱৰ যোগেৰে মধ্যযুগত অসম-কামৰূপ-বিহাৰ শতধা বিভক্ত সমাজ খনক অন্ধবিশ্বাস আৰু কু-সংস্কাৰৰ অন্ধকূপৰ পৰা উদ্ধাৰ কৰি এক সন্মিলিত সুমহান অসমীয়া মহাজাতিৰ বুনিয়াদ নিৰ্মাণ কৰিছিল।

মানুহৰ মাজত মিলা-প্ৰীতি আৰু একতাৰ ভাৱ গঢ়ি তোলাৰ যোগেদি নৈতিক আৰু আধ্যাত্মিক জ্ঞানেৰে পৰিমাৰ্জিত এখন সমাজ গঢ়িবৰ মানসেৰেই মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে প্ৰচাৰ কৰিলে একশৰণ নামধৰ্ম, যাৰদ্বাৰা সৎভাৱ আৰু সুজ্ঞানৰ জ্যোতিৰে জ্যোতিস্মান হৈ মুক্তিৰ সন্ধান পাব পাৰে। তেখেতৰ ধৰ্মৰ মূলমন্ত্ৰ 'এক দেৱ এক সেৱ এক বিনে নাই কেৱ'। এই মন্ত্ৰেৰে মহাপুৰুষজনাই বিভিন্ন ধৰ্মীয় মতৰ ভিন্ন মনক একত্ৰিত কৰি একেশ্বৰবাদী, অস্পৃশ্যতা বৰ্জন কৰি সকলোৰে প্ৰতি দয়া আৰু প্ৰেমৰ বশৱৰ্তী হৈ ব্ৰহ্মাণ্ডৰ সকলো জীৱকে ভগৱৎ জ্ঞান কৰাই হ'ল তেখেতৰ ধৰ্মৰ মূলমন্ত্ৰ।

মহাপুৰুষীয়া ভক্তিবাদত ভকতৰ সঙ্গ প্ৰসঙ্গই ধৰ্মক সমাজমুখী কৰি তুলিলে। বৈকুণ্ঠ হ'ল এখন ভকতৰ সমাজ। কালক্ৰমত বৰ্ণ বৈষম্য, সম্প্ৰদায়বৈষম্য, জাতি উপজাতিৰ বৈষম্য, ঐশ্বৰ্য্য বিভূতিৰ বৈষম্য, জ্ঞানী অজ্ঞানীৰ বৈষম্য ভকতৰ নামৰ বৈকুণ্ঠত নিঃশেষ হৈ গ'ল। নৰৰ কথাই নাই, আনকি কীট-পতংগ, পশু-পক্ষী ইত্যাদিও এই বৈকুণ্ঠত মিলিত হব পাৰে। বলি বিধান দি জীৱ হত্যা কৰি ধৰ্ম কৰাৰ বিপৰীতে 'যত জীৱ তত শিৱ'ৰ যি মহান চৈতন্য-চিন্তা, মহাপুৰুষীয়া ভক্তিবাদত সি সুস্পষ্ট। 'কীৰ্ত্তন' পুথিত মহাপুৰুষ গুৰুজনাই বাৰে বাৰে এই পৰম তত্ত্ব সদৰী কৰি নব্য সনাতন ধৰ্মৰ ভেটি বান্ধি থৈছে :

*সমস্ত ভূততে ব্যাপী আছো মই হৰি।*
*সবাকো মানিবা তুমি বিষ্ণু বুদ্ধি কৰি ॥*

*ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল ।*
*দাতাত চোৰত যাৰ দৃষ্টি এক তুল ।।*
*নীচত সাধুত যাৰ ভৈল এক জ্ঞান ।*
*তাহাকেসে পণ্ডিত বুলিয়া সৰ্ব্বজন ।।*
*কুকুৰ শৃগাল গৰ্দভৰো আত্মাৰাম ।*
*জানিয়া সবাকো পৰি কৰিবা প্ৰণাম ।। (কীৰ্ত্তন)*

মহাপুৰুষ জনাই সকলোৰে হৃদয়ত বিৰাজ কৰা পৰম ব্ৰহ্মৰ যে কোনো জাতি-ভেদ, অস্পৃশ্যতা আদি থাকিব নোৱাৰে সেইকথাৰ প্ৰমাণ কামেৰে দেখুৱাই গৈছে। বৰদোৱা নামঘৰৰ প্ৰথম খুটাটো মুছলমান ভকত চান্দসাইৰ দ্বাৰা পোৱা, টেম্বুৱানী জান বান্ধিবৰ সময়ত প্ৰথম মাটিৰ পাচি কৈৱৰ্ত্ত সম্প্ৰদায়ৰ সতী ৰাধিকা আইৰ দ্বাৰা পেলোৱা, তাঁতী সম্প্ৰদায়ৰ মথুৰাৰাম দাস বুঢ়া আতাক বৰপেটা সত্ৰৰ প্ৰথম জনা সত্ৰাধিকাৰ আসনত বহুৱা আদি কামবোৰ বিভেদ বৈষম্যতা, জাতিভেদ আৰু অস্পৃশ্যতা আদিৰ বিপৰীতে সাম্য, একতাৰ একোগছি অক্ষয় বন্তি। তেৰাই পাহাৰে-ভৈয়ামে, উজনিয়ে নামনিয়ে, উত্তৰপাৰে-দক্ষিণপাৰে সকলোতে সিঁচৰিত হৈ থকা অসমীয়া মানুহখিনিৰ প্ৰতি থকা সামাজিক দায়বদ্ধতা নিজে স্বীকাৰ কৰি লৈ ভাষা, ধৰ্ম, বৰ্ণ, গোষ্ঠী, জাত-পাতৰ উৰ্দ্ধত এখনি সংস্কৃতিৰ বৰ অসমৰ গঢ দিব খুজিছিল। নামঘৰৰ দুৱাৰ সনাতন আদৰ্শত সকলো লোকৰ কাৰণে খোলা আছিল -

*"কিৰাত কছাৰী খাচী গাৰো মিৰি*
*যৱন কঙ্ক গোৱাল ।*
*অসম মুলুক ৰজক তুৰুক*
*কুৱাচ ম্লেচ্ছ চণ্ডাল ।।"*

*(ভাগৱত ২য় স্কন্ধ)*

আদিক নিজৰ জাতি ভাই বুলি আকোঁৱালি লৈ গাৰোৰ গোবিন্দ; কৈৱৰ্ত্তৰ শ্ৰীৰাম, পূৰ্ণানন্দ, ভেকেৰাদাস, বণিয়াৰ হৰিদাস; হীৰা সম্প্ৰদায়ৰ জয়ন্তী মাধৱ; কছাৰীৰ ৰমাই জাতিৰাম; কাৰ্বিৰ জয়হৰি; নগাৰ নৰোত্তম; মুছলমানৰ চান্দসাই; ভূটিয়াৰ দামোদৰ, জয়ৰাম; মিচিঙৰ পৰমানন্দ; আহোমৰ নৰহৰি আদিক একে ধৰ্মেৰে দীক্ষিত কৰি এটি শক্তিশালী জাতি গঠনৰ সপোন ৰচিছিল গুৰুজনাই। ধৰ্মৰ নামত শোষণ চলাই জমিদাৰী কৰা এচাম মানুহৰ বাবে শোষণৰ আহিলা হৈ পৰা বাটৰ দুবৰি বন সদৃশ মানুহ খিনিক একেখন নাৱঁৰে যাত্ৰী কৰাৰ বাবে মহোপুৰুষাৰ্থ কৰা মহান গুৰুজনাই কৈছিল :

*নাহি ভকতিত জাতি অজাতিৰ বিচাৰ*
*হৰি ভকতিতে সমস্তৰে অধিকাৰ !*

সমাজ সংগঠক এইজনা মহান গুৰুৰ অসমীয়া জাতিৰ বুনিয়াদ গঢ়াত কি অৱদান সেইকথা প্ৰকৃততে এনে কেইটামান সীমিত শব্দৰে প্ৰকাশ কৰিব বিচৰা আৰু ভুৰুকাত হাতী ভৰাবলৈ বিচৰা একে কথা । সাম্য, সভ্যতা-সংস্কৃতি, সংহতি, সমন্বয়, প্ৰগতি এই কেইটা দিশৰ অবিহনে এখন সমাজৰ কেতিয়াও এখন সুস্থ সমাজ বুলি ক'ব নোৱাৰি । গুৰুজনাই এই কেইটা বৈশিষ্ট্যৰে সমৃদ্ধ কলা-কৃষ্টি, ভাষা-সাহিত্য, সংস্কৃতি আদি উপাদানেৰে ভৰপূৰ এখন সমাজ আমাক দি গৈছে । বিভিন্ন ধৰ্মৰ, বিভিন্ন জাতিৰ, বিভিন্ন সম্প্ৰদায়ৰ বোৱতি সুঁতিয়েহে নিৰূপন কৰে এখন বিশাল সমাজৰ গতিধাৰা । মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱেও অসমত গঠন কৰি থৈ গৈছে জাতি-ধৰ্ম, বৰ্ণ-ভাষা নিৰপেক্ষ এখন বৃহৎ অসমীয়া সমাজ ।

গুৰুজনাই অসমত একাধিক ভাষাৰ পৰা উদ্ভৱ হোৱা অসুবিধা সমূহ দূৰ কৰি এক নিৰ্দিষ্ট ভাষাক গঢ় দি সমাজ খনক ঐক্যবদ্ধ কৰাৰ মানসেৰে 'ব্ৰজাৱলী' ভাষাত সাহিত্য সৃষ্টি কৰি অসমীয়াৰ মাজত সাহিত্যৰ মৌকোঁহ বিলালে । এই ভাষা হৈ পৰিল অসমীয়া সমাজৰ বৰঘৰৰ 'লাইখুটা' । মহাপুৰুষজনাই কেৱল এখন নৱজীৱনপ্ৰাপ্ত সমাজক স্থিতাৱস্থাত ৰাখিবলৈ নাইবা সমাজৰ লোক সকলক ঐক্যবদ্ধ কৰিবলৈ ধৰ্মবাণীয়েই যথেষ্ট বুলি নাভাবি কলা-সংস্কৃতিৰ অপূৰ্ব নিদৰ্শন 'ভাওনা' অসমীয়াৰ সমাজত পৰিবেশন কৰি দেখুৱালে । মহাপুৰুষৰ অংকীয়া নাট আৰু ভাওনা অসমীয়া সংস্কৃতিলৈ এক অভিনৱ অৱদান । মহাপুৰুষজনাৰ অংকীয়া নাট অভিনয়, সংগীত আৰু সাহিত্যৰ অপূৰ্ব সংমিশ্ৰণ । অংকীয়া নাট ৰচনাৰ দৰেই ভাওনাও বৈশিষ্ট্যপূৰ্ণ । ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই মন্তব্য কৰিছে "ভাওনা গুৰু-গোঁসাইৰ ধৰ্ম উপদেশৰ বেদী, সাহিত্য-চৰ্চাৰ চ'ৰা আৰু নৃত্য-গীত, বাদ্যৰ অনুশীলনৰ ক্ষেত্ৰ । পুৰণিৰ ওপৰতে নতুনৰ পাতনি অসমীয়া জাতীয় জীৱনৰ বহুখিনি আনন্দ উৎসৱ, চিন্তাধাৰা ভাওনা অনুষ্ঠানৰ মাজতে আৰু উপলব্ধিৰ ওপৰতে অসমীয়াৰ সাংস্কৃতিক জীৱনৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে ।

মহাপুৰুষ জনাৰ কৃষ্টি সংস্কৃতিৰ শ্ৰেষ্ঠ নিদৰ্শন 'চিহ্নযাত্ৰা' । এই চিহ্নযাত্ৰাৰ অভিনয়ে অসমীয়া সংগীত, নাট আৰু চিত্ৰকলাৰ এটা নতুন অধ্যায় সূচনা কৰাৰ লগতে বিভিন্ন জনগোষ্ঠীৰ মাজত একাত্মবোধ জগাই তুলিলে । চিহ্নযাত্ৰা ভাওনাত মহাপুৰুষজনাই নিজেই নাৰায়ণৰ ভাওলৈ সৰ্বজয় আতাক লক্ষ্মী সাজি বলৰাম আদিৰ লগতে যোৱাৰ পুতেক চিদাকো অভিনয় কৰিবলৈ দিছিল । অভিনয়ৰ প্ৰয়োজনীয় বাদ্য খোলৰ খোলটি কপিলীমুখৰ কুমাৰৰ দ্বাৰা নিজে জোখ দি

নির্মাণ কৰাই লৌছিল ।

*‘ৰহাৰ কঁহাৰ আনি তালক নির্মিলা ।*

*খুটি পাতি মঞ্জিৰা তালৰ নাম দিলা’* ॥ (গুৰুচৰিত)

এনেদৰেই ভাওনা গীত-নৃত্য দৰ্শনৰ যোগেদি সমাজৰ সকলো শ্ৰেণীৰ লোকক একেঠাইতে বহুৱাই একেজন ভগৱানৰ গুণানুকীৰ্ত্তন কৰি জনমানসত একাত্মবোধ সৃষ্টিৰ পাতনি মেলে চিৰনমস্য গুৰু শ্ৰীমন্ত শংকৰদেৱে । মহাপুৰুষ জনাৰ আবিৰ্ভাৱে অসমৰ গণ সংস্কৃতিৰ বহুতো আহিলা ধৰ্মৰ মাজেৰে প্ৰতিষ্ঠা কৰি অসমীয়া সমাজৰ এক কৰি অসমীয়া গণ সংস্কৃতিক জীপাল কৰিলে ।

নানা ভাষা, বিভিন্ন সংস্কৃতি, বেলেগ বেলেগ সাজ পাৰেৰে পৃথক সমাজ খনৰ একতাৰ এনাজৰীৰে বান্ধিবৰ বাবেই গঢ়ি তুলিছিল ‘নামঘৰ’ আৰু সত্ৰ সমূহ । নামঘৰ নামধৰ্মৰ কেন্দ্ৰ হলেও ই জাতীয় জীৱনৰ প্ৰাণ কেন্দ্ৰ স্বৰূপ । আমাৰ সামাজিক, ধাৰ্মিক আৰু সাংস্কৃতিক জীৱনত নামঘৰৰ বৰঙণি উল্লেখযোগ্য । অসমৰ গ্ৰাম্য জীৱনৰ সাংস্কৃতিক ৰুচিবোধৰ পৰিপুষ্টি সাধনত নামঘৰৰ পৰিকল্পনা বৈশিষ্ট্যপূৰ্ণ । এই নামঘৰে যিদৰে জাতীয় ঐক্য সাধন কৰিছে সেইদৰে ই জনসাধাৰণৰ কলাসুলভ জীৱন-চেতনাৰ সঞ্চাৰ কৰি জাতীয় জীৱনত সঞ্জীৱনী সুধা ঢালিছে । নামঘৰে সুস্থিৰ প্ৰগতিমূলক সামাজিক জীৱনৰ স্বাক্ষৰ বহন কৰে । মহাপুৰুষে যিদৰে নৃত্য-গীত আৰু সংলাপেৰে নাটবোৰ সম্পূৰ্ণ কৰিলে সেইদৰে নামঘৰ স্থাপনৰ দ্বাৰা অসমীয়া জাতীয় ৰঙ্গমঞ্চ বা ৰঙ্গালয় সূচনা কৰিলে । এইদৰে নামঘৰবোৰে ভাওনা, নৃত্যগীত আদি চাৰু শিল্পৰ উৎকৰ্ষ সাধন কৰি সামাজিক জীৱনত অৱসৰ বিনোদনৰ কাৰণে সমল যোগোৱাৰ উপৰিও গাঁৱৰ ব্যক্তিগত বা সামূহিক হাই-কাজিয়াবোৰ নিস্পত্তি কৰি পুনৰ শান্তিৰ বাতাবৰণ ঘূৰাই অনাৰ প্ৰচেষ্টা কৰা হয় এই নামঘৰতেই । যাৰবাবে মহামানৱ মহাত্মা গান্ধীয়ে নামঘৰক "The Namghar is a little parliament" বুলি অভিহিত কৰিছে । মুঠৰ ওপৰত নিতৌ চৈধ্য প্ৰসঙ্গৰ বাবে গোটখোৱা সকলো শ্ৰেণীৰ ভকতৰ মাজত এয়া হ’ল এক বিনম্ৰ হাঁবিয়াস । নামঘৰ সমাজৰ একতাৰ ভেটি ।

বৰগীত সমূহৰ মাধ্যমেও মহাপুৰুষ জনাই কব বিচাৰিছে যে এই দুদিনীয়া সংসাৰত কেৱল পৰমাত্মাই সত্য । পত্নী, পুত্ৰ ধন, ঐশ্বৰ্য্য, হিংসা, দ্বন্দ্ব আটাইবোৰ অৰ্থহীন । সেয়ে ক্ষন্তেকৰ বাবে লাভ কৰা এই অমূল্য সময়খিনি একতাৰ ডোলেৰে বান্ধ খাই, মিলা প্ৰীতিৰে বাস কৰি এক পৰমেশ্বৰৰ আৰাধনা কৰাই শ্ৰেয় । তাৰোপৰি বৰগীতৰ সুমধুৰ স্বৰে মোহিত কৰি ৰাখিছে অসমৰ বিভিন্ন জনগোষ্ঠীক, বান্ধি ৰাখিছে এডাল নেদেখা কটকটীয়া জৰীৰে ।

অসমীয়া সমাজৰ আচাৰ ব্যৱহাৰৰ বিষয়েও শংকৰদেৱে শিকাই গৈছে বহু মূল্যবান কথা । একেলগে শৰণ লোৱা লোকক 'হৰি ভকত' বা 'আতৈ' বুলি কোৱা হয় । হৰিভকতৰ সংস্পৰ্শলৈ আহিলেই একেলগে শৰণ লোৱা কথা মনলৈ আহে আৰু এডাল প্ৰীতিৰ জৰীয়ে আটাইকে মেৰিয়াই ধৰে ।

এইদৰে সকলোখিনি উপাদানেৰে শংকৰ গুৰুৱে অসমীয়া জাতক একতাৰ এনাজৰীৰে বান্ধি থৈ গৈছে । আজি প্ৰতিজন অসমীয়াই প্ৰতি খোজতে অনুভৱ কৰিছে এই বান্ধোনেৰে তৃপ্তি, দৃঢ়তা । এক কথাত কবলৈ গলে গুৰুজনাৰ সত্য, শুদ্ধ আৰু বিজ্ঞানসন্মত ধৰ্ম তথা সমগ্ৰ কৃষ্টি-সংস্কৃতিয়েই উদাৰ আদৰ্শ, সংহতি আৰু সামাজিক সমন্বয়ৰ পৰাই নতুন সংস্কৃতিৰ ভেটি সৃষ্টি হয় । অন্ধবিশ্বাস, গোড়ামি আৰু সংকীৰ্ণতাক প্ৰশ্ৰয় নিদিয়া মহাপুৰুষ জনাই অসমীয়া তথা ভাৰতীয় লোকৰ কথাকে কেৱল চিন্তা নকৰি বিশ্বমানৱৰ চিন্তা আগত ৰাখি এক বিশ্বজনীন সৰ্বগ্ৰাহ্য সংস্কৃতি সৃষ্টি কৰি থৈ গৈছে । সেযে নামঘোষাত শ্ৰীশ্ৰীমাধৱদেৱে কৈছে-

*শংকৰে সংশয় ছেদি শাস্ত্ৰৰ তত্ত্বক ভেদি*
*প্ৰচাৰিলা কৃষ্ণৰ ভকতি ।*
*তাঙ্ক এৰি কি কাৰণে আনক বোলয় গুৰু*
*কিনো লোক মহা মূঢ়মতি ॥*

সামৰণিত প্ৰতিমাৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ ভাষাৰে ক'ব পাৰি "সাহিত্যৰ গুৰু শংকৰ, সাহিত্য ৰাজ্যৰ ৰজা শংকৰ, সমাজ গঢ়োতা শংকৰ, সমাজৰ নেতা শংকৰ "। মানুহৰ মাজত শান্তি-সম্প্ৰীতি, ঐক্য-সংহতি স্থাপন কৰোতা যুগস্ৰষ্টা এইজনা মহান গুৰু শ্ৰীমন্ত শংকৰদেৱ আমাৰ বৰেণ্য পূজ্য-

*শ্ৰীমন্ত শংকৰ হৰি ভকতৰ*
*জানা যেন কল্পতৰু ।*
*তাহান্ত বিনায় নাই নাই নাই*
*আমাৰ পৰম গুৰু ॥ (নামঘোষা)*

**সহায়ক গ্ৰন্থপঞ্জী ঃ**


১। মণি কাঞ্চন (মাহেকীয়া বাৰ্তালোচনী)
২। শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ (উদ্বোধনী উৎসৱৰ স্মাৰক গ্ৰন্থ)
৩। সাহিত্য চিন্তা
৪। বজ্ৰগিৰি স্মৃতি গ্ৰন্থ ।

# দামোদৰ বিপ্ৰাখ্যান

দীপামণি শইকীয়া

'কীৰ্ত্তন' শ্ৰীমন্ত শংকৰদেৱৰ মহত্বতম সৃষ্টি, কবি প্ৰতিভাৰ উৎকৃষ্টতম নিদৰ্শন। 'বৈষ্ণৱ সাহিত্যৰ মাইলৰ খুটি, অসমৰ মৌছাক।' উত্তৰ ভাৰতৰ হিন্দী প্ৰধান অঞ্চলত কবি তুলসী দাসৰ ৰামচৰিত মানসৰ যি আদৰ, যি জনপ্ৰিয়তা অসমতো কীৰ্ত্তনক শ্ৰেষ্ঠ গ্ৰন্থ বুলি সদায়ে সমাদৰ কৰি আহিছে। কীৰ্ত্তনৰ সাতাইশটা স্বয়ংপূৰ্ণ খণ্ডৰ সন্নিবিষ্ট কৰাৰ নৱ বিধ ভক্তি ৰসৰ ভিতৰত শংকৰদেৱৰ শ্ৰৱণ আৰু কীৰ্ত্তনকে প্ৰধান স্থান দিছে। কীৰ্ত্তনৰ আধাৰ পুঁথি ভাগৱত পুৰাণ। চৰিত পুঁথি মতে জগদীশ মিশ্ৰৰ পৰা শ্ৰীধৰ টীকা সম্বলিত ভাগৱত গ্ৰন্থ পোৱাৰ পিছতে বিভিন্ন ধৰণৰ কাহিনীৰ আধাৰত শংকৰদেৱে বিচিত্ৰ ছন্দ আৰু নব-ৰসেৰে সজাই কীৰ্ত্তন গ্ৰন্থ ৰচনা কৰিবলৈ লয়। শংকৰদেৱে সকলোবোৰ খণ্ড বৰদোৱাত ৰচনা কৰা নাছিল। ড. মহেশ্বৰ নেওগদেৱে শংকৰদেৱৰ কীৰ্ত্তন ঘোষা ৰচনাৰ প্ৰসংগত এইদৰে উল্লেখ কৰিছে- 'শংকৰদেৱৰ আগবয়সৰ, মাজ বয়সৰ, শেষ বয়সৰ ৰচনাৰূপে কীৰ্ত্তন ঘোষাৰ খণ্ড কেইটি তিনি ভাগত ভগাই উলিয়াইছে। প্ৰথম ভাগত পৰে ওৰেষা বৰ্ণন, অজামিল উপাখ্যান, প্ৰহ্লাদ চৰিত, হৰমোহন, বলিছলন আৰু গজেন্দ্ৰোপাখ্যান। দ্বিতীয় ভাগৰ অন্তৰ্গত হ'ল পাষণ্ড মৰ্দন, নামাপৰাধ, শিশুলীলা, ৰাস ক্ৰীড়া, কংসবধ আৰু গোপী উদ্ধৱ সংবাদ। তৃতীয় ভাগত আছে জৰাসন্ধৰ যুদ্ধ, কালযৱন বধ, মচুকুন্দ স্তুতি, স্যমন্তক হৰণ, নাৰদৰ কৃষ্ণ দৰ্শন, বিপ্ৰ পুত্ৰ আনয়ন, দামোদৰ বিপ্ৰাখ্যান, দৈৱকীৰ পুত্ৰ আনয়ন, বেদ স্তুতি, কৃষ্ণ লীলামালা, ৰুক্মিণীৰ প্ৰেমকলহ, ভৃগু পৰীক্ষা শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ, চতুৰ্বিংশতি অৱতাৰ বৰ্ণন আৰু ভাগৱতৰ তাৎপৰ্য।

কীৰ্ত্তনঘোষাৰ প্ৰতিটো খণ্ডতে প্ৰকাশ কৰিছে কৃষ্ণৰ মাহাত্ম্য আৰু কৃষ্ণৰ ঐশ্বৰিক লীলা।

অনাথৰ জনজীৱন আগুৰি থকা কীৰ্ত্তনৰ সাতাইশটা অধ্যায়ৰ ভিতৰত দামোদৰ বিপ্ৰাখ্যান এটি অধ্যায়। মূলৰ দশম স্কন্ধৰ আঠচল্লিশতম্ অধ্যায়ৰ পৰা একাশীতম্ অধ্যায়ৰ ভিতৰত এই দামোদৰ বিপ্ৰাখ্যান কাহিনীভাগ। কোঁচ বিহাৰত থকা কালতে এই আখ্যানটো শংকৰদেৱে ৰচনা কৰিছিল।

আখ্যানটি এনে ধৰণৰ -

ত্ৰিজগতৰ প্ৰতি হৰি ভগৱান শ্ৰীকৃষ্ণৰ চৰিত্ৰৰ মাহাত্ম্য প্ৰচাৰ কৰিবৰ হেতুকে শুক-মুনিয়ে, পাণ্ডৱ পৌত্ৰ পৰীক্ষিতক শ্ৰৱণ কৰাইছে পৰম বৈষ্ণৱ অষ্টম দৰিদ্ৰ

বিপ্ৰ দামোদৰৰ নিঃস্বাৰ্থ দৃঢ় ভক্তিৰ কাহিনী। ভগৱান শ্ৰীকৃষ্ণৰ একান্ত ভক্তৰ প্ৰতি থকা অশেষ মৰম-স্নেহ তথা করুণা আৰু ব্ৰাহ্মণ বিপ্ৰ দামোদৰৰ অবৰ্ণনীয় দৰিদ্ৰতা দৃঢ় ভক্তি আদি কথাই কাহিনী ভাগৰ মূল বিষযবস্তু।

কৃষ্ণৰ লগত বাল্যকালত গুৰু সান্দীপনি মুনিৰ আশ্ৰমত শিক্ষাগ্ৰহণ কৰোতে এক অন্তৰংগ সুদৃঢ় সম্বন্ধ গঢ়ি উঠে দামোদৰ বিপ্ৰৰ। সাংসাৰিক জীৱনত প্ৰৱেশ কৰাৰ পিছতে ব্ৰাহ্মণৰ নানান ধৰণৰ আৰ্থিক দুৰবস্থাত পৰি দুখ-কষ্টৰ মাজেৰে জীৱন অতিবাহিত কৰিবলৈ ধৰিলে। ব্ৰাহ্মণৰ পতিব্ৰতা পত্নী ব্ৰাহ্মণীয়ে অসহ্য যন্ত্ৰণাত এদিন তেওঁৰ স্বামী বিপ্ৰক দ্বাৰকাত থকা তেওঁৰ বাল্যকালৰ বন্ধু ভগৱান শ্ৰীকৃষ্ণৰ ওচৰলৈ যাবৰ বাবে কাতৰ মিনতি জনালে। কাৰণ ব্ৰাহ্মণীয়ে জানিছিল যে, জগত জননী মাতৃ স্বৰূপা লক্ষ্মী পতি প্ৰভু নাৰায়ণ অতি দয়াৰ সাগৰ, করুণা তথা কৃপাৰ সাগৰ। যিজনে কৃষ্ণৰ চৰণত একান্তভাৱে শৰণ লয় আৰু একান্ত দৃঢ়ভাৱে ভজিব পাৰে তেনে ভক্তক ঐশ্বৰ্য্য বিভূতি দিয়াৰ ওপৰিও ভক্তৰ ওচৰত ভগৱন্তই নিজকেই দান কৰিবলৈ সক্ষম হয়। ব্ৰাহ্মণে চিন্তা কৰিলে যে, তেওঁৰ পত্নীৰ কথা পালন কৰি যদি দ্বাৰকালৈ যায়, তেনেহলে তেওঁ কৃষ্ণ দৰ্শন কৰিবলৈ পাব আৰু জীৱন সাৰ্থক হৈ কৃষ্ণতে লীন যাব পাৰিব। বিপ্ৰই পত্নীৰ অনুৰোধ সাৰোগত কৰি মিত্ৰ কৃষ্ণৰ কাৰণে এটি 'সন্দেশ' (চাউল চিৰা) কি পৰা যায় বান্ধি দিবলৈ কোৱাত দুখুনী ব্ৰাহ্মণীয়ে খুজি-মাগি আনি কেইটামান চিৰা-চাউল ব্ৰাহ্মণৰ চেলেং-চাদৰৰ আঁচলতে টোপোলা বান্ধি দি স্বামী বিপ্ৰক বৰ সাদৰেৰে দ্বাৰকালৈ বিদায় দিলে। ব্ৰাহ্মণে সেই চিৰা-চাউলৰ টোপোলাটিকে স-যতনে গ্ৰহণ কৰি প্ৰভু দৰ্শনৰ বাবে অতি আকুলতাৰে খৰ খেদাকৈ দ্বাৰকালৈ বুলি যাত্ৰা কৰিলে। ৰখীয়া পাল্লি-প্ৰহৰী আদিৰে বেষ্টিত হৈ থকা তিনি খন দ্বাৰ অতিক্ৰম কৰি দ্বাৰকাৰ ভিতৰত ব্ৰাহ্মণে প্ৰৱেশ কৰি বৈকুণ্ঠপুৰী সদৃশ প্ৰভু কৃষ্ণৰ ষোল হাজাৰ আৱাসগৃহ দেখা পায় দামোদৰ বিপ্ৰ বিভূৰ হৈ পৰিল। তাৰে আন এটি গৃহত প্ৰৱেশ কৰি দেখে যে দৈৱকীৰ হৃদযানন্দন জগত পালনকাৰী ভগৱান শ্ৰীকৃষ্ণই তেওঁৰ ভাৰ্য্যা লক্ষ্মী দেৱীৰ সৈতে এখন সুৱৰ্ণৰ খাটত শুই আছে। কৃষ্ণই বাল্যকালৰ মিত্ৰক দেখাৰ লগে লগে দুয়ো হাতেৰে বিপ্ৰক সাৱটি আলিঙ্গন কৰি আনন্দৰ অশ্ৰু জল বোৱাই পৰম তৃপ্তি লাভ কৰিলে। লগে লগে সুৱৰ্ণৰ খাটত বহুৱাই জগতৰ প্ৰতি যদুপতিয়ে নিজ হাতেৰে বিপ্ৰ দামোদৰৰ চৰণ ধুৱাই শিৰত পদ-জল লোৱাৰ ওপৰিও বিপ্ৰৰ সৰ্বশৰীৰ সুগন্ধিৰ চন্দন, ধূপ-ধূনাৰে পূজা অৰ্চনা কৰি তামোলৰ শৰাই আগবঢ়ালে। জগত মাতা লক্ষ্মীদেৱীয়েও স-যতনে বিপ্ৰক চামৰেৰে বিচি শৰীৰ শাত পেলালে। ৰাজ অন্তেষপুৰৰ সকলোৰে শ্ৰেষ্ঠ ভাতৃক আলিঙ্গন কৰি

আদ· সবাব দৰে দৰিদ্ৰ ব্ৰাহ্মণক আদৰ কৰা দেখি বিস্ময়ত অভিভূত হৈ ভাবিলে :: দৰিদ্ৰ ব্ৰাহ্মণে অশেষ পূণ্যৰ বলতে লক্ষ্মীপতি নাৰায়ণৰ পৰা সাধাৰণ জনে ভাবিব নোবাৰা সমাদৰ লাভ কৰিছে । জগতৰ গুৰু কৃষ্ণই বাল্যকালতে গুৰু গৃহত পোৱা দুখ কষ্টৰ স্মৃতি সখাৰ লগত আলাপ কৰি স্মৃতি ৰোমন্থন কৰিবলৈ ধৰিলে ।

এদিন গুৰু সান্দীপনীৰ পত্নীৰ আদেশ মৰ্মে খৰি কাটিবলৈ গৈ বতাহ বৰষুণ, বজ্ৰপাত আদিৰে ভয়ঙ্কৰ পৰিস্থিতিৰ মুখামুখী হব লগীয়া হৈছিল । মূৰত খৰিৰ বোজা লৈ থকা অৱস্থাতে বৃষ্টিপাত, বজ্ৰপাত হোৱাৰ পৰিপ্ৰেক্ষিতত কোনো ধৰণৰ বাট পথ চিনিব নোৱাৰাত ইজনে সিজনৰ হাতত ধৰা - ধৰি কৰিও অলপো আগুৱাই যাব নোৱাৰি সূৰ্য্যাস্ত হোৱা হেতুকে উপায়বিহীন হৈ অৱশেষত হাবিৰ মাজতে ওৰেৰাতি কটাবলগীয়া হৈছিল । অন্যহাতে শিষ্য সকল আশ্ৰমলৈ ঘূৰি নোযোৱাৰ কাৰণে গুৰুৱে চিন্তিত হৈ শিষ্য সকলক বিচাৰি গৈ দেখে যে, জাৰত কঁপি কঁপি নিজৰ প্ৰাণৰ মমতাকো ত্যাগ কৰি গুৰুৰ আদেশ মানি অশেষ কষ্ট ত্যাগ কৰি দায়িত্ব সুচাৰুৰূপে পালন কৰিবলৈ চেষ্টা কৰিছে । তাকে দেখি গুৰুৱে প্ৰাণৰ আশাকো ত্যাগ কৰি গুৰুৰ কাৰণে হাবিত কষ্টপোৱা স্বত্বেও গুৰুবাক্য পালন কৰাৰ বাবে ঋণ পৰিশোধ হ'ল বুলি ভাৱি কৃষ্ণকে আদি কৰি সকলোকে সমস্ত শাস্ত্ৰৰ অৰ্থ ভেদ কৰিব পৰাকৈ বৰ প্ৰদান কৰিলে ।

এইদৰে গুৰু গৃহত পোৱা বহুতো দুখ - কষ্টৰ কথা মিত্ৰ দামোদৰক উপস্থাপন কৰিবলৈ কোৱাত বিপ্ৰই অতি নম্ৰভাৱে হাতযোৰ কৰি কয় যে, বাল্যকালত গুৰু গৃহতে জগতৰ ঈশ্বৰ শ্ৰীকৃষ্ণৰ লগত একেলগে থাকিবলৈ পোৱাত সকলো পাপৰ পৰা মুক্ত হোৱা বুলি প্ৰকাশ কৰিলে । প্ৰভু নাৰায়ণৰ চৰণ চিন্তা কৰি ধৰ্ম, অৰ্থ, কাম ও মোক্ষ আৰু সকলো মনোকামনা পূৰণ হৈ জন্ম সাৰ্থক হ'ল । জগতৰ গুৰু নিজেই শাস্ত্ৰ সৃষ্টি কৰি নিজেই অধ্যয়ন কৰা দেখি বিপ্ৰই আশ্চৰ্য্যহে প্ৰকাশ কৰিলে ।

দৰিদ্ৰ ব্ৰাহ্মণৰ কথাত সুখী হৈ কৃষ্ণই প্ৰিয় সখা দামোদৰে কি আনিছে বুলি সোধাত ব্ৰাহ্মণে লাজ অনুভৱ কৰিলে -

*'ভক্ত সকলে পূজে ফলে জলে*
*তুষ্ট হওঁ তাকে পাই ।*
*অভকতে যদি নানা দ্ৰব্য দেই*
*তাতো মোৰ তুষ্টি নাই ।'*

দুখীয়া ব্ৰাহ্মণ দামোদৰে কৃষ্ণৰ কাৰণে চেলেং চাদৰ আঁচলত চিৰা চাউলৰ

টোপোলা বান্ধি আনিও অধিক লাজ ভাব থকাৰ হেতুকে উলিযাই দিব নোৱাৰি লুকুৱাই ৰাখিছে সেই কথা অৰ্ন্তযামী প্ৰভু ভগৱন্ত কৃষ্ণৰ জ্ঞাত আছিল। এই কথাও কৃষ্ণৰ জ্ঞাত আছিল যে, ব্ৰাহ্মণে ধন-সম্পত্তি ঐশ্বৰ্য্য-বিভূতি আশা কৰি আগতেও কৃষ্ণক ধ্যান কৰা নাছিল কেৱল, পত্নী ব্ৰাহ্মণীৰ কাতৰ অনুৰোধ ৰক্ষা কৰিবলৈহে দ্বাৰকাপতি কৃষ্ণৰ গৃহলৈ আহিছে। সেইহে দুৰ্ভগীয়া ব্ৰাহ্মণ দামোদৰক ঐশ্বৰ্য্য সা-সম্পত্তি দিয়াৰ মানসেৰে ব্ৰাহ্মণে আচুতীয়াকৈ লুকুৱাই ৰখা চিৰা চাউলৰ টোপোলাটিৰ পৰা এইয়া কি বুলি প্ৰশ্ন কৰি পৰম তৃপ্তিৰে এমুঠি লৈ খালে। আৰু এমুঠি লৈ খাবলৈ ধৰোতে মাতৃ লক্ষ্মী দেৱীয়ে সৰ্বোচ্চ সম্পত্তি এমুঠিযেই দিব পৰা যায় বুলি আকাৰে-ইঙ্গিতেৰে কৃষ্ণৰ হাতত ধৰি বাধা দিয়ে আৰু কৃষ্ণই চিৰা চাউল খাবলৈ এৰি এটা নিৰ্মল হাঁহিৰে নিৰৱে থাকিল। ব্ৰাহ্মণে সুবৰ্ণৰ খাটত হংস তুলিত শুই স্বৰ্গপুৰী যেন অনুভৱ কৰি গোটেই ৰাতি কৃষ্ণৰ লগতে কটালে। পুৱাতে উঠি কৃষ্ণৰ পৰা বিদায় লৈ গৃহলৈ বুলি যাত্ৰা কৰিলে। বিদায় সময়ত কৃষ্ণই প্ৰিয় সখী দামোদৰক হাতত ধৰি মাধৱ বান্ধৱে নানান সুমধুৰ বাণীৰে আগবঢ়াই লৈ আহিল। দৰিদ্ৰ ব্ৰাহ্মণ দামোদৰে বাটত আহি থাকোতে অতি দুখেৰে ভাবিবলৈ ধৰিলে যে, তেওঁ নিজেও সা-সম্পত্তি, ধন বিত নিবিচাৰিলে আৰু কৃষ্ণই ও একো নিদিলে যদিও জগত পালোতা কৃষ্ণই কিমান উদাৰ! বিপ্ৰ দামোদৰৰ দৰে এজন দৰিদ্ৰ ব্ৰাহ্মণক অশেষ মৰম স্নেহেৰে আদৰি লৈ নিজৰ সুবৰ্ণৰ খাটত বহিবলৈ দি চৰণ ধুৱাই অতিথি শুশ্ৰূষা কৰিলে। জননী লক্ষ্মী দেৱীয়েও পথৰ শ্ৰম নাইকিয়া কৰিবলৈ চামৰাৰে বিছিলে। অজলা ব্ৰাহ্মণে ভাবিলে যদি তেওঁক ধন সম্পত্তি দিয়ে তেনেহলে বিপ্ৰই কৃষ্ণৰ কথা পাহৰি যাব। এনেকৈ বিভিন্ন প্ৰশ্ন উত্তৰ বিপ্ৰৰ মানস পটত ভাঁহি উঠে আৰু তাকে ভাৱি চিন্তি মলিন মনেৰে ঘৰৰ ওচৰ পালেগৈ। কিন্তু ঘৰ পাই দেখে যে বিপ্ৰৰ ভগ্ন চিগি যাব খোজা ঘৰটোৰ ঠাইত 'দিব্য সৰোবৰ' কুকিল কণ্ঠেৰে গীত গাই থকা সৰগৰ পক্ষীয়ে শোভা কৰি 'অনুপম' উদ্যান আৰু চন্দ্ৰ সূৰ্য্যৰ দৰে উজ্বল জ্যোতিৰে বাসগৃহ দেখি বিপ্ৰই নিজৰ ঘৰ হয়নে নহয় বুলি মনত সন্দেহৰ ভাৱেৰে আচাৰিত হৈ নিৰীক্ষণ কৰিবলৈ ধৰিলে। সমূহ গাওঁবাসীয়ে সুললিত ধ্বনিৰে নানান ধৰণৰ বাদ্যযন্ত্ৰ বজাই ব্ৰাহ্মণক আদৰি আনিলে। হাজাৰ দাসীৰে পৰিবেষ্টিত হৈ স্বৰ্ণ অলংকাৰ সু-সজ্জিতা ৰূপৱতী লক্ষ্মী সমব্ৰাহ্মণীয়ে স্বামী বিপ্ৰ অহাৰ বাতৰি পাই অসীম আগ্ৰহেৰে আগবঢ়াই আনে। ব্ৰাহ্মণীয়ে হঠাৎ স্বামীক দেখা পাই অতিশয় আনন্দিত হৈ চকুৰ পানীৰে সেৱা জনাই মনৰ মাজতে আলিঙ্গন কৰিলে। ঘৰ দুৱোৱাহে নিজৰ পত্নীক দেখি পৰম সুখী হৈ বিপ্ৰই প্ৰফুল্ল মনেৰে নিজ গৃহত প্ৰৱেশ কৰে।

হীৰাৰ ডাঙৰ খুটা, স্বৰ্ণ কৱা, স্ফটিকৰ দুৱাৰ আৰু বান বাখৰ পান্না আদিৰে ভৰপূৰ সুৱৰ্ণৰ খাটত সজাই দুগ্ধ ফেন সদৃশ শয্যাৰে সুৱৰ্ণৰ আসন, সুৱৰ্ণৰ পাত্ৰৰে মুকুতাৰ মণি অঁৰা সুশোভিত বাসগৃহ সু-শ্ৰী দুহিতা সকলৰ ভৰিৰ নুপূৰ ধ্বনিৰে মুখৰিত কৰি তুলিলে। ৰাতি-দিন পাৰ্থক্য নাৰাখি শাৰী শাৰী কৈ জ্বলাই হীৰাৰ চাকিৰে জ্যোতিস্ময় কৰি ৰাখিলে। অন্তৰ্যামী প্ৰভু ভগৱন্তই দৰিদ্ৰ বিপ্ৰ দামোদৰৰ অতি নগন্য চিৰা-চাউল মুঠিকে ভোজন কৰিয়েই অধিক সম্পত্তি দান কৰাত দামোদৰ কৃষ্ণৰ প্ৰতি পৰম কৃতাৰ্থ হ'ল। আৰু বাল্যকালৰ বন্ধুত্ব পুনৰ সুঁৱৰি চিৰকালে সঙ্গীৱ হৈ থাকি, সংসাৰৰ মায়া মোহৰ প্ৰতি আবেগিক হৈ কৃষ্ণৰ প্ৰতি থকা একান্ত শ্ৰদ্ধাভক্তি যাতে লোপ নাপায়, জনমে জনমে তেওঁ চৰণ সেৱা কৰি ভগৱন্ত দাস হৈ থাকিব পাৰে, এই আশাৰে 'ব্ৰাহ্মণে অতি সুখেৰে পত্নীসহ চতুৰ্ভূজী বিষ্ণুক পৰম দৃঢ় ভক্তিৰে এক-মন, এক-প্ৰাণ কৰি দৈৱকীৰ হৃদয়ানন্দন শ্ৰীকৃষ্ণৰ চৰণ ধ্যানমগ্ন হৈ সংসাৰ মায়া মোহ ত্যাগ কৰিবলৈ বাধ্য হ'ল। আৰু 'কৰ্মবন্ধহীন' হৈ সকলোতে ব্ৰহ্মময় স্বৰূপে দেখা পায়। সৰ্বশেষত অনাদি অনন্ত প্ৰভু ভগৱন্ত শ্ৰীকৃষ্ণৰ হিযাত লীন হবলৈ সক্ষম হয়।'

দামোদৰ আখ্যানটিৰ মাজেৰে শ্ৰীমন্ত শংকৰদেৱে শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰি নৱ-ৰসৰ সঞ্চাৰ কৰিছে এইদৰে -

*'মাধৱৰ ইটো পৱিত্ৰ কথাক*
*শুনিবে যাৰ প্ৰবন্ধ,*
*কৃষ্ণৰ চৰণে তাৰ ভক্তি বাঢে*
*এৰাই সিটো কৰ্মবন্ধ।*
*ভনিল শংকৰে কৃষ্ণৰ কীৰ্ত্তন*
*কৰিয়ো সৱে সমাজে।*
*ইটো কলিযুগে আন গতি নাই*
*হৰিৰ নামত বাসে।*
*বৃথা আয়ু যায় কৰিয়ো লোকাই*
*বৈকুণ্ঠ যাইবাৰ কাম।*
*মায়াময় ইটো বিষয় এড়িয়া*
*ডাকি বোলা ৰাম ৰাম ॥'*

কীৰ্ত্তন ঘোষাৰ অন্যান্য অধ্যায়তকৈ দীঘল এই আখ্যানটি গুৰুজনাৰ কবিত্ব প্ৰতিভাৰ উজ্জ্বল নিদৰ্শন পোৱা যায়।

দামোদৰ বিপ্ৰাখ্যান আখ্যানটো গুৰু জনাই চাৰিটা কীৰ্ত্তনত ভাগ কৰি

লিখিছে। প্ৰতিটো কীৰ্ত্তনত ঘোষাৰে আৰম্ভ কৰি ৰচনা কৰিছে। শিষ্য আৰু ভক্ত সকলক শ্ৰৱণ কীৰ্ত্তনৰ প্ৰতি আকৰ্ষিত কৰি ভগৱৎমুখী কৰাই কীৰ্ত্তন ঘোষাব উদ্দেশ্য।

প্ৰথম কীৰ্ত্তনটি তিনি তিনি ছয়টা পৰ্বৰে দুটি চৰণযুক্ত মিত্ৰাক্ষৰ দুলডী ছন্দত লিখিছে। এটি স্তবকত চল্লিশটাকৈ মাত্ৰা আছে। প্ৰতিটো চৰণত তিনিটাকৈ পদ বা পৰ্ব আছে বাবে ইয়াক দুলড়ি ছন্দ বুলিও লোৱা হয় -

*'শুক নিগদতি শুনা কুৰুপতি*
*কৃষ্ণৰ আৰো চৰিত্ৰ।*
*আছিল দৰিদ্ৰ বিপ্ৰ দামোদৰ*
*বৈষ্ণৱ অতি পৱিত্ৰ।'*

দ্বিতীয় কীৰ্ত্তনত প্ৰতিটো স্তৱকত ছয়টিকৈ পৰ্ব আৰু বাৱন্নটিকৈ মাত্ৰা আৰু প্ৰতিটো চৰণত তিনিটা পদ বা পৰ্ব আছে।

*'পাছে হৰি হাস্য কৰি সখাৰ হাতত ধৰি*
*সুধিলন্ত কৰি সতকাৰ।*
*গুৰুৰ গৃহৰ তথা সুমৰা পুৰণি কথা*
*যেন ভৈলা আন্ধাৰ নিকাৰ।'*

তৃতীয় আৰু চতুৰ্থ কীৰ্ত্তন ঘোষাৰে আৰম্ভ কৰি পদত সামৰণি মাৰিছে। দুলড়ী বা হ্ৰস্ব ত্ৰিপদী ছন্দত এই কীৰ্ত্তনৰ ঘোষা পদ ৰচনা কৰা হৈছে।

*'হেন শুনি হাসি বিপ্ৰত পুছন্ত*
*সৰ্বজান হৃষীকেশ*
*আম্কাক লাগিয়া আনি আছা যিবা*
*দিয়োক সখি সন্দেশ।'*

*'সুৱৰ্ণ কৱলী মৰকত স্থলী*
*স্ফটিকৰ দ্বাৰ বাৰ*
*বজ্ৰময় স্তম্ভ গৃহৰ আৰম্ভ*
*দেখি ভৈলা চমৎকাৰ।'*

শংকৰদেৱৰ কাব্যিকতাৰ পৰশত একোটি সৰু আখ্যানেও ৰসাল আৰু সৰ্বাংগ সুন্দৰ কৰি ছন্দ অলংকাৰেৰে সুশোভিত হৈ জনমানসত মনোৰম আৰু হৃদয়শালী হৈ উঠিছে। পদসমূহৰ চিৰ নতুন প্ৰকাশভংগী, বিষয়বস্তু আৰু পটভূমিক মৌলিক কৰিবলৈ যত্ন কৰিলেও শব্দালংকাৰ আৰু অৰ্থালংকাৰ প্ৰয়োগ এক সৰ্বাংগ সুন্দৰ কৰি গতিশীলতা দান কৰিছে।

মহাপুৰুষ জনাই শ্ৰৱণ কীৰ্ত্তনক গুৰুত্ব প্ৰদান কৰা হেতুকে আখ্যানটিত সখা বিপ্ৰ দামোদৰ আৰু শ্ৰীকৃষ্ণৰ মাজত মধুৰ আতিথ্য ভাৱ বিনিময়ে ভক্তিৰসৰ সঞ্চাৰ কৰি বাল্যকালৰ বন্ধুত্বৰ আৰু পিছত উপাস্য দেৱতাক ভকত আৰু ভগৱানৰ একান্ত মহিমাক ভক্তিভাৱেৰে বান্ধি হৰিভক্তিৰ সঞ্চাৰ কৰি আখ্যানটিত সজীৱতা দান কৰিছে ।


সহায়ক গ্ৰন্থপঞ্জী ঃ

১) সম্পাদনা, শংকৰ সংঘ-কীৰ্ত্তন ঘোষা

২) সম্পাদনা, স্বৰ্ণ বৰুৱা গগৈ-সাহিত্যৰ মৃদু নিৰ্য্যাস

৩) অৰুণা শইকীয়া-দামোদৰ বিপ্ৰাখ্যান

# মহাপুৰুষ শংকৰদেৱ আৰু মহাত্মা কবীৰ দাসৰ তুলনাত্মক দৃষ্টিভংগী

স্বৰ্ণ হাজৰিকা

বৈষ্ণৱ ধৰ্ম প্ৰৱৰ্ত্তক মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ নগাওঁ জিলাৰ আলিপুখুৰীত জন্মগ্ৰহণ কৰিও যেনেকৈ অসমৰেই হৈ থকা নাই ভাৰততো পৰিচিত ঠিক তেনেকৈয়ে উত্তৰ ভাৰতৰ বাৰানাসীত জন্ম গ্ৰহণ কৰা কবীৰ দাসো সমগ্ৰ ভাৰততে পৰিচিত।

তুলনাত্মক দৃষ্টিৰে চালে দুয়োজনৰে মতৰ মিল থকা দেখা পোৱা যায়- আধ্যাত্মিক দৃষ্টি, লক্ষ্য, জীৱনৰ উদ্দেশ্যৰো সাদৃশ্য দেখা পোৱা যায়। একেটা উদ্দেশ্যৰেই যে দুয়োজনে পৃথিৱীত জন্ম গ্ৰহণ কৰিছিল তাকো সহজতে মানি ল'ব পাৰি।

যিটো সময়ত ভাৰতবৰ্ষৰ সমাজ ব্যৱস্থা বিশৃংখল হৈ পৰিছিল সেই সময়তেই অসমত মহাপুৰুষ শংকৰদেৱৰ আবিৰ্ভাৱ আৰু উত্তৰ ভাৰতৰ বাৰানসীত মহাত্মা কবীৰ দাসৰো জন্ম। দুয়ো সমসাময়িক ভাৰতবৰ্ষ খোজ কাঢ়ি ভ্ৰমণ কৰাৰ কালত ইজনে সিজনক লগ পাইছিল। সেইটো সময়ত জনসাধাৰণ অন্ধবিশ্বাস আৰু কু-সংস্কাৰৰ প্ৰতি থকা দায়বদ্ধতা, কৰ্ত্তব্য পালন কৰিবলৈ আগবাঢ়ি যাওঁতে জনসাধাৰণৰ পৰা কটু কথা, নানা ভৎৰ্সনা আদি শুনিব লগা হৈছিল।

মন কৰিবলগীয়া কথা যে দুয়োৰে আদিম পুৰাতো অন্ধকাৰময়। জন্মৰ সাতদিনৰ পিছত শংকৰদেৱ নামৰ দেৱশিশুটিৰ পিতৃ হানি আৰু কিছুদিনৰ পিছত মাতৃ হানি। যাৰবাবে বুঢ়ীমাক খেৰসূতীয়ে লালন-পালন কৰিব লগা হৈছিল। শিক্ষাৰ ক্ষেত্ৰত ১২ বছৰ বয়সত মহেন্দ্ৰ কন্দলীৰ ওচৰত লাভ কৰা শিক্ষাৰেই বিচক্ষণ বুদ্ধিৰ পৰিচয় দিলে আকাৰ-ইকাৰ নোহোৱা কৰতল কমল দল নয়ন কবিতা লিখি। শাৰীৰিক বলৰ পৰিচয় দিলে ষাঁড় গৰুৰ শিংত ধৰি জোকাৰি পেলায় আৰু বাৰিষা ব্ৰহ্মপুত্ৰ সাতুৰি পাৰ হয়।

কবীৰ দাসৰ জন্ম কাহিনী আৰু ৰোমাণ্টিক। ভক্ত সকলৰ মত অনুযায়ী ভুলতে এগৰাকী বিধৱা ব্ৰাহ্মণীক পুত্ৰৱতী হোৱাৰ আশীৰ্বাদ দিলে যাৰ ফলত পুত্ৰ জন্ম হ'ল কবীৰ। এনেই বিধৱা তাতে আকৌ ব্ৰাহ্মণ বিধৱা। তাতে সেই সময়ৰএগৰাকী বিধৱাই পুত্ৰ সন্তান জন্ম দিয়াটো কেনে কলংকৰ কথা। গতিকে পুত্ৰ কবীৰৰ মাতৃ গৰাকীয়ে বাৰানসী লহৰতৰা নামৰ এটা পুখুৰীত লোক ভৎসনাৰ পৰা বাচিবৰ কাৰণে উটুৱাই দিলে। এহাল সন্তানহাৰা পৰিয়ালে শিশু কবীৰক

পুখুৰীৰ পৰা উঠাই নি তুলি তালি ডাঙৰ কৰিলে । সকৰ পৰাই তেওঁ ধৰ্মৰ প্ৰতি আকৃষ্ট আছিল, পিতৃ-মাতৃক গৃহ কাৰ্য্যত সহায় কৰি দিছিল; তেওঁৰ হৃদয়ত জ্ঞান পিপাসা কিন্তু জাগ্ৰত হৈ আছিল । সেয়ে তেওঁক ৰামানন্দৰ ওচৰত অৰ্পন কৰা হ'ল আৰু তেওঁক গুৰু বুলি স্বীকাৰ কৰিলে । দাৰিদ্ৰ্যৰ কবলত পৰি নাইবা সেই সময়ৰ শিক্ষানুষ্ঠানৰ অভাৱত তেওঁৰ আখৰৰ লগত সম্বন্ধই নাই বুলি কবীৰে কৈছে - "মসি কাগদ ছুয়ো নহী, কলম গহি নহী হাথ ।" শিক্ষাৰ কথাটো বাদেই কবীৰে কাগজেই চুই পোৱা নাছিল ।

এই গৰাকী মহান পুৰুষে গোটেই ভাৰতবৰ্ষ খোজকাঢ়ি ভ্ৰমণ কৰি জনসাধাৰণৰ দুখ-সুখ, আচাৰ-ব্যৱহাৰ, ৰীতি নীতিৰ বুজ লৈ শিষ্য সকলৰ দ্বাৰা লিপিবদ্ধ কৰা গ্ৰন্থ বীজক আক্ষৰিক জ্ঞান নথকা কবীৰৰ পৰামৰ্শ বীজক গ্ৰন্থৰ সৃষ্টি । বীজকৰ তিনিটা খণ্ড 'সখী'; 'সৰ্বেদ' আৰু 'ৰমেনী' । কবীৰৰ ভজন পুৰা-গধূলি ৰেডিঅ', দূৰদৰ্শনত সদায়ে প্ৰচাৰ হৈ আহিছে । শংকৰদেৱৰ ৰচিত ঘোষা আদি যেনেকৈ সৰ্বসাধাৰণ শিক্ষা নথকা লোকৰ মুখত আখৈ ফুটাদি ফুটে সেইদৰে কবীৰৰ ভজন উত্তৰ ভাৰতৰ জনসাধাৰণৰ মুখত সৰ্বদা মুখৰিত ।

দুয়োজনেই বৈবাহিক জীৱন-যাপন কৰি উচ্ছৃংখল সমাজখনক সৎপথলৈ অনাৰ দিশত আছিল ব্ৰতী । শংকৰদেৱে মনু আৰু কালিন্দীক বিয়া কৰাই গৃহস্থী ধৰ্ম পালন কৰিছিল আৰু কবীৰ দাসে লোই নামৰ এগৰাকী যুৱতীক বিয়া কৰাই কমাল কমালী নামৰ দুটা সন্তানৰ পিতৃ হৈ গৃহস্থী ধৰ্ম ৰক্ষা কৰে ।

১৪৪৯ খৃষ্টাব্দত শ্ৰীশংকৰদেৱৰ জন্ম আৰু ১৪৫৬ খৃষ্টাব্দত জ্যেষ্ঠ পূৰ্ণিমা তিথিত কবীৰ দাসৰ জন্ম হয় । সেই সময়ত সমাজ ব্যৱস্থাৰ প্ৰতি দুয়োজন আছিল সচেতন । শংকৰদেৱে তৃণমূল পৰ্য্যায়ৰ জনসাধাৰণৰ অতি ওচৰলৈ গৈ জানি বুজি তেওঁলোকে বুজিব পৰাকৈ গীত-পদ ৰচনা কৰিছিল আৰু সমূহীয়া ৰাজহুৱা ক্ষেত্ৰ আৰু অনুষ্ঠানত মিলিত হোৱাৰ সুযোগ দিছিল । এখন সমাজ মহৎ আৰু সংস্কৃতিবান হ'ব পৰা প্ৰায় সকলো অৱদানেই মহাপুৰুষ জনাই দি গ'ল যিবোৰ ঐক্য স্থাপনৰ ভেটি লগতে তেওঁৰ পদবোৰ কবীৰ দাসৰ দৰেই গোৱাৰ উপযুক্ত বাবে ম'হ-গৰু-গুৱালৰ মুখত সুৰীয়া সুৰেৰে বাজি থাকে । শংকৰে ভাৰত ভ্ৰমণ কৰি বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কাৰ্য্যত ব্ৰতী হৈছিল আৰু সমাজৰ প্ৰতিথকা দায়বদ্ধতাৰ বাবেই জাত-পাত ভেদ ভাৱ আঁতৰ কৰাৰ প্ৰচেষ্টাৰে বিভিন্ন জনগোষ্ঠীৰ শিষ্য সকলক লগত লৈ এক শৰণ ভাগৱতী ধৰ্ম প্ৰচাৰ কৰে । বাৰ বছৰ ভ্ৰমণৰ কালত বৰ্ত্তমানৰ অযোধ্যালৈ গৈয়ো ভাগৱতী ধৰ্ম প্ৰচাৰ কৰিছিল ।

জাতিভেদ সম্পৰ্কত শংকৰদেৱৰ দৃষ্টিভংগী আছিল শুদ্ধ, সেইবুলি তেওঁ

জাতিভেদ বা বৰ্ণ ভেদৰ প্ৰত্যক্ষ ভাৱে বিৰোধিতাও কৰা নাছিল । কাৰণ বিদ্ৰোহ কৰাৰ প্ৰস্তুতিও নাছিল, তথাপিও তেওঁৰ অন্তৰত ক্ষোভে গুজৰি গুমৰি থকাৰ বাবে স্তৱকত ব্যক্ত কৰিছিল-

*চণ্ডালে কৰিছে হৰি কীৰ্ত্তন*
*বুলিয়া নিন্দে যিটো অজ্ঞ জন*
*তাক সম্ভাষণ যিজনে কৰে*
*আজন্মৰ পূণ্য তেখনে হৰে ।*

ইয়াৰ দ্বাৰা তেওঁ এইটোৱেই ব্যক্ত কৰে যে আদৰ্শনিষ্ঠজন অস্পৃশ্য হ'ব নোৱাৰে ।

তাৰোপৰি-

*"কিৰাট কছাৰী খাচি গাৰো মিৰি*
*যৱন কংক গোৱাল*
*অচম মুলুক ৰজত তুৰুক*
*কুৱাৰ ম্লেচ চণ্ডাল ।"*

গাৰোৰ গোবিন্দ, মিৰিৰ জয়হৰি, যৱনৰ চান্দসাই, নগাৰ নৰোত্তমক সাৱটি লোৱাৰ পৰাই জাতিভেদৰ প্ৰতি তেওঁৰ কেনে মত ভালদৰেই বুজা যায় । ঋকবেদৰ পৰা জানিব পৰা যায় যে বৈদিক যুগৰ পৰাই জাতি-ভেদ প্ৰথাৰ প্ৰচলন আছিল । য'ত গুণ আৰু কৰ্মৰ আধাৰত বৰ্ণ বিভাজন কৰা হৈছিল । অৰ্থাৎ জন্মৰ পৰা কোনো ব্ৰাহ্মণ, শূদ্ৰ, ক্ষত্ৰিয়, বৈশ্য হৈ অহা নাই । মহাভাৰতত কৃষ্ণৰ মুখৰ পৰা আৰু যুধিষ্ঠিৰৰ পৰাও এই উক্তি সদৰি হৈছে । প্ৰকৃতাৰ্থত ব্ৰহ্মৰ পৰা জন্ম গ্ৰহণ কৰাৰ বাবেহে সকলো বৰ্ণই ব্ৰাহ্মণ । বৃত্তি অনুসাৰে ত্ৰিবৰ্গৰ সৃষ্টি ।

কবীৰ দাসেও সেইদৰেই খোজ কাঢ়ি ভাৰতৰ বহুত ঠাই ভ্ৰমণ কৰি তৃণ মূল পৰ্য্যায়ৰ জনসাধাৰণৰ জীৱন ধাৰণ, ধৰ্ম, সমাজ ব্যৱস্থা আদিৰ বুজ লৈছিল আৰু শিষ্য সকলক ব্যক্ত কৰিছিল ।

জাত-পাত ভেদা-ভেদ সম্পৰ্কত সেই সময়ত আছিল তুংগত । শংকৰদেৱৰ দৰে কবীৰ দাসেও প্ৰত্যক্ষ ভাৱে বিৰোধিতা নকৰি পৰোক্ষভাৱে কৰিছিল । কিয়নো তেওঁ কোৱা মতে "সচ কহ্ তো মাৰন ধাৱে ঝুঠাহি জগ পতিয়ানা" । অৰ্থাৎ সময়তো অজ্ঞান আন্ধাৰে আচ্ছন্ন হৈ আছিল গতিকে সঁচা কথা কবলৈ গলে মাৰ খাবহে লাগিছিল । তেওঁ কৈছিল জাতি ন পুচু সাধুকী পুছ লিজিএ জ্ঞান, মোল কৰো ওলোৱাৰকা পড়া ৰহনে দো ম্যান ।" তৰোৱালৰ ঢাকনিৰ লগত জাতি আৰু লোহাৰ লগত জ্ঞানৰ তুলনা কৰিছিল । জাতিৰ মূল্য নাই জ্ঞানৰহে মূল্য

আছে বুলি প্রতিপন্ন কৰিছিল কবীৰ দাসে ।

ঐশ্বৰিক জ্ঞান সম্পৰ্কত জনসাধাৰণ আছিল অন্ধ । সাপ, বেং, গছ সকলোতেই ঈশ্বৰ আছে বুলি সকলোতে পূজা কৰিছিল । শিলৰ মূৰ্ত্তিৰতো কথাই নাই । কবীৰে কৈছিল "পাথৰ পূজন হৰি মিলে তো মে' পুজো পাহাৰ, অতো য়ে চাকি ভল্লি পিচ খায় সংসাৰ । পাথৰ পূজা কৰি ভগৱান লাভ কৰিলে কবীৰে হিমালয় পৰ্বততো পুজিব পাৰে, তাতকৈ আটা পিচা জাতখন পূজা কৰাও ভাল বুলি কৈছে । কাৰণ জাতখন উপকাৰী আটা পিচি মানুহে জীৱন ধাৰণ কৰিব পাৰে ।

কবীৰ দাসৰ সময় আছিল অতি কঠিন, পৰিস্থিতি ভয়াবহ । মুছলমানৰ শাসনত জনসাধাৰণ নিৰাশ হৈছিল । হিন্দুধৰ্মী সকলৰ মাজত মিথ্যা ব্ৰহ্মাচাৰ, কৰ্মকাণ্ড, পূজা অৰ্চনা কৰ্মকাণ্ড, মিথ্যাড়ম্বৰ ব্যাপ্ত হৈ আছিল । জনসাধাৰণ ৰাজনৈতিক, ধাৰ্মিক দুয়ো ক্ষেত্ৰতেই সংকটত পৰিছিল । তেনে সময়ত ধৰ্ম সমাজ উদ্ধাৰ কৰোতা এজনৰ নিতান্ত প্ৰয়োজনীয় অনুভৱ কৰিছিল । লগতে তেওঁ কেৱল সদ্উপদেশৰে কাৰো হৃদয় পৰিবৰ্তন কৰিব নোৱাৰি বুলি অনুভৱ কৰি সংস্কাৰ কাৰ্যৰ বাবে কাব্যক মাধ্যম কৰি ললে । এনেদৰেই তেওঁ এজন সমাজ সংস্কাৰক হিচাপে স্থান পালে । তেওঁ নিজে সকলো দুৰ্গুণৰ পৰা মুক্ত বুলি আত্ম বিশ্বাস আনি কৈছিল যে সো চাদৰ সুৰ মুনি ওঢ়কে মৈলী কৰি জ্যো কি ত্যো ঝিনি চদৰীয়া" -মানুহৰ শৰীৰটোক এখন চাদৰ বা কাপোৰৰ লগত তুলনা কৰি কবীৰে কৈছে যে- 'ঝিনি ঝিনি বিনি চদৰীয়া' অৰ্থাৎ মিহি সুতাৰে দীৰ্ঘবানিৰে টুকি টুকি চাদৰ তৈয়াৰ কৰাৰ দৰেই নিৰাকাৰ ভগৱন্তই দহমাহ দহ দিনত মানৱ দেহ তৈয়াৰ কৰিছে বৰ যত্নৰে । সেই মনুষ্য ৰূপী কাপোৰ খন মানুহে লেতেৰা কৰে । কবীৰে কিন্তু লেতেৰা নকৰাকৈ শুদ্ধ ভাবেই ভগৱানক ঘূৰাই দিব ।

কবীৰ দাসৰ সময়তো আছিল অস্পৃশ্যতা, ভেদভাৱ, অহংকাৰ, মায়া মোহত ডুংগত বুলি ক'ব পাৰি । অস্পৃশ্যতা আৰু বৰ্ণ বিভেদৰ ক্ষেত্ৰত তেওঁ কৈছে যে যো তু ব্ৰাহ্মণী আয়া, আন বাটচে ক্যো নহী আয়া । ব্ৰাহ্মণৰ উচ্চ ভাব তেওঁ এইদৰে খণ্ডন কৰিছে ।

মুছলমান সকলকো তেওঁ সুদাই এৰা নাই । তেওঁ কৈছে যে 'কাকৰ পথৰ জ্যোৰি মচজিদ লই সুনাই, তা চটি মুল্লা বাগ দে ক্যা বহিৰা হুয়া খুদায় । সেই সময়ৰ মছজিদ তৈয়াৰ কৰিছিল আৰু পুৰা গধূলী নামাজ পঢ়িছিল চিঞৰি চিঞৰি । কবীৰে কৈছে যে ইমান চিঞৰিছা কিয় ভগৱান ক'লা নে কি ? তেওঁৰ মতে ভগৱানক হৃদয়ত বিচাৰিলে চিন্তা, অনুভৱ আদিৰে উপলব্ধি মাত্ৰ কৰিব পৰা

যায় । নামঘৰ, মছজিদত ভগৱানক ক'ত পাবা ?

*জাতি ভেদৰ ক্ষেত্ৰত আকৌ কৈছে যে 'হিন্দু তুৰুক কী এক ৰাহ হায় , অৰ্থাৎ যি জাতিয়েই নহওক কিয় অহা যোৱাৰ ৰাস্তা একেটাই । ধাৰ্মিক আৰু জাতি ভেদৰ বিৰোধিতা কৰিছে কবীৰে, কাৰণ উচ্চকুল কা জনমীয়া, কৰণী উচ্চ ন হোয় সুবৰণ কলম সুৰা ভৰা সাধু নিন্দে সোয় । অৰ্থাৎ উচ্চকুলত জন্ম গ্ৰহণ কৰিলেই উচ্চ হ'ব নোৱাৰে কৰ্মত হে উচ্চ । পুৰা গধূলী যিজনে সুৰাপান কৰে সাধু সকলে তেওঁক নিন্দা কৰে ।

ঈশ্বৰীয় জ্ঞান সম্পৰ্কে কবীৰ দাসৰ ভগৱান নিৰাকাৰ; চাৰিটা হাত থকাজন নহয় - চাৰি ভুজাকে ভজন যে ভুলি পৰে সব সন্ত; কবীৰা সুমিৰে অমুকো যাকে ভুজা অনন্ত । মানে কবীৰে ব্যঙ্গ কৰি কৈছে যে চাৰিটা বাহু থকা ভগৱানক সকলোৱে পূজা কৰি ভোল গৈ থাকে । কিন্তু কবীৰৰ ভগৱানৰ বাহু অনন্ত লেখ, জোখ নাই, হিচাবেই কৰিব নোৱাৰি ।

জীৱন ক্ষণস্থায়ী, ক্ষণভঙ্গুৰ, কচুপাতৰ পানী, অথিৰ ধন জন জীৱন যৌৱন, শংকৰদেৱৰ এই বাণী সমূহৰ লগত কবীৰ দাসৰ বাণীৰ সম্পূৰ্ণ মিল আছে - 'মনুষ্য জীৱন কাগজ কী পুৰিয়া, ঝাৰ অৰ্ডৰ ঝাক্ষৰ, কাঁট কী ঝৰিয়া, ধন যৌৱন কো গৰব ন কীজে আদিৰে ক্ষণস্থায়ী জীৱনৰ তুলনা কৰিছে । পঞ্চ ৰংগ কী চোলো অৰ্থাৎ পঞ্চ তত্ত্বৰে গঠিত দেহটো লৈনো কিহৰ গৰ্ব । যিটো শৰীৰ এদিন মাটিত মিলি যাব । গতিকে গৰ্ব, অহংকাৰ, হিংসা আদিৰ নিস্প্ৰয়োজন বুলি শংকৰদেৱৰ দৰেই কবীৰ দাসেও সোঁৱৰাই দি গৈছে ।

ঈশ্বৰ প্ৰাপ্তিৰ ক্ষেত্ৰত দুয়োজনেই নিৰাকাৰ ভগৱানৰ ধ্যান ধাৰণাৰ পোষকতা কৰি গৈছে । ভগৱান এক নিৰাকাৰ জ্যোতি, বিন্দু, যোগ, অনুভৱ আদিৰে সেই জ্যোতি, বিন্দুৰ লগত যোগসূত্ৰ স্থাপন কৰিব পাৰি কিন্তু মন আৰু বিবেকক নিজৰ বশৱৰ্ত্তী কৰি ঈশ্বৰক সৰ্বব্যাপক বুলি মানি লৈ বিকাৰ ৰহিত হৈ সৰল সাত্বিক পবিত্ৰ চল, কপট, তৃষ্ণা আদি যত মানে বিকাৰৰ পৰা আঁতৰত থাকিবলৈ দুয়োজনেই পৰামৰ্শ দি গৈছে ।

মনুষ্য জীৱন দুৰ্লভ গছৰ ফলৰ দৰে ই প্ৰত্যেক বছৰে লাগি নাথাকে বুলি কবীৰ দাসে পুনৰ জন্মৰ প্ৰতি অবিশ্বাস কৰে । সেয়ে হাই কাজিয়া নকৰি জীৱনটো শুদ্ধ ভাৱে ভগৱানক দিয়াৰ কথা কৈছে আৰু তেওঁ জোৰদাৰ ভাবেই কৈছে যে যহ তো ঘৰ হয় প্ৰেম কা খানা কা ঘৰ নহী - অৰ্থাৎ এইখন মাহী আইৰ ঘৰ নহয় যে আমি কাজিয়া কৰি থাকিম । যাৰ অন্তৰত দুটা আখৰৰ প্ৰেম নাই তেওঁক মৃত বুলি কৈছে । কমাৰৰ ভাটিৰ দৰে তেওঁ উশাহহে লৈ থাকে ।

শংকৰদেৱৰ জন্ম হৈছিল আনৰ কাৰণে জনসাধাৰণৰ মঙ্গলৰ বাবে; মহাত্মা গান্ধীয়েও কৈছিল 'চবকে ভলেচে অপনা ভলা' আনৰ কাৰণে কান্দিব জানিলে কান্দোনতো সুখ পায়। কবীৰ দাসেও কৈছে - 'সুখীয়া চব সংসাৰ হায়, খাৱে অৰ্ডৰ সোঁৱে দুখীয়া দাস কবীৰ হায় জাগে অৰ্ডৰ ৰোৱে - অৰ্থাৎ জনসাধাৰণ শুলে তেওঁ শুব, হাঁহিলে হাঁহিব আৰু সাৰ পালে সাৰ পাব।

কবীৰ দাসে নিজকে পত্নীৰ গোলাম বুলি কৈছে - পাপীহা চৰাইৰ দৰে একমাত্ৰ ভগৱানক হৃদয়ত বিচাৰি থকা কবীৰ দাস আছিল ভগৱত প্ৰেমীৰ লগতে মানব প্ৰেমী ভগৱানক হৃদয়ত স্থাপন কৰি জগতৰ কল্যানৰ কৰ্ম কৰাটোৱেই ধৰ্ম বুলি দুয়োজনে কৈছে। বিশ্ববিদ্যালয় ডিগ্ৰীৰে প্ৰকৃত মানুহৰ পৰিচয় নহয় বুলি কবীৰে কৈছে যে 'পুথি পঢ়ি পঢ়ি জগ মুৱা পণ্ডিত ভয়া নকোয এক অক্ষৰ পঢ়ে। প্ৰেম সো পণ্ডিত হোয়।

পাপৰ বোজা বৈ কাশীত মৃত্যু হলেও সদগতি লাভ কৰিব নোৱাৰে। সেইকাৰণে তেওঁ নিজৰ ক্ষেত্ৰতেই কৈছে যে 'যস কাশী ওস মগহা'- মৃত্যুৰ বাবে সকলো ঠাইৰ মহানতা একেই। মাত্ৰ যাৰ হৃদয়ত ৰাম অৰ্থাৎ ভগৱান থাকে।

তুলনামূলক দৃষ্টি ভঙ্গীৰে দুয়োজন মহাত্মাই কল্যানকামী অহিংসাৰ পূজাৰী মানৱপ্ৰেমী অৱশ্যাম্ভী মৃত্যুৰ কথা সোঁৱৰাই দি কবীৰে কৈছে -কাল শিৰহ্নে হ্ৰয় খৰা জানি সোয় গিয়াৰে মিত্ৰ ভাগৱতে কৈছে - 'দুৰ্ঘোৰ মৰণ কিয় নেদেখিয়ো আগে, তেতিক্ষণে ধৰে আসি মহামৃত্যু বাঘে।'

# ধৰ্ম প্ৰচাৰক আৰু সমাজ সংগঠক ঃ
# শ্ৰীমন্ত শংকৰদেৱ

অম্বিকা বুঢ়াগোহাঁই

অসমৰ ধৰ্মীয় ক্ষেত্ৰত গুৰুজনাৰ অপৰিসীম অৱদানৰ বাহিৰেও সামাজিক-সাংস্কৃতিক দিশত তেৰাৰ অৱদান অতুলনীয়। যদিও গুৰুজনাৰ সাহিত্যৰাজি ধৰ্মীয় আদৰ্শ প্ৰচাৰৰ উদ্দেশ্যে ৰচিত হৈছিল তথাপি সেই সাহিত্যৰাজিয়ে সময়ৰ সোঁত অতিক্ৰমি আজিও নিজ মহিমাৰে মহিমামণ্ডিত হৈ বৰ্তি আছে।

বৈষ্ণৱ ধৰ্মৰ মূল দেৱতা বিষ্ণু। পৰবৰ্তী কালত কৃষ্ণ, নাৰায়ণ, হৰি, ৰাম আদি বিষ্ণুৰ বিভিন্ন নামৰ ৰূপ সামৰি লোৱা হৈছে। যুগ পৰিবৰ্তনৰ লগে লগে বৈষ্ণৱ ধৰ্মতো নানান ৰূপান্তৰ ঘটিছিল। ৰামানুজ, মাধৱাচাৰ্য, নিম্বাকাচাৰ্য্য আদি বৈষ্ণৱ দাৰ্শনিক সকলে গঢ়ি থৈ যোৱা তাত্বিক ভেটিৰ ওপৰত খৃষ্টীয় পোন্ধৰ শতিকাত সমগ্ৰ ভাৰতবৰ্ষ জুৰি বৈষ্ণৱ আন্দোলন সংঘটিত হৈছিল। বুৰঞ্জীত ই নৱ বৈষ্ণৱ আন্দোলন বা ভক্তি আন্দোলন নামেৰে জনাজাত। অসমত শ্ৰীমন্ত শংকৰদেৱ আছিল এই আন্দোলনৰ প্ৰৱৰ্তক। তেওঁ পঞ্চদশ শতিকাৰ শেষৰফালে এই আন্দোলনৰ পাতনি মেলে। সহযোগী মাধৱদেৱ, দামোদৰদেৱ, গোপালদেৱ আদিৰ চেষ্টাত এই ধৰ্ম অসমৰ চুকে কোণে বিয়পি পৰে।

নৱবৈষ্ণৱ ধৰ্মৰ মূল গ্ৰন্থ হ'ল ভাগৱত পুৰাণ। সেয়ে ভাগৱতী ধৰ্ম নামেৰেও জনাজাত। শংকৰদেৱে প্ৰথমতে ভাগৱতৰ সাৰ ভাগ উদ্ধাৰ কৰি কীৰ্ত্তন পুথি ৰচনা কৰি গীত, পদ, ভটিমা আদি ৰচনাত হাত দিয়ে। শিক্ষিত-অশিক্ষিত পুৰুষ-নাৰী সকলোৱে বুজিব পৰাকৈ অতি শুৱলা অসমীয়া ভাষাত এই অমূল্য গ্ৰন্থ কীৰ্ত্তন ঘোষাখনি ৰচনা কৰে। ধৰ্ম প্ৰচাৰ, ধৰ্ম শিক্ষা আৰু ধৰ্মীয় জীৱন গঢ়িবৰ নিমিত্তে ভাৰতৰ কোনো প্ৰদেশৰে কোনো ভাষাত কীৰ্তন ঘোষাৰ দৰে সৰ্বাঙ্গসুন্দৰ বৃহৎ পুথি পাবলৈ নাই।

শংকৰদেৱ ধোঁৱাহাটত থাকোতে মাধৱদেৱৰ লগত মিলন হয়। মাধৱদেৱে শংকৰদেৱৰ ওচৰত শিষ্যত্ব গ্ৰহণ কৰাৰ পাছৰে পৰা শংকৰদেৱে ধৰ্ম প্ৰচাৰত প্ৰৱল শক্তি লাভ কৰে। আৰু অন্যান্য ভক্ত মাধৱদেৱৰ বৈনায়েক ৰাম ৰাম গুৰু, ৰত্নাকৰ কন্দলি, ব্যাস কলাই বাপু আদি ভক্ত সকলেৰে সৈতে গুৰুজনাই হৰি নাম সংকীৰ্ত্তনৰ দ্বাৰা উজনি অসম বুৰাই পেলাইছিল। গুৰুজনাৰ ধৰ্ম প্ৰচাৰৰ একমাত্ৰ মাধ্যম তথা মহত্তম সৃষ্টি নামঘৰ। কথিত আৰু চৰিত পুথিমতে শ্ৰীমন্ত শংকৰদেৱে প্ৰথম তীৰ্থ ভ্ৰমণৰ অন্তত নিজ ঠাইলৈ আহি নামঘৰ সাজি ধৰ্মালোচনা আৰম্ভ

কৰিছিল । বৰদোৱাত থাপনা কৰা প্ৰথম নামঘৰৰ আদৰ্শতে কালক্ৰমত অসমৰ গাৱেঁ-চহৰে নামঘৰ, কীৰ্ত্তন ঘৰ নিৰ্মাণ হয় । বিবিধ বাদ্যৰে পতা ভাওনা সবাহে সমজুৱাৰ মন প্ৰাণ আনন্দ উত্ৰাৱল কৰাৰ থল হ'ল নামঘৰ । নামঘৰেই নাট্যশালা । সত্ৰসমূহত প্ৰচলিত নৃত্যবাদ্য শংকৰদেৱৰ অনবদ্য অৱদান । সেই নৃত্যবাদ্য শিক্ষাৰ ঠাইও নামঘৰেই । সমজুৱা কৃষ্টিৰ যাদুঘৰ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ আৰু সমাজৰ সৰ্বোচ্চ প্ৰতিষ্ঠান এই নামঘৰ ।

১৫ শতিকাৰ পাছৰ অসমৰ সভ্যতাক মূলতঃ বৈষ্ণৱ সভ্যতা বুলিব পাৰি । এসময়ত ধৰ্মীয়, সামাজিক, ৰাজনৈতিক আদি বিভিন্ন কাৰণত বিচ্ছিন্ন হবলৈ ধৰা সমাজখনক শংকৰদেৱে তেওঁৰ বৈষ্ণৱ ধৰ্মৰ জৰিয়তে বান্ধি বৃহৎ অসমীয়া জাতি সৃষ্টি কৰিলে । বহু দেৱতাৰ ঠাইত এক দেৱতাৰ সন্ধান, বিশুদ্ধ হৃদয় আৰু পবিত্ৰ মনেই ভগৱানৰ উপাসনাৰ প্ৰধান সম্বল । এইবোৰ হ'ল আধ্যাত্মিক জগতলৈ গুৰুজনাৰ বিশিষ্ট দান ।

ভক্তি আন্দোলন সাফল্যমণ্ডিত কৰিবলৈ জগত গুৰু শংকৰদেৱে কাব্য, নাট পদানুবাদ আদিৰ লগতে সংগীতকো এক মাধ্যম হিচাপে লৈছিল । মানৱৰ অন্তৰত ভক্তিৰ নিজৰা বোৱাই সত্য, শিৱ, সুন্দৰৰ জ্ঞান দান কৰিবলৈ গীত যে প্ৰশস্ত বাহন তাক গুৰুজনাই ভালদৰে হৃদয়ঙ্গম কৰিছিল । সেইবাবেই তেওঁ ভক্তিমূলক গীত সমূহ ৰচনা কৰিছিল । অসমীয়া সাহিত্য জগততো মহাপুৰুষ জনাৰ বৰগীতবোৰৰ স্থান উল্লেখনীয় । চৰিতপুথি মতে মহাপুৰুষ জনাই বাৰকুৰি বৰগীত ৰচনা কৰিছিল । ভক্তিধৰ্ম প্ৰচাৰৰ মহান উদ্দেশ্য সাধনৰ ক্ষেত্ৰত বৰগীতৰ স্থান একক, অতুলনীয় । মানৱ অন্তৰ স্নিগ্ধ পবিত্ৰ কৰি স্বৰ্গীয় জ্যোতিকণা বোৱাবলৈ সমৰ্থ হোৱা এনে মহান গীতৰ তুলনা নহয় । বৰগীতৰ বিষয়বস্তুৰ লক্ষণীয় দিশ হ'ল ইয়াৰ আধ্যাত্মিক ভাৱ বেদান্তৰ সমাৰ্থ, ঐকান্তিক ভক্তি আৰু কৃষ্ণৰ বাল্য কালৰ বিভিন্ন কাৰ্য্যাৱলীৰ বৰ্ণনা। মূল সাৰ পুৰাণ, ৰামায়ণ আদিৰ পৰা লোৱা আৰু পৰম পুৰুষ ভগৱানৰ গুণ গান মহিমা বৰ্ণনা কৰা হৈছে । কোনো কোনো গীতত 'এ ভৱ গহন বন' বা 'এ ভৱ সাগৰ' প্ৰতি অনাস্থা প্ৰকাশ কৰি 'ভাৰ্য্যা পুত্ৰ সবে অকাৰণ' বুলি ভগৱানৰ নামকেই সাৰোগত কৰিবলৈ গুৰুজনাই বৰগীতৰ জৰিয়তে প্ৰকাশ কৰিছে ।

মহাপুৰুষ জনাই ভাওনাকেই পোন প্ৰথমে ধৰ্ম প্ৰচাৰৰ বাহক ৰূপে লৈছিল । এজনৰ ভাৱ-ভঙ্গী, ধ্যান-ধাৰণা, আন এজন দ্বিতীয় ব্যক্তিক দেখুৱাই হ'ল ভাওনা । ভাওনা গুৰুজনাৰ নিজস্ব প্ৰতিভাৰ স্বাক্ষৰ । মহান কলাকাৰ শংকৰদেৱে ১৪৬৮ খঃত 'চিহ্নযাত্ৰা' নাট লিখি ভাওনা কৰিছিল । সেই ভাওনালৈ

গোলক ধামকে আদি কৰি সপ্ত বৈকুণ্ঠৰ নক্সাৰে সৈতে শংকৰে নিজহাতে সুন্দৰ চিত্ৰপট আঁকি দিছিল। যাত্ৰাত বজাবলৈ খোল নামৰ বাদ্য কুমাৰৰ হতুৱাই গঢ়াই আৰু মুচিয়াৰৰ হতুৱাই ছোৱাই উলিয়াইছিল। পূৰ্বে অসমত মৃদঙ্গহে প্ৰচলন আছিল। শংকৰদেৱে খোল, মদিৰা, খুটিতাল, ভোৰতাল আদি অনেক বাদ্যৰ প্ৰচলন ঘটালে

অসমৰ গাওঁ সমূহত বিভিন্ন উৎসৱ-পাৰ্বনত একোখন ভাওনা বছৰেকত অনুষ্ঠিত হোৱা দেখা যায়। ভাওনা অসমীয়া সংস্কৃতিৰ এক আপুৰুগীয়া সম্পদ। জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সকলো লোক সমবেত হ'ব পৰা প্ৰথম অনুষ্ঠান হ'ল ভাওনা। এই ভাওনাৰ মুখ্য কাম কৃষ্ণভক্তি প্ৰচাৰ কৰা।

শংকৰদেৱে বাৰ স্কন্ধ ভাগৱতৰ সাৰ অতি সংক্ষেপকৈ 'গুণমালা' পুথিখন ৰচনা কৰিছে। মানুহে খাওঁতে শোওঁতে উঠোতে বহোতেও কৃষ্ণৰ গুণ ৰাশি গাব পৰাকৈ এই মালাধাৰি শংকৰদেৱে গাঁথিলে।

এই সকলোবোৰ কৰাৰ তেৰাৰ মূল উদ্দেশ্য আছিল এখন সুন্দৰ সমাজ গঢ়ি তোলা। সেয়ে গুৰুজনাই জাতি, বৰ্ণ, ধৰ্ম, ভাষা নিৰ্বিচাৰে ব্ৰাহ্মণৰ মহেন্দ্ৰ কন্দলী, ৰাম ৰাম চৰ্তুভূজ, ৰাম সৰস্বতী, অনন্ত কন্দলী, কৈৱৰ্ত্তৰ পূৰ্ণানন্দ, বনিয়াৰ হৰিদাস, কছাৰীৰ ৰমাই, নগাৰ নৰোত্তম, গাৰোৰ গোবিন্দ, যৱনৰ চান্দসাই, ভূটীয়াৰ দামোদৰ, মিৰিৰ পৰমানন্দ, আহোমৰ নৰহৰি আদিকলৈ একশৰণ নাম ধৰ্ম প্ৰচাৰ কৰি থৈ গৈছে।

ভাঙোনমুখী অসমীয়া সমাজখন মামৰে ধৰা ইতিহাসৰ বুকুত জাহ গ'লহেঁতেন যদিহে শংকৰদেৱে অসমীয়া সমাজক একতাৰ ডোলেৰে বান্ধি একশৰণ নাম ধৰ্ম দি নগ'লহেঁতেন। বহুমুখী প্ৰতিভাৰ গৰাকী শংকৰদেৱৰ সৃষ্টি অতি বিস্তৃত। আজি আমাৰ সমাজখনৰ পৰা পৰোপকাৰ, পৰসেৱা আদি শব্দবোৰ নাইকিয়া হৈ পৰিছে।

শংকৰদেৱৰ আদৰ্শলৈ লক্ষ্য কৰিলে দেখা যায়–

*'শুনিয়োক সৰ্বজন কৃষ্ণৰ চৰিত্ৰ।*
*অত পৰে আন পুণ্য নাহিকে কলিত॥*
*আন ধৰ্ম কৃষ্ণৰ লগতে গুচি গৈলা।*
*এক স্থান হয়া হৰি নাম মাজে ৰৈলা॥*
*এতেকেসে নামত সমস্ত পুণ্য পাই।*
*জানিয় যতনে ফুৰা হৰি গুণ গাই॥'*

কলিত হৰি নামেই সাৰ। গতিকে পৰম কৃপালু গুৰুজনাই কলিৰ লোকক

তাৰণৰ হেতু এক শৰণ নাম ধৰ্মৰ যোগেদি ন-বিধ ভক্তিৰ ভিতৰত শ্ৰৱণ আৰু কীৰ্ত্তনক শ্ৰেষ্ঠত্ব দি ইয়াৰ জৰিয়তে ঈশ্বৰক অতি সহজে পোৱাৰ ব্যৱস্থা কৰি গৈছে। মায়া মোহত পতিত, কাম বাসনাৰে জৰ্জৰিত অশুদ্ধ মনক শুদ্ধ কৰাৰ উপায় শ্ৰীমন্ত শংকৰদেৱে আমাক দি গ'ল -

*কৃষ্ণ কথা শ্ৰৱণত শুদ্ধ হৈব মন।*

*সৰ্বদায়ে কৰিবেক কৃষ্ণৰ কীৰ্ত্তন ॥*

মনৰ অশুদ্ধতাৰ ওপৰতে অহিংসা, প্ৰেম, মৈত্ৰী, সহাৱস্থান আদি মানৱীয় মূল্যবোধ সমূহ নিৰ্ভৰ কৰিছে। বিস্তৃত দৃষ্টিৰে শংকৰদেৱে 'কৃষ্ণ ভকতি'ৰ দ্বাৰা এই কথা মনত ধাৰণ কৰিবলৈ কৈছে -

*পৰৰ ধৰ্মক নিহিংসিবা কদাচিত।*

*কৰিবা ভূতক দয়া সকৰুণ চিত ॥*

*হুইবা শান্ত চিত্ত সৱ ভকত বৎসল।*

*এহি ভাগৱত ধৰ্ম জানা মহাবল।*

পঞ্চদশ শতিকাতেই শংকৰ গুৰুৱে জগতৰ কল্যাণৰ এই ধৰ্ম নিৰপেক্ষ নীতি ঘোষণা কৰি বিশ্ব শান্তি প্ৰতিষ্ঠাৰ হকে যি অৱদান দি গ'ল, সেই নীতি আদৰ্শ আজি এনৈ প্ৰাসঙ্গিক হৈ পৰিছে যে এই নীতি, আদৰ্শৰ অবিহনে বৰ্তমান এখন সংস্কাৰমুখী সমাজ গঢ় দিয়া টান হৈ পৰিছে।

আমাৰ মনত প্ৰশ্নৰ উদয় হয়, সমাজ মানেনো কি? এই 'সমাজ' শব্দটোৱে প্ৰকৃতাৰ্থত সাম্য, সততা, সমতা, সংহতি, সংস্কৃতি, প্ৰগতি এই সকলোবোৰকে সামৰি লয়। এইবোৰ অবিহনে সমাজ এখনক সুস্থ সমাজ বুলি আখ্যা দিব নোৱাৰি। পৰম কৃপালু গুৰুজনাই আমাক কৃপা কৰি এই সকলো বৈশিষ্ট্যৰে সমৃদ্ধ এখন শুদ্ধ, নিকা, বৈষম্যহীন সমাজ দি গ'ল। সমাজ গঠনৰ আন এক মহৎ উপাদান সাহিত্য। এই সাহিত্যও গুৰুজনে বিপুল অৱদানেৰে অতি মুক্ত মনেৰে আমাক অৰ্পন কৰি গৈছে। কীৰ্ত্তন, দশমেই সেই বৃহৎ প্ৰতিভাৰ নিদৰ্শন দাঙি ধৰে।

মানৱক বাদ দি কোনো ধৰ্ম নীতি পৰিচালিত হ'ব নোৱাৰে। এই কথা জানি শংকৰদেৱে এক শৰণ নাম ধৰ্ম প্ৰচাৰ কৰি নিকা এখন সমাজ গঠনৰ বাবে আপোচহীন সংগ্ৰাম চলাইছিল। তেওঁ সমগ্ৰ বিশ্বক একত্ৰিত কৰাৰ এক সুন্দৰ সপোন দেখিছিল। সেয়ে তেওঁৰ লিখনিতো বিশ্বৰ মানৱক আকুল ভাৱে আহ্বান জনাইছে।

*শুনা নৰলোক হৰি ভজিয়োক।*

*কৃষ্ণৰ বিনে নাই অপৰ দেৱ ।*

*জানি কৃষ্ণক কৰিও সেৱ ।।*

মহাপুৰুষ শংকৰদেৱ কেৱল অসমৰে গুৰু নহয়, জগতৰ গুৰু । আজি শংকৰদেৱৰ আদৰ্শ বিশ্ব মানৱৰে অনুকৰণীয় । আমি নিৰ্বিবাদে এইটো স্বীকাৰ কৰিব লাগিব যে শ্ৰীমন্ত শংকৰদেৱ আছিল অসমীয়া ভাষা, সাহিত্য, সংস্কৃতিৰ প্ৰাণদাতা । গুৰুজনাৰ এক মানৱ সমাজ গঠনৰ যি অভিপ্ৰায় আছিল, সেই কথা বৰ্তমান সমাজ গঠনত অতি প্ৰাসংগিক । আজিৰ সমাজত হিংসা, দ্বেষ, অসূয়া, অপ্ৰীতিৰ সংখ্যা অতি দ্ৰুত গতিত বৃদ্ধি পাব লাগিছে । ধৰ্মৰ নামত, অৰ্থনীতিৰ নামত, ৰাজনীতিৰ নামত অৰিয়া-অৰি সমাজখনত গুৰুজনাৰ আদৰ্শই সাম্প্ৰতিক সুস্থিৰতা স্থাপনত অতি প্ৰাসংগিক হ'ব ।

সাম্প্ৰতিক সমাজত দেখা দিয়া উশৃংখলতাই ভয়াবহ ৰূপ পৰিগ্ৰহণ কৰিছে আৰু যিকোনো ব্যৱস্থাই ইয়াক ৰোধ কৰাত পৰাজিত হৈছে । এই উশৃংখলতা দূৰ কৰাৰ পথো পৰম কৃপালু গুৰুজনে আমাক দি গৈছে । কীৰ্ত্তনৰ 'প্ৰহ্লাদ চৰিত্ৰ'ত তেৰাই প্ৰহ্লাদৰ চৈধ্য পুৰুষ উদ্ধাৰৰ কথা দেখুৱাই গৈছে -

*হেন জানি শিশু সব এৰা আন কৰ্ম ।*

*ধৰিয়ো কুমাৰ কালে ভাগৱত ধৰ্ম ।।*

প্ৰহ্লাদ পৰম বৈষ্ণৱ হোৱাৰ কথালৈ লক্ষ্য কৰিলে দেখা যায় যে- প্ৰহ্লাদৰ মাতৃ কয়াধুক ইন্দ্ৰই হৰণ কৰি নিছিল । মাজ বাটতে নাৰদে বাধা দি কয়াধুক উদ্ধাৰ কৰে আৰু নিজৰ আশ্ৰমত ৰাখে । পৰম বৈষ্ণৱ নাৰদৰ সংগত থাকি কয়াধুৱে নিতৌ 'হৰি কথা' শ্ৰৱণ কৰিবলৈ পাইছিল । যাৰ ফলত গৰ্ভত থকা শিশুটি ঈশ্বৰমুখী হৈছিল আৰু জন্মৰ পাছত তেওঁ চৈধ্য পুৰুষ উদ্ধাৰ কৰিছিল ।

মহাপুৰুষ গুৰুজনাই গোটেই মানৱ জাতিকে মৰম চেনেহৰ মাজেৰে ভাতৃত্ব প্ৰেমেৰে বান্ধি ৰাখিবলৈ প্ৰয়াস কৰিছিল । মহাপুৰুষৰ ধৰ্মাদৰ্শৰে যুৱ সমাজ ভৱিষ্যতৰ বাবে এখন সাম্য মৈত্ৰীৰে ভৰা সমাজ তথা দেশ গঢ়িবৰ বাবে দৃঢ় সংকল্পবদ্ধ হোৱাৰ সময় সমাগত ।

গতিকে শ্ৰীমন্ত শংকৰদেৱৰ অসমৰ সামাজিক অৱস্থা পুনৰ শান্তি শৃংখলা সম্প্ৰীতিৰে টনকিয়াল কৰিব বুলি আমাৰ বিশ্বাস, য'ৰ পৰা আমাৰ নতুন প্ৰজন্মই এটি প্ৰেৰণাৰ পথ বিচাৰি পাব ।

ধৰ্ম প্ৰচাৰক আৰু সমাজ সংগঠক হিচাবে গুৰুজনাৰ বাণী সমূহ প্ৰচাৰ আৰু প্ৰসাৰ কৰি নতুন প্ৰজন্মই এটি আদৰ্শবান পথ ল'বলৈ সংকল্পবদ্ধ হ'ব ।

# "যাকেৰি নাহিকে উপাম"

কৃষ্ণা দিহিঙীয়া বৰগোহাঁই

*শ্ৰীমন্ত শংকৰ হৰি ভকতৰ*
*জানা যেন কল্পতৰু,*
*তাহান্ত বিনাই নাই নাই নাই*
*আমাৰ পৰম গুৰু ।*

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে নাম ধৰ্ম প্ৰচাৰ কৰি হৰিনামৰ পবিত্ৰ ধ্বনিৰে বৰ অসমৰ জাতি গোষ্ঠীক এক ধৰ্মৰ ডোলেৰে বান্ধি একত্ৰিত কৰি পেলাইছিল । গুৰুজনা বৈকুণ্ঠ প্ৰয়াণ হোৱাৰ ৫৫০ বছৰ পাৰ হৈ গ'ল যদিও আজি তেওঁৰ আদৰ্শেৰে অসমৰ সমাজ সংস্কৃতি জীয়াই আছে । অসমীয়া সমাজৰ এনে এটা দিশ নাই যিটো দিশত তেওঁৰ অৰিহণা নাই । সেয়েহে গুৰুজনালৈ প্ৰণিপাত জনাই কবিৰ ভাষাৰে ক'ব পাৰি -

*"তোমাৰ জীৱণী দেৱ লিখে এনে সাধ্য কাৰ*
*গোটেই অসম জুৰি বিস্তৃত জীৱণী যাৰ*
*দিলা ভাষা অসমক, দিলা ধৰ্ম, দিলা জ্ঞান ।"*

গুৰুজনাই শিক্ষা সমাপ্ত কৰি যোগ অভ্যাস চৰ্চা কৰে । খুৰাক জয়ন্ত দলৈৰ পৰা শিৰোমণি ভূঞাৰ কাৰ্য্যভাৰ গ্ৰহণ কৰি ডেকাগিৰী নামে জনাজাত হয় ।

জন্মস্থান আলিপুখুৰীত থকা অৱস্থাত ভূঞাসকলৰ সৈতে বহুবাৰ কছাৰীৰ লগত সংঘৰ্ষ হৈছিল । সেইবাবে শংকৰৰ নেতৃত্বত ভূঞাসকল বৰদোৱালৈ গুচি গৈছিল । বৰদোৱাত থকাৰ কালছোৱাত শংকৰদেৱে কীৰ্ত্তনঘৰ স্থাপন কৰি নাম প্ৰসঙ্গ কৰে । বৰদোৱাতেই গুৰুজনাই ফলগু উৎসৱো পাতিছিল । ভালেমান গীত ৰচনা কৰিছিল । ১৪৭০ খৃঃ হৰিবৰ গিৰীৰ কন্যা সূৰ্য্যৱতী আইক বিয়া কৰায় । শুনা যায় হৰিবৰ গিৰীয়ে সূৰ্য্যৱতীৰ বিয়াত কেইবাখনো গাওঁ, অনেক ধন, সোণ, ৰূপ, গাইগৰু আদি বহুতো সম্পত্তি যৌতুক হিচাপে দিছিল । কিছুদিনৰ পিছত ভূঞা বংশৰ শিৰোমণি পদটো খুৰাক জয়ন্ত আৰু মাধৱৰ হাতত অৰ্পন কৰি ভাগৱত ধৰ্ম চৰ্চা কৰিবলৈ লয় । তেতিয়াই হেঙুল-হাইতাল বোলাই বৈকুণ্ঠৰ চিত্ৰ পট আঁকি চিহ্নযাত্ৰা ভাওনা প্ৰদৰ্শন কৰে । ইতিমধ্যে দশম আৰু পুৰাণৰ শ্লোক অধ্যয়ন কৰি 'গোপী উদ্ধৱ সংবাদ' নামৰ গ্ৰন্থখনি ৰচনা কৰি ভাগৱত ধৰ্মতত্ত্ব প্ৰকাশ কৰে । বিপ্ৰ, বুঢ়ামা ভূঞা, হৰিদাস বনিয়াক ঈশ্বৰ কৃষ্ণৰ চৰণত শৰণ লোৱাই

নিজৰ শিষ্য কৰি লয় । তেতিয়াই একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্মৰ চাৰিকথাবস্তু নাম, দেৱ, গুৰু আৰু ভকত ইয়াক মূলমন্ত্ৰ হিচাপে দাঙি ধৰে ।

এবাৰ বৰদোৱাত খোৱাপানীৰ অসুবিধা হোৱাত গুৰুজনাই ডাঙৰকৈ নাম কীৰ্ত্তন পাতি ভক্ত সকলৰ সৈতে হৰিনাম লবলৈ ধৰে । এই হৰিনামৰ ধ্বনিতে এক ভয়ংকৰ শব্দ কৰি সেই ঠাইত এজোপা বটগছ ডুব গৈ এটা ডাঙৰ পুখুৰী সৃষ্টি হ'ল । বটগছ ডুব যোৱা ঠাইখনেই শেষত বৰদোৱা নামে জনাজাত হয় ।

আন এবাৰ বৰদোৱাত টেম্বুৱানি জানৰ পানীয়ে ওচৰৰ খেতি-বাতি নষ্ট কৰিছিল । গুৰু জনাই তেতিয়া সতীসাধ্বী ৰাধিকাৰ যোগেদি জানৰ মুখত মাটি দি টেম্বুৱানি নামৰ জানৰ পানীয়ে ওচৰৰ খেতিবাতি জানৰ মুখত মাটি দি টেম্বুৱানি জানৰ পানী বন্ধ কৰিছিল ।

১৪৭৩ খৃঃ প্ৰথমা কন্যা মনুৰ জন্মৰ ৯ মাহৰ পাছত শংকৰদেৱৰ পত্নী সূৰ্য্যৱতী আইৰ স্বৰ্গগামী হয় । ৭ বছৰ বয়সত মনুক হৰি কায়স্থৰ লগত বিবাহ কাৰ্য্য সম্পাদন কৰি শংকৰদেৱে তীৰ্থযাত্ৰালৈ যায় । ৰাম ৰাম গুৰু, সৰ্বজয়, বলভদ্ৰ, গোবিন্দ নাৰায়ণ, মুকুন্দ মুৰাৰী , হৰিদাস, দামোদৰদেৱ, বলৰাম আদি সোতৰ জন বৈষ্ণৱ ভকতৰে আৰম্ভ কৰে তীৰ্থ যাত্ৰা । সীতাকুণ্ড, বৃন্দাবন, গকুল, প্ৰয়াগ, কাশী, মথুৰা, গংগা গয়া, শ্ৰীক্ষেত্ৰ, বৰাহ ক্ষেত্ৰ আদি তীৰ্থস্থান সমূহ ভ্ৰমণ কৰি বাৰবছৰৰ পিছত ঘূৰি আহে ।

১৯৪৩ খৃঃ গুৰুজনাই শিষ্যসকলৰ সৈতে পুনৰ আলিপুখুৰীলৈ উঠি আহে । কিয়নো ১৪৯০ খৃঃ ভূঞাসকলৰ পুনৰ সংঘৰ্ষ হয় । আলিপুখুৰীত থকা অৱস্থাত মহেন্দ্ৰ কন্দলী, ৰাম ৰাম গুৰু, চতুৰভুগ, কৰ্ণপুৰ, বিদ্যাৰত্ন, ৰাম সৰস্বতী, বুঢ়াখাঁ, সৰ্বদয়, বলোৰাম, শ্ৰীৰাম, জয়ৰাম, হৰিদাস, হৰিবৰ ইত্যাদি ভক্তসকল গুৰুজনাৰ লগত আছিল আৰু আইসকল আছিল ডৰ্বনা, বনৰা, মাধুৰী, চন্দ্ৰৱী, দ্বাজা আদি ।

আলিপুখুৰীত গুৰুজনাই ভক্ত বৈষ্ণৱসকলৰ লগত কেইবাবছৰ কটোৱাৰ পাছত ১৫৭১ খৃঃ আকৌ কছাৰী আৰু ভূঞাৰ মাজত সংঘৰ্ষ লাগে । তেতিয়াই গুৰুজনাই ভূঞাসকলক লগত লৈ লুইতৰ উত্তৰ পাৰলৈ গমন কৰে । ব্ৰহ্মপুত্ৰ পাৰ হৈ গৈ থাকোতে 'শুন শুনৰে শুন বৈৰী প্ৰমাণ' নামৰ বৰগীতটি ৰচনা কৰে ।

গুৰুজনাই বৌতাত ছমাহ, ঘিলাধাৰীত এৰাতি, ভলুকাগুৰিত ডেৰমাহ আৰু কোমোৰা কুটাত কিছুদিন থাকি বুঢ়ীগঙ্গাইদি উজাই গাঙমুখ বা গাং মৌ পালেগৈ । ৭০ বছৰ ভাংগাংমৌত কটাই মাজুলীৰ ধুৱাঁহাটা লৈ আহে । ধুৱাহাটতেই

মহাপুৰুষ মাধৱদেৱৰ লগত মিলন ঘটে। কথাগুৰু চৰিত পুথিৰ মতে মাধৱদেৱৰ মাকৰ এবাৰ টান নৰীয়া হওঁতে শাক্ত ধৰ্ম বিশ্বাসী মাধৱদেৱে গোঁসানী পূজাৰ বাবে ৰামদাস (বৈনায়েক)ক ছাগলী বিচাৰিবলৈ পঠিয়াইছিল। কিন্তু ৰামদাস উকা হাতে উভতি অহাত মাধৱে বৈনায়েকক খং কৰে। বৈনায়েকে মাধৱদেৱক খং কৰাত শংকৰদেৱৰ কথা কৈ পিছদিনা তৰ্ক যুদ্ধত অৱতীৰ্ণ হ'বৰ বাবে শংকৰদেৱৰ ওচৰলৈ লৈ যায়। তৰ্কযুদ্ধত পৰাজয় বৰণ কৰি শংকৰদেৱৰ শিষ্যত্ব গ্ৰহণ কৰি দুয়ো বৈষ্ণৱ ধৰ্ম প্ৰচাৰত লাগি পৰে।

ধুৱাহাটীতে শংকৰদেৱৰ দ্বিতীয় পত্নীয়ে দুটি পুত্ৰ আৰু এটি কন্যা জন্ম দিয়ে। মাধৱদেৱৰ মাতৃ বিয়োগ ঘটাত একান্তমনে ধৰ্মত লাগে। তেতিয়াই আহোম ৰজাৰ ৰোষত পৰি শংকৰদেৱৰ জোঁৱাইকৰ মৃত্যু হয়। মাধৱদেৱেও কাৰাবাস খাটিবলগীয়া হয়। ইয়াৰ পাছতেই মহাপুৰুষজনাই বেলগুৰিত ১৮ বছৰ থাকি উজনি অসমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰে। ১৫৪৩ খ: ধুৱাহাট বেলগুৰি ত্যাগ কৰি শংকৰ-মাধৱ দুয়ো কামৰূপ অভিমুখে যাত্ৰা কৰে। কামৰূপলৈ যাওঁতে গহলা সুঁতীত ছয়মাহ, কাপলত তিনিমাহ থাকি ছুনপোৰা পায়গৈ আৰু গৌৰীপুৰত এক বছৰ কাল কটায়। এই ঠাইতে নৰনাৰায়ণ দাস ঠাকুৰ আদিয়ে তেওঁৰ শিষ্যত্ব লাভ কৰে। তাৰ পাছত গণককুচিত তিনিমাহ আৰু কুমাৰকুচিত এবছৰ কাল থাকে। কুমাৰ কুচিতে কন্যা বিষ্ণুপ্ৰিয়াৰ মৃত্যু হয়। কুমাৰ কুচিৰ পৰা পাটবাউসীলৈ যায়। পাটবাউসীতে গুৰু জনাই কীৰ্ত্তন ঘৰ আৰু বাসগৃহ সুন্দৰকৈ নিৰ্মাণ কৰি আছিল। ইয়াতেই মুছলমানৰ ছান্দসাই আৰু গাৰোৰ গোবিন্দ আটায়ে শৰণ লয়।

পাটবাউসীৰ পৰাই মহাপুৰুষ জনাই ডেৰকুৰি ভকতক লগত লৈ দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণলৈ যায় আৰু পুনৰ পাটবাউসীলৈকে (তীৰ্থ ভ্ৰমণৰ শেষত) ঘূৰি আহে। পাটবাউসীত দামোদৰদেৱ, বংশীদেৱ, গোপালদেৱ, শ্ৰীৰাম আতা আদিয়ে শৰণ লয়। অনন্ত কন্দলীক গুৰুজনাই শমৰ পদ ভাঙনি কৰিবলৈ আদেশ দিয়ে। পাটবাউসীতে দুয়ো পুত্ৰৰ বিয়া হয়। ইয়াতে ৰজা আৰু কোঁচ ৰজাৰ বীৰ চিলাৰায়ে শংকৰদেৱৰ শৰণ লয়। এবাৰ ব্ৰাহ্মণ সকলৰ কু চক্ৰান্তত পৰি তেওঁ ৰাজ ৰোষিত হয়। আৰু ৰজা নৰনাৰায়ণে ৰাজসভালৈ মাতি দশমৰ সাৰ সংগ্ৰহ কৰি হাতীমাৰি ভুৰুকাত ভৰাবলৈ কোৱাত 'গুণমালা' পুথিখনি ৰচনা কৰি দেখুৱাই। শংকৰদেৱৰ মাহাত্ম্য স্বীকাৰ কৰি ৰজাই একমূল্যবান পুৰস্কাৰ উপহাৰ দিয়ে। কোঁচ ৰজাই গোমাস্থা পদো দিছিল। বৃন্দাবনী বস্ত্ৰত বৃন্দাবনৰ দৃশ্য অংকন কৰি ৰজাক দেখুওৱাত শংকৰদেৱৰ গোমাস্থা পদ ৰামৰায়ক অৰ্পন কৰে। তাৰ পিছত গুৰুজনা কোচবিহাৰলৈ যায়। কোচবিহাৰত ৰজা নৰনাৰায়ণক শৰণ দিবলৈ যো-জা

চলাওঁতে ১৬৬৮ খঃ ভাদমাহৰ ২১ তাৰিখে শুক্লা দ্বিতীয়া তিথিত গুৰুজনাই ইহলীলা সম্বৰণ কৰে। ভক্ত বৈষ্ণৱ সকলে তোৰচা নদীৰ পাৰত গুৰুজনাৰ শেষ কৃত্য সম্পন্ন কৰে। গুৰুজনাৰ তিৰোভাৱ সম্পৰ্কে ৰামচৰণ ঠাকুৰীয়াই লিখিছে-

*"উত্তৰ মুখে কৃষ্ণ ৰূপক ধিয়াই।*
*ছাৰিলন্ত দেহ ৰাম কৃষ্ণ নাম গায় ॥*
*ভকতে চৌপাশে হৰিধ্বনি কৰিলন্ত।*
*ৰত্নময় বিমানে শংকৰ চলিলন্ত ॥"*

মহাপুৰুষ শংকৰদেৱে অসমীয়া সাহিত্যলৈ তথা অসমীয়া জাতিলৈ অমূল্য অৱদান আগবঢ়াইছে। তাৰ ভিতৰত 'কীৰ্ত্তন' আৰু 'গুণমালা' অসমীয়া সাহিত্যৰ অমূল্য সম্পদ। অসমীয়া সমাজত 'কীৰ্ত্তন'ৰ স্থান বেদৰ দৰে। ভক্তিমূলক গ্ৰন্থ 'ভক্তি প্ৰদীপ' আৰু 'নিমি নৱসিদ্ধি' সংবাদ এই দুখনৰ উপৰিও তেখেতে ভক্তি ৰত্নাকৰ নামেৰে এখনি সংস্কৃত গ্ৰন্থ লিখে। গুৰুজনাৰ ৰচিত কাব্যকেইখনি হ'ল ৰুক্মিণী হৰণ, বলিচলন, হৰিশ্চন্দ্ৰ উপাখ্যান, অজামিল উপাখ্যান, প্ৰহ্লাদ চৰিত, অমৃত মন্থন আৰু কুৰুক্ষেত্ৰ।

গুৰুজনাৰ অনুবাদমূলক গ্ৰন্থ ভাগৱতৰ (১ম, ২য়, ৩য়, ৬ষ্ঠ, অষ্টম, নৱম, দশম, একাদশ) এইবোৰৰ ভিতৰত দশম স্কন্ধ ভাগৱত মৌলিক গ্ৰন্থ বুলিব পাৰি। তদুপৰি তেখেতৰ সপ্তকাণ্ড ৰামায়ণ খন অসমীয়া অনুবাদ কৰে। অংকীয়া ভাওনাৰ জন্মদাতা শংকৰদেৱেই। গুৰুজনাই ছয়খন অংকীয়া নাট ৰচনা কৰে আৰু প্ৰথমে সাত বৈকুণ্ঠৰ চিত্ৰ আঁকি চিহ্নযাত্ৰা নাটক প্ৰদৰ্শন কৰে। নাটকেইখনি হ'ল পত্নী প্ৰসাদ, কালিয় দমন, কেলিগোপাল, ৰুক্মিণী হৰণ, পাৰিজাত হৰণ আৰু ৰাম বিজয়।

শংকৰদেৱে ভাৰতৰ উচ্চাঙ্গ সংগীতৰ দৰে বিভিন্ন ৰাগ সম্বলিত বৰগীতবোৰ ৰচনা কৰে। বাৰকুৰি বৰগীত ৰচনা কৰিছিল যদিও কমলা গায়নে আওৰাবলৈ নি বনপুৰা জুইত পোৰে। অতি দুখেৰে গুৰুজনাই মহাপুৰুষ মাধৱদেৱক বাকী বৰগীত ৰচনা কৰিবলৈ আদেশ দিয়ে। গুৰুৰ আদেশ শিৰোধাৰ্য্য কৰি মাধৱদেৱেও প্ৰায় ন কুৰি এঘাৰটা মান বৰগীত ৰচনা কৰে। বৰগীত সমূহ ব্ৰজাবলী ভাষাত ৰচিত।

চিত্ৰ শিল্পতো শংকৰদেৱৰ অৱদান মনকৰিবলগীয়া। চিহ্নযাত্ৰা নাটত সাত বৈকুণ্ঠৰ চিত্ৰ আঁকিছিল, বৃন্দাবনী বস্ত্ৰত বৃন্দাবন দৃশ্য অংকন কৰি দেখুৱাইছিল। সত্ৰ, নামঘৰ, নামঘৰৰ মণিকূট বোৰত শংকৰদেৱৰ ভাস্কৰ্য্যশিল্পৰ প্ৰতি থকা পাৰদৰ্শিতাৰ প্ৰমাণ পোৱা যায়। শংকৰদেৱে অসমৰ গাৱেঁ-ভূঞে সত্ৰ আৰু নামঘৰ প্ৰতিষ্ঠা কৰি নৃত্য কলাৰ প্ৰচলন কৰিছিল। খোল, মৃদং আৰু তাল আদি বাদ্য

সংযোগত সূত্ৰধাৰী নৃত্য, ঝুমুৰা আদি সৃষ্টি কৰিছিল ।

শংকৰদেৱৰ মহৎ অৱদান হ'ল বৈষ্ণৱ ধৰ্মৰ তত্ব প্ৰকাশ আৰু প্ৰচাৰ । বিষ্ণুৱেই এক পৰম শক্তিশালী বিধাতা এইবুলি প্ৰতিপন্ন কৰি সৰ্বসাধাৰণক এক ঈশ্বৰৰ সন্ধান দিয়ে । ঈশ্বৰ কৃষ্ণৰ নাম কীৰ্ত্তনেই ভগৱানৰ কৃপা লাভৰ একমাত্ৰ সৰ্বশ্ৰেষ্ঠ পন্থা বুলি নাম ধৰ্ম প্ৰচাৰ কৰে । জীৱৰ মুক্তি লাভৰ একমাত্ৰ উপায় বিষ্ণু বা কৃষ্ণৰ নাম । সেয়েহে ঘোষাত মাধৱদেৱে গাইছে -

*"হৰিনাম বসে বৈকুণ্ঠ প্ৰকাশে*
*প্ৰেম অমৃতৰ নদী*
*শ্ৰীমন্ত শংকৰে পাৰ ভাঙি দিলে*
*বহে বৈকুণ্ঠক ভেদি ।"*

**প্ৰসংগ পুথি ঃ**


১। মহেশ্বৰ নেওগ ঃ শ্ৰীশ্ৰীশংকৰদেৱ ।

২। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ

# তাত্ত্বিক দৃষ্টিৰে-চৰ্যাপদ, বৰগীত আৰু জিকিৰ

কবিতা গগৈ

অসমীয়া সাহিত্যৰ ইতিহাসত বৰগীতৰ এক মহত্তম মূল্য নিৰূপিত হৈছে । ইতিমধ্যে বৰগীতৰ সাংগীতিক মাধুৰ্য, তাত্ত্বিক মূল্য আৰু কাব্যিক সৌন্দৰ্যৰ বিষয়ে যথেষ্ট আলোচনা হৈছে । বৰগীত সমূহৰ লগে লগে অসমীয়া ভাষাৰ আদিৰূপ চৰ্যাপদৰ ওপৰতো যথেষ্ট আলোকপাত কৰা হৈছে । আনকি চৰ্যাপদ আৰু বৰগীতৰ তুলনামূলক আলোচনাও হোৱা দেখা গৈছে । কিন্তু এই চৰ্যাপদ আৰু বৰগীতৰ সমপৰ্যায়ৰ আৰু এক শ্ৰেণীৰ গীত অসমীয়া সাহিত্যত প্ৰচলিত হৈ আহিছে, যিবোৰৰ চৰ্যাপদ বা বৰগীতৰ সমানেই আলোচনাৰ স্থল আছে - সেয়া হৈছে জিকিৰ । এই আলোচনাটিৰ সীমিত পৰিসৰৰ মাজত অৱশ্যে কেউবিধৰে সকলোবোৰ দিশ আলোচনা কৰা সম্ভৱ নহব । কেৱল তাত্ত্বিক দিশতহে আলোচনাটি আগবঢ়োৱা হৈছে ।

চৰ্যাপদ, বৰগীত আৰু জিকিৰ - এই কেউবিধ গীতেই ধৰ্মৰ সৈতে জড়িত । এই প্ৰতিবিধ গীতকেই একোটাহঁত ধৰ্মীয় সাধন পন্থাৰ গীত বুলিলেও বোধকৰো অত্যুক্তি কৰা নহ'ব । বৰগীত সমূহ অসমৰ নৱবৈষ্ণৱ ধৰ্মৰ প্ৰতি মানুহৰ মন আকৃষ্ট কৰিবলৈ ৰচনা কৰিছিল । চৰ্যাপদ সমূহো বৌদ্ধ তান্ত্ৰিক সহজযান পন্থাৰ সিদ্ধাচাৰ্য সকলে বৌদ্ধ ধৰ্মৰ প্ৰতি মানুহক আকৰ্ষিত কৰিবলৈ ৰচনা কৰিছিল । ঠিক সেইদৰে জিকিৰ গীত সমূহৰো উদ্দেশ্য হৈছে ইছলাম ধৰ্মৰ মূলতত্ত্ব আৰু ৰীতি-নীতি সমূহ মানুহৰ মাজত প্ৰচাৰ কৰি তাৰ প্ৰতি জনসাধাৰণক আকৰ্ষিত কৰা । এই কেউবিধ গীতৰে উদ্দেশ্য বা ভাববস্তু, বিষয়বস্তু আৰু ৰূপবস্তুৰ ক্ষেত্ৰত এক সংগতি পৰিলক্ষিত হয় । গীত সমূহৰ তাত্ত্বিক মূল্য নিৰূপণৰ কাৰণে প্ৰতিবিধৰে বিষয়বস্তু, ভাববস্তু আদি ফঁহিয়াই চোৱাৰ প্ৰয়োজন আছে ।

অসমৰ দুজনা ধৰ্মগুৰু মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱৰ দ্বাৰা ৰচিত, নিৰ্দিষ্ট ৰাগ-তাল যুক্ত, উচ্চ আধ্যাত্মিক ভাৱ সমৃদ্ধ গীত সমূহকেই বৰগীত আখ্যা দিয়া হয় । অৱশ্যে ৰচনাৰ সময়তেই এই গীত সমূহক 'বৰগীত' নামকৰণ কৰা হোৱা নাছিল । গুৰু দুজনাৰ গীতৰ জনপ্ৰিয়তাত মুগ্ধ হৈ তেওঁসবৰ অনুগামী বহুতো ভক্ত আৰু সত্ৰসমূহৰ গোঁসাই সকলেও গীত ৰচনা কৰিবলৈ ললে ।পৰৱৰ্তী কালত ৰচিত এই গীতসমূহৰ পৰা পৃথক কৰি উচ্চাসন দিবৰ বাবেই গুৰু দুজনাৰ গীত সমূহক 'বৰগীত' আখ্যা দিয়া হ'ল । কাৰণ পৰৱৰ্তী কালত ৰচিত গীত সমূহত বৰগীতৰ মহত্ত্ব আৰু গাম্ভীৰ্য ৰক্ষিত হোৱা দেখা নাযায় ।

বৰগীতৰ ভাৱবস্তুৰ সম্পৰ্কত ড. বাণীকান্ত কাকতিয়ে 'ওখ নৈতিক আৰু আধ্যাত্মিক ভাবৰ ওপৰত প্ৰতিষ্ঠিত' বাবেই 'বৰগীত' বোলা হয় বুলি কৈছে। বৰগীত সমূহৰ ভাবৰ গাম্ভীৰ্য আৰু মহত্বৰ বাবেই ড. কাকতিয়ে Hernck ৰ Noble Numbers ৰ লগত তুলনা কৰিছে। কালিৰাম মেধিয়েও বৰগীতবোৰক Song Celestial আখ্যা দিছে। বৰগীতৰ এই ভাবৰ মহত্ব আৰু গাম্ভীৰ্য আধ্যাত্মিক উপলব্ধিৰ লগত বৈদান্তিক সিদ্ধান্তও জড়িত হৈ আছে। বেদান্ত দৰ্শনৰ অদ্বৈতবাদত বিশ্বাসী মহাপুৰুষ শংকৰদেৱে বেদৰ জ্ঞানমাৰ্গ আৰু ভক্তি মাৰ্গ - এই দুয়োটাৰে ভিতৰত ভক্তিকহে মুখ্যস্থান দিছে আৰু গুৰুজনাৰ সমগ্ৰ ৰচনাৰ দৰে বৰগীতৰো ভক্তিয়েই মুখ্য বস্তু। ভক্তিৰ উৎস হৈছে হৃদয়। হৃদয়ৰ আবেগময়ী প্ৰকাশৰ বাবেই ভক্তিও ৰসময়ী। এই আন্তৰিক উপলব্ধিৰ মাজত বৰগীতবোৰত এহাতে আছে মায়াময় জীৱনৰ ক্ষণভংগুৰতা আৰু আনহাতে আছে নিৰাকাৰ পৰম ব্ৰহ্মৰ প্ৰতি ঐকান্তিক ভক্তি। এই দ্ব্যৰ্থকতা শংকৰদেৱৰ বৰগীতত প্ৰকাশ পাইছে এনেদৰে–

*'এভৱ গহন বন আতিমোহ পাশে ছন্ন*
*তাহে হামু হৰিণা বেড়াই।'*

আৰৌ–

*'যত জীৱ জঙ্গম কীট পতঙ্গম*
*অগ নগ জগতেৰি কায়া।'*

বৰগীতবোৰত সৰ্বব্যাপ্ত নিৰাকাৰ ভগৱানৰ অস্তিত্বৰ অনুভৱ যিদৰে আছে, তেনেদৰে সাকাৰ ভগৱানৰ ৰূপো পোৱা যায় শ্ৰীকৃষ্ণৰ ৰূপ বৰ্ণনাৰ মাজত -

*'মদন দমন ৰূপ পেখিয়ে পুনু পুনু*
*মুৰুছি পৰয় পুৰনাৰী।'*

অথবা

*'তনু অভিনৱ কালা*
*উৰে লুলে কদম্বকু মালা।'*

বৰগীতত বৰ্ণিত কৃষ্ণ কেৱল উপাস্য দেৱতাই নহয়; ভক্তৰ 'প্ৰাণৰ বান্ধৱো'। সেইজনা প্ৰাণৰ বান্ধৱৰ প্ৰতি থকা প্ৰেম ভক্তিয়েই মায়াৰ বন্ধনৰ পৰা জীৱক মুক্ত কৰি ব্ৰহ্মপ্ৰাপ্তি বা পৰম ব্ৰহ্মৰ লগত মিলনৰ পথ সুগম কৰিব। এই পৰম ব্ৰহ্মকেই ভাগৱত পুৰাণেও কৃষ্ণৰূপে স্বীকাৰ কৰিছে। শংকৰদেৱে আৰু মাধৱদেৱেও বৰগীত সমূহত পৰমব্ৰহ্মক কৃষ্ণৰূপে প্ৰকাশ কৰিছে। মাধৱদেৱৰ গীতত কৃষ্ণক দুষ্টালিৰে পূৰ্ণ এটি মানৱ শিশুৰ ৰূপত দেখা গলেও তাৰ মাজেদিয়েই কৃষ্ণৰ পৰম পুৰুষত্বৰ আভাস দিবলৈও গুৰুজনাই পাহৰা নাই।

*'বৈকুণ্ঠৰ পতি প্ৰভু বনে চৰে ধেনু ।*
*কহয় মাধৱ গতি কানু পদৰেণু ।।'*

আকৌ– *যে তুমি অনন্ত কোটি ব্ৰহ্মাণ্ডৰ পতি ।*
*কোন লাভে লৈলা গোপ শিশুৰ সংগতি ।।*

বৰগীতবোৰ দেখাত চুটি চুটি হলেও 'গোষ্পদে নভোমণ্ডলম'ৰ নিচিনাকৈ এই কম পৰিসৰৰ মাজতে সমস্ত বেদান্তৰ সাৰতত্ত্ব স্তুপীকৃত কৰি থৈ গৈছে মহাপুৰুষ দুজনাই ।

বৰগীতৰ বিষয়বস্তু হৈছে বিষ্ণুৰ পূৰ্ণ অৱতাৰ কৃষ্ণ চৰিত্ৰ নিৰ্ভৰ আৰু ভক্তিতাত্বিক । অৱশ্যে দুই এটা গীতত অৱতাৰী পুৰুষ ৰামচন্দ্ৰৰ লীলা মাহাত্ম্যও বৰ্ণনা কৰা হৈছে । বৰগীতত ৰাম আৰু কৃষ্ণ অভিন্ন হৈ প্ৰকাশ পাইছে -

*'কৃষ্ণ কিংকৰ শংকৰ কহ*
*বিছুৰি বিষয় কামা ।*
*ৰাম চৰণে শৰণ লেহু*
*জপ গোবিন্দৰ নামা ।।'*

শংকৰদেৱ আৰু মাধৱদেৱ দুয়োজনাই বৰগীত সমূহৰ যোগেদি পৰম পুৰুষজনাৰ লীলা মাহাত্ম্য বৰ্ণনা কৰিছে । এই লীলা ভক্তিৰসেৰে পৰিপূৰ্ণ । বৰগীতক প্ৰধানকৈ লীলা, বিৰহ, বিৰক্তি, পৰমাৰ্থ, চৌৰ্য আৰু চাতুৰী– এই ছটা ভাগত বিভক্ত কৰা হৈছে । কিন্তু উল্লেখযোগ্য যে বৰগীত সমূহ শৃংগাৰ ৰসৰ পৰা সম্পূৰ্ণ মুক্ত । বৰগীতৰ লীলা বিষয়ক গীত খিনিত শ্ৰীকৃষ্ণক মাতৃ যশোদাই টোপনিৰ পৰা জগোৱা, বৃন্দাবনত গৰু চৰাই থকা গৰখীয়াৰূপী, নৃত্যৰত কৃষ্ণৰ মধুৰ মুকতি বৰ্ণনা কৰা হৈছে । বিৰহৰ গীত খিনিৰ মাজত নয়নৰমণি কৃষ্ণৰ অবৰ্ত্তমানত গোকুলত নন্দ যশোদা আৰু গোপ গোপীৰ বিষাদম্লান ৰূপৰ বৰ্ণনা আছে । বিৰক্তিসূচক গীতখিনিত মায়াময় সংসাৰৰ ক্ষণ ভংগুৰতা, সাংসাৰিক সুখভোগৰ প্ৰতি অনাসক্তি ভাৱ প্ৰকাশ পোৱাৰ লগতে । 'ব্ৰহ্ম সত্য, জগত মিথ্যা' আৰু ঈশভক্তিয়েই পৰমজ্ঞান - এইভাৱৰ প্ৰকাশ ঘটিছে । চৌৰ্য আৰু চাতুৰীৰ গীত সমূহত পৰমপুৰুষ ভগৱান এহাতে শিশুৰ সহজাত দুষ্টালিৰে এটি সৰ্ব সাধাৰণ গোপ বালক আৰু আনহাতে স্ৰজন, পালন আৰু সংহাৰৰ অধিকাৰী পূৰ্ণব্ৰহ্মৰ সাকাৰ ৰূপ ।

শংকৰদেৱৰ সমগ্ৰ ৰচনাতে মায়াবাদৰ উল্লেখ পোৱা যায় । বৰগীতো তাৰ ব্যাতিক্ৰম নহয় । বৰং বৰগীতত এই মায়াবাদ সঘনে উচ্চাৰিত হোৱা দেখা যায় ।

'অথিৰ জীৱন ধন যৌৱন জায়া ।

ভকতি বিৰোধী বিষয় সব মায়া ॥' (বৰগীত-১১)

'ফান্দিলো মায়াৰ পাশে কাল ব্যাধে ধায়া আসে

কাম ক্রোধ কুত্তা খেদি খায় ।' - বৰগীত-১৬

মাধৱদেৱেও মায়াক প্ৰাধান্য দিছে । বৰগীতত তাৰ প্ৰকাশ ঘটিছে এনেদৰে -

'হামু পহু মায়াজালত বন্দী

যাৰ মায়া পাশে বন্দী ব্ৰহ্মা আদি কৰি ।' - বৰগীত-৩৮

'যাৰ মায়া পাশে বন্দী ই তিনি ভূৱন ।' - বৰগীত - ১১৬

'জীৱন যৌৱন মোৰ সব মায়াময় চোৰ ।' বৰগীত ৪৩

'যাহাৰ মায়াৰ অন্ত ব্ৰহ্মা হৰে নাপাৱন্ত

হেন হৰি চাতুৰি খেলায় ।' বৰগীত - ১৫৮

'তোমাৰ অনাদি অবিদ্যা তিমিৰে

অন্ধ কৰি আছে মোৰে ।' - বৰগীত ৩৯

'অবিদ্যা মোহিত হুৱা জীৱ যত

তৰিতে পথ নাপাৱে ।' - বৰগীত ৮৯

জগতখন মায়াময় । মায়াই অবিদ্যাৰ আৱৰণেৰে সত্য অৰ্থাৎ ব্ৰহ্মাক ঢাকি ৰাখি অসত্যক অৰ্থাৎ জীৱজগতকে সত্য বুলি ভ্ৰমৰ সৃষ্টি কৰে । মায়াৰে আচ্ছন্ন হৈ থকাৰ কাৰণেই জগতৰ সৰ্বত্ৰ যে পৰমব্ৰহ্ম বিদ্যমান আৰু মায়াৰ আৱৰণৰ পৰা উদ্ধাৰৰ বাবে জীৱক যে ভগৱান কৃষ্ণৰ প্ৰতি ঐকান্তিক ভক্তিৰ প্ৰয়োজন সেই কথাও নাজানে । এই মোহাচ্ছন্ন সংসাৰ সাগৰৰ পৰা জপ, তপ, তীৰ্থ, ব্ৰত, যাগ-যজ্ঞ একোৱে মুক্তি দিব নোৱাৰে । ইয়াৰ একমাত্ৰ উপায় হৈছে ভগৱানৰ নাম আৰু তেঁৱাৰ চৰণ সেৱা । বৰগীতত শংকৰদেৱে কৈছে -

'পাৱে পৰি হৰি কাৰোহ কাতৰি প্ৰাণ ৰাখবি মোৰ

বিষয় বিষধৰ বিষে জৰ জৰ জীৱন নাৰহে থোৰ ॥'

অথবা— 'বোলহ ৰাম নামেসে মুকুতি নিদানা

নাম পঞ্চানন নাদে পলাৱত

পাপদন্তী ভয় ভীত ॥'

আকৌ — 'নাহি নাহি ৰময়া বিনে তাপ তাৰক কোই ।

পৰমানন্দ পদ মকৰন্দ সেৱহ মন মোই ॥'

এই নাম মাহাত্ম্য আৰু ভগৱানৰ চৰণ সেৱাৰ মহিমা কেৱল বৰগীততে নহয়; গুৰু দুজনাৰ সমগ্ৰ ৰচনাতে বিয়পি আছে ।

বৰগীত সমূহৰ দৰেই অসমীয়া সাহিত্যৰ প্ৰথম লিখিত উদাহৰণ চৰ্যাপদ

সমূহো বৌদ্ধ সহজীয়া সকলৰ এক গুপ্ত সাধন পন্থাৰ ধৰ্মীয় গীত । বৌদ্ধ সিদ্ধাচাৰ্য সকলে তেওঁলোকৰ গুপ্ত তত্ত্ব দৰ্শন আৰু ধাৰা সমূহক কিছুমান বাহ্যিক প্ৰতীকৰ দ্বাৰা ব্যাখ্যা আৰু প্ৰকাশ কৰিছিল । প্ৰতীকধৰ্মী হোৱাৰ হেতু চৰ্যাপদ সমূহ ৰহস্যময় আৰু গুঢ় প্ৰকৃতিৰ । এই ৰহস্যময়তাৰ বাবেই চৰ্যাবোৰ দুৰ্বোধ্য । পণ্ডিত হৰপ্ৰসাদ শাস্ত্ৰীয়ে চৰ্যাপদৰ ভাষাক 'সন্ধ্যা ভাষা' আখ্যা দিছে । অৰ্থাৎ সন্ধ্যাৰ 'আধা আলো, আধা ছাঁৰ দৰেই ই ধূসৰতাৰে আচ্ছন্ন । চৰ্যাপদ সমূহৰ কিছুমান প্ৰতীক হৈছে নৌকা, গঙ্গা-যমুনা, মুষা, শবৰ-শবৰী, ডোম্বী, শূন্য, নৈৰাত্মা ইত্যাদি । এই প্ৰতীক সমূহ প্ৰায়ে অনুমান সাপেক্ষ আৰু এই অস্পষ্ট প্ৰতীকৰ যোগেদি চৰ্যাপদ সমূহত ধৰ্মতত্ত্ব ব্যাখ্যা কৰাৰ কাৰণে ইয়াৰ গুঢ়াৰ্থ অনুধাৱন কৰিবলৈ গুৰুৰ সাহাৰ্য্যৰ অপৰিহাৰ্যতা স্বীকাৰ কৰা হৈছে ।

চৰ্যাপদৰ প্ৰধান তত্ত্ব হৈছে মহাসুখৰূপ নিৰ্বাণ লাভ । বৌদ্ধ সিদ্ধাচাৰ্য সকলৰ মতে গুৰুৰ সাহাৰ্য্য বা উপদেশৰ ব্যতিৰেকে এই মহাসুখ দুৰ্লভ । মায়াৰে আবৃত্ত এই সংসাৰৰ পৰা উত্তৰণৰ একমাত্ৰ উপায় হৈছে গুৰুৰ উপদেশ । চৰ্যাপদত তাৰ উল্লেখ আছে এনেদৰে–

*'খুণ্টি উপাড়ী মেলি নি কাচ্ছী ।*
*বাহতু কামলি সদগুৰু পুচ্ছী ।' (কম্বলাম্বৰ পাদ)*

বৌদ্ধ সহজীয়া সকলৰ ধৰ্মীয় গীত এই চৰ্যাপদ সমূহৰ কাব্যিক অৱয়বৰ অন্তৰালত নিহিত হৈ আছে এক গভীৰ দাৰ্শনিক চিন্তাধাৰা । বেদান্ত দৰ্শনৰ অদ্বৈতবাদী চিন্তাধাৰাৰ লগত ইয়াৰ কিছু পৰিমাণে সাদৃশ্য আছে । অদ্বৈতবাদী বৈষ্ণৱ সকলৰ দৰে বৌদ্ধ সহজীয়া ধৰ্মৰ মূলতত্ত্বও অৰূপ বা শূন্যতা, কৰুণা আৰু মহাসুখ বা পৰমানন্দ লাভ কৰা । এই তত্ত্ব বিভিন্ন চৰ্যাত সিঁচৰতি হৈ আছে ।

বেদান্ত দৰ্শনৰ মোক্ষয়েই মহাপুৰুষ দুজনাৰ বৰগীতত পৰমগতি আৰু চৰ্যাপদত মোক্ষ বা মহানিৰ্বাণ । সংসাৰবন্ধন দুখময় । এই দুখময় সংসাৰৰ হাত সাৰি মোক্ষ বা নিৰ্বাণ লাভ কৰাই বৌদ্ধ ধৰ্মৰ মূল কথা । বেদান্ত দৰ্শনৰ মোক্ষ প্ৰাপ্তি হ'ল জীৱই জন্ম-মৃত্যুৰ চক্ৰৰ পৰা হাত সাৰি পৰমাত্মা অৰ্থাৎ ভগৱানক লাভ কৰা । কিন্তু সহজীয়া বৌদ্ধ সকলে ধৰ্মকায়তহে বিশ্বাস কৰে । অবিদ্যাৰ মোহত পৰি এই মায়াময় সংসাৰত জীৱই অনেক হাবুডুবু খায়, পাছত জ্ঞানৰ দ্বাৰা মোহমুক্ত হলে পুনৰ ধৰ্মকাৰ্যত লীন হয় । এই ধৰ্মকাৰ্যই হৈছে শূন্যতা । জাগতিক দুখ নিৰোধ কৰি ভৱিষ্যতে মহাসুখবাদৰ প্ৰতিষ্ঠা কৰাই সহজীয়া বৌদ্ধ সকলৰ মূল উদ্দেশ্য । নিৰ্বাণ সুখময় আৰু এই সুখময়তাৰেই হৈছে বৌদ্ধ সকলৰ সহজযান; ইয়াৰ সহায়তে নিৰ্বাণৰ পথত অগ্ৰসৰ হ'ব পাৰি আৰু ইয়েই সহজযান পন্থাৰ মূল

লক্ষ্য । এই সহজীয়া তত্ত্বৰ মাজেদিয়েই অতীন্দ্ৰিয় অনুভূতিৰ বিকাশ সাধিত হৈছে ।

সহজিয়া সকলে মহাসুখৰূপী আনন্দক আনি তান্ত্ৰিক সাধনাৰ দেৱীৰ আসনত প্ৰতিষ্ঠা কৰিছে । এই দেৱীক তেওঁলোকে নৈৰাত্মা দেৱী বুলি কৈছে । দেৱীৰ লগত মিলি যাব পৰাকে তেওঁলোকে মহাশূন্যত বিলীন হৈ যোৱা বুজাইছে । ই বেদান্ত দৰ্শনৰ মতে আত্মা–পৰমাত্মাৰ মিলন, ইয়েই ব্ৰহ্মোপলব্ধি আৰু এই উপলব্ধিয়েই হৈছে অতীন্দ্ৰিয়ানুভূতি ।[১] ১। পূৰ্বোক্ত, (পৃ-৪৪)

বৰগীত সমূহত অসীমক সসীম ৰূপত অৰ্থাৎ নিৰাকাৰ পৰমব্ৰহ্মক হৰি বা কৃষ্ণৰ অৱতাৰ ৰূপে দেখুৱাৰ দৰে চৰ্যাপদ সমূহতো নিৰাত্মাক বিভিন্ন ৰূপক বা প্ৰতীকৰ সহায়ত ব্যাখ্যা কৰা হৈছে । উদাহৰণ স্বৰূপে শবৰ পাদৰ ২৮নং চৰ্যাটিক আলোচনা কৰি চাব পাৰি । চৰ্যাটিত শবৰ পাদে ৰূপচিত্ৰৰ দ্বাৰা তত্ত্ব ব্যাখ্যা কৰিছে । দেহক সুমেৰু আৰু মূৰক তাৰ শৃঙ্গ বুলি ধৰিছে । তান্ত্ৰিকমতে সেই শৃঙ্গতেই সহস্ৰাৰ পদ্মৰূপী মহাসুখ থাকে । শবৰৰূপী বোধিচিত্ত বজ্ৰধৰ আৰু শবৰী বালিকা ৰূপিনী প্ৰকৃতি হৈছে নৈৰাত্মাদেৱী । বোধিচিত্ত আৰু নৈৰাত্মাৰ মিলন নহলে সাধনা সিদ্ধি নহয় । সেয়েহে নৈৰাত্মা শবৰীয়ে বাসনাভিলাসী চিত্ত শবৰক সঁকিয়াই দিছে যে, পাৰ্থিৱ বিষয় বাসনাই চিত্তক ভ্ৰমত পেলায়; কিন্তু নৈৰাত্মাদেৱী সকলোৰে উৰ্দ্ধত । তেওঁ এই পৃথিৱীতেই শূন্যতাক অৱলম্বন কৰি ঘূৰি ফুৰে । এই পৃথিৱীত থাকিয়েই অবিদ্যা নাশ কৰিব পাৰিলে সেই নৈৰাত্মাদেৱীক লাভ কৰিব পাৰি ।[২]

মানৱ জীৱন যে ক্ষণভঙ্গুৰ বা অনিত্য - এই সত্যটো বৰগীতৰ দৰে চৰ্যাপদতো উল্লেখ আছে; আৰু এই অনিত্যতা সম্পৰ্কে জানিবলৈ গুৰুৰ উপদেশৰ প্ৰয়োজন ।

কাৰণ চঞ্চল চিত্তৰ দ্বাৰা এই পৰমজ্ঞান লাভ কৰা সম্ভৱ নহয় । সেয়েহে লুইপাদে চৰ্যাত কৈছে -

*'কা আ তৰুবৰ পঞ্চবিডাল*
*চঞ্চল চীত্ত পাইঠো কাল ।*
*দিঢ় কৰিঅ মহাসুহ পৰিমাণ*
*লুই ভনই গুৰু পুচ্ছিঅ জান ॥'*

অৰ্থাৎ কায়া বা শৰীৰ ৰূপী গছজোপাৰ ইন্দ্ৰিয়ৰূপী পাঁচটা ডাল । পাৰ্থিৱ মোহৰ প্ৰভাৱত মানুহৰ চিত্ত চঞ্চল হৈ থাকে বাবেই বিপুকাল সহজে প্ৰবেশ কৰি নানান ক্লেশ ভুঞ্জিব লগীয়া হয় । কিন্তু সংযমৰ দ্বাৰা চঞ্চল চিত্তক দৃঢ় কৰি মহাসুখ

লাভ কৰিব পাৰি। চঞ্চল চিত্তৰ দ্বাৰা যে সিদ্ধি লাভ সম্ভৱ নহয়, এই কথা অন্যান্য চৰ্যাকাৰ সকলেও দোহাৰিছে।

চৰ্যাপদ আৰু বৰগীত সমূহৰ দৰেই আজান ফকীৰৰ জিকিৰ ৰচনা ৰাজিয়েও অসমীয়া সাহিত্যত এক বিশেষ স্থান অধিকাৰ কৰি আছে। সুদূৰ বাগদাদৰ পৰা অসমলৈ আহি, অচিনাকি ভাষা এটা খুব কম সময়ৰ ভিতৰতে আয়ত্ত্ব কৰি সেই ভাষাত গীত-মাত, বিশেষকৈ ধৰ্মীয় গীত ৰচনা কৰাটো বৰ সহজকাম নহয়। তাৰোপৰি পৰিবেশ পৰিস্থিতি যেতিয়া অনুকূল নহয়; সেয়া আৰু দুৰূহ। সেই অসম্ভৱকো সম্ভৱ কৰিলে আল্লা বা ঈশ্বৰৰ একনিষ্ঠ সাধক আজান ফকীৰে জিকিৰ ৰচনাৰ জৰিয়তে। শংকৰ-মাধৱৰ বৰগীত সমূহৰ দৰেই জিকিৰ সমূহেও জাতি-ধৰ্ম-সম্প্ৰদায়ৰ সীমাবদ্ধতা অতিক্ৰম কৰি সাৰ্বজনীনতা লাভ কৰিবলৈ সক্ষম হৈছে। এই জিকিৰৰ জৰিয়তে আজানফকীৰে কেৱল ইছলাম ধৰ্মৰ ধৰ্মীয় মতাদৰ্শ প্ৰচাৰ কৰাই নহয়, এটা সুষম সাংস্কৃতিক পৰিবেশ সৃষ্টি কৰি বিভিন্ন জাতি-ধৰ্ম-সম্প্ৰদাযৰ লোকৰ মাজত এক সমন্বয় সাধন কৰি থৈ গ'ল। জিকিৰত আজান ফকীৰৰ অন্তৰ ভেদি ওলাই আহিছে এই বাণী -

*'মোৰ মনত আন ভাৱ নাই ঐ আল্লা*
*মোৰ মনত ভিন পৰ নাই ঐ আল্লা*
*হিন্দু কি মুছলমান একে আল্লাৰ ফৰমান*
*মোৰ মনত একেটি ভাৱ।'*

জিকিৰৰ এই মৰ্মাৰ্থ মহাপুৰুষ শংকৰদেৱৰ 'কুকুৰ শৃগাল গদৰ্ভৰো আত্মাৰাম'ৰ সমপৰ্যায়ৰ।

মানৱ জীৱন নশ্বৰ আৰু ভংগুৰ। কিন্তু ইয়াৰ মাজতেই যে অবিনশ্বৰ আত্মাৰ অৱস্থান, সেই কথা মোহান্ধ মানুহে উপলব্ধি কৰিব নোৱাৰে। গতিকে সৃষ্টিৰ গূঢ়াৰ্থ স্বৰূপ অনুধাৱন কৰিবলৈ হলে গুৰুৰ সাহায্যৰ প্ৰয়োজন। চৰ্যাপদৰ দৰে জিকিৰতো কোৱা হৈছে - সদ্‌গুৰুৰ ওচৰত দীক্ষা লৈ গুৰুৰ উপদেশ অনুসৰি আল্লাৰ নাম স্মৰণ কৰিলেহে পৰমজ্ঞান লাভ কৰিব পাৰি। জিকিৰত কৈছে -

*চিন্তো হেৰা মোৰ মন*
*আল্লাৰ নামত*
*ভজো হেৰা মোৰ মন*
*গুৰুৰ পাৱত।*

ভক্তৰ অন্তৰতে ভগৱান থাকে; তেওঁক বাহিৰত বিচাৰি হজ্জ বা তীৰ্থ কৰিবলৈ যোৱাৰ যে কোনো দৰকাৰ নাই - এই কথা আজান পীৰে জিকিৰত বাৰে

বাৰে উল্লেখ কৰিছে । ইয়াত বিশ্বাস অথবা আত্মোপলব্ধিহে মূল কথা ।

বৰগীত বা চৰ্যা সমূহৰ দৰে জিকিৰ সমূহতো অদ্বৈতবাদী চিন্তাধাৰাৰ প্ৰতিফলন আছে । বৰগীতৰ নিৰাকাৰ পৰমব্ৰহ্ম জিকিৰৰো মূল বস্তু -

*মোমিনহে দোস্তি ৰাখা*

*আল্লাহে পৰম ধন*

*অ' এ' ভাইৰে নামহে পৰম ধন ।*

আল্লা বা বিশ্ব স্ৰষ্টা নিৰাকাৰ । তেওঁ একমেৱাদ্বিতীয়ম, তেওঁ কাৰো সন্তানো নহয়, কাৰো পিতাও নহয় । তেওঁ কাৰো শত্ৰুও নহয়, মিত্ৰও নহয় । আল্লাই এই বিশ্বৰ হৰ্তা-কৰ্তা-বিধাতা । তেওঁৰ নিৰ্দেশতেই চন্দ্ৰ-সূৰ্য, গ্ৰহ-নক্ষত্ৰই নিজ কক্ষপথত পৰিভ্ৰমণ কৰে । গতিকে এই সৰ্বশক্তিমান জনৰ ওপৰত আস্থা ৰাখি সৎ জীৱন-যাপন কৰিলে মানুহৰ মুক্তিৰ পথ সূচনা হয় । এই মুক্তি সম্ভৱ হয় কেৱল আল্লাৰ নাম শ্ৰৱণ-কীৰ্ত্তন আৰু স্মৰণ কৰিলেহে । বৰগীতৰ দৰে জিকিৰতো নামৰ অপাৰ মহিমা প্ৰকাশ হৈছে এনেদৰে

*'জীউ তৰাবলৈ যাৰে মনে আছে*

*আল্লাৰ নামকে ধৰ ।'*

অথবা— *'জীৱৰ সাৰথি নাম*

*সৎগুৰুক ভেটিবা আত্মাক চিনিবা*

*সিজিব দীনৰে কাম ॥'*

আকৌ— *'মনুৰাই, মনুৰাই, নাম ললে নেহেৰায,*

*জুযেও নোপোৰে; পানীতো নুবুৰে,*

*চোৰেও নিনিয়ে পাই ॥'*

প্ৰাৰব্ধ ভোগ কৰি জীৱই এই পৃথিৱীত বাৰে বাৰে জন্ম আৰু মৃত্যুৰ চক্ৰত ঘূৰি থাকে । জন্ম-মৃত্যুৰ এই ৰহস্য ভেদ কৰাটো মানুহৰ সীমাবদ্ধ জ্ঞানেৰে সম্ভৱ নহয় । একমাত্ৰ সৰ্বজ্ঞ, সৰ্বনিয়ন্তা, পৰমশক্তি আল্লাৰ ওচৰত আত্ম সমৰ্পনৰ বাহিৰে অন্য উপায় নাই । সেয়েহে আজান পীৰে কৈছে –

*'আল্লাৰ বিনে কেও নাই আন ঐ আল্লা হে ।'*

এই আল্লা প্ৰাপ্তিৰ পথ সহজ নহয় । দুখৰ মাজেদিহে ঈশ্বৰক লাভ কৰিব পাৰি । এই কথা পৰমভক্তা মীৰাবাঈয়ে তেওঁৰ ভজনত বাৰম্বাৰ ঘোষণা কৰিছে । আজান পীৰো ইয়াৰ ব্যতিক্ৰম নহয়; বৰং আজানপীৰ নিজেই তাৰ জীৱন্ত সাক্ষী স্বৰূপ । আল্লাৰ নাম স্মৰণ আৰু চৰ্চন কৰাৰ কাৰণেই শত্ৰুৱে তেওঁৰ দৃষ্টিশক্তি কাঢ়ি নিলে । দৃষ্টিহীন হৈয়ো তেওঁ তেওঁ আল্লাৰ সাধনা বা জিকিৰ ৰচনাৰ পৰা

এখনতেকো বিৰত হোৱা নাই; তাৰ বিপৰীতে বেছি নিষ্ঠা আৰু একাগ্ৰতাৰেহে জিকিৰ ৰচনাত মনোনিবেশ কৰিলে ।

গতিকে দেখা যায় যে, চৰ্যাপদ, বৰগীত আৰু জিকিৰ - এই তিনিওবিধ গীতেই তাত্ত্বিক দিশত একেবোৰ লক্ষণেৰে লক্ষণাক্ৰান্ত । কেউবিধতেই বেদান্ত দৰ্শনৰ অদ্বৈতবাদী চিন্তাধাৰাৰ প্ৰতিফলন আছে । নাম মাহাত্ম্য আৰু সৎসঙ্গ বা গুৰুৰ উপদেশৰ ওপৰত কেউবিধ গীততেই গুৰুত্ব আৰোপ কৰা হৈছে । মুঠতে অসমীয়া, ভক্তি সাহিত্যৰ পৰম্পৰাত চৰ্যাপদ, বৰগীত আৰু জিকিৰ - এই আটাইকেইবিধ গীতৰেই একো একোটা দৃঢ় পদক্ষেপ ৰক্ষিত হৈ থাকিব ।

# যুগনায়ক শ্ৰীমন্ত শংকৰদেৱ

প্ৰণীতা বুঢ়াগোহাঁই

*'নামে সাগৰ নামে নদী*
*নামে সৰোবৰ*
*সৰোবৰত ফুলি আছে*
*নামেৰে মাহাত্ম্য ॥'*

কৃষ্টি সংস্কৃতিৰ বৰভেঁটি গঢ়ি, জাতি ধৰ্মক একতাৰ ডোলেৰে বান্ধি, মানৱ জাতিৰ কল্যাণৰ সেতু গঢ়ি তোলা শ্ৰীমন্ত শংকৰদেৱে নাম-ধৰ্ম প্ৰচাৰ কৰি মূঢ়মতি মানৱক মুক্তিৰ সন্ধান দিলে। অসমীয়া জাতিক ধৰ্ম, সাহিত্য-সংস্কৃতিৰ জৰিয়তে সমন্বয় সাধনৰ যি পথ দেখুৱালে তাকে লৈ আজিও অসমবাসীয়ে গৌৰৱ অনুভৱ কৰে।

গুৰুজনাই বাল্য কালতেই নিজৰ ঐশ্বৰিক মহিমা প্ৰকাশ কৰি গৈছে তেওঁৰ অলৌকিক কৰ্মৰ জৰিয়তে। শংকৰদেৱে ভূমিষ্ঠ হোৱাৰ সময়ত কুসুম্বৰৰ ঘৰত ডবা-কাঁহ, শংখ, ঘণ্টা আপোনা-আপুনি বাজি উঠিছিল বুলি কথিত আছে। গোঁসাই ঘৰত থকা মূৰ্তিও হেনো হালি পৰিছিল। তেওঁৰ জন্মৰ পাছতে মাতৃ সত্যসন্ধ্যাৰ মৃত্যু হোৱাত বুঢ়ীমাক খেৰসুতীয়ে তেওঁক তুলি-তালি ডাঙৰ-দীঘল কৰিছিল। বুঢ়ীমাকৰ নিৰ্দেশমতে বাৰ বছৰ বয়সত শংকৰদেৱে মহেন্দ্ৰ কন্দলিৰ টোলত পঢ়িবলৈ যায়। 'অ' ফলা 'ক' ফলা শিকোতেই তেওঁ এটি সুন্দৰ কবিতা ৰচনা কৰি গুৰুক দেখুৱাইছিল। স্বৰবৰ্ণৰ সহায় নোলোৱাকৈ লিখা–

*'কৰতল কমল কমল দলনয়ন*
*ভৱদব দহন গহন বন নয়ন'* কবিতাটো পঢ়ি গুৰু কন্দলি আচৰিত হৈছিল। কাৰণ দাৰ্শনিক ভাবযুক্ত বিতোপন কবিতাটোৰ অৰ্থ সেই বয়সৰ ল'ৰাৰ বাবে ৰচনা কৰাটো অসম্ভৱ আছিল। শংকৰে পঢ়াশালিত পঢ়ি থাকি এদিন তাতে টোপনি যোৱাত মুখত ৰ'দ পৰিছিল। তাকে দেখি এটা ফেঁটি সাপে ৰ'দ পৰা ঠাইত ছাঁ দি আছিল। মহেন্দ্ৰ কন্দলিয়ে এই দৃশ্য দেখি অতিশয় আচৰিত হৈছিল। তেওঁ শংকৰক ওজা ছাত্ৰ পাতি সেইদিনাৰ পৰা 'শংকৰদেৱ' নাম দিলে। শংকৰদেৱে অতি কম সময়ৰ ভিতৰতে চৈধ্য শাস্ত্ৰ, ওঠৰ পুৰাণ পঢ়ি ইয়াৰ তাৎপৰ্য বুজি পালে। ভৰ বাৰিষা বিশাল ব্ৰহ্মপুত্ৰ সাঁতুৰি শংকৰদেৱে পাৰ হ'ব পাৰিছিল। পানীৰ পৰা শিহু ধৰি আনি নগৰ সমনীয়াক দেখুৱাই পুনৰ এৰি দিছিল। বাঁঢ় গৰুৰ শিঙত ধৰি লুটিয়াই বগৰাই পেলাই দিবলৈ তেওঁ সক্ষম হৈছিল তেওঁৰ

সুন্দৰ সুঠাম স্বাস্থ্যৰ বাবেই ।

মহাপুৰুষ শংকৰদেৱৰ শ্ৰেষ্ঠত্ব আৰু মহত্ব প্ৰকাশ পাইছিল ধৰ্মীয় দিশত । বেদ, বেদান্ত, গীতা ভাগৱত, পুৰাণ উপনিষদ আদি অধ্যয়ন কৰি তাৰ সাৰমৰ্ম বুজি একশৰণ নামধৰ্ম প্ৰচাৰৰ জৰিয়তে ঈশ্বৰৰ মাহাত্ম্যক প্ৰচাৰ কৰিছিল । নাম ধৰ্মৰ জৰিয়তে নিৰ্গুণ নিৰাকাৰ নিৰঞ্জন নাৰায়ণক ভক্তিৰে উপাসনা কৰি মুক্তি লাভ কৰাৰ সহজ উপায় দাঙি ধৰিছিল । ঈশ্বৰৰ সাকাৰ অৱতাৰৰ ভিতৰত 'সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ' বুলি ভক্ত সকলক হৃদয়ঙ্গম কৰালে । নাৰায়ণ, বিষ্ণু বা হৰিক লাভ কৰিবলৈ হলে কৃষ্ণৰ নাম শ্ৰৱণ কীৰ্ত্তন কৰাই শ্ৰেষ্ঠ পন্থা বুলি তেওঁ বৈষ্ণৱ ভক্ত সকলক উপায় দিলে ।

*'সমস্ত শাস্ত্ৰৰ সাৰ উধাৰিযা আনি ।*
*দেখাইলা বিদিত কৰি প্ৰভু চক্ৰপাণি ।।*
*যিটো শাস্ত্ৰ কহিলন্ত দৈৱকী তনয ।*
*সেহি মাত্ৰ শাস্ত্ৰ এক জানিবা নিশ্চয ।।*
*দৈৱকীৰ পুত্ৰ এক কৃষ্ণ মাত্ৰ দেৱ ।*
*ধৰ্মো এক মাত্ৰা সেহি দেৱতাৰ সেৱ ।।'*

মহাপুৰুষ শংকৰদেৱে বৰ অসমৰ আটাইবোৰ জনগোষ্ঠীকেই ধৰ্ম-সংস্কৃতিৰ জৰিয়তে এক কৰিছিল । জাতি গঠনৰ ক্ষেত্ৰত শংকৰদেৱৰ মহৎ অৱদান অনস্বীকাৰ্য । নগাৰ নৰোত্তম, গাৰোৰ গোবিন্দ, বনিযাৰ হৰিদাস, মিৰিৰ পৰমানন্দ, কায়স্থৰ হৰিদেৱ, যৱনৰ চান্দসাই আদি সকলো জনগোষ্ঠীৰ লোকক শংকৰদেৱে শৰণ দি বৈষ্ণৱ ধৰ্মত দীক্ষিত কৰি আতৈ বা ধৰ্মাচাৰ্য পাতিছিল ।

*'কিৰাট কছাৰী খাচী গাৰো মিৰি*
*যৱন কংক গোৱাল ।*
*অসম মলুক ৰজক তুৰুক*
*কুৱাচ ম্লেচ্ছ চণ্ডাল ।*
*আনো যত নৰ কৃষ্ণ সেৱকৰ*
*সঙ্গত পবিত্ৰ হয ।'*

মহাপুৰুষ শংকৰদেৱৰ ভাওনা এক অনবদ্য অৱদান । 'চিহ্নযাত্ৰা' শংকৰদেৱৰ প্ৰথম অংকীয়া নাট । শংকৰদেৱৰ যাত্ৰা বা নাটৰ পৰিকল্পনা অভিনৱ । ভাওনা আৰম্ভ হোৱাৰ আগতে গায়ন বায়ন সকলে খোল-তাল, মৃদং আদি বজাই সৰু ধেমালি, বৰ ধেমালি কৰে । মূৰত পাগুৰি, গাত চাপকনৰ দৰে, চোলা, ডৰিলৈকে বৈ পৰা ঘূৰি পিন্ধি দলীয়ভাৱে গায়ন বায়ন সকলে নাচে ।

গায়ন গাঁওতে ঘাত, গুৰুঘাত, তাল, পাৰিতাল, ৰূপক, চলনা আদি গোৱাৰ উপৰিও ধেমালিও গোৱা হয়। ধেমালিৰ ভিতৰত নাট ধেমালি, নাচ ধেমালিৰ নাম উল্লেখযোগ্য।

শংকৰদেৱে ভাগৱত পুৰাণৰ কাহিনীৰ অৱলম্বনত অংকীয়া নাট ৰচনা কৰিছিল। অংকীয়া নাটত সূত্ৰধাৰৰ প্ৰাধান্য বেছি। ভাওনাৰ নাটৰ ভাষা ব্ৰজাৱলী। অসমৰ ভাওনাৰ লগত কেৰেলাৰ 'কথাকলি' গুজৰাটৰ 'ভাৱই' উত্তৰ প্ৰদেশৰ 'ৰামলীলা' বঙ্গদেশৰ 'যাত্ৰা' আদিৰ মিল আছে যদিও নিচেই সামান্য। শংকৰদেৱে ৰচনা কৰা এটা অংক থকা এই বিশেষ শ্ৰেণীৰ নাট সমূহ বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যই ৰচনা কৰিছিল।

গুৰুজনাই ভাগৱতৰ বিভিন্ন খণ্ডৰ অনুবাদ কৰি পদ পুথি ৰচনা কৰিছিল। কীৰ্ত্তন, দশম, বলিছলন, ৰুক্মিণী হৰণ, গুণমালা, কেলিগোপাল, ভক্তিপ্ৰদীপ, পাৰিজাত হৰণ, ৰাসলীলা, কুৰুক্ষেত্ৰ, আদি বিভিন্ন পুথি ৰচনা কৰিছিল। তেৰাই 'বাৰকুৰি' বৰগীত ৰচনা কৰিছিল। কিন্তু কমলা গায়ন নামৰ ভকত এজনে আওঁৰাবলৈ নিওঁতে বনপোৰা জুয়ে পোৰাত সৰহ সংখ্যক বৰগীত নষ্ট হ'ল। মাধৱদেৱে গুৰুজনৰ আজ্ঞামতে বৰগীত নিজেও ৰচনা কৰিছিল।

গুৰুজনাই তাহানি দিনতে বাট-পথ নোহোৱা যান বাহন নথকা অৱস্থাত ভকত সকলক লগত লৈ কাশী, গয়া, বৃন্দাবন, পুৰী, জগন্নাথ আদি ভাৰতৰ প্ৰখ্যাত তীৰ্থস্থান সমূহ পদব্ৰজে ভ্ৰমণ কৰি সমন্বয়ৰ সেতু গঢ়িছিল। শংকৰদেৱে সাহিত্য ৰচনাৰ উপৰিও নৃত্য, চিত্ৰ, ভাস্কৰ্য আদিৰ ক্ষেত্ৰত অৰিহণা আগবঢ়াইছিল। 'চিহ্নযাত্ৰা' নাটকত সপ্ত বৈকুণ্ঠৰ ছবি আঁকি ভকতসকলক দেখুৱাইছিল। নিজে বৈকুণ্ঠ পতিৰ অভিনয়ো কৰিছিল। সেইদৰে 'বৃন্দাৱনী বস্ত্ৰ' তৈয়াৰ কৰি কোঁচ ৰজা নৰনাৰায়ণক দেখুৱাই সন্তুষ্ট কৰিছিল। নামঘৰ, মণিকূট নিৰ্মাণ কৰি অসমীয়া জন জীৱনৰ ভেঁটি গঢ়ি থৈ গৈছে। এনেদৰেই মহাপুৰুষ শংকৰদেৱক সৰ্বকালৰ এজন শ্ৰেষ্ঠ পুৰুষ বা যুগনায়ক আখ্যা দিব পাৰি।

# ৰুক্মিণী হৰণ কাব্য ঃ এটি আলোকপাত

পূৰবী দুৱৰা

শ্ৰীমন্ত শংকৰদেৱৰ এখনি অন্যতম কাব্য ৰুক্মিণীহৰণ। তেওঁৰ কবি প্ৰতিভা বিকশিত হৈছে কীৰ্তনঘোষাৰ 'হৰমোহন'ৰ দিব্য উপবনৰ বৰ্ণনাত, ৰাসক্ৰীড়া, শিশুলীলা আৰু গজেন্দ্ৰ উপাখ্যানত। স্বকীয় সাহিত্য ৰুচিৰে ৰসসৃষ্টি কৰি জটিল তাত্ত্বিক কথাৰ সৰল ব্যাখ্যা আৰু কাব্য কেইখনৰ নীতিকথা মনকৰিবলগীয়া। ৰুক্মিণী হৰণৰ কাহিনীৰে নাট এখনো ৰচনা কৰিছে। উভয় গ্ৰন্থ ৰচনাৰ উদ্দেশ্য মহাপুৰুষজনাৰ প্ৰৱৰ্ত্তিত নৱবৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰা হলেও ৰুক্মিণী হৰণ কাব্য ৰচনা কৰি কবি শংকৰদেৱে এক নতুন দিশ উন্মোচন কৰিছে। কাব্যখনিৰ মূল কাহিনীভাগ শ্ৰীমদ্ভাগৱত আৰু হৰিবংশ পুৰাণৰ যদিও নিজৰ সৃষ্টিশীল প্ৰতিভাৰে অনেক মৌলিক কথাৰ অৱতাৰণাৰে কাব্যখনি উপাদেয় আৰু চিত্ৰহৰণকাৰী বৈষ্ণৱ কাব্যৰূপে স্বীকৃতিপ্ৰাপ্ত। কাব্যখনিৰ আধাৰ গ্ৰন্থৰ সম্ভেদ দিছে এনেদৰে-

*একে হৰিবংশ কথা অমৃত সাক্ষাত।*
*আৰো ভাগৱত কথা মিশ্ৰ দিলো তাত ॥*
*দুয়ো কথা পদবন্ধে কৰিছোঁ মিলাই।*
*যেন মধু মিশ্ৰে দুগ্ধ অতি স্বাদ পাই ॥*

ভক্তিৰসৰ প্ৰতি বৈষ্ণৱ কবিৰ 'একদেৱ এক সেৱ, এক বিনে নাহি কেৱ' জাতীয় বৈষ্ণৱ আনুগত্যৰ বাবে বৈষ্ণৱ সাহিত্যক লৌকিকতাবৰ্জিত বুলি কোৱা হয় যদিও জ্ঞাতভাৱে শংকৰদেৱে ভক্তিধৰ্ম প্ৰচাৰৰ বাবেই ৰচনা কৰা বৰগীত আৰু ভটিমাবোৰৰ বাহিৰে তেওঁৰ অন্যাবোৰ ৰচনাত লৌকিকতাৰ সুস্পষ্ট চাপ আছে। সৃজনী প্ৰতিভাৰ কোৱাল প্ৰবাহে শ্ৰেষ্ঠ কবিসকলৰ মানসত বহুক্ষেত্ৰত সজ্ঞানে ঠিক কৰি লোৱা পৰিসীমা বাহুল্যবৰ্জিত হোৱা পৰিলক্ষিত হয়। ভাবিবৰ থল আছে যে যি কাৰণত পীতাম্বৰ কবিক 'গৰ্বপৰ্বত' ত উঠি থকা বুলি কোৱা হৈছিল, তেনে পৰ্যায়ৰ শংকৰদেৱৰ ৰচনাতো ওলাব। ৰুক্মিণী হৰণ কাব্যত দেখা যায়-

*অতিশয় ভোল হয়া কোনোজনী উঠি।*
*আনচলে কৃষ্ণক দেখাৱে কাষ পিঠি ॥*
*স্তনক দেখা হাস্য কৰি মুখ ঢাকে।*
*বস্ত্ৰ কাটি কৰি চৈৰ চক্ষু নাহি থাকে ॥*

নাৰীমনৰ আকৰ্ষণীয় চিত্ৰ প্ৰকাশক এফাঁকি সুন্দৰ কবিতা । এনেদৰে লৌকিকতা সম্ভূত দৈহিক সৌন্দৰ্য্যৰ আকৰ্ষণীয়তাৰ প্ৰকাশ দেখা যায় যদিও এয়া গৌণ; মুখ্য হৈছে শংকৰদেৱৰ ভক্তিৰসৰ কাব্যিক ৰূপায়ণ । ই ঠাই বিশেষে ভাৰতীয় সাহিত্যৰ উচ্চ স্তৰত আৰোহণ কৰিছে । ৰুক্মিণী হৰণ কাব্যত কল্পিত কথাবস্তুৰ দ্বাৰা মূলৰ বিস্তাৰণ হৈছে । কাব্যখনি মূলৰ ১৮৪টা শ্লোকক শংকৰদেৱে ৭৯৫ টা বহলাইছে । তেওঁ সজ্ঞানে সচেতনভাৱে পল্লৱিত বৰ্ণনাৰে কাব্যকেইখনক দীৰ্ঘায়তন কৰিছে । চৰিত্ৰ ৰূপায়ণ, পৰিস্থিতি আৰু পৰিবেশ ৰচনা, যুদ্ধ, উৎসৱ আদিৰ বৰ্ণনাতে অধিক কল্পনা আৰু প্ৰতিভা খটুৱাইছে । ঠিক সেইদৰে ৰস সৃষ্টিতো মনোযোগ দিছে । চৰিত্ৰৰ পৰিচয়াত্মক বৰ্ণনাৰ দ্বাৰা শাৰীৰিক সৌন্দৰ্য, সামাজিক মৰ্যদা আৰু মানসিক গুণৰাশি পাঠকৰ আগত দাঙি ধৰিছে । কাব্যখনিত তেওঁ দক্ষতা আৰু নিপুণতাৰে চৰিত্ৰ সৃষ্টি কৰি চৰিত্ৰত অসমীয়া মানুহৰ নিখুঁত প্ৰতিফলন ঘটাইছে ।

ৰজা ভীষ্মকৰ চৰিত্ৰত সহজ সৰল অসমীয়া পিতৃ এজনৰ নিখুঁত ছবি প্ৰকাশ পাইছে । ভীষ্মকৰ বৰপুত্ৰ ৰুক্মবীৰ অসমীয়া সমাজৰ ঘৰগোনা বৰপোৰ প্ৰতিভূ । ঠিক সেইদৰে বেদনিধি আৰু সুমালিনী ধাই চৰিত্ৰৰ যোগেদি অসমীয়া ধাই আৰু পুৰোহিত বাপুৰ সফল চৰিত্ৰাংকন কৰি কাব্যখনিৰ জেউতি চৰাইছে । ৰুক্মিণী ৰূপে গুণে অতুলনীয়া, লজ্জাশীলা, ধৈৰ্যৱতী আৰু ভক্তিপৰায়ণা এগৰাকী অসমীয়া গাভৰুৰ প্ৰতিভূ । জুইত পুৰি সোণ বিশুদ্ধ হোৱাৰ দৰে ৰুক্মিণীয়ে কেইবাবাৰো খকাখুন্দা খাই বিহ্বল হৈছে যদিও সাধাৰণ নাৰীৰ দৰে জ্ঞানশূণ্যহৈ পৰা নাই । আজলী ছোৱালীৰ দৰে মাথো ককায়েক ৰুক্মক কৈছে - ‘তোহে জনমি কি নিমিত্তে নাহি মৰলি’ । আনহাতে কৃষ্ণইও ৰুক্মিণীৰ ৰূপগুণৰ কথা শুনি ৰুক্মিণীৰ প্ৰতি আকৃষ্ট হৈছিল । সেয়ে তেওঁ নিজৰ প্ৰেমৰ সত্যতা প্ৰকাশ কৰিবলৈ নানা বাধা পোৱা সত্বেও পিছ হোঁহকা নাই । কাব্যখনিৰ অন্যান্য নাৰী চৰিত্ৰ শ্ৰীকৃষ্ণৰ মাতৃ দৈৱকী আৰু ভীষ্মক ৰজাৰ পত্নী শশীপ্ৰভাৰ মাতৃ স্নেহ,স্বামীসুহাগ, সাংসাৰিক জ্ঞান আৰু আতিথ্য শুশ্ৰুষাৰে গুণৱতী একোগৰাকী অসমীয়া সমাজৰ সফল মাতৃ আৰু গৃহিণীৰ প্ৰতিনিধি ।

বেদনিধিৰ চৰিত্ৰাংকনত শংকৰদেৱে মৌলিকতাৰে লগে লগে হাস্যৰসৰ সৃষ্টিৰ দ্বাৰা এক আমোদজনক পৰিবেশৰ সৃষ্টি কৰিছে । বেদনিধিয়ে ৰুক্মিণীৰ জীৱনৰ চৰম সংকটৰ সময়ত সান্ত্বনা দিছে যদিও দ্বাৰকাত শ্ৰীকৃষ্ণৰ আতিথ্যগ্ৰহণ কৰি শ্ৰীকৃষ্ণৰ ৰথত কুণ্ডিললৈ ঘূৰি আহোঁতে ৰথৰ বেগ সহিব নোৱাৰি ক্ৰুতিভংগ

হৈ পৰিযোৱা বৰ্ণনা আমোদজনক । বেদনিধিয়ে কৃষ্ণক কৈছে 'ৰথৰ এনোৱা বেগ কতো নতু দেখি । এৰাইলো প্ৰসাদ নাহি তোমাকেসে শুনি । আৰু আউৰ যেনেহেন বেগ উৰন্ত দ্বাৰকা অদ্যপতি তৰাতৰি কম্পে মোৰ বুকু ।' আদিয়ে হাস্যৰসৰো সৃষ্টি কৰিছে । কাব্যখনিত সদাশিৱ বৰ্ণনাও হাস্যজনক । কৃষ্ণই সদাশিৱৰ কথা বুজি যেতিয়া কলে 'দয়াহে লাগে আন একোৱে নালাগে' তেতিয়া ত্ৰিদশৰ মাজত লঘু হৈ সদাশিৱৰ পলায়ণৰ বৰ্ণনাই হাঁহি খোৰাক যোগাইছে । ইয়াৰোপৰি ৰুক্মিণীৰ বিবাহোৎসৱত যোগ দিবলৈ অহা কৃষ্ণক চাবলৈ নগৰীৰ ৰমণীসকলে যি উখল-মাখলৰ সৃষ্টি কৰিছে সেই বৰ্ণনাও আমোদজনক । ৰমণী সকলৰ কোনোজনীয়ে 'পিন্ধিল অঞ্জন মাত্ৰ এক নয়নত' কোনোজনীয়ে ভৰিত মুকুট আৰু মূৰত নুপূৰ পিন্ধি অহাৰ বৰ্ণনা হাস্যজনক । তেওঁলোকে ৰাজপথেদি যোৱা কৃষ্ণক কৈছে ভালেতো মুহিলে গোকুলৰ গোপীগণ । তাহাক দেখিয়া কোনে তাপৰিৱে মন । আদি বৰ্ণনা সঁচাই মনোগ্ৰাহী ।

যুদ্ধৰ বৰ্ণনাতো শংকৰদেৱৰ কৃতিত্ব স্বীকাৰ্য । কাব্যখনি প্ৰায় অৰ্দ্ধেকাংশ যুদ্ধৰ বৰ্ণনাৰে ৰমণীয় আৰু আকৰ্ষণীয় । কৃষ্ণই ৰুক্মিণীক হৰণ কৰি ৰথত তুলি লৈ যাওঁতে ৰজাসকলে 'প্ৰাণক টঙ্কিয়া সবে দেও যুদ্ধ যেন আছে হোক ভাগে' বুলি যুদ্ধ আৰম্ভ কৰিছে । এই যুদ্ধৰ বৰ্ণনা প্ৰায় পাঁচশ বিৰাশীটা পদত বৰ্ণনা কৰা হৈছে । অন্যান্য কাব্যসমূহতো যুদ্ধৰ এনে বাহুল্য দেখা যায় ।

ৰস সৃষ্টিৰ ক্ষেত্ৰত শংকৰদেৱ সিদ্ধহস্ত । কাব্যখনিত শৃংগাৰ ৰস সৃষ্টি কৰিবলৈ যাওঁতে ব্যঞ্জনাতকৈ বৰ্ণনাৰ আশ্ৰয় বেছিকৈ লৈছে । এই ৰসক ইংগিতেৰে বুজাই গলেহে বেছি উপভোগ্য হয় । কিন্তু শংকৰদেৱে শৃংগাৰ বাচ্যৰূপে উপস্থাপিত কৰাত মাজে মাজে অশালীন যেন লাগিছে । মূলত নথকা এই বৰ্ণনাত শংকৰদেৱে কৃষ্ণক দেখি কুণ্ডিলৰ ৰমণীসকলৰ মনত জাগি উঠা কাম বিলাসৰ বৰ্ণনা কৰিছে এনেদৰে ঃ 'অতিশয় ভোল হয়া কেহোজনী উঠি । আন চলে কৃষ্ণক দেখাৱে পিঠি' বা 'মদন পীড়িলে অতি সহিতে নপাৰে । গলে বান্ধি যেন আখলতে চুমা পাৰে' আদি । আন এঠাইত ৰুক্মিণীৰ ৰূপ দেখি 'মদন আকুল । চিত বিয়াকুল' হৈ পৰা ৰজাসকলৰ আচৰণৰ বৰ্ণনাও অশালীন । কিন্তু দেৱতাসকলৰ বৰ্ণনাত দেৱতাসকলৰ মৰ্যদা হানি কৰিব পৰা কোনো অশালীন আচৰণৰ বৰ্ণনা নাই । উদাহৰণ স্বৰূপে 'ব্ৰহ্মায়ো ভৈলন্ত ভোল । নাহি একো মাত বোল । এৰি-লন্ত স্ৰুব স্ৰুব । কামবানে ভৈল মূৰ্চ্চা' । -এইখিনিতে মহাপুৰুষজনাৰ পৰিমিতিবোধৰ পৰিচয় পোৱা যায় । কৃষ্ণ-ৰুক্মিণীৰ প্ৰেম বৰ্ণনাতো শংকৰদেৱ সংযমী ।

কাব্যখনিত নগৰৰ বৰ্ণনা অতুলনীয়। দ্বাৰকা, কুণ্ডিল, মথুৰা আৰু অযোধ্যা আদি নগৰৰ বৰ্ণনা আন আন কাব্যতো অতি সুন্দৰকৈ প্ৰকাশ কৰিছে। 'ৰুক্মিণীহৰণ'ৰ ৰাজনগৰীবোৰৰ বৈভৱ আৰু সমৃদ্ধিশালী ৰূপৰ বৰ্ণনাই মুগ্ধ কৰে।

বৰ্ণনা বাহুল্য আৰু সুস্থ পৰিমিতিবোধেৰে শংকৰদেৱ এজন শ্ৰেষ্ঠ কবি। উৎকৃষ্ট কল্পনাবিলাসৰ ফলশ্ৰুতিত শংকৰদেৱৰ বিষয়বস্তু হৈ পৰিছে অধিক প্ৰভাৱশালী আৰু মনোগ্ৰাহী। ইয়াৰোপৰি সৰল বৰ্ণনাই শংকৰদেৱৰ ৰচনা সহজবোধ্য কৰি তুলিছে। তেওঁৰ বৰ্ণনাৰ জেউতি উপমা অলংকাৰ আৰু ছন্দৰ প্ৰাচুৰ্যত। আশ্চৰ্যজনকভাবে কৃষ্ণৰ বৰ্ণনাবোৰ উপমা আৰু ৰূপকেৰে ভৰা। উপমাৰ ব্যৱহাৰৰ ক্ষেত্ৰত 'অমৃতক থাকে যেন চুকৰ ভেকুলী', 'মোৰ আগে শত্ৰুক দেখহ বৰ গোট', 'স্বভাৱতে স্ত্ৰীজাতি নোহে স্বতন্তৰী' আদি। অলংকাৰ প্ৰয়োগৰ ফলত কাব্যখনিৰ উদ্দেশ্য সিদ্ধি হোৱাৰ লগে লগে বৰ্ণনা ও সমৃদ্ধ হৈছে। চুটি চুটি চৰণৰ দুলড়ী, ঝুমুৰ ছন্দৰ দ্বাৰা যুদ্ধৰ বিৱৰণ, বিলাপৰ বাবে লেছাৰি আৰু ছবি ছন্দৰ সুপ্ৰয়োগেৰে শংকৰদেৱৰ বৰ্ণনা আকৰ্ষণীয়। ইয়াৰোপৰি অসমীয়া সমাজৰ ঘৰুৱা ফকৰা যোজনা পটন্তৰৰ ব্যৱহাৰ উল্লেখযোগ্য। উদাহৰণ স্বৰূপে 'মিছাবাদ দ্বেষ নকৰস নাকে বুৰে' আৰু 'মোৰ সে ভাগিনীয়েই কাৰ কিবা হানি' আৰু 'মাৰিবাক লাগিয়া হাথীক যুঁজে মাখি' আদি।

কাব্যখনিৰ মূল উদ্দেশ্য মহাপুৰুষ জনাৰ ভক্তিবাদ প্ৰতিষ্ঠা কৰা। ৰুক্মিণী আৰু শ্ৰীকৃষ্ণৰ মিলনৰ ঐকান্তিক কামনা আৰু দুৰ্যোগৰ অন্তত হোৱা মধুৰ মিলনৰ দ্বাৰা দেখুৱাইছে যে ভক্ত সকলে ভগৱন্তক পাবলৈ নানা প্ৰকাৰৰ দুৰ্যোগৰ সন্মুখীন হব লাগিব। তেতিয়াহে তেওঁৰ ভক্তিসুধা পান কৰিব পাৰিব।

বৰ্ণনাবিলাসী শংকৰদেৱে অসমীয়া জাতীয় জীৱনৰ চিত্ৰ সুন্দৰকৈ প্ৰকাশ কৰিছে। ৰুক্মিণীহৰণত মূলৰ মাত্ৰ এটা শ্লোক অৱলম্বন কৰি মহাপুৰুষজনাই বিস্তাৰণ কৰি স্থানীয় অৰ্থাৎ অসমীয়া সমাজৰ প্ৰতিচ্ছবি ফুটাই তুলিছে। মূলত কৈছে, 'সুস্নাতা সুদতীং কন্যাং কৃতকৌতুকমঙ্গলম্। অহতাং শুকযুগ্মেন ভূষিতাং ভূষনোত্তমৈঃ।' অসমীয়া সমাজৰ বিবাহোৎসৱৰ নিয়ম-নীতি সুন্দৰকৈ বৰ্ণনা কৰিছে। কইনা নোওৱাৰ পৰা আৰম্ভ কৰি সকলো আচাৰ-অনুষ্ঠানৰ বৰ্ণনা কৰাৰ উপৰিও অসমীয়া বিবিধ অলংকাৰ যেনে, খৰুখিলি, চাৰিশলাই, গলপতা, সাতসৰী, কপালভেঠী আদি বিভিন্ন অলংকাৰকো সাৰ্মৰিছে।

শংকৰদেৱে দৰাচলতে অসমীয়া মানুহক আধ্যাত্মিক, নৈতিক আৰু

সামাজিক মূল্যবোধৰ জগতে দান কৰিলে নতুন শিল্পবোধ আৰু নান্দনিক দৃষ্টিভংগী। তেওঁ দান কৰা নান্দনিকবোধে অসমীয়া মানুহৰ মানসিক জগতক কৰি তুলিলে পৰিশীলিত আৰু সংবেদনশীলতাৰে উজ্বল আৰু নম্ৰ। বৰ্ণনাবিলাসী শংকৰদেৱৰ কাব্যসমূহ অধিক প্ৰভাৱশালী আৰু মনোগ্ৰাহী হৈছে তেওঁৰ প্ৰখৰ কল্পনাবিলাসী মন আৰু প্ৰতিভাবান কল্পাশ্ৰিত বৰ্ণনাৰ বাবে। তথাপিও তেওঁ সুস্থ পৰিমিতিবোধ আদৰণীয়। কাব্যবোৰ দীৰ্ঘায়তন হৈছে যদিও ই সৰল পাঠকৰ বাবে সহজবোধ্যহে হোৱা দেখা যায়। কাব্যখনিৰ পাঠৰ অন্তত পাঠকৰ মনত বৈ যায় এক সাংগীতিক মূৰ্চ্ছনা আৰু এক মৃদু-মধুৰ কল্লোল।

# শংকৰদেৱৰ কাব্যত প্ৰাকৃতিক সৌন্দৰ্যৰ বৰ্ণনা

মৃদুলা ফুকন চুতীয়া

*জয় গুৰু শংকৰ সৰ্বগুণাকৰ*
*যাকেৰি নাহিকে উপাম*
*তোহাৰি চৰণক ৰেণু শতকোটি*
*বাৰেক কৰোহো প্ৰণাম ॥*

সৰ্বগুণৰ অধিকাৰী অসমীয়া জাতিৰ প্ৰাণ প্ৰতিষ্ঠাতা মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে তেওঁৰ কবিতাত প্ৰাকৃতিক সৌন্দৰ্যৰ অপৰূপ চিত্ৰ অংকণ কৰিছে। গুৰুজনাৰ সৃষ্টিসমূহত কাহিনীৰ লগে লগে প্ৰকৃতিৰ অনুপমৰূপও সমানে আগবাঢ়িছে। গুৰুজনাৰ কাব্য সমূহৰ বিষয় প্ৰকৃতিৰ লগত মানুহৰ বৈষয়িক আৰু আধ্যাত্মিক জীৱনো নিবিড়ভাৱে সাঙোৰ খাই আছে। সেয়েহে তেওঁৰ কাব্যৰ বৰ্ণনাত প্ৰকৃতিৰ মনপৰশা ৰূপৰ জৰিয়তে একোটা পৰিস্থিতি চিৰ সজীৱ হৈ পৰিছে। তেওঁৰ কাব্যত উল্লেখ কৰা প্ৰাকৃতিক সৌন্দৰ্য সমূহৰ পৰাই কব পাৰি যে তেওঁ এজন প্ৰকৃতি প্ৰেমী কবি। শংকৰদেৱৰ কাব্য সমূহত বিশেষকৈ 'শ্ৰীমদ্ভাগৱতৰ দশম স্কন্ধ'ত গ্ৰীষ্ম, বৰ্ষা আৰু শৰত কালৰ বৰ্ণনাত প্ৰকৃতিৰ ৰূপক অতি মনোৰম তথা মনোগ্ৰাহী কৰি তুলিবলৈ সক্ষম হৈছে।

গুৰুজনাৰ অসমীয়া সাহিত্যলৈ শ্ৰেষ্ঠ অৱদান 'কীৰ্ত্তন'ৰ 'হৰমোহন' অধ্যায়তে কবিজনাৰ প্ৰকৃতিপ্ৰেমে চূড়ান্ত পৰ্যায়লৈ উন্নীত হৈছে। অসমৰ প্ৰকৃতি জগতৰ ফুল, ফল, চৰাই, মাটি, পানী, বায়ু যেন তেওঁৰ কাব্যত শ্বাস-প্ৰশ্বাসতহে পৰিণত হৈছে - -

*শিৰীষ সেউতী তমাল মালতী*
*লৱঙ্গ বাগী গুলাল।*
*কৰবীৰ বক কাঞ্চন চম্পক*
*ফুল ভৰে ভাঙ্গে ডাল ॥*

এইদৰে 'কীৰ্ত্তন'ৰ হৰমোহন খণ্ডত 'দুলড়ী'ত ৫৩৪ৰ পৰা ৫৩৯ লৈকে এইশাৰী কেইটাত দিব্য উপবনৰ যি অপৰূপ সৌন্দৰ্য বৰ্ণনা কৰিছে সেয়া অসমীয়া সাহিত্যত সঁচাকৈয়ে দুৰ্লভ। তেওঁ প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্য বৰ্ণনা কৰিবলৈ যাওঁতে অসমত সহজতে পোৱা প্ৰকৃতিৰ প্ৰায় সকলোবোৰ ফুল-ফল, নদ-নদী, পশু-পক্ষী সকলোকে সাঙুৰি লৈছে।

গুৰুজনাই সৃষ্টি কৰা 'গজেন্দ্ৰোপাখ্যান'ত প্ৰকৃতিৰ এক চমকপ্ৰদ ৰূপৰ বৰ্ণনা আছে। 'গজেন্দ্ৰপাখ্যান' ত তেওঁ চিত্ৰকুট পৰ্বতৰ প্ৰাকৃতিক পৰিবেশ বৰ্ণনা কৰিবলৈ যাওঁতে প্ৰকৃতিৰ এক মনোমোহা ৰূপ অংকণ কৰিছে -

পদ ঃ

*ক্ষীৰ সাগৰৰ ঢেউ চৌভিতি উথলে।*
*পখালে পৰ্বত সুশীতল গন্ধ জলে ॥*
*থানে থানে আছে ভূমি অনেক উদ্যান।*
*ফুলে জকমক গন্ধে নাহিকে সমান ॥*
*নদী নদ অশেষ বিশেষ সৰোবৰ।*
*ফটিক নিৰ্মল জল দেখি মনোহৰ ॥*
*বিদ্যাধৰী সবে স্নান কৰে অনুক্ষন।*
*পদ্মিনী সৰৰ বাসে সুগন্ধি চন্দন ॥*
*পৰম আমোদ গন্ধ উথলে সদায়।*
*দশোদিশ জুৰি তাৰ বায়ু বহি যায় ॥*
*দেখি সুশোভন তৰু যত উপবনে।*
*যাত নিতে ক্ৰীড়ে দেৱ দিব্য নাৰীগণে ॥*
*শাল তাল তমাল মন্দাৰ পাৰিজাত।*
*চম্পক অশোক আনো পুষ্প অসংখ্যাত ॥*
*আম জাম লেম্বু জৰা জামীৰ খাজুৰী।*
*বেল নাৰিকল কল তাম্বুল পাকৰি ॥*
*অগৰু চন্দন পদ্ম সৰল সোণাৰু।*
*আনো যত তৰু-তৃণ সবে কল্পতৰু ॥*
*ষড়ঋতু এককালে হৱন্ত উদয়।*
*ভ্ৰমৰ গুঞ্জৰে কুলি পঞ্চম পূৰয় ॥*
*বহয় মলয়া বায়ু আমোদিত মন।*
*নৃত্য গীত কৰে তৈতে অপেশ্বৰাগণ ॥*

শংকৰদেৱৰ আৱিৰ্ভাৱৰ সময়ত অসমৰ জনসাধাৰণ সাহিত্যৰ দিশত তেনেই পিছপৰা আছিল। তেনে অজ্ঞ জনসাধাৰণক ধৰ্মমূলক উপদেশ দিবলৈ, ধৰ্মৰ মূলভাব হৃদয়ংগম কৰিবলৈ আৰু আকৰ্ষিত কৰিবলৈকে 'হৰমোহন'ত থকা দিব্য উপবন আৰু 'গজেন্দ্ৰ উপাখ্যান'ত থকা চিত্ৰকূট পৰ্বতৰ বৰ্ণনা পাঠকৰ ইন্দ্ৰিয়ানুভূতি জাগ্ৰত কৰিব পৰাকৈয়ে মনোমোহা হৈছে। সেইদৰে শংকৰদেৱৰ 'প্ৰহ্লাদ চৰিত্ৰ'ত উল্লেখ আছে -

ভ্ৰমৰ ৰাজে গায়ে হৰিগীত
যতেক পক্ষী তাতে দিয়া চিত্ত ॥
নকৰ আৰাৱ থাকে নিচুকি ।
কৃষ্ণৰ কীৰ্তন শুনে উৎসুকি ।
সুগন্ধ বায়ুক কৰে ধিক্কাৰ ।
সিবেলা মনক মোহে আমাৰ ॥

'প্ৰহ্লাদ চৰিত্ৰ'ত ভগৱানৰ প্ৰতি কেৱল মনুষ্যই নহয়, আনকি ভোমোৰা, পক্ষী আদিয়েও শ্ৰদ্ধা অৰ্পন কৰে, কৃষ্ণৰ গুণানুকীৰ্ত্তন কৰে; যিহেতু শংকৰদেৱৰ সাহিত্যৰ উদ্দেশ্যই হৈছে আধ্যাত্মিক শিক্ষা দান কৰা । সেয়েহে তেওঁ প্ৰকৃতিৰ সমলক উপমা হিচাপে লৈ জনসাধাৰণক ভগৱানৰ প্ৰতি আকৰ্ষিত কৰাইছে ।

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে অসমৰ গ্ৰীষ্মকালৰ প্ৰাকৃতিক বৰ্ণনা সম্পৰ্কে হুবহু বৰ্ণনা কৰি গৈছে 'শ্ৰীমদ্ভাগৱতৰ দশম স্কন্ধ'ত । অসমীয়া সাহিত্যাত শংকৰদেৱেই প্ৰথম গ্ৰীষ্মৰ সমলেৰে পৰিপূৰ্ণ এখনি গ্ৰীষ্ম কালৰ চিত্ৰ অংকণ কৰিবলৈ সক্ষম হৈছে । গুৰুজনাই গ্ৰীষ্ম কালক জনসাধাৰণৰ বাবে অসহনীয় কৰি অংকিত কৰিছে -

গ্ৰীষ্ম নামে ঋতু আসি মিলিল আসক্তি ।
প্ৰাণীৰ নুপুটক যাও অতিশয় প্ৰীতি ॥
নাযায় চাহান চণ্ড ৰবি ৰশ্মি জাল ।
কৰৈ শৰীৰক দাহ ঘোৰ গ্ৰীষ্ম কাল ॥

গ্ৰীষ্ম বৰ্ণনাতে আকৌ কৈছে -

দশোদিশ উফৰি নিঝাৰি জল যায় ।
বাঢ়ে বনবৃক্ষ লতা তাৰ চিটা পাই ॥
বহয়ে শীতল বায়ু বৃন্দাবন জুৰি ।
লগতে উৎপল পদ্মৰেণু আসৈ উৰি ॥
নদীৰ উৰ্মিত জল চিটিকিয়া পৰে ।
হল ফল কৰি বন নিতে নিতে চৰে ॥
ফল পুষ্পে বৃক্ষৰ ওলমি পৰৈ ডাল ।
চৰৈ মহাসুখে পশি পশু পালে পাল ॥
আগাধ হ্ৰদৰ উৰ্মি দেখি ভয় ভীতি ।
কাষৰ প্ৰলম্পি জল যায় চতুৰ্ভীতি ॥
ভৈল ভূমি সমস্ত কৰ্দম বৃন্দাবন ।

*শুষিতে নপাৰে আউৰ ৰবিৰ কিৰণ ।।*

শ্ৰীমন্ত শংকৰদেৱে গ্ৰীষ্ম বৰ্ণনাত কৈছে যে গ্ৰীষ্ম কালত শৰীৰক সূৰ্যৰ তাপে দাহ কৰে, দশোদিশ পানীয়ে ওপচি পৰে, বন-লতাইও লহ পহকৈ বাঢ়ি আহি ফুলে-ফলে ডাল ভৰি পৰে, সমগ্ৰ বৃন্দাবন বোকাই ভৰি পৰে, যাক সূৰ্যৰ প্ৰখৰ তাপেও শুহিব নোৱাৰে তেনে পৰিবেশৰ বৃন্দাবনতে শ্ৰীকৃষ্ণই লগৰীয়াৰ সৈতে নৃত্য কৰে, কৃষ্ণ বৎসল সকলে কৃষ্ণৰ গুণানুকীৰ্তন কৰে । গ্ৰীষ্ম কালৰ পিছতে গুৰুজনাই 'বৰ্ষা' ঋতুকো এক ভয়াবহ ৰূপত বৰ্ণনা কৰিছে -

*"বহে খৰ্ব বায়ু নুশুনিয় মাতবোল ।*
*গগণক ঢাকি মহা মেঘৰ আন্দোল ।।*
*ঘনে ঘনে দেই আতি বিজুলী চমক ।*
*লাগে তিৰি মিৰি আসি চক্ষুত চমক ।।"*

বৰ্ষা বৰ্ণনাতে তেওঁ আকৌ উল্লেখ কৰিছে -

*জুই আঙ্গনি জ্বলৈ অতি বাৰিষা নিশাত ।*
*নকৰৈ প্ৰকাশ তাত নক্ষত্ৰে সাক্ষাত ।*
*যেন কলিযুগে বেদশাস্ত্ৰ হবৈ ছন্ন ।*
*প্ৰকাশে পাষণ্ড শুনৈ তাবেসে বচন ।।*
*বহৰৈ বিপথে অতি ক্ষুদ্ৰ নদী যত ।*
*কৰৈ অকাৰ্য্যক যেন ধনৰ গৰ্ব্বত ।।*

শংকৰদেৱে বৰ্ষা বৰ্ণনাত মেঘৰ গাজনি, চকুচাত মৰা বিজুলী, খাল বাম ভৰাই সমগ্ৰ পৃথিৱীখনেই সমুদ্ৰ সদৃশ হোৱা দেখুৱাইছে । যেন অতদিনে পৃথিৱী শুকাইহে আছিল আক বাৰিষা আগমনৰ লগে লগে পুনৰ যেন পৃথিৱী সজীৱ হৈ উঠিছে; ধনৰ গৰ্বত যেনেকৈ মানুহে অনীতি, ব্যাভিচাৰ কৰে, বাৰিষাৰ প্ৰভাৱত যেন নদ-নদীয়েও কাৰো বাধা নামানি বিপথগামী হৈছে, য'ত বানপানীৰ কবলত পৰি সেউজ সুকোমল ঘাঁহনি ডৰাও গেলি পচি শেষ হৈছে, ঠিক এনে এটি পৰিবেশতো মানুহে হৰিকীৰ্ত্তন কৰিবলৈ এৰা নাই; বৰঞ্চ শিশু গোপ সকলে কৃষ্ণক আগুৰি নৃত্যহে কৰিছে । এনেকৈয়ে গুৰুজনাই বৰ্ষা কালৰ বৰ্ণনা কৰিছে ।

শংকৰদেৱে গ্ৰীষ্ম আক বৰ্ষাকালক যিমানে মানুহৰ অপ্ৰীতিকৰ ঋতু কৰি বৰ্ণনা কৰিছে, তাৰ বিপৰীতে শৰত কালক অতি সুকোমল আক মনোমোহা কৰি বৰ্ণনা কৰিছে -

*সুন্দৰ শৰত কাল বসন্তে।ধিক ।*
*ভৈলা আনন্দিত দেৱে দেখি তাৰ শ্ৰীক ।।*

*ফুলে ফলে জাতিষ্কাৰ বৃক্ষ নিৰন্তৰে ।*
*মধুপান মত্ত হয়া গুঞ্জৰে ভ্ৰমৰে ॥*
*ময়ুৰে আৰাৱ কৰৈ পৰ্বতক ছানি ।*
*শুনি সদা কোকিলৰ কুহু কুহু ধ্বনি ॥*
*পুষ্পিত কমলে সৰোবৰ আছে ৰঞ্জি ।*
*ভুঞ্জি ৰাজহংসে তাত মৃণাল উভঞ্জি ॥*
*জলচৰ পক্ষী তেজৈ সুললিত নাদ ।*
*সুগন্ধ বতাহে মনে মিলাৱে আহ্লাদ ॥*
*পুষ্পৰ সুৰভি গন্ধে মোহে দিশ পাশ ।*
*দেখিয়া কৃষ্ণৰ মহা মনত উল্লাস ॥*
*সেহি বৃন্দাবনে মেলি গাই গৰু জাক ।*
*গোপগণে সঙ্গে ৰঙ্গে দিলা বংশী ডাক ॥*

শংকৰদেৱে শৰত কালক বসন্ত ঋতুতকৈও সুন্দৰ বুলি বৰ্ণনা কৰিছে । বৰ্ষাকাল যোৱাৰ লগে লগে বাৰিষাৰ ঘন কলা ডাৱৰ শুকুলা ডাৱৰলৈ পৰিৱৰ্তন হয়, লগে লগে প্ৰকৃতিৰ বুকুলৈ সুন্দৰ পৰিৱৰ্ত্তন নামি আহে । গুৰুজনাৰ মতে শৰত কালৰ সমান আন কোনোটো ঋতুৱে সুখকৰ নহয় । গুৰুজনাৰ শৰত বৰ্ণনাত শৰৎ কালত বসুন্ধৰা ফলে ফুলে জাতিষ্কাৰ হৈ উঠে, ভোমোৰায়ো ফুলৰ মৌ চুহিবৰ বাবে গুঞ্জৰি থাকে, ময়ুৰ চৰায়ে পেশম ধৰি নৃত্য কৰে, কুলি চৰাইৰ কুউ কুউ মাতে মন পৰশে আৰু ফুলৰ গোন্ধে চাৰিওফালে সুগন্ধি বিয়পায় । তেওঁ কীৰ্তনৰ 'ৰাস ক্ৰীড়া'ত উল্লেখ কৰিছে এইদৰে-

*আপুনি গাৱন্ত গীত মোহন ।*
*ফুৰন্ত বঞ্জি দিব্য উপবন ॥*
*যমুনা বালি দেখি সুকোমল ।*
*পদ্ম গন্ধী বাতে আতি শীতল ॥*

পুনৰ ৰাসক্ৰীড়াত কৈছে -

*বংশীৰ নিশ্বানে হৰি ডাকি আনা ধেনু ।*
*শুনি তৰু লতা প্ৰেমে পুলকিত তনু ॥*
*ফল ফুল ভৰে নম্ৰ হয়া মধু সৰে ।*
*ভৈল আত্মা সাক্ষাতে বৃক্ষৰ ভাৱে কৰে ॥*
*দিব্য গন্ধ তুলসীৰ কৰি মধু পান ।*
*ভ্ৰমৰ গুঞ্জৰি ধৰে কৃষ্ণক যোগান ।*

'ৰাস ক্রীড়া'ত তেওঁৰ প্রকৃতি বর্ণনা অতি তাৎপর্যপূর্ণ । শৰৎ কালৰ বিতোপন জোনাক ৰাতি গোপী সবৰ মন উত্তেজিত কৰিবলৈকে তেওঁ প্রকৃতি সৌন্দর্যৰ সহায় লৈছে যেন অনুমান হয় ।

তাৰোপৰি গুৰুজনাই 'কুঁজীৰ বাঞ্ছা পূৰণ'ত অনুপম প্রকৃতিৰ ৰূপ বর্ণনা কৰিছে -

*মলয় চন্দন সুগন্ধীত ঘ্রাণ*
*মালতী চম্পা শিৰীষ ।*
*অগৰু ধূপৰ ধূম্রে আমোদিত*
*বাসয় দিশ বিদিশ ॥*

সেইদৰে তেওঁ 'নাৰদৰ কৃষ্ণ দর্শন'ত প্রকৃতি সৌন্দর্যৰ সহায় লোৱা দেখা যায় -

*দিব্য সৰোবৰ পুষ্পিত বনে ।*
*পড়িয়া নাদ ত্যজে পক্ষীগণে ॥*
*চম্পা পাৰিজাত সুৰভি বসে ।*
*নৱ লক্ষদেৱ গৃহ প্রকাশে ॥*

শংকৰদেৱে 'নাৰদৰ কৃষ্ণ দর্শন' ভাগত প্রকৃতি সৌন্দর্য অতি মনোৰম কৰি বর্ণনা কৰিছে । নাৰদ মুনিয়ে কৃষ্ণৰ আশ্চর্য মহিমা শুনি দ্বাৰকাত কৃষ্ণক দর্শন কৰিবলৈ গৈ দ্বাৰকাৰ এটি আকৰ্ষণীয় প্রাকৃতিক দৃশ্য অংকণ কৰিছে ।

সামৰণিত কব পাৰি যে, গুৰুজনাই তেওঁৰ কাব্যত প্রকৃতিৰ ৰূপ বর্ণনাত, এজন সফল কবিৰ আসনত উপবিষ্ট, যি আসনত পৰবর্তী কালৰ কোনো কবিয়ে আৰোহন কৰিবলৈ সক্ষম হোৱা নাই । তেওঁৰ এনে অতুলনীয় দুর্লভ প্রকৃতি বর্ণনা অসমীয়া সাহিত্যৰ অনুপম নিদর্শন।

**সহায়ক গ্রন্থপঞ্জী ঃ**

১। ড. কেশৱানন্দ দেৱ গোস্বামী সম্পাদিত-আদিভাগ-শ্রীমদ্ভাগৱত দশম স্কন্ধ ।
২। কীর্ত্তন ঘোষা ।
৩। ১৯৯৮, অক্টোবৰ সংখ্যা, গৰিয়সী ।

# পাৰিজাত হৰণ নাটঃএটি সমীক্ষা

পুষ্পা চুতীয়া

অসমীয়া নাট্য সাহিত্যৰ জনক মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ নাট সমূহৰ ভিতৰত 'পাৰিজাত হৰণ' অন্যতম । মহাপুৰুষ জনাৰ ই এখন সৰ্বোৎকৃষ্ট নাট হিচাপে পৰিগণিত হৈ আহিছে । অৱশ্যে নাট শব্দৰে ইয়াক আখ্যা দিয়াটো ভুল হ'ব । কাজেই মহাপুৰুষ দুজনাৰ নাটকক (অংক + ঈয়া) অংকীয়া নাট বুলিহে অভিহিত কৰিছে । পৰৱৰ্তী সকলৰ নাটককহে নাট বা নাটক বুলি আখ্যা দিছে । অৱশ্যে শংকৰদেৱে নিজে ইযাত যাত্ৰা, নাটক আৰু নাট - এই তিনিটা শব্দহে ব্যৱহাৰ কৰিছে ।

'চিহ্নযাত্ৰা'ৰে নাটৰ পাতনি মেলি একেধাৰে পত্নীপ্ৰসাদ, কালিয় দমন, ৰুক্মিণী হৰণ, পাৰিজাত হৰণ আৰু ৰাম বিজয় নাট ৰচনা গুৰুজনাৰ এক কলাসন্মত অভিনৱ প্ৰচেষ্টা । কেলিগোপাল শংকৰদেৱৰ কাব্যধৰ্মী এখন শ্ৰেষ্ঠ নাট । 'পাৰিজাত হৰণ' নাট্যগুণ বিশিষ্ট এখনি অনুপম উৎকৃষ্ট নাট - তাত সন্দেহ নাই । ইয়াৰ শ্ৰেষ্ঠতৰ আসন প্ৰদান কৰিছে ৰামচৰণ ঠাকুৰে শংকৰ চৰিতত :
"পাৰিজাত হেন নাম, অংক মহা অনুপম, কৰিলা শংকৰ তাত পাছে ।"

অংকীয়া নাটসমূহৰ ৰচনাকাল আগ পাচ ঠাৱৰ কৰাটো পণ্ডিত সকলৰ মাজত মতানৈক্য দেখা যায় । অৱশ্যে 'পাৰিজাত হৰণ' নাট্যকাৰৰ শেষ বয়সৰ ৰচনা হব বুলি কোৱাৰ থল আছে । যিহেতু ৰামচৰণ ঠাকুৰৰ শংকৰ চৰিতত উল্লেখ কৰিছে শংকৰদেৱে দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণ কৰি উভতি আহি এই নাট লিখে আৰু নিজে অভিনয়ো কৰে । অন্যহাতে মহাপুৰুষজনাৰ শেষ ৰচনা কৰা নাট হিচাপে 'ৰাম বিজয়হে' প্ৰামাণ্য বুলি পণ্ডিতসকলে কব খোজে । প্ৰকৃতপক্ষে এই নাট সমূহ মূল অৰ্থাৎ শংকৰদেৱৰ হাতেলিখা পুথিৰ আকাৰত পোৱা নাযায় ।

সেয়েহে 'পাৰিজাত হৰণ' নাটক আৰু এখনৰ কথা উল্লেখ কৰি বীৰেণ বৰকটকীয়ে লিখিছে - 'পাৰিজাত হৰণ' নাট শংকৰদেৱে লিখাৰ উপৰিও মৈথেলী কবি উমাপতিয়েও লেখিছে । বহুতে 'পাৰিজাত হৰণ' ৰ কথা উল্লেখ কৰোঁতে মৈথেলী কবিৰ 'পাৰিজাত হৰণ' নাটলৈ আঙুলিয়াই । তেওঁলোকে ক'ব খোজে যে উমাপতিৰ 'পাৰিজাত হৰণ' নাটৰ প্ৰভাৱ বহুখিনি শংকৰদেৱৰ 'পাৰিজাত হৰণ'ত পৰিছে । সূক্ষ্মভাৱে বিচাৰ কৰি চালে দেখা যায় যে পৌৰাণিক নাট হিচাপে দুয়োখন নাট একে হলেও এই নাট দুখনৰ দৃষ্টিভংগী সম্পূৰ্ণ সুকীয়া । শংকৰদেৱে ভক্তিৰ মনোবাঞ্ছা সিদ্ধিৰ আশাত সামৰণি মাৰিছে । কিন্তু উমাপতিয়ে এই ক্ষেত্ৰত

কৃষ্ণ আৰু সতিনী দুগৰাকীৰ মাজত কাজিয়া লগাই ৰং ৰহইচ চাইছে । গতিকে শংকৰদেৱৰ মৌলিকতাৰ লগত উমাপতিৰ 'পাৰিজাত হৰণ' শংকৰদেৱৰ 'পাৰিজাত হৰণ'তকৈ প্ৰায় ডেৰশ বছৰৰ পিছত লেখা । এই কথা মৈথেলী সাহিত্যৰ বুৰঞ্জী লেখক সকলে উল্লেখ কৰিছে । গতিকে উমাপতিৰ 'পাৰিজাত হৰণ'ৰ প্ৰভাৱ শংকৰদেৱৰ 'পাৰিজাত হৰণ'ত পৰাটো একেবাৰে অস্বাভাৱিক ।

ই যিয়েই নহওক, শংকৰদেৱৰ নাট ৰচনাৰ গুৰিতে মানৱ সমাজত ভক্তিভাৱৰ বীজ ৰোপণ কৰি ভগৱৎ প্ৰীতিৰ ভাৱ জগাই তোলা আৰু তাৰ মাজেদি মানৱ মন উচ্চ স্তৰলৈ উন্নীত কৰোৱা । অৰ্থাৎ নাটৰ দৃশ্য আৰু শ্ৰব্য কাৰ্য্যৰ জৰিয়তে ভগৱানৰ মাহাত্ম্য প্ৰদৰ্শন কৰি আখৰী-অনাখৰী, উচ্চ-নীচ জাতিভেদ নিৰ্বিশেষে সকলোশ্ৰেণীৰ মানুহক একেখন ৰভাতলিতে সম্মিলিতভাৱে শ্ৰোতা দৰ্শকৰ মাজত ভক্তিভাৱে সঞ্চাৰ কৰোৱাই তেওঁ নাটৰ মূল উদ্দেশ্য আৰু বিষয়বস্তুও ইয়েই । মুখ্যতঃ শ্ৰীকৃষ্ণ, শ্ৰীৰামেই অংকীয়া নাটৰ মুখ্য চৰিত্ৰ ।

শংকৰদেৱৰ নাট, ভাওনাৰ উদ্দেশ্যৰ বিষয়ে অধিক স্পষ্ট আৰু মনোগ্ৰাহীকৈ লিখিছে ড. প্ৰহ্লাদ কুমাৰ বৰুৱাই - 'শংকৰদেৱৰ শাস্ত্ৰীয় যুক্তিতকৈয়ো ভাওনাইহে উদাৰনৈতিক সামাজিক আদৰ্শ ভাৱৰ নাট্যাভিনয় যদিও ভাওনা আচলতে কলাগুণ সৰ্বস্ব অনুষ্ঠানহে । কলাৰ ৰস গ্ৰহণ আৰু মনোৰঞ্জনৰ বাবে জাতকুলৰ কথা নাই ।'

শংকৰদেৱৰ প্ৰায়বোৰ নাটেই আখ্যানমূলক । আখ্যানবিলাক আনিছে ভাগৱত, পুৰাণ, হৰিবংশ আৰু বিষ্ণু পুৰাণ আদিৰ পৰা । 'পাৰিজাত হৰণ'ৰ আখ্যানভাগ আনিছে বিষ্ণু পুৰাণ, ভাগৱত আৰু হৰিবংশৰ পৰা । হৰিবংশৰ পৰা আনিছে সত্যভামাৰ অংশটো । মহাপুৰুষজনাই নাট্যবস্তু অধিক ৰসাল আৰু মনোগ্ৰাহী কৰি তোলাৰ মানসেৰে ভাগৱত আৰু 'হৰিবংশ'ৰ কথাবস্তু সংযোগ কৰিছে । ভাগৱতৰ কাহিনীভাগ নিচেই চমু । বহল ব্যাখ্যা নাই । সত্যভামাৰ মান-অভিমান, নাৰদৰ ধূৰ্তালি আৰু টুটুকীয়া স্বভাৱৰ কথা বিস্তৃতভাৱে তাত নাই । কেৱল ভাগৱতৰ দশম স্কন্ধৰ ৫৯ তম্ অধ্যায়ত নৰকাসুৰ বধ আৰু 'পাৰিজাত হৰণ'ৰ কথা উল্লেখ আছে । চমুকৈ আটাইখিনি কথা তাতে সাঙুৰি অধ্যায় সামৰিছে । অন্যহাতে 'হৰিবংশ'ত নৰকাসুৰ বধ আৰু 'পাৰিজাত হৰণ' এই দুই ঘটনাই চৈধ্যটা অধ্যায়ত অতি বিস্তৃতভাৱে বৰ্ণিত হৈছে । আমাৰ নাট্যকাৰ শংকৰদেৱে কথা অংশ গ্ৰহণ কৰিছে হৰিবংশৰ পৰা আৰু ভাগৱতৰ পৰা অনুসৰণ কৰিছে ঘটনাক্ৰম । ভাগৱতৰ মতে শ্ৰীকৃষ্ণই নৰকাসুৰক বধ কৰিয়েই স্বৰ্গলৈ গৈ ইন্দ্ৰৰ লগত যুদ্ধ কৰে আৰু পাৰিজাত হৰণ কৰে । কিন্তু হৰিবংশত এনে নহয় ।

হৰিবংশত পাৰিজাতহৰণ, নৰকাসুৰ বধ একো একোটা সুকীয়া ঘটনা । হৰিবংশৰ মতে দেৱতা সকলৰ অনুৰোধতহে নৰকাসুৰক শ্ৰীকৃষ্ণই বধ কৰে । তাৰ পাচত শ্ৰীকৃষ্ণই দ্বাৰকালৈ উভতি আহে । ৰুক্মিণীক ব্ৰত সমৰ্পণৰ নিমিত্তে শ্ৰীকৃষ্ণই পত্নী সকলৰ সৈতে বৈৱৰ্ত্তক পৰ্বতলৈ যায় । তাতে শ্ৰীকৃষ্ণৰ হাতত নাৰদে এপাহি পাৰিজাত ফুল দিয়েহি । কৃষ্ণই ফুলপাহ প্ৰথমা পত্নী ৰুক্মিণীৰ খোপাত পিন্ধাই দিয়ে । সত্যভামাৰ দাসীয়ে কথাটো গম পালে আৰু ৰুক্মিণীৰ প্ৰতি শ্ৰীকৃষ্ণৰ অনেক অনুগ্ৰহৰ কথা সত্যভামাক সদৰি জনালে । তাতে সত্যভামাই ৰোহ পাতিলে । শ্ৰীকৃষ্ণ অন্তৰ্যামী । তেওঁ সত্যভামাৰ কথা বুজি পালে আৰু সত্যভামাক সন্তুষ্ট কৰিবলৈ বুলি স্বৰ্গলৈ যাত্ৰা কৰিলে । শ্ৰীকৃষ্ণই ইন্দ্ৰক পৰাস্ত কৰি পাৰিজাত উঘালি আনিলে ।

এনেদৰে ভাগৱতত নৰকাসুৰ বধ আৰু পাৰিজাত হৰণ একে যাত্ৰাতে দুয়োটা কাৰ্য্য সম্পন্ন হোৱা দেখুৱাইছে । আনহাতে হৰিবংশত নৰকাসুৰবধ আৰু পাৰিজাত হৰণ একো একোটা সুকীয়া ঘটনা । শংকৰদেৱে বোধকৰো ভাগৱতৰ ঘটনাক্ৰম গ্ৰহণ কৰাত দুয়োটা ঘটনাকে সামৰি নাটৰ অন্তৰ্ভূক্ত কৰিছে । অৱশ্যে ঘটনা দুটা ইটোৰ লগত সিটোৰ কোনো সম্পৰ্ক নাই বুলিব পাৰি । আকৌ ভাগৱতত উল্লেখ আছে সত্যভামা পৃথিৱীৰ অৱতাৰ । পৃথিৱীৰ পুত্ৰ নৰকাসুৰ । বিষ্ণুৱে বোলে ধৰিত্ৰীক বৰ দিছিল যাতে তেওঁক নোসোধাকৈ নৰকাসুৰক বধ নকৰে । এনে কাৰণতেই সম্ভৱতঃ নৰকক বধ কৰিবলৈ সত্যভামাক লগত নিছিল আৰু বধো কৰিছিল সত্যভামাৰ আজ্ঞা লৈ ।

মহাপুৰুষ শংকৰদেৱে নাট্য কলা কৌশলত স্বকীয় বৈশিষ্ট্যপূৰ্ণ এজন নিপুণ নাট্যকাৰ তাক ড. সত্যেন্দ্ৰ নাথ শৰ্মাই এনেদৰে দাঙি ধৰিছে - 'কথাবস্তু ৰচনাত হৰিবংশক অনুসৰণ কৰিছে যদিও পৰিস্থিতি ৰসাল আৰু কৌতুকপূৰ্ণ কৰিবলৈ ঠাই বিশেষে অলপ ৰং সানিছে । মূল 'হৰিবংশ'ত সত্যভামাৰ মান-অভিমান, ঈৰ্ষা আৰু প্ৰণয় কলহ বৰ্ণনাত অধিক গুৰুত্ব আৰোপ কৰিছে । অসমীয়া নাট্যকাৰ সত্যভামাৰ অভিমান আৰু স-পত্নী ঈৰ্ষা অব্যাহত ৰাখি নাৰদৰ চতুৰালি আৰু টুটুকীয়া কাৰ্য্যও সমানভাৱে পোহৰলৈ আনিছে । 'হৰিবংশ'ৰ কাহিনীত সত্যভামা কেন্দ্ৰীয় চৰিত্ৰ আৰু তেওঁৰ প্ৰণয় কোপ প্ৰধান বস্তু । অসমীয়া নাটত নাৰদ আৰু সত্যভামা চৰিত্ৰই সমানভাৱে দৰ্শকক আকৰ্ষণ কৰে । অথচ যাৰ লীলা মাহাত্ম্য প্ৰকাশ কৰিবলৈ নাটখন লিখা হৈছে । তেওঁ গৌণস্থান পাই যন্ত্ৰবৎ পৰিচালিত হৈছে । শচী-সত্যভামাৰ অশ্লীল গালি-শপনিও মূলত নাই । অসমীয়া তিৰোতাৰ গ্ৰাম্য কলহৰ চানেকি ইয়াত ৰচনা কৰিছে ।

'পাৰিজাত হৰণ' নাটৰ চৰিত্ৰ সমূহ নাট্যকাৰে স্বকীয় বৈশিষ্ট্যপূৰ্ণ চৰিত্ৰসমূহ মানৱীয়ৰূপত সজাই অধিক সজীৱ আৰু ৰসাল কৰি তুলিছে। সত্যভামা, ৰুক্মিণী আৰু শচী - এই তিনিটা নাৰী চৰিত্ৰ। কৃষ্ণ, নাৰদ, নৰকাসুৰ আৰু ইন্দ্ৰ পুৰুষ চৰিত্ৰ। সত্যভামা নাটৰ নায়িকা। এপাহি পাৰিজাত ফুলক কেন্দ্ৰ কৰিয়েই নাটৰ বিষয়বস্তু ৰূপায়ণ কৰিছে। নাটখনি গ্ৰাম্যকলহ, খিয়লা-খিয়লি, হাই-কাজিয়া, মান-অভিমান, ঈৰ্ষা, টুটুকীয়া আদি কথাৰে ভাৰাক্ৰান্ত। স-পত্নী বিদ্বেষ সতিনীৰ পাৰস্পৰিক বৈপৰীত্যৰ স্বৰূপ আদি বেছ মনোৰম আৰু আকৰ্ষণীয় হৈছে।

মহাপুৰুষ শংকৰদেৱৰ নাটৰ কাহিনীক্ৰম অনুযায়ী নাৰদে স্বৰ্গৰ পৰা পাৰিজাত ফুল এপাহ আনি কৃষ্ণৰ হাতত দিলে। নাৰদে ফুলপাহৰ মহিমা বৰ্ণনা, মাহাত্ম্যৰ কথা ৰুক্মিণীক জনালে। ৰুক্মিণীয়ে শ্ৰীকৃষ্ণৰ পৰা ফুলপাহ পাবলৈ সবিনয়ে প্ৰাৰ্থনা জনালে। শ্ৰীকৃষ্ণই প্ৰথমা পত্নী ৰুক্মিণীৰ খোপাত ফুলপাহ পিন্ধাই দিলে সাদৰেৰে। নাৰদৰ কাম ইমানতে শেষ নহ'ল। সতিনীৰ বিদ্বেষৰ জুইকুৰা দাউ-দাউকৈ জ্বলাবলৈ বুলি সত্যভামাৰ ওচৰলৈ গ'ল। নাৰদে সত্যভামাৰ আগত বকলা মেলিলে কৃষ্ণৰ বিপক্ষে- কৃষ্ণৰ কু-প্ৰবৃত্তি, সত্যভামাৰ প্ৰতি আওকাণ, ৰুক্মিণীৰ প্ৰতি অধিক গুৰুত্ব ইত্যাদি। সত্যভামাৰ যোগ্য পাৰিজাত ফুল ৰুক্মিণীক অতি আদৰেৰে খোপাত পিন্ধাই দিয়া কৃষ্ণৰ দুৰ্বুদ্ধিৰ কথা।

নাৰদে ভবাৰ দৰেই কাৰ্য্য সিদ্ধি হ'ল। সত্যভামা মূৰ্ছিত হ'ল ঃ 'নাৰদ মুখে সতিনীক মহোদয় শুনি কহঃ কোপে অপমান এন্ধাৰি দেখিবঃ দেৱি সত্যভামা মুৰ্ছিত হৱা গলা।' সত্যভামাৰ খং ফুলপাহৰ ওপৰত নহয়। খং তেওঁৰ কৃষ্ণৰ ওপৰত কৃষ্ণই ৰুক্মিণীক আদৰ কৰাৰ বাবে। সত্যভামাৰ কথা সকলো পত্নীৰ ওপৰত তেওঁৰ আধিপত্য বিস্তাৰ। তাতে তেওঁৰ গৰ্ব, তাতে তেওঁ সন্তুষ্ট। নাৰদে আকৌ মুখ্য স্থানতেই আঘাত সানিছে বৰকৈ। সত্যভামাই নিজৰ জীৱন যৌৱনক ধিক্কাৰ দি মাটিত বাগৰি বাগৰি বিলাপ কৰিবলৈ ধৰিলে।

এইবাৰ নাৰদ গ'ল কৃষ্ণৰ ওচৰলৈ। শ্ৰীকৃষ্ণক সত্যভামাৰ অৱস্থাৰ কথা জনোৱাত শ্ৰীকৃষ্ণই সত্যভামাৰ ওচৰলৈ লৰি আহিল। নানা বুদ্ধিৰে সত্যভামাৰ ৰোহ পাতলাবলৈ যত্ন কৰিও কৃষ্ণ বিমুখ হৈ পৰিল। সত্যভামাৰ অভিমান দুগুণে বাঢ়িল। কৃষ্ণৰ ফালে পিঠি দি চকুপানী টুকি অভিমান কৰি ক'বলৈ ধৰিলে - 'হে সখিঃ হামি দুৰ্ভাগ্যক ঃ কপটে বাক্যে কত কদৰ্থনা কৰহঃ জে তোহাৰ প্ৰিয়তমা ৰুক্মিণীঃ যামিল চলহঃ হামেতে কোন প্ৰমোদন থিক।' সতিনীৰ অধীন হৈ জীয়াই থকাতকৈ প্ৰাণত্যাগ কৰিবলৈ ওলোৱা সত্যভামাক 'পাৰিজাত তৰু সমূলি উপাৰি। ৰোপন কৰয় আনি তুৱী বাড়ি।' বুলি কৃষ্ণই প্ৰতিশ্ৰুতি দিয়াতহে সত্যভামা

শান্ত হ'ল। প্ৰকৃতপক্ষে প্ৰথমা পত্নীতকৈ দ্বিতীয়া পত্নীয়ে স্বামীক সকলো অধিকাৰ মৰম স্নেহ আদায় কৰিব বিচাৰে।

স্বৰ্গৰপৰা পাৰিজাত আনিবলৈ শ্ৰীকৃষ্ণৰ লগত সত্যভামাও ওলাল। শ্ৰীকৃষ্ণ নৰকৰ ৰাজ্য পালেগৈ। অসুৰক বধ কৰি অমৰাৱতী লৈ যাত্ৰা কৰিলে। বিজয়ী শ্ৰীকৃষ্ণক অভিনন্দন জনাবলৈ অমৰাৱতীত দেৱ-দুন্দুভি বাজিব ধৰিলে। কিন্তু সত্যভামাৰ সিবিলাকলৈ খিয়াল নাই। কেৱল জুমি জুমি পাৰিজাত ফুলৰ সন্ধেদ বিচৰাত মগ্ন। স্বামীৰ বীৰত্বৰ কথা খবৰ ৰখাৰ সময়েই বা ক'ত? কেৱল একেটা চিন্তা পাৰিজাত ফুল পিন্ধি সতিনী-সকলৰ আগত লাহ্ বিলাহ কৰা। স্বামীক হাতৰ মুঠিত ৰখা। ইমান ঈৰ্ষাৰে ভৰা নাৰীৰ সৌন্দৰ্য্য পাৰিজাতে জানো শোভা বৰ্দ্ধন কৰিব?

প্ৰথমে কৃষ্ণই ইন্দ্ৰক দেখা কৰিলে। সামান্য পাৰিজাত ফুলৰ কথা কবলৈ ইতস্ততঃ হ'ল। অদিতিৰ কাণৰ কুণ্ডল, বৰুণৰ ছাটি আদি চমজাই কৃষ্ণৰ অমৰাৱতীৰ পৰা উভতিবলৈ উদ্যত হ'ল। পাৰিজাত ননা দেখি সত্যভামাই খণ্ডত কৃষ্ণৰ পীত বস্ত্ৰ আজুৰি গালিয়েই পাৰিলে। 'পাৰিজাত' নাই লৈয়া তুহো কাহে যায়? তোহাৰ চিতবুজয় নাহি।' কৃষ্ণই বাধ্য হৈ 'হে প্ৰিয়ে হামো ভুললো, দোষ নাহি ধৰিব। বুলি বুজাই পাৰিজাত খুজিবলৈ ইন্দ্ৰৰ ওচৰলৈ নাৰদক পঠালে। পাৰিজাত ফুলৰ বাবে ইন্দ্ৰ আৰু কৃষ্ণৰ মাজত যুদ্ধ হ'ল। যুদ্ধত ইন্দ্ৰক পৰাস্ত কৰি পাৰিজাত ফুল উঘালি আনিলে। এই খিনিতে খুউব কম সময়ৰ বাবে লগ পোৱা যায় দেৱৰাজ ইন্দ্ৰৰ পত্নী শচীক। কিন্তু সেইকণ সময়তে দন্দুৰী স্বৰূপ উদঙাই দিলে। নিজ নিজ স্বামীৰ গুণ গৰিমাক লৈ সত্যভামা আৰু শচীৰ বাক্ যুদ্ধই দৰ্শকক পেপুৱা নলগাই নোৱাৰে। দেৱৰাজ ইন্দ্ৰৰ পত্নী শচী সত্যভামাৰ সমধৰ্মী চৰিত্ৰ হিচাপে চিহ্নিত। এগৰাকী জগতগুৰু শ্ৰীকৃষ্ণৰ পত্নী আৰু আনগৰাকী দেৱৰাজ ইন্দ্ৰৰ পত্নী। সামান্য পাৰিজাত ফুলৰ লগতে কাজিয়া লাগি সীমা চেৰাই গৈ স্বামীৰ পুৰণি দোষ ত্ৰুটিবোৰ আজুৰিবলৈ ধৰিলে। যেতিয়া মানৱী সত্যভামাক ইন্দ্ৰানী শচীয়ে পাৰিজাত নিদিওঁ বুলি অহংকাৰ কৰি নাৰদৰ আগত কৈ পঠালে, তেতিয়া সত্যভামাই খং বেজাৰ অপমানত জ্বলি উঠিল। শচীৰ গালি - 'মানুষি সত্যভামা: পিন্ধিতে আদ গেলা' আৰৌ "অম্ৰাৱতীক অধিকাৰিণী হয়: হামাৰ পাৰিজাত ইন্দ্ৰে দিতে পাৰবে নাহি।" অসহ্য হৈ সত্যভামাই কৃষ্ণক কবলৈ ধৰিলে দানৱৰ বেটি সাজি: তাহেক চাটু কয়: পাৰিজাত নেৱব: অ: তৱ ধিক্কাৰ হোক: অমৰাৱতীৰ অধিকাৰিনী বুলি শচীয়ে মানবী সত্যভামাক তাচ্ছিল্য কৰাত সত্যভামাই শচীক 'দানৱৰ বেটি' বুলি উল্লেখ কৰাটো এক উল্লেখনীয় বিষয়।

সত্যভামাৰ লাওপাত কছুপাত মুখ বন্ধ নহ'ল । 'অয়ে নিলাজিনী মৰিতে নাযায় । তোহোক স্বামী ইন্দ্ৰক কথা কহিতে ঘৃণা উপজে । দেখো অমৰাৱতীক যত নটী তোহোক স্বামীক যে নাহি অটল । তোহাৰ স্বামী কয়ল কি । গৌতম ঋষিক যে ভাৰ্য্যা অহল্যা তাহেক মায়া কৰিকহো জাতিভ্ৰষ্ট কৰল । তন্নমিত্ৰ সব শৰীৰে ঢাকি যোনি ডাক ভেল । তায়ে পামৰী, ঐচন ইন্দ্ৰক হামাকু আগে বসানহ ।'

শচীয়ে সত্যভামাৰ লগত লাগি একো পাৰ নাপাই নিজ স্বামীকে গালি পাৰিবলৈ ধৰিলে । ইও এক তিৰোতাৰ ধৰ্ম । স্বামী দেৱৰাজ তোহাক জীৱন ধিক্ ধিক্ । মানুষী স্ত্ৰীক অতয়ে কদৰ্থনা শুনিয়ে ৰইছ, ছিঃ তোহতি পুৰুষ তেজ কিছু নাই । অঃ দেৱতাক ইন্দ্ৰ মিছা বোলাৱলি ।' ইন্দ্ৰ ধীৰ স্থিৰ হলেও স্ত্ৰীৰ ককৰ্থনা সহিব নোৱাৰি শ্ৰীকৃষ্ণৰ লগতযুঁজ দিলে । যুদ্ধত হাৰি ইন্দ্ৰ পলাল । সত্যভামাৰ মুখৰ খজুৱতি নমৰালৈকে ইন্দ্ৰক গালি পাৰিহে ত'ত ।

সত্যভামাই জেদ পুৰালে । বিমানৰ পৰা পাৰিজাত ফুলজোপা দেখা পাই হৰ্ষোল্লাসত সত্যভামাৰ ওঁঠত হাঁহি বিৰিঙিল 'অঃ হামাৰ মনোৰথ সফল ভৈল ওহি পাৰিজাত পুষ্প ধৰিবে ঃ সতিনীসৱক মাজেঃ লাসবাস কৰি বেড়াৱব ঃ সত্যভামাৰ কথা পাৰিজাত ফুল পিন্ধি লাস-বিলাসকৈ সতিনী সকলৰ আগত গৰ্বৰে জাহি কৰা । নিজক বিজয়িনী ৰূপে সৌভাগ্য বস্নাই তেওঁৰ উদ্দেশ্য ।

সত্যভামাৰ স্বামীৰ ওপৰত বিশ্বাস নাই । যেতিয়া কৃষ্ণই পাৰিজাত ফুল স্বৰ্গৰ পৰা আনি দুৱাৰ মুখতে কলেহি । ('অৱশ্যে প্ৰথমতে আন ঠাইতে কইছিল) তেতিয়া কৃষ্ণক সত্যভামাই কলে 'হে স্বামী, 'অঃ কি কয়ল, হামাক বহুত সতিনী থিক, পাৰিজাত পুষ্প চুৰি কৰি নিতে কত কলহ কৰি ৰেৰাৱৰ । তথা নহে, হামাৰ দ্বাৰ নিকটে নিয়া 'ৰোপন কৰহ' সতিনী বিদ্বেষ, আত্মকেন্দ্ৰিক, স্বামী প্ৰৰোচনাত সত্যভামা যে পাকৈত তাক নিঃসন্দেহে কব পাৰি । চৰিত্ৰটি অতি সজীৱ অতি জীৱন্ত হৈ উঠিছে । গোটেই নাটখনৰ লগতে স্বামীক প্ৰৰোচনা কৰাৰ যেন সত্যভামা এক চালিকা শক্তি । সত্যভামাই সতিনী সকলতকৈ সৰহখিনি ঠাই অধিকাৰ কৰিছে স্বামীৰ পৰা । শ্ৰীকৃষ্ণৰ পাৰিবাৰিক জীৱনৰ দিশত কিছু দুৰ্ব্বল ৰূপ ধৰা পৰিছে । আনহাতে সত্যভামাৰ প্ৰতিটো খোজ প্ৰতিটো বচনতে ঈৰ্ষা, মুখ চতুৰা, জেদী, আত্মকেন্দ্ৰিকতাই বৰ ঠেক গণ্ডীলৈ টানি নিছে ।

ইমানেই নহয় । আত্মগৌৰৱত ওফন্দি থকা সত্যভামাই ফুলপাহ পায়েই সন্তুষ্ট হোৱা নাই । দ্বাৰকাৰ পৰা আহিয়েই ৰুক্মিণীক জহাইছেহি এনেদৰে - 'হে বিদৰ্ভ ৰাজকুমাৰী তুহু স্বামীক ঠামে গোটা এক পাৰিজাত পুষ্প পায়ল; দেখু দেখু যাতে সোহি পাৰিজাত সমূহ উভাৰি কৃষ্ণক হাতে নাহি আনলো । তাৱত ছাড়লো

নাহি । হামাৰ সৌভাগ্যক মহিমা পেখু পেখু ।'

ড. সত্যেন্দ্ৰ শৰ্মাই কবৰ দৰে - 'সত্যভামা ৰাজকুমাৰী নাছিল কাৰণেই এই ক্ষোভ' - সেই বাবে জ্যেষ্ঠা হিচাপে বাইদেউ নুবুলি বিদৰ্ভ ৰাজকুমাৰী বুলি ৰুক্মিণীক সম্বোধন কৰিছে ।

স্বভাৱ সুন্দৰী ৰুক্মিণীয়ে প্ৰত্যক্ষ হিচাপে মাথো দাঙি ধৰিছে "অয়ে ভগিনী কি কহৈছ জগতক পৰম গুৰু শ্ৰীকৃষ্ণ । উনিকৰ চৰণ সেৱা কৰিতে ব্ৰহ্মাণ্ড ভিতৰে কোন বস্তু থিক ! ধৰ্ম, অৰ্থ, কাম, মোক্ষ চাৰি পদাৰথ হাতে মিলায়ে । তোহাৰি পাৰিজাত কোন কথা ।"

সত্যভামাই বিচৰাৰদৰে উত্তৰ নাপালে । 'ভগিনী' সুন্দৰ সম্বোধন কৰিছে । ৰুক্মিণীৰ গাম্ভীৰ্য্যপূৰ্ণ এই মৃদু কথাত সপত্নীৰ কোনো বিদ্বেষ নাই, ক্ষোভ নাই । নাই কোনো গৰ্ব অহংকাৰ আদি । কেৱল বচনৰ মাজেৰে সত্যভামাক সোঁৱৰাই দিলে ধৰ্ম, অৰ্থ কাম, মোক্ষ চাৰি পৰমাৰ্থ লাভ হয় কৃষ্ণৰ চৰণ চিন্তিলে । তেনেজন গুৰুক স্বামী লাভেই পৰম সৌভাগ্য । পাৰিজাত লাভ ই এক ক্ষন্তেকীয়া আমোদৰ বাহিৰে অন্য একো নহয় ।

ৰুক্মিণী একান্ত কৃষ্ণভক্ত । অৰ্থাৎ স্বামীভক্ত । অন্যহাতে সত্যভামা স্বামীভক্ত হলেও আত্মকেন্দ্ৰিক আৰু বাসনাসিদ্ধা । ৰুক্মিণীক অনা হৈছে কেৱল বৈপৰীত্য ৰূপত । তুলনামূলক চৰিত্ৰভেটিত । সচৰাচৰ ৰুক্মিণী ধীৰ স্থিৰ, স্বল্পভাষিণী মৃদুস্বভাৱা, নম্ৰ, স্বামীপৰায়ণা আৰু গাম্ভীৰ্য্যপূৰ্ণ । এগৰাকী গুণৱতী নাৰী । নাৰীসুলভ গুণবিশিষ্টা ৰুক্মিণী জগতগুৰু শ্ৰীকৃষ্ণৰ মৰ্য্যদা অক্ষুন্ন ৰাখিছে । আনহাতে সত্যভামা অভিমানী, ঈৰ্ষাপৰায়না, দন্দুৰী, অহংকাৰী, গৰ্বিতা নাৰী । তেওঁৰ কাৰুকাৰ্য্যই স্বামী কৃষ্ণৰ গুণ গৰিমা ম্লান কৰি বহু তললৈ নমাই আনিছে যদিও সপত্নীবিদ্বেষীৰূপে সৰ্বসাধাৰণ মানুহৰ স্বভাৱ ৰূপায়ণত সফল হৈছে । শচীক লগ পোৱা যায় বিবেচনাবিহীন, অসংলগ্ন বচনৰ মাজেৰে । অহংকাৰী, দন্দুৰী স্বভাৱৰ শচী স্বামীপৰায়ণা হলেও যি আত্মগৌৰৱৰ আন্ধাৰত ঢাক খাই পৰিছে । চৰিত্ৰটি অনা হৈছে সহধৰ্মৰূপত । নৰকাসুৰ নৰকাসুৰেই । দৈত্যক নিধন কৰাই নাটৰ অন্য এক মূল উদ্দেশ্য । ইন্দ্ৰকো যুদ্ধখনৰ বাহিৰে বৰ বেছি লগ পোৱা নাযায় । পত্নী শচীৰ প্ৰৰোচনাতহে শ্ৰীকৃষ্ণৰ লগত যুদ্ধত নামিল । নাৰদৰ চৰিত্ৰটো মুখ্য চৰিত্ৰ হিচাপে ৰূপায়ণ হৈছে । গোটেই নাটখনৰ আদিৰপৰা অন্তলৈকে মুখ্য ভূমিকা গ্ৰহণ কৰিছে । নাটৰ গতি ৰূপায়ণত নাৰদৰ চৰিত্ৰই জীৱন্ত প্ৰতিভূৰূপে সহায়ক হৈছে । অ'ৰ কথা ত'ত, ত'ৰ কথা অ'ত লগাই দুই দলৰ মাজত কাজিয়া লগাই ৰং চোৱাই নাৰদৰ কাম । নাটকত কৃষ্ণ, ইন্দ্ৰৰ মাহাত্ম্য আৰু

ঐশ্বৰিকতা প্ৰকাশ পাইছে । কৃষ্ণ ইন্দ্ৰৰ মাজত হোৱা যুদ্ধ খনত ইন্দ্ৰই কৃষ্ণক জগতৰ ঈশ্বৰ বুলি গম পাই যুদ্ধৰ অন্তত শৰণাপন্ন হৈছে । সপত্নী যুদ্ধ হাই-কাজিয়াৰ মাজত শ্ৰীকৃষ্ণৰ অৱস্থা নিম্নগামী হোৱা যেন লাগিলেও অসমৰ গ্ৰাম্য জীৱনৰ পটভূমিত ই লোকৰঞ্জনৰহে সৃষ্টি হৈছে ।

নাটখন আকৰ্ষণীয় দিশ হৈছে চৰিত্ৰ ৰূপায়ণ আৰু সংলাপ প্ৰয়োগ । কাজেই কম কথাৰে অধিক ভাৱ প্ৰকাশ কৰি চৰিত্ৰ চিত্ৰায়ণ কৰাটো নাট্যকাৰৰ পাৰদৰ্শিতা তথা কলাসম্মত সূক্ষ্ম অভিনৱত্ব মাথোন । এই দিশত সংলাপ ইঙ্গিতধৰ্মিতাও বেছ মন কৰিবলগীয়া । কৃষ্ণ আৰু নৰকাসুৰ যুদ্ধখন কেৱল 'মাৰ্ মাৰ্ ধৰ্ ধৰ্' বোলক ধ্বনিৰে সমাপ্ত কৰিছে । ইও এক কলাসম্মত অভিনৱত্বই ।

ৰস, নাটকৰ প্ৰধান উপাদান । 'পাৰিজাত হৰণ' নাটখনি বীৰৰস প্ৰধান । ঘটনাক্ৰম অনুযায়ী ঠায়ে ঠায়ে শৃঙ্গাৰ ৰস, হাস্য ৰস আৰু বীভৎস ৰসৰ সংমিশ্ৰণ ঘটিছে । শচী আৰু সত্যভামাৰ কাহিনীতেই সৰ্বসাধাৰণ মানুহৰ ওচৰ চপাই অনাত নাট্যকাৰ কৃতকাৰ্য্য হৈছে যদিও ভক্তিৰসৰ লগতে নাটকীয় সৌন্দৰ্য্য বহুখিনি ম্লান পৰিছে । পিছে মুক্তিমঙ্গল চপয় ছন্দৰ ভটিমাত মহাপুৰুষজনাই মানুহৰ মনত ভক্তি ৰসৰ সঞ্চাৰ কৰিছে ।

'পাৰিজাত হৰণ' নাটকত সূত্ৰধাৰক ভাৱৰীয়া সকলে সংলাপৰ জৰিযতে বিশেষ সহায় কৰা দেখা যায় । কাৰণ আন নাটৰ তুলনাত 'পাৰিজাত হৰণ' নাটৰ সুত্ৰধাৰ নাটকীয় নিৰ্দেশ অতি কম । চৰিত্ৰ সমূহ স্বকীয় সংলাপে নাটৰ গতি অগ্ৰসৰত সহায়ক হৈ পৰিছে ।

ঘটনাক্ৰম অনুযায়ী বিলাপ, গীত সমূহ উপাদেয় স্বৰূপ । বৈষ্ণৱ যুগৰ সমসাময়িক সমাজখনৰ নিখুঁত ছবি এখন ফুটাই তোলাত নাট্যকাৰৰ দক্ষতা সুং দৰকৈ ফুটি উঠিছে । নাৰদ চৰিত্ৰটোও বোধহয় পণ্ডিত তীৰ্থনাথ শৰ্মাই কবৰ দৰে বৈষ্ণৱ যুগৰ বৈৰাগী ককাইৰ ভাও আনিছে । সাজে পোছাকে ঘৰে ঘৰে ঘূৰি ঘূৰি প্ৰতিঘৰৰ খবৰ বুজ লৈ টুটুকীয়া কথা লগোৱা স্বভাৱ আছিল সেই সময়ত । অৱশ্যে তীৰ্থযাত্ৰাত ৰাজনীতি সম্পৰ্কীয় গ্ৰন্থত নাৰদৰ মতক 'পিশুণ মত' বুলিহে কোৱা হয় । ইয়াৰ অৰ্থ হ'ল টুটুকীয়া ।

'পাৰিজাত হৰণ' নাটখনি ভুমুকি মাৰি চালে দুই এটা ক্ৰটী চকুত পৰাৰ গুৰিতে দেৱত্বৰ পৰা মানৱৰ চৰিত্ৰলৈ চিত্ৰায়ণ কৰা আৰু দেৱসমাজৰ পৰা মানৱসমাজৰ পটভূমি গ্ৰহণ কৰা । ই হলেও এই আটাইবোৰ দিশ সামৰি মহাপুৰুষজনাৰ 'পাৰিজাত হৰণ' নাটখনি নাট্যগুণ বিশিষ্ট সৰ্বতোকালৰ এখনি শ্ৰেষ্ঠ নাট-তাত সন্দেহৰ অৱকাশ নাই ।

**সহায়ক গ্ৰন্থ ঃ**

১। ড.সত্যেন্দ্ৰ নাথ শৰ্মা-অসমীয়া নাট্য সাহিত্য

২। ড. সত্যেন্দ্ৰ নাথ শৰ্মা-অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত

৩। বীৰেন বৰকটকী-অসমীয়া সাহিত্যত এভূমুকি

৪। পঞ্চম বছৰ, দ্বাদশ সংখ্যা-১৯৯৮-গৰীয়সী

৫। সপ্তম বছৰ, দ্বাদশ সংখ্যা ২০০০-গৰীয়সী

# অসমীয়া সংস্কৃতিত নামঘৰৰ বৰঙণি

ক্ষীৰদা চুতীয়া

অসমৰ ধৰ্মীয় আৰু সাংস্কৃতিক জীৱনত নামঘৰ অনুষ্ঠানে জন্ম লগ্নৰে পৰা আজি পৰ্য্যন্ত বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে । প্ৰাচীন ঐতিহ্যসম্পন্ন নামঘৰে বৰ্তমানেও জনসাধাৰণৰ শ্ৰদ্ধা আৰু ভক্তি আদায় কৰি আছে । নামঘৰ সমূহ বৈষ্ণৱ ধৰ্মপ্ৰচাৰৰ কেন্দ্ৰই নহয়, ই শিক্ষা আৰু কলা চৰ্চাৰো কেন্দ্ৰভূমি । অসমৰ সাংস্কৃতিক জীৱনৰ বিকাশলৈ নামঘৰৰ অৱদান অপৰিসীম । নামঘৰ নামধৰ্মৰ কেন্দ্ৰ হলেও ই জাতীয় সংস্কৃতিৰ যাদুঘৰ বুলি কোৱা হয় । আমাৰ সামাজিক, ধাৰ্মিক আৰু সাংস্কৃতিক জীৱনত নামঘৰৰ বৰঙণি উল্লেখযোগ্য । নামঘৰৰ কাৰ্য্যাৱলীৰ মাজেদি গণতান্ত্ৰিক চিন্তাধাৰা প্ৰকাশ পাইছে । অসমৰ গ্ৰাম্য জীৱনৰ সাংস্কৃতিক ৰুচিবোধৰ পৰিপুষ্টি সাধনত নামঘৰৰ পৰিকল্পনা বৈশিষ্ট্যপূৰ্ণ । নামঘৰ অনুষ্ঠানে এহাতে জাতীয় ঐক্য সাধন কৰিছে আৰু আনফালে ই জনসাধাৰণৰ কলাসুলভ জীৱন চেতনাৰ সঞ্চাৰ কৰি জাতীয় জীৱনত সঞ্জীৱনী শক্তি যোগান ধৰিছে । নামঘৰে সুস্থিৰ প্ৰগতিমূলক সামাজিক জীৱনৰ স্বাক্ষৰ বহন কৰে ।

কেইবাশ বছৰৰ আগতে সমগ্ৰ ভাৰতত‍ে ভক্তি আন্দোলনে এক ব্যাপক ৰূপ লাভ কৰিছিল । শেহতীয়াকৈ অসমতো এই আন্দোলনে গঢ় লৈ উঠিছিল শংকৰদেৱৰ নেতৃত্বত । সেই আন্দোলনৰ ফলস্বৰূপে অসমত নৱবৈষ্ণৱ ধৰ্মৰ জন্ম হয় । মহাপুৰুষ শ্ৰীশংকৰদেৱে ভাগৱত পুৰাণৰ পৰা সৎসঙ্গ, গীতাৰপৰা একশৰণ আৰু পদ্মপুৰাণৰ সহস্ৰ নামখণ্ডৰ পৰা নামধৰ্ম লৈ যি ভক্তিধৰ্ম তথা একশৰণ নামধৰ্ম প্ৰচাৰ কৰিলে তাৰ ফলত নানা ধৰ্ম, নানা আচাৰ পদ্ধতি, নানা জাতি-উপজাতি আৰু ভাষা আদিৰে বহুধা বিভক্ত হৈ থকা অসমৰ জনসাধাৰণ এডাল সূতাৰে গুঠিত হৈ বৃহৎ অসমীয়া জাতি গঠিত হ'ল । শংকৰদেৱে নামধৰ্মৰ উপদেশাৱলীক স্থায়ী ভেঁটিৰ ওপৰত প্ৰতিষ্ঠিত কৰিবৰ বাবে যি নৱবৈষ্ণৱ ধৰ্ম সাহিত্যৰ সৃষ্টি কৰিলে, সেই নৱবৈষ্ণৱ ধৰ্মৰ পবিত্ৰ আৰু আদৰৰ বৰগীত আৰু নাট বিশেষভাৱে অসমীয়া সংস্কৃতিৰ বৰঘৰত সৌন্দৰ্য্য বৃদ্ধি কৰিলে । শংকৰী সংস্কৃতিৰ উৎকৃষ্ট এই গীত, নাট আৰু সুকুমাৰ কলাসমূহৰ অনুশীলন তথা চৰ্চাৰ কেন্দ্ৰভূমি হ'ল নামঘৰ । জাতীয় উদ্বোধনৰ ভাব প্ৰচাৰ কৰাত নামঘৰ সমূহৰ ভূমিকা উল্লেখযোগ্য । যিহেতু গীত, নাট আৰু ভাওনাবোৰে জাতীয় ভাব প্ৰচাৰত সহায় কৰে ।

অসমীয়া সংস্কৃতিৰ প্ৰসাৰ আৰু পৰিবৰ্দ্ধনত শংকৰদেৱৰ নামঘৰৰ ভূমিকা গুৰুত্বপূৰ্ণ । তেওঁৰ নামঘৰ পৰিকল্পনাত অসম আৰু ভাৰতৰ বহুবোৰ সামাজিক অনুষ্ঠান তথা ধৰ্মানুষ্ঠানৰ আদৰ্শ নিহিত হৈ আছে । নামঘৰ প্ৰতিষ্ঠাৰ আগতে তীৰ্থ ভ্ৰমণৰ পিছত মথুৰা, বাৰনাসী, বৃন্দাবন আদি ঠাই ভ্ৰমণ কৰি শংকৰদেৱে সৰ্বভাৰতীয় ধৰ্মীয় অনুষ্ঠান কিছুমানৰ সৈতে পৰিচয় হোৱাৰ সুবিধা পাইছিল । বিশেষকৈ বিহাৰ বোৰৰ পৰা তেওঁ কিছু আৰ্হি আহৰণ কৰিছিল । আনহাতে অসমৰ চিৰপৰিচিত জনজাতি সকলৰ মৰংঘৰ, ডেকাচাং, গাভৰু চাং আদি অনুষ্ঠান বোৰৰ সমাজ সংস্কৃতিৰ বৈশিষ্ট্যৰ পৰা তেওঁ আৰ্হি গ্ৰহণ কৰিছিল । দেশী-বিদেশী বিভিন্ন সামাজিক অনুষ্ঠানৰ আৰ্হি আৰু শংকৰদেৱৰ অসাধাৰণ সৃষ্টি প্ৰতিভাৰ অপূৰ্ব সংমিশ্ৰণৰ পৰিণতি স্বৰূপে নামঘৰৰ সৃষ্টি হয় । এই প্ৰসঙ্গতে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই মন্তব্য কৰিছিল যে, 'নামঘৰত মণিকূট সাজি সত্ৰপাতি নাম-কীৰ্ত্তন কৰি থাকি ধৰ্ম প্ৰচাৰ কৰাটোও তেওঁ পশ্চিমত আৰু বেহাৰত আগৰ কালত প্ৰচলিত বৌদ্ধ বিহাৰৰ পৰা পোৱাটো অনুমান হয় ।" তদুপৰি এইখিনিতে আন এটি কথালৈ আঙুলিয়াব পাৰি যে নামঘৰৰ 'টুপ' শব্দটো 'স্তূপ' শব্দৰ পৰা আৰু 'মণিকূট' শব্দটো 'সুবৰ্ণ' বৰ্ত্তৰ গৃহৰ পৰা আহিব পাৰে । নাবীক শৰণ নিদিয়া কথাটোৱে বুদ্ধদেৱে নাবীক সংযত স্থান নিদিয়াৰ কথাৰহে ইংগিত দিয়ে ।

শংকৰদেৱে ধৰ্ম প্ৰচাৰক কেন্দ্ৰ কৰি সংস্কৃতি চৰ্চাৰ স্থলী হিচাবে তেওঁলোকৰ ঘৰত এৰা সৰিয়হ তলিত পোন প্ৰথম নামঘৰ প্ৰতিষ্ঠা কৰে । এওঁৰ পৰিকল্পিত নামঘৰৰ কেইটামান বৈশিষ্ট্য মনকৰিবলগীয়া । ভাগৱতক শ্ৰেষ্ঠত্ব স্থান দি মণিকূটত ভাগৱত স্থাপন আৰু সেই মণিকূটৰ লগত সংলগ্ন মূল ঘৰটো প্ৰধানত সংস্কৃতি চৰ্চাৰ স্থান হিচাবে গণ্য কৰা হৈছিল । তেওঁৰ নামঘৰৰ চাৰিওফালে চাৰি হাতী প্ৰতিষ্ঠাৰ কাৰ্য্যটো সমাজ সংস্কৃতিৰ দিশত তাৎপৰ্য্যপূৰ্ণ । জাতিভেদ অৰ্থাৎ উচ্চ-নীচ বিচাৰ নকৰি প্ৰতিভাশালী আৰু প্ৰকৃত ভক্ত সকলক এই চাৰি হাটীত স্থান দিয়া হৈছিল । নামঘৰ প্ৰতিষ্ঠা কৰি শংকৰদেৱে গণতান্ত্ৰিক ভিত্তিত সমূহ ভকতৰ ওপৰত নিজৰ দায়িত্ব অৰ্পণ কৰে । পিছৰ কালত নামঘৰ আৰু মণিকূট বিভাগৰ সম্পূৰ্ণ কাম পৰিচালনা কৰিবৰ বাবে বিভিন্ন বিষয়-বৰীয়াৰ সৃষ্টি কৰা হয় । সত্ৰত থকা মণিকূট আৰু নামঘৰ অনুষ্ঠানৰ কাম-কাজবোৰ নিয়াৰিকৈ চলাবলৈ বহুতো ব্যক্তিক নিয়োগ কৰা হয় । সত্ৰ বিগ্ৰহৰ পূজা অৰ্চনা সম্পৰ্কীয় সকলো কামত মণিকূট বিভাগৰ বিষয়বৰীয়া সকল ন্যস্ত থাকে । বৰদেউৰী এই বিভাগৰ প্ৰধান বিষয়বৰীয়া । তেওঁক সহায় কৰিবৰ কাৰণে দুৱলীয়া দেউৰী, পালি দেউৰী প্ৰয়োজন অনুসাৰে এক বা একাধিক থাকে । নাম প্ৰসঙ্গ, ভাগৱত পাঠ, পদ-পুথি পাঠ,

ভকতীয়া গীত-মাত, গায়ন-বায়ন আদি যিবোৰ ধৰ্মীয় অনুষ্ঠান নামঘৰত হয় সেইবোৰৰ দায়িত্বত দুজন বা অধিক প্ৰধান বিষয়ববীয়া থাকে। বৰ ভাগৱতী, বৰনাম লোৱা আদি প্ৰধান বিষয়ববীয়াৰ উপৰিও দুৱলীয়া ভাগৱতী, পালি ভাগৱতী, সৰু নামলগোৱা পাঠক, নটুৱা, গায়ন, বায়ন, সূত্ৰধাৰ আদি ভালেখিনি বিষয়-ববীয়াৰ নামঘৰৰ বিভিন্ন নিত্য আৰু নৈমিত্তিক কাৰ্য্য সম্পন্ন কৰাত প্ৰয়োজন হয়। মুঠতে নামঘৰৰ কাৰ্য্যাৱলীৰ মাজেদি গণতান্ত্ৰিক চিন্তাধাৰা প্ৰকাশ পাইছে। নামঘৰৰ বাটেদি কৰৈ কিদৰে আমি পশুত্বৰ পৰা মনুষ্যত্বলৈ উন্নীত হ'ব পাৰো সেই কথাও আমাক মহাপুৰুষ শংকৰদেৱেই শিকাই গ'ল। নামঘৰৰ যোগেদি তেওঁ আধ্যাত্ম-সংস্কৃতিৰ বুনিয়াদটো ৰচনা কৰি থৈ যায়।

শংকৰদেৱে নামঘৰ স্থাপন কৰি অসমীয়া জাতিৰ ৰঙ্গমঞ্চ বা ৰঙ্গালয়ৰ সূচনা কৰিলে। এই নামঘৰ অনুষ্ঠানটি আমাৰ কীৰ্ত্তন ঘৰ আৰু প্ৰেক্ষাগৃহ। নামঘৰ কেন্দ্ৰিক সংস্কৃতিয়ে পোন প্ৰথমে সুকুমাৰ কলাক প্ৰাধান্য দিলে। সুকুমাৰ কলাৰ প্ৰথম দিশটো হ'ল নাট্যাভিনয়। মহাপুৰুষ সাহিত্যিক জনাই নাটকৰ অভিনয়ৰ যোগেদি অসমীয়া নাট্য সাহিত্যৰ বিকাশ সাধন কৰে আৰু অসমত অভিনয় কলাৰ উত্তৰণ সাধন কৰে। তেওঁ নাট ৰচনাৰ আদৰ্শ দেখুৱাই অভিনয়, নৃত্য আদি জনসাধাৰণৰ সম্পত্তি কৰি গ'ল। মহাপুৰুষ শংকৰদেৱৰ আগতে ওজাপালি, পুতলা নাচ আদি নাটকীয় গুণবিশিষ্ট অনুষ্ঠানৰ প্ৰচলন আছিল। এইবোৰক ভিত্তি কৰি সংস্কৃত নাটকৰ আৰ্হিত স্বকীয় প্ৰতিভাৰে শংকৰ গুৰুৱে যি নাট ৰচনা কৰিলে সেইবোৰ আমাৰ সাহিত্যৰ এক অমূল্য সম্পদ। অংকীয়া নাট আৰু ভাওনা অসমীয়া সংস্কৃতিলৈ মহাপুৰুষৰ এক অভিনৱ অৱদান। প্ৰথমবাৰ তীৰ্থ ভ্ৰমণৰ পৰা ঘূৰি আহি শ্ৰীশংকৰদেৱে বৰদোৱাত সংলাপবিহীন আঙ্গিক অভিনয় 'চিহ্নযাত্ৰা' ভাওনা কৰে। এই ভাওনাত তেৰাই সাত বৈকুণ্ঠৰ চিত্ৰ তুলাপাতত হেঙুল হাইতাল বোলাই ছগৰাকী লক্ষ্মীসহ সাত বৈকুণ্ঠৰ প্ৰৱেশ দেখুৱাইছিল। এই চিহ্নযাত্ৰাৰ অভিনয়ে অসমীয়া সংগীত, নাট আৰু চিত্ৰকলাৰ উপৰিও তেওঁ বহুতো অংকীয়া নাট ৰচনা কৰি অভিনয় কৰে। অংকীয়া নাট অভিনয়, সংগীত আৰু সাহিত্য এই তিনিটাৰ অপূৰ্ব সংমিশ্ৰণ। অংকীয়া নাট ৰচনাৰ ভাওনাও বৈশিষ্ট্যপূৰ্ণ। ড. বিৰিঞ্চি কুমাৰ বৰুৱাই উল্লেখ কৰিছে, "ভাওনা গুৰু গোঁসাইৰ ধৰ্ম-উপদেশৰ বেদী, সাহিত্য-চৰ্চাৰ চ'ৰা আৰু নৃত্য-গীত, বাদ্যৰ অনুশীলন ক্ষেত্ৰ। পুৰণিৰ ওপৰতে নতুনৰ পাতনি অসমীয়া জাতীয় জীৱনৰ বহুখিনি আনন্দ উৎসৱ, চিন্তাধাৰা ভাওনা অনুষ্ঠানৰ মাজতে সন্নিবিষ্ট হৈ আছে। এই অনুষ্ঠানৰ সংস্কাৰ, উন্নতি আৰু উপলব্ধিৰ ওপৰতে অসমীয়াৰ সাংস্কৃতিক জীৱনৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে।"

শংকৰদেৱে নামঘৰক কেন্দ্ৰ কৰি প্ৰাচীন অসমৰ বিভিন্ন ধৰ্মীয় নৃত্য আৰু অসমৰ লোক নৃত্যৰ পৰম্পৰা পৰিশোধন কৰি অসমীয়া নৃত্যক শাস্ত্ৰীয় নৃত্যলৈ উত্তৰণ ঘটালে। এইখিনি সময়ৰ পৰাই অসমীয়া নৃত্যই শাস্ত্ৰীয় মৰ্যাদা আহৰণ কৰিলে, ই সৰ্বভাৰতীয় শাস্ত্ৰীয় নৃত্যৰ গণ্ডীযুক্ত হোৱাৰ যোগ্যতা আহৰণ কৰিলে। ভাওনাৰ লগত সম্বন্ধ থকা গায়ন-বায়ন আৰু ঢুলীয়া-খুলীয়া সকলে ব্যৱহাৰ কৰা বহুবিধ বাদ্যযন্ত্ৰৰ ভিতৰত খোলৰ সৃষ্টি মহাপুৰুষ জনাৰ অনবদ্য অৱদান। 'চিহ্নযাত্ৰা' ভাওনা নিৰ্মাণৰ সময়তে তেওঁৰাই পোন প্ৰথমবাৰৰ বাবে খোলৰ ব্যৱহাৰ কৰে। ইয়াৰ আগলৈকে অসমত মৃদঙ্গৰহে প্ৰচলন আছিল। লগতে খুটি-তাল, মন্দিৰা আৰু ভোৰতালৰ সৃষ্টি নামঘৰক কেন্দ্ৰ কৰিয়েই হয়।

নামঘৰক কেন্দ্ৰ কৰি শংকৰদেৱৰ হাতত যি গীতি সাহিত্যৰ সৃষ্টি হৈছিল এই গীতি সাহিত্য অসমীয়া সাহিত্যত এক বিপ্লৱ স্বৰূপ হৈ পৰিছিল। নৱ বৈষ্ণৱ ধৰ্মৰ আন্দোলনে গোটেই উত্তৰ ভাৰতত যি খলক লগাইছিল, বৰগীতবোৰ সেই খলকৰ প্ৰতিধ্বনি মাথোন। সাহিত্য কলা আৰু সংগীত কলা উভয় দিশৰ পৰা বৰগীতৰ এক বিশেষ আবেদন আছে। বিষয়বস্তুৰ মহত্ত্ব, ৰচনা ভঙ্গীৰ সৌন্দৰ্য্য, সুৰৰ গাম্ভীৰ্য্য আৰু প্ৰকাশৰ সংযমে বৰগীতক অন্যান্য গীতৰ পৰা পৃথক কৰিছে। অতি প্ৰাচীন কালৰে পৰা কামৰূপত সংগীত আদি কলাৰ সূক্ষ্ম চৰ্চা থাকিলেও শংকৰদেৱৰ বৰগীত শাস্ত্ৰীয় সংগীতৰ এটা নতুন অধ্যায়ৰ সূচনা কৰিলে। প্ৰাক্ শংকৰী যুগৰ সাহিত্য বা চৰ্য্যাগীতবোৰৰ ভাৱবস্তু দলিয়াই পেলাই আমাৰ গুৰুজনে কেৱল আঙ্গিকবোৰ গ্ৰহণ কৰিলে। তদুপৰি অসমীয়া লোকগীতৰ কামগন্ধযুক্ত বিৰহক শংকৰদেৱে আধ্যাত্মিক বিৰহলৈ উত্তৰণ ঘটাই গীতি সাহিত্যত এটা নতুন ধাৰাৰ প্ৰৱৰ্তন কৰিলে।

অসমীয়া নাট আৰু ভাওনাৰ লগত চিত্ৰকলা আৰু মূৰ্তিকলাৰ এক নিবিড় সম্বন্ধ আছে। মহাপুৰুষৰ সময়ত চিত্ৰকলাই কেনে প্ৰসাৰতা লাভ কৰে তাক বৈকুণ্ঠৰ পট অঁকা প্ৰসঙ্গৰ কথালৈ আঙুলিয়াব পাৰি। শিল্পী সাহিত্যিক শংকৰদেৱে নামঘৰক কেন্দ্ৰ কৰি মূৰ্ত্তিশিল্প চৰ্চাক জনপ্ৰিয় কৰি তুলিলে। তেওঁৰে গাৱঁৰ ল'ৰা বিলাকক এই নামঘৰতেই নৃত্য-গীত আৰু চাৰুশিল্পৰ উৎকৰ্ষ সাধন কৰি আমাৰ সামাজিক জীৱনত অৱসৰ বিনোদনৰ কাৰণে বিচিত্ৰ সম্বল যোগাইছে।

নামঘৰক কেন্দ্ৰ কৰি নৃত্য-গীত, বাদ্য অভিনয় আদি কলাৰ যি চৰ্চা হ'ল সেই চৰ্চাই জনসাধাৰণক সহজে আকৃষ্ট কৰিলে। ইয়াৰ ফলত জনসাধাৰণ ঐক্যবদ্ধ হ'ল আৰু এই ঐক্যবদ্ধ সামাজিক চেতনাই আধ্যাত্মিকতা কেন্দ্ৰিক সুকুমাৰ কলা চেতনালৈ পৰ্যবেশিত হ'ল। শংকৰদেৱে জাত-পাত বিচাৰ নকৰি ধনী-দুখীয়া

সকলোকে একে মৰ্য্যদা দিয়াৰ বাবে সামাজিক বান্ধোন কটকটীয়া হ'বলৈ ধৰিলে। ধ্বংসৰ মুখলৈ গতি কৰা অসমীয়া সমাজখন তেৰাই ৰক্ষা কৰিলে। নামঘৰক কেন্দ্ৰ কৰি এই সামাজিক চেতনা গঢ় লৈ উঠে।

নামঘৰ অনুষ্ঠানৰ যোগেদি পৰম্পৰাগত সামন্ততান্ত্ৰিক সমাজ ব্যৱস্থাৰ বিপৰীতে গণতান্ত্ৰিক শাসন ব্যৱস্থাকো জনসাধাৰণৰ হাতত তুলি দিলে। ব্যক্তি বিশেষে কৰা কোনো ধৰণৰ অসামাজিক কামৰ বিচাৰ কাৰ্য্য সামন্ত প্ৰভু সকলৰ হাতৰ পৰা আনি সমাজৰ হাতত তুলি দিলে। ইয়াৰ ফলত নামঘৰ হৈ পৰিল সামাজিক বিচাৰলয আৰু সমাজখন হৈ পৰিল বিচাৰক।

জাতীয় সংস্কৃতিৰ বিকাশত গ্ৰন্থ অধ্যয়নৰ যোগেদি বৌদ্ধিক বিকাশসাধন অপৰিহাৰ্য্য। শংকৰদেৱৰ নামঘৰ হৈ পৰিল বৌদ্ধিক চিন্তা চৰ্চাৰ কেন্দ্ৰস্থল। তদুপৰি শংকৰদেৱৰ নামঘৰ হৈ পৰিল একোটা পুথিভঁৰাল। বিভিন্ন সাংস্কৃতিক সামগ্ৰী বিলাকৰ সংগ্ৰহে জাতীয় চেতনাক উদ্বুদ্ধ কৰে। সুসভ্য জাতিয়ে সংগ্ৰহালয় প্ৰতিষ্ঠাত গুৰুত্ব দিয়ে। শংকৰদেৱৰ নামঘৰো আছিল একপ্ৰকাৰ জাতীয় সংগ্ৰহালয়।

শংকৰদেৱে প্ৰতিষ্ঠা কৰা নামঘৰ কেৱল ধৰ্ম চৰ্চাৰ কেন্দ্ৰ হৈয়ে নাথাকিল, তেওঁৰ নামঘৰ হৈ পৰিল সামগ্ৰিক জাতীয় সংস্কৃতিৰ চৰ্চাৰ কেন্দ্ৰভূমি। এই চৰ্চাৰ কেন্দ্ৰত বৌদ্ধিক বিকাশ, সামাজিক সচেতনতা আৰু বিবিধ প্ৰকাৰ কলাৰ চৰ্চাই প্ৰাধান্য পালে। যাৰ ফলত শংকৰদেৱৰ নামঘৰ হৈ পৰিল জাতীয় সংস্কৃতিৰ বিকাশৰ কেন্দ্ৰস্থল স্বৰূপ। এনেদৰে শংকৰীকালীন সময়ৰ পৰা নামঘৰে অসমৰ প্ৰাচীন কলা-কৃষ্টি ৰক্ষা কৰি আহিছে। নামঘৰে জাতীয় ঐক্য সাধন কৰি জনসাধাৰণৰ কলাসুলভ জীৱন চেতনাৰ সঞ্চাৰ কৰি জাতীয় জীৱনত সঞ্জীৱনী সুধা ঢালিছে। তেনে কাৰণতে নামঘৰ অনুষ্ঠানটি প্ৰতিজন অসমীয়াৰ বাবে পৰম আদৰৰ অনুষ্ঠান হ'ব পাৰিছে আৰু ভৱিষ্যতলৈ ই সকলোৰে আদৰৰ আৰু আকৰ্ষণৰ কেন্দ্ৰবিন্দু হৈ থাকিব।

*বি:দ্ৰ: প্ৰবন্ধটি যুগুত কৰোঁতে বিভিন্ন পুথিৰ সহায় লোৱা হৈছে।*

# শংকৰী সংস্কৃতিত বাদ্য যন্ত্ৰৰ প্ৰয়োগ

লাৱণ্য লাহন চুতীয়া

বৈয়াকৰণিক শব্দৰূপত 'সংস্কৃতি' শব্দটো নিষ্পন্ন হৈছে সম+কৃ+ক্তিন ৰ পৰা। জনা যায় যে উনবিংশ শতিকাৰ পঞ্চম দশক মানৰ পৰাহে 'সংস্কৃত' শব্দটো ইংৰাজী "Culture" শব্দৰ সমাৰ্থক ৰূপে ব্যৱহাৰ কৰা হৈছে। "Culture" ৰ উৎস মূল লেটিন শব্দ"Cultur"। অৰ্থ কৰ্ষণ কৰা, সংশোধন কৰা বা সংস্কাৰ কৰা। মানুহৰ সম্যক সৃষ্টিশীল চিন্তা, কৰ্ম, জ্ঞান, কলা কৃষ্টি, ধৰ্ম, শিল্প, ভাষা-সাহিত্য, আচাৰ ব্যৱহাৰ, নীতি-নিয়ম, জীৱন যাত্ৰাৰ প্ৰণালী ইত্যাদি উপাদান সমূহৰ সমষ্টিয়েই হৈছে সংস্কৃতি। সংস্কৃতি এটা জাতিৰ সুকুমাৰ ৰুচিবোধ। সংস্কৃতি এটা জাতিৰ দাপোন স্বৰূপ। প্ৰকৃতাৰ্থত সংস্কৃতিয়ে এটা জাতিৰ সৃষ্টিক প্ৰতিনিধিত্ব কৰে। সংস্কৃতি বিহীন মানৱ পশুতুল্য। এটা জাতিৰ ক্ৰমবিকাশৰ ইতিহাসৰ লগত সেই জাতিৰ সাংস্কৃতিক ৰূপান্তৰৰ পৰম্পৰা জড়িত হৈ থাকে।

খৃষ্টীয় পঞ্চদশ-ষোড়শ শতিকাত অসমীয়া সংস্কৃতিত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে পূৰ্বৰ সাংস্কৃতিক চেতনাৰ বিভিন্ন সুঁতি মিলাই ভৱিষ্যত প্ৰজন্মৰ বাবে অসমীয়া জাতিসত্বাৰ এক সুস্থ সবল ভেটি নিৰ্মাণ কৰি থৈ গৈছে। যাৰ ফলত অসমীয়া সংস্কৃতিয়ে এক স্বচ্ছল গতিশীলতা লাভ কৰিলে। শংকৰদেৱে অসম তথা ভাৰতৰ বিভিন্ন জনগোষ্ঠীৰ সাংস্কৃতিক উপাদান সমূহৰ সংমিশ্ৰণত এক ভিন্ন সংস্কৃতিৰ নৱ উন্মেষ ঘটালে। সেয়াই অসমৰ সংস্কৃতিৰ বৰপথাৰত শংকৰী সংস্কৃতি হিচাপে প্ৰতিষ্ঠিত। শংকৰী সংস্কৃতি কৃষ্ণ কেন্দ্ৰীক। গুৰুজনাই ভক্তি ধৰ্মক কেন্দ্ৰ কৰিয়েই অসমৰ জাতীয় জীৱনৰ ধৰ্মীয় চিন্তাধাৰাৰ এক বৈপ্লৱিক পৰিবৰ্ত্তন আনিলে। শ্ৰীমন্ত শংকৰদেৱৰ অতুলনীয় অৱদানসমূহ যেনে একশৰণ নাম ধৰ্ম, অংকীয়া নাট ভাওনা, কীৰ্ত্তন, বৰগীত, খোল, ভোৰতাল, নাম প্ৰসঙ্গ, সত্ৰ, নামঘৰ, কীৰ্ত্তন ঘৰ, নৃত্য, চিত্ৰকলা, শিল্প, ভাস্কৰ্য্য ইত্যাদিয়ে অসমীয়া সংস্কৃতিৰ বৰঘৰ পোহৰাই তুলিছে।

অসমীয়া সংগীত কলাৰ দিশত শ্ৰীমন্ত শংকৰদেৱৰ বৰঙণি উল্লেখযোগ্য। গুৰুজনাই ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে গ্ৰহণ কৰা বিভিন্ন মাধ্যম সমূহৰ ভিতৰত নৃত্য গীত- নাট আদি ধৰ্মৰ বাণী প্ৰচাৰৰ শক্তিশালী বাহক স্বৰূপ। তেঁৱাই আধ্যাত্মিকভাৱে পৰিশোধিত নৃত্য ও গীত সৃষ্টি কৰি অসমৰ গণসংস্কৃতিক এক নৱধাৰাৰ জন্ম দিলে।

সংগীত ৰত্নাকৰৰ মতে 'গীতম্ বাদ্যম্ তথা নৃত্যম্-ত্ৰয়ম্ সংগীতমুচ্যতে' অৰ্থাৎ গীত, বাদ্য আৰু নৃত্য - এই তিনিকলাৰ সমুদায় সূচক নামেই হ'ল

সংগীত । বাদ্যযন্ত্ৰৰ অবিহনে সংগীত মাধুৰ্যহীন । গুৰুজনাই পূৰ্বৰ বাদ্য সমূহৰ নৱৰূপ দি সেই বাদ্য কলা কৃষ্টিত প্ৰয়োগ কৰিলে । সেই বাদ্য সমূহৰ ব্যৱহাৰে গুৰুজনাৰ সৃষ্ট নৃত্য গীতৰ গাম্ভীৰ্য বঢ়াই তুলিলে । শংকৰদেৱে কলা কৃষ্টি সমূহত প্ৰধানতঃ খোল আৰু তাল ব্যৱহাৰ কৰিছিল বুলি জনা যায় । 'ৰাম বিজয়' নাটত উল্লিখিত বাদ্য এনে ধৰণৰ 'তদনন্তৰে ঢোল, ডঙ্কা, শঙ্খ, গো-মুখ, মৃদঙ্গ, তাল, কৰতাল, কাহাল, কোলাহল মহোৎসৱ শুনি জানকী সখীক সম্বোধি বোলল ।'

তেনেদৰে মাধৱদেৱে বৰগীতত বাদ্যৰ বিষয়ে লিখিছে -

*ৰুদ্ৰ কবিলাস বিপঞ্চী ৰবাৱ*

*শৰোদ স্বৰ মণ্ডলে*

*মধুৰ মৃদঙ্গ মণ্ডিৰা উপাঙ্গ*

*বহুবাদ্য সুমঙ্গলে ।।*

শংকৰী সংস্কৃতিত ব্যৱহৃত বাদ্য সমূহৰ ভিতৰত প্ৰধানকৈ খোল, ভোৰতাল, পাতিতাল, মন্দিৰা, খঞ্জৰী, ডবা, কাঁহ, শঙ্খ, ঘণ্টা আদি উল্লেখনীয় । বৰ্তমানে শংকৰী সংগীতত অন্যান্য বাদ্য যেনে বাঁহী, তানপুৰা আদিও ব্যৱহাৰ কৰা দেখা যায় ।

**বাদ্য প্ৰধানতঃ চাৰি প্ৰকাৰৰ ঃ**

১। তত বাদ্য ঃ যিবিলাক বাদ্য ৰচী বা তাঁৰেৰে তৈয়াৰী । যেনে - বীণা, বেহেলা, সিতাৰ, টোকাৰী, সাৰেঙ্গী, সৰোদ, সুৰবহাৰ, এচ্ৰাজ আদি ।

২। অৱনদ্ধ বা বিতত বাদ্য - চামৰৰে তৈয়াৰী বাদ্য । যেনে- খোল, মৃদঙ্গ, তবলা, পখোবাজ, ডবা, ডম্বৰু আদি ।

৩। সুষিৰ বাদ্য ঃ মুখেৰে ফু-দি বজোৱা বাদ্য । যেনে - চেহনাই, পেঁপা, বাঁহী আদি ।

৪। ঘন বা ঝংকাৰ বাদ্য ঃ ভোঁৰতাল, পাতিতাল, কাঁহ, মন্দিৰা আদি ।

**ক) খোল বাদ্য ঃ** শংকৰী সংস্কৃতিত ব্যৱহৃত প্ৰধান বাদ্যই হ'ল খোল । খোল অৱনদ্ধ শ্ৰেণীৰ বাদ্য । শ্ৰীমন্ত শংকৰদেৱে তেঁৱাৰ সৃষ্ট গীত-নাট-নৃত্যক সফল ৰূপ দিবৰ বাবে ব্যৱহাৰ উপযোগী এটি বাদ্যৰ আৱশ্যকতা অনুভৱ কৰিলে । সেয়ে পূৰ্বৰে পৰা চলি অহা মৃদঙ্গৰ কিছু পৰিবৰ্ত্তন কৰি খোল বাদ্য সৃষ্টি কৰিলে । চৰিত পুথিমতে মহাপুৰুষ শংকৰদেৱে কপিলীমুখৰ কুমাৰৰ হতুৱাই বলোৰাম আতৈয়ে দিয়া জোখমতে প্ৰথমে খোল নিৰ্মাণ কৰাইছিল । গুৰুজনাই খোল মাটিৰে গঢ়াইছিল । সেয়ে মূলতে ইয়াক মৃদঙ্গহে বুলিছিল । কাৰণ শব্দৰূপত মৃৎ+অঙ্গ =মৃদঙ্গ । কাঠৰ খোল গঢ়াটো গুৰুজনৰ মৃদঙ্গ সৃষ্টিৰ বহু পাছৰ বুলি বিজ্ঞসকলে

মত দিছে ।

**খোলৰ অংশ সমূহ ঃ**

১। **খোল বা ডিমা ঃ** হৰীতকী আকৃতিৰ অৱয়বটোক উজনী অসমত খোলা আৰু নামনি অসমত ডিমা বোলে । এমূৰে বেছিকৈ আৰু আনমূৰে কমকৈ কটা শিলিখাটো সদৃশ । প্ৰচলিত প্ৰথামতে খোলৰ জোখ দীঘলে ২৭ ইঞ্চিৰ পৰা ৩৪ ইঞ্চি পৰ্যন্ত । ২ঃ১ জোখত এটা কুঁজ থাকে ।

২। **তালি ঃ** ডিমাৰ দুয়ো মূৰে দুখন গৰুৰ (চেঁউৰী) চামৰা বান্ধি চোৱা হয় । সেই ছাল দুখনক তালি বোলে । তালি দুখনৰ ব্যাস ক্ৰমে ৫ ইঞ্চি আৰু ৯ ইঞ্চি । সৰু ক্ষেত্ৰফলৰ খনক 'দাইনা' আৰু ডাঙৰ খনক 'বাঁয়া' বোলা হয় ।

৩। **কাটনি ঃ** তালি দুখন টানকৈ ৰাখিবৰ কাৰণে আৰু এখন ছাল একেলগে বান্ধি পাছত এক আঙুলমান ৰাখি মাজডোখৰ কাটি পেলোৱা হয় । এই ছাল দুখনক কাটনী বোলে ।

৪। **মলুৱা বা বান্ধনি ঃ** তালি আৰু কাটনী ছাল দুখন বৰতিৰে সজা যিটো আঙুঠিৰ লগত গাঁঠি ডিমাৰ মূৰত বান্ধে, সেই আঙুঠিটোক বান্ধনি বা মলুৱা বোলে ।

৫। **বৰতি ঃ** যি ডাল সুতাৰে মলুৱা বন্ধা হয় তাক বৰতি বোলে ।

৬। **পুলি ঃ** বৰতি সুমুৱাবলৈ তালি আৰু কাটনীত থকা বিন্ধাবোৰক পুলি বোলে ।

৭। **কৰ্ণ, কণাৰি, টিকনী ঃ** খোল ওলোমাই লোৱা ডোল ডাল বান্ধিবলৈ মলুৱা দুটাত বৰতিৰে গুঠি দিয়া আঙুঠি দুটাক কৰ্ণ, কণাৰি বা টিকনী বোলে ।

৮। **ঘুণ ঃ** মাত ওলাবৰ বাবে তালি দুখনৰ মাজ ভাগত এটা কৰ্‌বালৰ লেও দিয়া হয়, তাকে ঘুণ বোলে । ঘুণ লো আচু (লোৰ গুৰি) আৰু ভাতেৰে কৰা এক মিশ্ৰণ । বৰা ধানৰ আখৈৰ আঠাৰে এই ঘুণ তালত লগোৱা হয় ।

**খোলৰ স্বৰ ঃ** খোল, মৃদঙ্গাদি ঘাত বাদ্য সমূহৰ তলিত আঘাত কৰিলে যি শব্দৰ সৃষ্টি হয় তাক সেই বাদ্যৰ স্বৰ বোলে । খোলৰ মূল স্বৰ চাৰিটা - খিত্, ধিত্, ধেই, দাওঁ । ইয়াৰ বাদেও উপস্বৰ যুক্তস্বৰ ইত্যাদিও প্ৰয়োগ হয় । 'ৰগৰ' আদি যৌগিক জটিল স্বৰযুক্ত বাদন । 'দাইনা' আৰু 'বাঁয়াৰ' স্বৰ পৃথক পৃথক ।

**বাজনা ঃ** নিৰ্দিষ্ট মাত্ৰাৰ দ্বাৰা সীমিত আৰু ছন্দোবদ্ধ স্বৰ সমষ্টিয়েই বাজনা । খোলৰ বাজনা গুৰুজনাৰ একক সৃষ্টি ।

**বোল ঃ** বাজনাত ব্যৱহাৰ হোৱা স্বৰকে বোল বোলে ।

**ঘাত ঃ** গীতৰ এপদ বা অৰ্ধপদৰ আবৃত্তি শেষ হোৱা বুজাবৰ বাবে ৰচিত বাজনাক ঘাত বোলে ।

**চোক ঃ** এটা গীত শেষ আৰু এখন তালৰ সামৰণি বুজাবৰ বাবে বজোৱা বাজনাক চোক বোলে ।

ব্যৱহাৰিক দিশত বাজনাৰ সাৰণিখন এনেধৰণৰ -



**গুৰুঘাত :** খোলৰ এক বিশেষ ৰচনা শৈলীযুক্ত বৈশিষ্ট্যপূৰ্ণ বাজনা হ'ল গুৰুঘাত। গুৰুঘাত তালৰ সকলো জাতিৰ সংমিশ্ৰণৰ এক সুসংবদ্ধ ৰচনা। এই বাজনা মাথোন গুৰু আসনৰ আগতহে বজোৱাটো বিধিসন্মত। খোল প্ৰসঙ্গ, যোগান গাণিকা আৰু শ্ৰীমন্ত শংকৰদেৱ সংঘৰ ধৰ্মধ্বজা উত্তোলনৰ বাহিৰে আন কোনো প্ৰসঙ্গতে গুৰুঘাত বজোৱা নিষেধ।

**তাল :**

*গীতং বাদ্যং তথা নৃতং*
*যতস্তালে প্ৰতিষ্ঠিতম্ । (সঙ্গীত ৰত্নাকৰ)*

গীত, বাদ্য আৰু নৃত্য তালত প্ৰতিষ্ঠিত। তাল বাজনাৰ মুখ্য অঙ্গ। কাব্যৰ ছন্দসমূহ সুৰত গাওঁতে এক নিৰ্দিষ্ট সময়ৰ বাবে প্ৰয়োগ হোৱা বাজনাই তাল। কাল বা সময় ৰক্ষাই তালৰ কাম। তালবিহীন গীত ও নৃত্য ব্যাকৰণহীন ভাষাৰ দৰে।

তাল বিষয়ক আলোচনাত কেইটিমান সংজ্ঞা জনাটো প্ৰয়োজনীয় -

**তালি :** নিৰ্দিষ্ট মাত্ৰাত তাল বাদ্যত কৰা আঘাতেই তালি।

**খালি :** আঘাতহীন তালিয়েই হৈছে খালি।

**অৱগ্ৰহ :** স্বৰাঘাত নোহোৱা মৌন মাত্ৰা । ই বাজনাৰ সৌন্দৰ্য্য বৃদ্ধিৰ এক কৌশল।

**লয় :** লয় হৈছে বাজনাৰ এক বিশেষ গতি। লয় তিনিবিধ - বিলম্বিত, মধ্য আৰু দ্ৰুত।

**আৱৰ্ত্তন :** কোনো এখন বাজনা প্ৰথম মাত্ৰাৰ পৰা আৰম্ভ কৰি পুনৰ সেই মাত্ৰাত উপস্থিত হোৱাকে আৱৰ্তন বোলে।

**মান :** শংকৰী সংগীতত 'মান'ৰ প্ৰয়োগ অধিক । গীতৰ প্ৰথম চৰণত বজোৱা বোল; তালৰ খালি প্ৰদৰ্শন কৰা; ধেমালিৰ বাজনাৰ প্ৰথম অংশৰ পদ চালনাক মান বোলে।

ব্যৱহাৰিক দিশত তালৰ সাৰণি এনেধৰণৰ-

সাৰণি-২




*(তাল তৰঙ্গৰ পৰা উদ্ধৃত)*

**সৰল তাল :** সাধাৰণতে গীতৰ লয়ান্তৰ নোহোৱাকৈ তাৰ লগত সঙ্গত কৰা তালকে সৰল তাল বোলে। সাধাৰণতে গীতত প্ৰয়োগ হোৱা তাল বিলাকেই সৰল তাল। সৰলতাল মূলতঃ ১৮ খন।

**যুগ্ম তাল :** এই তালৰ প্ৰয়োগ অংকীয়া নাটত আছে। যৌগ আৰু যৌথ তাল - এই দুই তাল কেৱল খোল প্ৰসঙ্গতহে প্ৰয়োগ হয়।

উত্তৰ ভাৰতীয় শাস্ত্ৰীয় তালৰ লগত শংকৰী তালৰ বোলৰ সাদৃশ্য দেখা যায়। যেনে - একতালি (শংকৰী) আৰু দাদৰা (শাস্ত্ৰীয়)

| | | | | | | |
|---|---|---|---|---|---|---|
| **একতালি** - | ধিনিক | ধেই | দাওদাও | খিত | গুৰগুৰ | গুৰগুৰ |

| | | | | | | |
|---|---|---|---|---|---|---|
| **দাদৰা** - | ধা | ধি | না | ধা | তি | না |

তেনেদৰে শংকৰী সৰু বিষমৰ লগত শাস্ত্ৰীয় সুলতাল আৰু ঝাপতালৰ মিল দেখা যায়।

**খোলৰ ব্যৱহাৰ :** খোল বাদনৰ স্থান হৈছে নামঘৰ আৰু নামঘৰৰ সমমানৰ থলী অৰ্থাৎ ভাগৱত থাপিত ৰভাঘৰ। শংকৰী নৃত্যসমূহ, বৰধেমালি, ঘোষা ধেমালি, ভাওনাৰ পূৰ্বৰঙ্গ বা গানিকাত খোল বজোৱা হয। ভাগৱত ভ্ৰমণৰ আদৰণি হিচাপে খোল বাদন হয়। কিন্তু বিশিষ্ট ব্যক্তি বা বৰ আদৰণি, বিবাহ যাত্ৰা আদি অনুষ্ঠানত খোলবাদন নিষিদ্ধ। ইয়াৰ উপৰিও নাবালক, অশৰণীয়া লোকক বৰ ধেমালি, ঘোষা ধেমালি, গুৰুঘাত বজাবলৈ দিয়া নহয়।

খোল বাদ্য ধৰ্মীয় ক্ষেত্ৰৰ বাদ্য। এই বাদ্যৰ বায়ন সকলে শুধ ধৱল ৰঙৰ গাম্ভীৰ্যপূৰ্ণ সাজ পৰিধান কৰিহে খোল বজাব পাৰে। খোল বাদ্যৰ এনে সুনিৰ্দিষ্ট ব্যৱহাৰে গুৰুজনাৰ সৃষ্ট সংস্কৃতিক এক সুকীয়া মৰ্যদা প্ৰদান কৰিছে।

**(খ) তাল :** শংকৰী সংস্কৃতিত ব্যৱহৃত অন্যতম প্ৰধান বাদ্যযন্ত্ৰ তাল। কাঁহেৰে নিৰ্মিত তাল বাদ্য ঘন বাদ্যৰ অন্তৰ্গত। অসমৰ বিভিন্ন জনগোষ্ঠীৰ লোক সকলৰ বাহিৰেও তিব্বত, ভূটান, চীন আদি বৌদ্ধধৰ্মাৱলম্বী দেশসমূহে তাল ব্যৱহাৰ কৰে। ভূটীয়া সকলৰ তাল আৰু অসমীয়া তালৰ মাজত পাৰ্থক্য পৰিলক্ষিত হয়। তালৰ ব্যৱহাৰ ব্ৰহ্ম দেশতো আছে। তাল কেইবা প্ৰকাৰৰ - যেনে ভোঁৰতাল, বা ৰামতাল, পাতিতাল, খুটিতাল আৰু মঞ্জিৰা। শব্দৰ মাধুৰ্য্য আৰু গাম্ভীৰ্য অনুযায়ী বিভিন্ন প্ৰসঙ্গত বিভিন্ন তাল ব্যৱহাৰ হয়। তালৰ মুখ্য ভাগ তিনিটা - জীৱন (বেতু বা খোল), পাত আৰু বিন্ধা।

**ভোঁৰতাল :** ভোঁৰতালক ভোতাল বা ভোটতাল বুলিও জনা যায়। কমলাবাৰী

সত্ৰমতে ভোঁৰতালক বৰতালো বোলা হয় । ই এবিধ ডাঙৰ আকাৰৰ তাল । ওজন ১০ পোৱাৰ পৰা ২২ পোৱা পৰ্যন্ত । শংকৰদেৱে ভোটৰ দেশ (ভোটান) ৰ পৰা ভোঁৰতাল আনি বৰগীত আৰু নাম কীৰ্ত্তনত ব্যৱহাৰ কৰিছিল । তবলা, গীটাৰ আদিৰ দৰে ভোঁৰতালৰ স্বৰৰ মান সলাই বান্ধিব পৰা নেযায । সেয়ে কঁহাৰ সকলে এই বাদ্য তৈয়াৰ কৰোঁতে নিজৰ অনুমানেৰে ইয়াত সুৰ বান্ধি দিয়ে ।

**ব্যৱহাৰ :** ভোৰতাল নাম প্ৰসঙ্গ, থিয় নাম, বহা নাম, আৰু পদ নামত সঙ্গত কৰা হয় । অংকীয়া নাট, ভাওনা, শংকৰী নৃত্য, গুৰু তিথি সমূহত (শংকৰদেৱ, মাধৱদেৱৰ তিৰোভাৱ তিথি) ভোঁৰতাল ব্যৱহাৰ হয় । এই বাদ্য বজোৱা ব্যক্তি সকলে পৰম্পৰাগত লাভ কৰা কৌশল প্ৰয়োগ কৰি ইয়াক বজায় । ভোঁৰতালৰ প্ৰযোগে নাম পৰিবেশনত এক সুকীয়া গাম্ভীৰ্য প্ৰদান কৰি হৃদয়ত ভক্তিভাৱৰ উদ্ৰেক কৰে । ঘোষা কীৰ্ত্তন প্ৰসঙ্গও সাধাৰণতে সকলোৱেই ভোৰতাল ব্যৱহাৰ কৰে ।

**পাতিতাল :** এইবিধ সৰু আকাৰৰ তাল । ইয়াৰ ওজন ৪ পোৱাৰ পৰা ৮ পোৱা পৰ্যান্ত । গীতত প্ৰয়োগ হোৱা পাতিতাল দুপোৱা আৰু তিনিপোৱা ওজনৰ । পাতিতাল পূৰ্বৰঙ্গত ব্যৱহাৰ হোৱা তাল । সকলো শংকৰী নৃত্যতে এই তাল ব্যৱহাৰ হয় ।

**খুটিতাল আৰু মঞ্জিৰা :** এই দুবিধ তালৰ আকাৰ সৰু । কাঁহৰ পৰিবৰ্তে পিতলেৰেও তৈয়াৰ কৰা হয় । দুয়োবিধ তাল ভাওনাত ব্যৱহৃত হয় । খুটিতাল প্ৰধানতঃ ওজাপালিৰ বাদ্য ।

**(গ) কাঁহ বাদ্য :** কাঁহ ঘন বাদ্য শ্ৰেণীৰ অন্তৰ্ভূক্ত ধাতুৰে নিৰ্মিত বাদ্য । কাঁহ সাধাৰণতে দুবিধ-সৰু কাঁহ আৰু বৰ কাঁহ । কাঁহৰ সৰু বৰ অনুসৰি শব্দৰ গুম গুমণিও কম বেছি হয় । ভাওনাত প্ৰয়োগ হোৱা বাদ্য সমূহৰ ভিতৰত এই কাঁহ বাদ্যও অন্যতম । নামঘৰত ভকত গোটোৱাৰ উদ্দেশ্যে ডবাৰ লগতে কাঁহ বাদ্য ও ব্যৱহাৰ কৰা দেখা যায় । পূৰ্বতে কাঁহ বাদ্য তিব্বত, চীন, ব্ৰহ্ম আদিতহে প্ৰচলিত আছিল । মহাপুৰুষ জনাই অসমলৈ এই বাদ্য তিব্বতৰ পৰাই অনাইছিল ।

**(ঘ) ডবা :** কাঠৰ খোল আৰু জন্তুৰ ছালেৰে নিৰ্মিত ডবা এবিধ অৱনদ্ধ শ্ৰেণীৰ বাদ্য । ই আকাৰত ডাঙৰ । এইবিধ বাদ্য অংকীয়া নাট ভাওনাত ব্যৱহাৰ কৰা হয় । সময়সূচক বাদ্য হিচাপেও ডবাক গ্ৰামাঞ্চলত ব্যৱহাৰ কৰা হয় । মন্দিৰ বা নামঘৰত ডবা বাদনৰ দ্বাৰা গাওঁবাসীক বিভিন্ন কাৰ্য্যৰ হেতু সময় সংকেত দিয়া হয় ।

**(ঙ) নেগেৰা বা নাগাৰা :** ই এবিধ অৱনদ্ধ শ্ৰেণীৰ বাদ্য । এই বাদ্যৰ আকাৰ ডবাতকৈ সৰু । ভাওনা, নাম-কীৰ্ত্তন আদিত প্ৰয়োগ কৰা হয় ।

**(চ) শঙ্খ ও কালী :** এই দুবিধ সুষিৰ বাদ্যৰ অন্তৰ্ভুক্ত । ভাওনাত বিশেষকৈ কৃষ্ণ জন্মৰ সময়ত, কৃষ্ণ প্ৰবেশৰ সময় আদিত শঙ্খধ্বনি কৰা হয় । ঘোষা ধেমালিত ঘোষা গোৱাৰ সুৰে সুৰে কালীও বজোৱা হয় ।

**(ছ) ঘণ্টা :** ধাতুৰে নিৰ্মিত এইবিধ বাদ্য ঘাত বাদ্যৰ শ্ৰেণীৰ । ভাওনাত বিশেষকৈ কৃষ্ণ জন্মৰ সময়ত ব্যৱহৃত বাদ্য । সৰু ঘণ্টাক টিলিঙা বোলা হয় । কঁকালত পিন্ধা সৰু ঘণ্টাক কিঙ্কিনী আৰু ভৰিত পিন্ধাবোৰক জুনুকা বোলে । জুনুকাৰ নৱৰূপ হৈছে নূপুৰ আৰু পাজোপ । এই কেইবিধ অলংকাৰ হিচাপেও ব্যৱহৃত হয় ।

**(জ) ঢোল :** অসমীয়া সংস্কৃতিৰ প্ৰধান বাদ্যই হ'ল ঢোল । ই অৱনদ্ধ শ্ৰেণীৰ বাদ্য । ঢোল অন্য কেইটামান নামেৰেও পৰিচিত । যেনে - দমা, দা মা মা কোহল, কোহালি, ডঙ্কা, ডিণ্ডিম, দুন্দুভি, জয়ডঙ্কা আদি । এই বাদ্য ভাওনাত বিশেষকৈ দৈৱকী বসুদেৱৰ বিয়াত, ৰুক্মিণীৰ বিয়া আদিত কেতিয়াবা বজোৱা হয় ।

**(ঝ) বাঁহী :** এইবিধ এবিধ সুষিৰ বাদ্য । নল আৰু বাঁহৰ চুঙাত বিশেষ জোখ দি বাঁহী সজা হয় । বাঁহীক বেণু, মুৰুলী আদি নামেৰেও জনা যায় । আজিকালি বৰগীত পৰিবেশনত বাঁহীও ব্যৱহাৰ কৰা দেখা যায় । বাঁহীৰ প্ৰয়োগে সংগীতৰ মাধুৰ্য বঢ়ায় ।

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ সৃষ্ট কলা কৃষ্টিত ব্যৱহৃত বাদ্যসমূহৰ প্ৰয়োগে শংকৰী সংস্কৃতিক এক সুকীয়া মৰ্যাদা প্ৰদান কৰিছে ।

এতিয়া থোৰতে উল্লিখিত বাদ্য যন্ত্ৰসমূহ শংকৰী কলা কৃষ্টিৰ কেইটামান অনুষ্ঠানত হোৱা প্ৰয়োগবিধিৰ সম্পৰ্কে থূলমূল আভাস দিবলৈ প্ৰয়াস কৰা হ'ল ।

**ভাওনা :** অংকীয়া নাট আৰু ভাওনা অসমীয়া সংস্কৃতিলৈ মহাপুৰুষজনাৰ এক অভিনৱ দান । ড. বিৰিঞ্চি কুমাৰ বৰুৱাদেৱৰ মতে 'ভাওনা গুৰু গোসাইৰ ধৰ্ম উপদেশৰ বেদী, সাহিত্য চৰ্চাৰ চ'ৰা আৰু নৃত্য গীত বাদ্যৰ অনুশীলন ক্ষেত্ৰ ।'

ভাওনাৰ বাবে বিশেষ সুসজ্জিত মঞ্চৰ প্ৰয়োজন নাই । নামঘৰৰ অভাৱত মুকলি ঠাইতে ৰভা দি হলেও ভাওনা পাতিব পৰা হয় । ভাওনাত ব্যৱহৃত বাদ্যযন্ত্ৰৰ ভিতৰত প্ৰধান বাদ্যসমূহ হ'ল খোল, তাল, কাঁহ, ডবা, নেগেৰা, শঙ্খ, ঘণ্টা, কালী আদি ।

ভাওনা আৰম্ভ হোৱাৰ আগে আগে গায়নে বায়নে হৰিধ্বনি দি মঙ্গল বাদ্য কৰে আৰু খোল-তালৰ বাজনা বজায় । খোল, তাল, ডবা, নেগেৰা আৰু কাঁহ - এই পঞ্চবাদ্যৰ যুগপৎ বাদনকে মঙ্গল বাদ্য বোলা হৈছে । ভাওনাৰ পূৰ্বতে সুদীৰ্ঘ সময় জুৰি অনুষ্ঠিত হোৱা গায়ন বায়নৰ এই অনুষ্ঠানটিৰ নাম 'গানিকা' । কোনো কোনোৰ মতে 'পূৰ্বৰঙ্গ' । পূৰ্বৰঙ্গ বজোৱা এই বাজনাকে জোৰা বা গায়ন-

বায়নৰ জোৰা উঠা বোলা হয়। গাণিকা আৰু পূৰ্বৰঙ্গ সমাৰ্থক হলেও ক্ৰিয়াত্মক ৰূপত এই দুই অনুষ্ঠানৰ মাজত পাৰ্থক্য বিদ্যমান। গানিকা হৈছে অগ্নিগড়, আঁৰ কাপোৰ, আঁৰিয়া, ভোটা জলোৱা আদি প্ৰতীক যুক্ত গীত বাদ্যৰ নৃত্যানুষ্ঠান আৰু পূৰ্বৰঙ্গ কেৱল গীত আৰু গীতৰ সৈতে বীনা, বাঁহী আৰু মৃদঙ্গাদি বাদ্যৰ সহযোগত কৰা অনুষ্ঠান।

পূৰ্বৰঙ্গৰ আৰম্ভণিৰ পৰা জোৰনি, চাহিনী, ধুমুহি, বিসিধ ঠেলা, মান, চলনা, চোক ঘেতা, তালনি, সঁচাৰ আৰু ধেমালি আদি প্ৰকাৰ্য কৰা হয়। এই প্ৰকাৰ্য সমূহৰ প্ৰতিটোৰেই নিৰ্দিষ্ট বাজনা আৰু লয়সমন্বিত বিভিন্ন ভংগীৰে পদ সঞ্চালিত আৰু হস্তকৰ্মৰ মাজেদি পৰিবেশিত নৃত্য ও গীত - এই কাৰ্য কৰ্ণাটক, অন্ধ্ৰ, তামিলৰ যক্ষগানৰ লগত সাদৃশ্য দেখা যায়।

গাণিকাৰ শেষৰ ফালে পৰিবেশিত 'ঘোষা ধেমালি' এটি বৈশিষ্ট্যপূৰ্ণ নৃত্যানুষ্ঠান। ঘোষা ধেমালিত বৰ বায়ন জনে সাতটা (কোনোৰ মতে নটা/এঘাৰটা) খোললৈ বজোৱা দৃশ্য অতিকৈ আকৰ্ষণীয়। অন্য বায়নসৰে মুখামুখিকৈ বহি বাজনা বজাই 'হাত' (মুদ্ৰা) দি থাকে। গায়ন সকলে অৰ্ধবৃত্তাকাৰে বহি চাৰি মাত্ৰাৰ তালেৰে ষোল্ল মাত্ৰাত গোৱা ঘোষাৰ ছন্দ আৰু তাল লয়ৰ লগত মিলাই বায়নে বজায়-

*"খিত্ খিন্ দিত্ দাও খিতা তাখি তাও*
*খিন্ খিন্ খিন্ খিন্..... ।"*

ধেমালি হ'ল সংগীতৰ দ্বাৰা কৰা ভক্তি বন্দনা। ধেমালি বজোৱাৰ মাজতে গায়নে বায়নে উপস্থিত মান্যৱন্ত গুৰুজনৰ ওচৰলৈ নৃত্যৰ তালে তালে গৈ সেৱা জনায়। এই কাৰ্যত বিশেষ বাজনা বজাই সন্মান যঁচা হয়, ইয়াকে 'দেৱা' মৰা বোলা হয়।

'ধেমালি' পৰ্ব সামৰাৰ পিছত ভাওনাৰ নাট্য অংশ আৰম্ভ হয় সূত্ৰধাৰীৰ প্ৰবেশৰ মাজেদি। সূত্ৰধাৰীয়ে ভাওনাৰ থলীত প্ৰবেশ কৰাৰ আগতে আঁৰ কাপোৰ তৰা, অগ্নিগড় কৰাৰ নিয়ম। প্ৰবেশৰ আগৰে পৰাই বাজনা বজাই থকা হয়। সূত্ৰধাৰী নৃত্যৰ বাজনা বিশেষ ধৰণৰ কৃষ্ণ প্ৰবেশ বা গোঁসাই প্ৰবেশৰ লগে লগে হৰিধ্বনি, শঙ্খ, ডবা, কাঁহ, ঘণ্টা, কালীৰ শব্দেৰে সভাঘৰ মুখৰিত হৈ উঠে। ইয়াৰ পাছতে নাটকৰ আন আন পাত্ৰসমূহে কৰা প্ৰবেশ নৃত্যত প্ৰয়োগ হোৱা বাজনা তথা বোলো সুকীয়া সুকীয়া। যশোদা প্ৰমুখ্যে গোপী সকলে একতালিত, নাৰদে থুকনিত, অসুৰবোৰে চুটা তালত প্ৰবেশ কৰে। ইয়াৰ উপৰিও ভাওনাৰ বিভিন্ন নাটকীয় ঘটনাৰ বিশেষ বিশেষ মুহূৰ্তবোৰ তুলি ধৰা হয় বিশেষ ৰাগ আৰু তালত নিবদ্ধ

গীত তথা বাদ্যসমূহৰ বাজনাৰ দ্বাৰা । যুদ্ধৰ দৃশ্য, বিবাহৰ দৃশ্য, প্ৰৱেশ-প্ৰস্থান আদিৰ বাজনা সুকীয়া ।যুদ্ধৰ ফলাফল নিৰ্ণয়ৰ সময়ত ভোঁৰতালৰ প্ৰয়োগ উল্লেখনীয় । এনেদৰেই ভাওনাৰ আৰম্ভণি গাণিকাৰ পৰা সামৰণিৰ খৰমান গোৱা (খৰমান তালত ৰাগ কল্যাণ) লৈকে বাদ্যসমূহৰ ব্যৱহাৰে ভাওনাক সাংগীতিক প্ৰাচুৰ্য্যৰে পৰিপূৰ্ণ এক বিৰল সৃষ্টিকাৰ্য হিচাপে পৰিগণিত কৰিলে ।

**শংকৰী নৃত্য ঃ** মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে তেওঁৰ আশ্চৰ্যজনক উদ্ভাৱনী শক্তিৰে শাস্ত্ৰীয় নৃত্যৰ লগত স্থানীয় উপাদানৰ সংযোগ ঘটাই এক আপুৰুগীয়া নৃত্য সম্ভাৰ অসমীয়াক দান দি গৈছে । শংকৰী সংস্কৃতিৰ অমূল্য সম্পদ স্বৰূপ এই নৃত্যসমূহক সূত্ৰধাৰী নাচ, গোসাই প্ৰৱেশৰ নাচ, গোপী প্ৰৱেশৰ নাচ, যুদ্ধৰ নাচ, ধেমালি, চাহিনী, চালি নাচ, ৰজাঘৰীয়া নাচ, ঝুমুৰা নাচ, নাদুভঙ্গি, বেহাৰ নাচ, মানচোক নাচ, বৰ প্ৰবেশৰ নাচ আদিক শংকৰী নৃত্য হিচাপে প্ৰথিতযশা পণ্ডিত প্ৰাচ্যবিদ ড. মহেশ্বৰ নেওগদেৱে নামকৰণ কৰিছে ।

এই নৃত্য সমূহত প্ৰধানকৈ খোল, মৃদঙ্গ, ভোঁৰতাল আৰু পাতিতাল ব্যৱহাৰ কৰা হয় । নেগেৰা চালি নাচত, বেহাৰ আৰু নাদুভঙ্গিত ভোঁৰতাল আৰু সকলো নাচতে পাতিতাল ব্যৱহাৰ হয় ।

নৃত্যৰ প্ৰধান তালসমূহ হ'ল - চুটা, থুকলি, ৰূপক, সৰু বিষম, যতি আৰু ৰূপগঞ্জল । ইয়াৰ বাহিৰেও সৰু বিষম, দোৱাজ, ৰূপক আৰু যতি তালৰ মিশ্ৰণত এখন মিশ্ৰসৰ ব্যৱহাৰ হয় । ঝুমুৰা নাচৰ গীত যতি তালত; নাদুভঙ্গি নাচৰ গীতৰ লগত ৰক্ততাল, পৰিতাল, চুটা, চুটকলা; বেহাৰ নাচত ৰক্ততাল অথবা পৰিতাল; মানচোক নাচত মানচোক তাল আদি প্ৰয়োগ হয় ।

নৃত্যত ব্যৱহৃত বাদ্য ও বাজনাৰ বৈশিষ্ট্যপূৰ্ণ ব্যৱহাৰৰ উপৰিও সাজ-সজ্জা, অলংকাৰ, মুখা-ছোঁ আদি বিষয়তো এই নৃত্যসমূহত নিজস্ব বৈশিষ্ট্য বিদ্যমান ।

**বৰগীত ঃ**

শংকৰদেৱ আৰু মাধৱদেৱৰ দ্বাৰা ৰচিত ব্ৰজাৱলী (ব্ৰজবুলি) ভাষাৰ আধ্যাত্মিক ভাৱৰ ৰাগযুক্ত গীত সমূহেই হ'ল বৰগীত । চৰিত পুথিমতে গুৰুজনাই সৰ্বমুঠ বাৰকুৰি বৰগীত ৰচনা কৰিছিল । তাৰ ভিতৰত বৰগীত নামৰ পুথিত গুৰুজনাৰ মাত্ৰ চৌত্ৰিশটা বৰগীতহে পোৱা গৈছে । মাধৱদেৱ বিৰচিত ন কুৰি এঘাৰটা (১৯১ টা) বৰগীতৰ ভিতৰত বৰ্তমানে উপলব্ধ বৰগীতৰ সংখ্যা ১৫৭টা । বৰগীতত সংযোজিত ৰাগ সমূহৰ ভিতৰত শ্যাম, আশোৱাৰী, অহিৰ, ভটিয়ালী, কল্যাণ, বেলোৱাৰ, কেদাৰ, সুহাই, কানাড়া, শ্ৰী, গান্ধাৰ, গৌৰী, ধনশ্ৰী, বসন্ত, নাটমল্লাৰ, ভূপালী, কৌ আদি প্ৰধান । তেনেদৰে ৰাগ পৰিবেশনৰ

সময়ো নিৰ্দ্ধাৰিত কৰা আছে।

বৰগীতত গুৰুজনাৰ 'ষড়ছন্দৰ গীত' বোলা তিনিটা গীতৰ বাহিৰে বাকী বিলাকত তালৰ উল্লেখ নাই। বৰগীতত মূলতঃ তাল নাই যদিও বাদ্যসংগত কৰিও পৰিবেশন কৰা হয়। বাদ্য সংগতেৰে গালে তেনে গীতক বন্দনৰ গীত আৰু বাদ্যবিহীন ভাবে গোৱা গীতক মেলানৰ গীত বোলা হয়। প্ৰচলিত ৰীতিমতে সাধাৰণতে বিশেষ বিশেষ ৰাগত সদায় বিশেষ বিশেষ তালহে প্ৰয়োগ হয়। যেনে-আশোৱাৰীত যতি, তাল, কল্যাণত খৰমান তাল ইত্যাদি। অৱশ্যে কেতিয়াবা তাৰ ব্যতিক্ৰমো নোহোৱা নহয়। বৰগীত সাধাৰণতে বিলম্বিত আৰু মধ্যলয়ত গোৱা হয়।

বৰগীতত প্ৰধানতঃ খোল, তাল, মৃদঙ্গ আদি বাদ্যযন্ত্ৰ প্ৰয়োগ হয়। বৰ্তমান কালত বৰগীত পৰিবেশনত তানপুৰা, বাঁহী, বেহেলা, হাৰমণিয়াম আদি বাদ্যও ব্যৱহাৰ কৰা দেখা যায়।

**খোল প্ৰসঙ্গ আৰু যোগান :** নাম প্ৰসঙ্গৰ দৰে খোল প্ৰসঙ্গ আৰু যোগান হৈছে স্বয়ং সম্পূৰ্ণ সামূহিক উপাসনামূলক সাংস্কৃতিক অনুষ্ঠান। এই দুয়োবিধ অনুষ্ঠানত খোলৰ প্ৰাধান্য অধিক আৰু গীতৰ প্ৰাধান্য কিছু কম দেখা যায়। খোল প্ৰসঙ্গত গুৰুঘাতেৰে আৰম্ভ কৰি ৰাগ আলানি আৰু ৰাগ মেলনি বজোৱা হয়। ইয়াৰ পিছতে বৰগীত ৰাগ আৰু তালত পৰিবেশন কৰা হয়। আগবেলা গোৱা গীতৰ লগত সংযোজিত তাল ভাটিবেলা গোৱা গীতৰ লগত সংযোগ নহয়।
আগবেলা গোৱা গীতত তালৰ ক্ৰম এনে- পৰিতাল, চুটা, দোমানী, সৰুযতি, জামান, বৰযতি, ৰূপক, খৰমান, একতালি।

বচক, পৰিতাল, যতি, ধৰমযতি, যাথযতি, উনযতি, আৰ ৰূপক, আৰ বিষম, ৰূপগঞ্জ, সুধা গঞ্জ, একতালি, খেল, বিষম, বৰ বিষম, দশবাৰি, তিনিমানি, আঠতালি। অৱশ্যে এই ক্ৰম পৰিবেশ সাপেক্ষে শিথিল।

যোগান অনুষ্ঠানো খোল প্ৰসঙ্গৰ দৰেই। মাত্ৰ যোগানত গুৰুঘাতৰ পূৰ্বতে চাহিনী বজোৱা হয়। ভাওনাৰ দিনা পুৱা, দুপৰীয়া আৰু গধূলি যোগান বজোৱা হয়।

এই দুই অনুষ্ঠানত ভকতসৱে তিনিবস্ত্ৰ পৰিধান কৰাটো বাঞ্ছনীয়। যোগানত গাম্ভীৰ্যপূৰ্ণভাবে নেগেৰা আৰু ডবাও ব্যৱহাৰ কৰা হয়। প্ৰসঙ্গৰ আৰম্ভণিত কৰা হৰিধ্বনিৰ লগত ডবা-কাঁহ আদি বাদ্য বজায়।

খোল প্ৰসঙ্গ আৰু যোগান অনুষ্ঠিত হয় গুৰু আসন প্ৰতিষ্ঠা কৰোঁতে ৰাজহুৱা সেৱা, নাট্য উৎসৱ, জাতীয় উৎসৱ মহোৎসৱ আৰু মৃতকৰ

আদ্যশ্ৰাদ্ধত। এই অনুষ্ঠানৰ পাছতে নাম প্ৰসঙ্গ কৰা হয়।

যুগনায়ক মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু তেওঁৰ পৰৱৰ্তী কালত শংকৰী সংস্কৃতিৰ নৃত্য-গীত -নাট আদিত বাদ্যযন্ত্ৰ সমূহৰ প্ৰয়োগে সোণত সুৱগা চৰাইছে। বাদ্য সমূহৰ বৈশিষ্ট্যপূৰ্ণ তথা গাম্ভীৰ্যপূৰ্ণ ব্যৱহাৰে অসমীয়া জনজীৱনত এক আধ্যাত্মিক ৰুচিবোধ জাগ্ৰত কৰি শংকৰী সংস্কৃতিক এক সুকীয়া আসনত প্ৰতিষ্ঠিত কৰিলে। সেয়ে অসমীয়া সংস্কৃতিৰ ইতিহাসত গুৰুজনাৰ সৃষ্ট শংকৰী সংস্কৃতি চিৰ জ্যোতিষ্মান হৈ ৰ'ব।

**সহায়ক গ্ৰন্থপঞ্জী ঃ**


১। ড. লীলা গগৈ -অসমৰ সংস্কৃতি

২। বিৰিঞ্চি কুমাৰ বৰুৱা-অসমৰ লোক সংস্কৃতি

৩। যুগল দাস-অসমৰ লোক কলা

৪। ড. প্ৰহ্লাদ কুমাৰ বৰুৱা-চিন্তাৰ আভাস

৫। যোগেশ্বৰ বৰদলৈ -তাল তৰঙ্গ

৬। যোগেশ্বৰ বৰদলৈ-খোল বাদ্য

৭। সম্পাদনা, গোলাপ মহন্ত, শ্ৰীমন্ত শংকৰদেৱ সংঘ-খোল অঙ্ক

৮। শংকৰদেৱ কলাক্ষেত্ৰ-স্মাৰক গ্ৰন্থ

৯। নাহেন্দ্ৰ পাদুন-অসমীয়া সংস্কৃতিলৈ জনজাতীয় বৰঙণি

১০। সম্পাদনা, গোলাপ মহন্ত-বৰগীত মুকুৰ

১১। ড. কেশৱানন্দ দেৱ গোস্বামী-সত্ৰ সংস্কৃতিৰ ৰূপৰেখা

১২। ড. মহেশ্বৰ নেওগ, কেশৱ চাংকাকতি-সত্ৰীয়া নৃত্য ও সত্ৰীয়া নৃত্যৰ তাল

১৩। কেইটামান সংখ্যা-মণিকাঞ্চন

১৪। ৬ষ্ঠ বছৰ, ৮ম ও ৯ম সংখ্যা-চিন্তামণি

১৫। ৫ম বছৰ ১২শ সংখ্যা ১৯৯৮-গৰিয়সী

# শংকৰদেৱৰ শেষ নাট্যকৃতি ঃ ৰাম বিজয়

ড° উষাৰাণী বৰুৱা

অসমীয়া নাট্য সাহিত্যৰ ইতিহাস আৰম্ভ হৈছিল মহাপুৰুষ শংকৰদেৱৰ হাততেই । পঞ্চদশ শতিকাৰ মাজভাগত আৱিৰ্ভাৱ হোৱা এই মহাপুৰুষজনাই অসমীয়া জাতীয় জীৱন গঢ়ি তোলাই নহয়, জাতিটোৰ সাংস্কৃতিক গতি প্ৰকৃতিবো ৰেহ লগাই থৈ গৈছিল বুলি কলে বঢ়াই কোৱা নহয় । পঞ্চদশ শতিকাৰ অসমৰ ভিন্ন জাতিসত্ত্বা আৰু ভিন্ন ধৰ্ম সম্প্ৰদায়ৰ মাজত বৈষ্ণৱ ধৰ্মৰ ঐক্য সূত্ৰৰ বীজ ৰোপণ কৰি শংকৰদেৱেই এক অসমীয়া জাতি গঢ়াৰ প্ৰক্ৰিয়াৰ আৰম্ভণি কৰিছিল । কোঁচ, কছাৰী, কৈৱৰ্ত্ত, কলিতা, আহোম, বামুণ আৰু পাহাৰীয়া জনগোষ্ঠী সমূহকো সামৰি বৈষ্ণৱ ধৰ্মৰ ডোলেৰে এক অসমীয়া জাতি গঢ়াতেই শংকৰদেৱৰ কৃতিত্ব বুলিলে শংকৰদেৱৰ বহুমুখী প্ৰতিভাৰ এটা দিশত হে গুৰুত্ব দিয়া হ'ব । প্ৰকৃততে শংকৰদেৱ কেৱল অসমীয়া জাতি গঢ়োতাই নহয় তেওঁ অসমীয়া সংস্কৃতিৰো পিতৃস্বৰূপ । আজি পাঁচশ বছৰৰ আগতেই মহাপুৰুষজনাই ধৰ্মতত্ত্ব, সাহিত্য, গীত, নাট, নৃত্য, ভাওনা আদিৰে অসমীয়া সংস্কৃতিক চহকী কৰি থৈ গৈছে ।

প্ৰথমজনা অসমীয়া নাট্যকাৰ হিচাপে শংকৰদেৱৰ প্ৰথম অভিনয় জগতলৈ আগবঢ়োৱা অৱদান হ'ল 'চিহ্নযাত্ৰা' । চিহ্নযাত্ৰাত সংলাপ তথা কাহিনী নথকা বাবে শংকৰদেৱৰ লিখিত নাট হিচাপে ছখন নাটকৰ কথাহে ক'ব পাৰি । এই ছখন নাট হৈছে পত্নীপ্ৰসাদ, কালিয় দমন, কেলি গোপাল, পাৰিজাত হৰণ, ৰুক্মিণী হৰণ আৰু ৰাম বিজয় ।

ৰাম বিজয় গুৰুজনাৰ শেষ সাহিত্য কৃতি । এই নাটখন তেওঁ ৰচনা কৰিছিল । শুক্লধ্বজ বা চিলাৰায়ৰ প্ৰেৰণাত ১৪৯০ শকত । নাটকৰ শেষৰ শ্লোকত এইকথা স্পষ্টকৈ ব্যক্ত কৰি কৈছে -

*শ্ৰীগোপালপদদ্বন্দ্বচ্ছায়া লালস মানসঃ ।*
*শ্ৰী শুক্লধ্বজো নৃপশ্ৰেষ্ঠঃ কাৰয়ামাস নাটকম্ ॥*
*বিন্দুবহ্নিবেদচন্দ্ৰ শাকে শংকৰ সংজ্ঞকে ।*
*শ্ৰীৰাম বিজয় নাম নাটকং বিদধেহমুনা ॥*

কথা গুৰু চৰিতত আছে -

'আৰু ছোট দেৱানে প্ৰাৰ্থনা কৈলে ৰামায়ণৰ নাট কৰিবলৈ । এক্কে নিশা

নাট, সূত্ৰ, গীত, ভটিমা কথা কৰি শুনাইছে ৰাজাক । দেখি শুনি আশ্চাৰ্য্য অদ্ভুত হৈ ঈশ্বৰ শক্তি দেখি এশ পত্নীক হৰিচ কৰাই সেৱা কৰাইছে বস্ত্ৰ, টকা দি সেৱা কৰিছে তাৰা সবে । গুৰুজনে তাতে কাপ কাঠি এৰিছে । পয়াণৰ গদ্য শ্লোক শক দিছে । শ্ৰীশংকৰ ক্ষিতি তুৰঙ্গ গুণেন্দু শাকে জাতো গমতু হৰিপদং খ বিলা বিধুচন্দ্ৰে" ইতি ১৪৯০ ॥ (কথা গুৰু চৰিত পৃ-২৭৩)

শংকৰদেৱৰ নাটক সমূহৰ ভিতৰত একমাত্ৰ 'ৰাম বিজয়'ৰ কাহিনীয়েই 'ৰামায়ণ'ৰ পৰা গ্ৰহণ কৰিছে । আনহাতে ৰাম বিজয়েই হৈছে ৰাম বিষয়ক প্ৰথম অসমীয়া নাটক । ৰামায়ণৰ আদিকাণ্ডৰ পৰা বিষয়বস্তু গ্ৰহণ কৰিলেও 'ৰাম বিজয়' নাটকত নাট্যকাৰে মূল ৰামায়ণত নথকা কিছু কথাও সন্নিবিষ্ট কৰিছে । তদুপৰি মহানাটক বা হনুমন্তী কাব্যৰ প্ৰভাবো নাটকখনত দেখা যায় ।

নাট্য কাহিনী মতে কৌশিক (বিশ্বামিত্ৰ) মুনিয়ে যজ্ঞ কৰিবৰ বাবে ৰাম আৰু লক্ষ্মণক অযোধ্যাৰ পৰা সিদ্ধাশ্ৰমলৈ লৈ আনেগৈ । ৰাম লক্ষ্মণৰ সহায়ত ৰাক্ষসৰ বাধা আঁতৰাই সুকলমে যজ্ঞ সমাধা কৰাৰ পাচত বিশ্বামিত্ৰই কৃতজ্ঞতাবশত ৰাম লক্ষ্মণক মিথিলাৰ ৰাজকন্যা জানকী (সীতা) ৰ সয়ম্বৰলৈ লৈ যায় । তাত ৰামচন্দ্ৰই হৰপ্ৰদত্ত অজগৰ ধনু ভঙ্গ কৰে । সীতাই ৰামচন্দ্ৰক বৰমাল্য দান কৰে । সয়ম্বৰত উপস্থিত থকা অন্যান্য ৰাজন্য বৰ্গই ৰামচন্দ্ৰৰ সৈতে যুঁজ দি পৰাস্ত হয় । জনক ৰজাই অযোধ্যালৈ খবৰ দি দশৰথক নিমন্ত্ৰণ কৰি আনি ৰাম আৰু সীতাৰ বিবাহ সম্পন্ন কৰে । বিবাহৰ সময়ত মুখচন্দ্ৰিকা কৰোতে সীতাৰ ৰূপ দেখি বিশ্বমিত্ৰ মুনি অচেতন হৈ পৰে । পিচত চেতনা লাভ কৰি হোম সম্পন্ন কৰে । বিবাহৰ পিচত ৰাম সীতাক লৈ দশৰথ সহ অন্যান্য সকল অযোধ্যালৈ ওভতি অহাৰ পথত পৰশুৰামে বাধা দিয়ে । পৰশুৰামৰ গুৰুপ্ৰদত্ত ধনু ভঙ্গ কৰাৰ বাবেই তেওঁ ৰামচন্দ্ৰক হত্যা কৰাৰ ভাবুকি প্ৰদান কৰে । পৰশুৰামৰ ওচৰত দশৰথ ৰজাই কাকুতি-মিনতি কৰিও বিফল হয় । পৰশুৰামে ৰামৰ সৈতে যুদ্ধ কৰিবলৈ আগবাঢ়ি অহাত প্ৰথমে বিশ্বামিত্ৰ মুনিয়ে তেওঁক প্ৰত্যাহ্বান জনায় । কিন্তু পৰশুৰামৰ ওচৰত হাৰি বিশ্বামিত্ৰ যুদ্ধক্ষেত্ৰৰ পৰা পলায়ন কৰে । তাৰ পাচত লক্ষ্মণে যুদ্ধ কৰিবলৈ আগবাঢ়ি যাব খোজাত ৰামে তেওঁক বাধা দি নিজে পৰশুৰামৰ সম্মুখীন হয় । ৰামৰ ধনুৰ টঙ্কাৰত পৰশুৰামৰ হাতৰ কুঠাৰ খহি পৰে । তেওঁ ৰামৰ শৰণাগত হয় । ৰামে পৰশুৰামক বধ নকৰিলে যদিও তেওঁৰ স্বৰ্গলৈ যোৱাৰ পথ চিৰদিনৰ বাবে বন্ধ কৰি দিলে । ৰামৰ অনুগ্ৰহত প্ৰাণ ৰক্ষা পৰাত পৰশুৰাম তপোবনলৈ গুচি যায় । ৰামচন্দ্ৰও বাকী সকলৰ সৈতে অযোধ্যালৈ যাত্ৰা কৰে । অযোধ্যাত মহা ধুমধামেৰে ৰাম-সীতাক আদৰণি জনায় । ৰাম আৰু সীতাই আনন্দৰে যুগ্ম জীৱনৰ আৰম্ভণি কৰাতেই

নাটকীয় কাহিনীৰ সামৰণি পৰিছে।

নাট্য কাহিনীত সন্নিবিষ্ট কৰা মূল ৰামায়ণত নথকা কথাখিনি হ'ল- (১) ৰাম-লক্ষ্মণক মূল ৰামায়ণত কৌশিক মুনিয়ে সিদ্ধাশ্রমৰ পৰা অজগৱ ধনু দেখুৱাবলৈহে নিছিল। সীতাৰ সয়ম্বৰৰ উপলক্ষে ৰামক মিথিলালৈ নিয়া নাছিল। ২। কৌশিক মুনিয়ে সীতাৰ ৰূপ গুণ বখানি ৰামৰ অন্তৰত সীতাৰ প্ৰতি আসক্তি জগাই তোলাৰ কথাও ৰামায়ণত নাই। ৩। সয়ম্বৰ সভাৰ বৰ্ণনা আৰু সয়ম্বৰ সভাত ৰজাসকলে সীতাক দেখি নানান ধৰণে কৰা তেওঁলোকৰ আসক্তিৰ ভাব প্ৰকাশক আচৰণৰ কথাও মূল ৰামায়ণত নাই। ৪। সয়ম্বৰ সভাত 'অজগৱ' ধনুত গুণ লগাবলৈ গৈ ৰজাসকলে লঘু হোৱাৰ কথাখিনিও নাট্যকাৰৰ সংযোজন। ৫। ৰামচন্দ্ৰই ধনুত গুণ লগাবলৈ যোৱাৰ সময়ত সীতাই উদগ্ৰীৱ হৈ মাতৃ বসুমতীক সুঁৱৰি যিখিনি কথা কৈছিল সেইখিনিও ৰামায়ণৰ নহয়। 'মহানাটক' বা হনুমন্তী কাব্যত লক্ষ্মণৰ মুখত হুবহু এই কথাখিনিৰ উল্লেখ কৰা হৈছে।

পৃথি স্থিৰাভাৱ, ভুজঙ্গম ধাৰয়ৈনাং, ত্বং কূৰ্মৰাজ তদিদাং দ্বিতয়ং দধীথাঃ।
দ্বিকুঞ্জৰাঃ কুৰুত তত্ৰিতয়ে দিধীষাং ৰামঃ কৰোতি হৰকাৰ্ম্মুক মাততজাম॥

৬। অযোধ্যালৈ ঘূৰি অহাৰ পথত পৰশুৰাম আৰু বিশ্বামিত্ৰ মুনিৰ যুদ্ধৰ কথাও মূল ৰামায়ণত নাই। ৭। তদুপৰি ৰাম বিজয় নাটকত সীতাক জাতিস্মৰ হিচাবে দেখুৱা হৈছে। ৰামায়ণৰ আদি কাণ্ডত সীতাৰ জাতিস্মৰ কথাৰ উল্লেখ নাই। উত্তৰাকাণ্ড ৰামায়ণত হে সীতাৰ জাতিস্মৰৰ কথা কোৱা হৈছে। শংকৰদেৱে ৰামবিজয়ৰ কাহিনী আদিকাণ্ড ৰামায়ণৰ পৰা গ্ৰহণ কৰিলেও উত্তৰাকাণ্ডৰ পৰা এইখিনি কথা সংগ্ৰহ কৰি নাটকত সংযোজন কৰিছে।

এইদৰে নাট্যকাহিনীত মহাপুৰুষ জনাই লোক মনোৰঞ্জনৰ প্ৰয়োজনত কিছু কথা সংযোজন কৰিছে যদিও ই কাহিনীৰ অতিব্যাপ্তি ঘটোৱা নাই। প্ৰাসঙ্গিকতা ৰক্ষা কৰি সংযোজন কৰা ঘটনা সমূহৰ উল্লেখ সত্বেও নাট্যকাহিনীৰ কথাবস্তু কম পৰিসৰতে সামৰি শংকৰদেৱে তেওঁৰ নাট্য প্ৰতিভাৰ পৰিচয় দাঙি ধৰিছে।

নাট্যকাহিনীৰ বিকাশৰ দিশলৈ লক্ষ্য কৰিলে অৱশ্যে কব লাগিব যে বিশ্বামিত্ৰৰ অযোধ্যালৈ আগমন, ৰাম আৰু লক্ষ্মণক সিদ্ধাশ্রমলৈ নি যজ্ঞ সমাপন কৰা কাৰ্য পূৰ্বৰঙ্গ স্বৰূপ। মূল কাহিনী আৰম্ভ হৈছে সীতাৰ ৰূপ গুণৰ বৰ্ণনা কৰি বিশ্বামিত্ৰই ৰামক সীতাৰ প্ৰতি আকৃষ্ট কৰি তোলা কাৰ্যৰ পৰাহে। সেয়ে ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাই অসমীয়া নাট্য সাহিত্যত 'ৰাম বিজয়'ৰ কাহিনীত পঞ্চসন্ধিৰ উপস্থাপন এনেদৰে দেখুৱাইছে - প্ৰথম স্তৰ 'আৰম্ভ' সীতাৰ ৰূপ গুণ বৰ্ণনাৰে ৰামৰ মনত সীতাৰ প্ৰতি আগ্ৰহ জগাই তোলা কাৰ্যত। দ্বিতীয় স্তৰ 'যত্ন' ৰামৰ মিথিলাগমন

আৰু হৰধনু ভঙ্গৰ প্ৰয়াসত। তৃতীয় স্তৰ 'প্ৰাপ্ত্যাশা' সীতাৰ দ্বাৰা ৰামক বৰমাল্য প্ৰদানত। পৰশুৰামৰ দ্বাৰা বাধা আৰোপ আৰু সেই বাধা অতিক্ৰমণ হ'ল চতুৰ্থ স্তৰ নিয়তাপ্তি। আৰু সীতাসহ অযোধ্যাত উপস্থিতি আৰু মিলনেই হ'ল নাটকৰ পঞ্চম স্তৰ 'ফলাগম' (অসমীয়া নাট্য সাহিত্য পৃ-৫৮)।

ড. হৰিচন্দ্ৰ ভট্টাচাৰ্যাই আকৌ 'ৰাম বিজয়'ৰ পঞ্চসন্ধিৰ বিকাশ কিছু পৃথক ভাবে দেখুৱাইছে। তেওঁৰ মতে বিশ্বামিত্ৰৰ অযোধ্যালৈ আগমন হ'ল 'আৰম্ভ'। সিদ্ধাশ্ৰমত যজ্ঞ সম্পাদন কাৰ্য হ'ল 'যত্ন' বা 'প্ৰযত্ন'। সীতাৰ সয়ম্বৰত ৰামৰ উপস্থিতি আৰু হৰধনু ভঙ্গ কৰি অন্যান্য ৰজা সকলৰ লগত যুদ্ধৰ প্ৰবৃত্ত হোৱা কাৰ্য হ'ল প্ৰাপ্ত্যাশা। সীতাই ৰামৰ ডিঙিত বৰমাল্য দি বৰণ কৰা কাৰ্য হ'ল নিয়তাপ্তি আৰু নববিবাহিতা সীতাক লৈ ৰামচন্দ্ৰ অযোধ্যালৈ ওভতি অহা কাৰ্যই ফলাগম। (অসমীয়া নাট্য সাহিত্যৰ জিলিঙণি পৃ ৪০)। ড. হৰিচন্দ্ৰ ভট্টাচাৰ্যই তেওঁৰ ঘটনাৰ ক্ৰমবিকাশৰ পঞ্চসন্ধিৰ বিভাজনত নাটকখনৰ এটা বিশেষ ঘটনা পৰশুৰাম আৰু ৰামৰ দ্বন্দ্বত ৰামৰ বিজয়ৰ কথাটো আওকান কৰি গৈছে। পঞ্চসন্ধি বিভাজনৰ ক্ষেত্ৰত ড. সত্যেন্দ্ৰ নাথ শৰ্মাৰ বিভাজনহে অধিক প্ৰত্যয়জনক হৈছে।

শংকৰদেৱৰ নাটক সমূহ বিশেষভাৱে বৈষ্ণৱাদৰ্শ প্ৰচাৰৰ বাবে ৰচনা কৰাৰ হেতুকে চৰিত্ৰ চিত্ৰনত বিশেষ গুৰুত্ব দিয়া দেখা নাযায়। একমাত্ৰ বিষ্ণু বা কৃষ্ণ চৰিত্ৰৰ মাহাত্ম্য প্ৰদৰ্শনত গুৰুত্ব আৰোপ কৰা হয় বাবে নায়কৰ চৰিত্ৰটোহে মুখ্য ভাবে বিকশাই তোলা হয়। ৰাম বিজয় নাটকতো ভগবান বিষ্ণু বা হৰিৰ অৱতাৰীৰূপ ৰামৰ চৰিত্ৰটো যিদৰে উদ্ভাসি উঠিছে আনবোৰ চৰিত্ৰ তাৰ তুলনাত নিষ্প্ৰভ হৈ ৰৈছে। ৰামচন্দ্ৰক এজন বীৰ ক্ষত্ৰিয় হিচাবে নাটক খনত অংকিত কৰিছে যদিও তেওঁ যে ভগৱান ত্ৰিভুবনৰ অধিপতি এইষাৰ কথাত অৱগত কৰা হৈছে। ৰামচন্দ্ৰ ধীৰ, স্থিৰ আৰু বীৰত্ব গুণত এজন ধীৰোদাও নায়ক। আনহাতে যুৱক ৰামে বিশ্বামিত্ৰৰ মুখত সীতাৰ ৰূপ গুণৰ বৰ্ণনা শুনি ৰোমাঞ্চিত হৈ পৰা কাৰ্যই তেওঁৰ যুৱা সুলভ মনোভাৱ প্ৰকাশ পাইছে। ৰাক্ষস নিধন, ৰজা সকলৰ যুদ্ধত লিপ্ত হৈ পৰাজিত কৰা আৰু বৰ দৰ্পচূৰ্ণ কৰা কাৰ্যই ৰামচন্দ্ৰৰ বীৰত্ব প্ৰকাশ পৰশুৰামক প্ৰাণদান দি তেওঁৰ স্বৰ্গযাত্ৰাৰ সূচনা কৰিয়েই ক্ষান্ত হোৱা কাৰ্যই ৰামচন্দ্ৰৰ মহত্ত্ব প্ৰকাশ কৰিছে।

সীতা চৰিত্ৰৰ ক্ষেত্ৰত দেখা যায় স্বাভাৱিক নাৰীসুলভ বৃত্তিসমূহ প্ৰকাশিত হৈছে। তেওঁ ৰামভক্তা আৰু জাতিস্মৰ কন্যা। পূৰ্বজন্মৰ তপস্যাৰ বলত পৰজন্মত ভগৱানক শ্ৰীৰামৰূপত পতি হিচাবে লাভ কৰিব বুলি জানি ৰামৰ বাবে অধীৰ ভাৱে অপেক্ষা কৰিছে। কেতিয়াবা তেওঁ শংকিত হৈ পৰিছে জানোচা

দৈৱবাণী বিফল হয়, ৰামচন্দ্ৰক পতি হিচাবে নাপায়। ৰামৰ প্ৰতি অনুৰক্তা সীতাৰ চৰিত্ৰত ৰামৰ বিপদৰ সময়ত যিদৰে ভীতিগ্ৰস্ততা প্ৰকাশ পাইছে সেইদৰে পৰশুৰামৰ পৰাভৱৰ সময়ত চপলতাও ফুটি উঠিছে। কম পৰিসৰতে সীতা চৰিত্ৰটি মহাপুৰুষ শংকৰদেৱে আকৰ্ষণীয় কৰি তোলাত সফলতা লাভ কৰিছে বুলিব পাৰি।

অন্যান্য চৰিত্ৰ সমূহৰ ভিতৰত পৰশুৰাম আৰু বিশ্বামিত্ৰৰ চৰিত্ৰ দুটিৰ ঋষিসুলভ গাম্ভীৰ্য বহু পৰিমাণে খৰ্ব কৰা হৈছে। বিশেষকৈ সীতাৰ মুখচন্দ্ৰিকাৰ সময়ত সীতাৰ ৰূপ দেখি কাম মোহিত হৈ বিশ্বামিত্ৰ মুনি মূৰ্চ্ছা যোৱা বৰ্ণনাই চৰিত্ৰটিক লঘু কৰি তুলিছে। সেইদৰে পৰশুৰামৰ লম্ফজম্ফই চৰিত্ৰটিৰ গাম্ভীৰ্য হ্ৰাস কৰিছে। তদুপৰি দুই মুনিৰ মাজৰ যুদ্ধৰ বৰ্ণনাখিনিয়েও চৰিত্ৰ দুটিৰ মৰ্যদা ৰক্ষা কৰিব পৰা নাই।

দশৰথ ৰজাক পুত্ৰ বৎসল ৰজা হিচাবে দেখুৱা হৈছে যদিও চৰিত্ৰটিৰ ৰাজোচিত গাম্ভীৰ্য ৰক্ষিত হোৱা নাই। নাটকখনত সীতাৰ সখী হিচাবে মদনমঞ্জৰী, চন্দ্ৰমতী, সূৰ্যপ্ৰভা আদি যি কেইটা চৰিত্ৰ উপস্থাপন কৰা হৈছে। তেওঁলোক সখীপ্ৰাণগতা। সীতাৰ সয়ম্বৰ সভাত ৰজাসকলক তেওঁলোকে কৰা ব্যৱহাৰে চৰিত্ৰকেইটাৰ নাৰীসুলভ মাধুৰ্য ৰক্ষা কৰিব পৰা নাই।

সি যি কি নহওক, চৰিত্ৰ চিত্ৰণ শংকৰদেৱৰ মুখ্য উদ্দেশ্য নহয়। ৰামৰ মাহাত্ম্য প্ৰদৰ্শন কৰাটোহে গুৰুজনাৰ উদ্দেশ্য আৰু সেই উদ্দেশ্যত তেওঁ সফল হৈছে।

শংকৰদেৱৰ শেষ বয়সত ৰচনা কৰা ৰাম বিজয় নাটকখনৰ সৈতে তেখেতৰ আন এখন নাটক ৰুক্মিণী হৰণৰ কাহিনী বিন্যাসৰ ভালেমান সাদৃশ্য পৰিলক্ষিত হয়। ৰুক্মিণী হৰণতো নায়িকাৰ ৰূপৰ বৰ্ণনা শুনি নায়ক কৃষ্ণ নায়িকা ৰুক্মিণীৰ প্ৰতি আকৃষ্ট হৈছে। নায়িকাৰ ৰূপ বৰ্ণনৰ ভটিমা দুটিৰ দুয়োখন নাটকতে বহুখিনি সাদৃশ্য দেখা যায়। ৰুক্মিণী হৰণত ভিক্ষুক সুৰভি ভাটে কৃষ্ণৰ আগত ৰুক্মিণীৰ ৰূপৰ বৰ্ণনা কৰি কৈছে -

*কি কহব ৰমণিক ৰূপ প্ৰচুৰ।*
*বয়নক পেখি চান্দ ভেলি দূৰ ॥*
*নয়নক পেখি পাই বড়ি লাজ।*
*কয়ল ঝাম্প কমল জলমাঝ ॥*

সেইদৰে বিশ্বামিত্ৰই ৰাম বিজয়ত সীতাৰ ৰূপৰ বৰ্ণনা কৰিছে -

*দেখিয়ে বদন চান্দ ভেলি লাজ।*
*নয়ন নিৰেখি কমল জলমাঝ ॥*

দুয়োখন নাটকতে নায়িকাৰ সয়ম্বৰ সভাত ৰাজন্যবৰ্গই নায়িকাক দেখি কৰা ব্যৱহাৰৰ সাদৃশ্য দেখা যায়। ৰজাসকলে কৰা ব্যৱহাৰৰ বিপৰীতে নায়িকাৰ সখী সকলে ৰজা সকলৰ প্ৰতি কৰা ব্যৱহাৰৰ ক্ষেত্ৰতো দুয়োখন নাটকতে সাদৃশ্য পৰিলক্ষিত হয়।

ৰাম বিজয়ত সীতা সয়ম্বৰ সভাত প্ৰবেশ কৰা সময়ত ৰজা সকলৰ বৰ্ণনা এনেদৰে দিছে -

*কথা ।। ৰাজনন্দনিক নব জৌবনী ৰূপ লাবন্য*
*নিৰেখিঃ ৰাজাসবক কামবানে পিড়ল ঃ অচেতনে*
*মূৰ্চ্ছিত হয়া পৰল ঃ পুনু চেতন লভিএ ঃ উঠি*
*কহ ঃ পৰম আকুল ভাএ ঃ সীতাক কাতৰ কয় বোলল ।।*

ৰাজাসব বোল ।। হে প্ৰাণেশ্বৰী ঃ কাম সাগৰে মগন ভেলো ঃ নিস্তাৰ কৰহ ।।
কাহু আঙ্গুলি মুখে লৈয়া বোলল ।

*ৰাজ নন্দনি ঃ মদনে হামাৰ মন মৰ্দ্দয় ঃ*
*পুত্ৰ হামাক হস্তে পৰখ ।।*

দসনে খেৰ কামুৰি কাহু বিনয়ে বোলয়ে হে সুন্দৰি ঃ মদন বানে ফুটি ঃ হামাৰ প্ৰাণ ফুটি ছুৰি জাই ঃ বচন আমিয়া ৰখ ৰৰখি হামাক জিৱাব ।। ইত্যাদি

ৰুক্মিণী হৰণত সেইদৰে ৰুক্মিণীক দেখি সয়ম্বৰ সভাত ৰজা সকলে কৰা ব্যৱহাৰো একেধৰণৰ -

*কথা ।। তদনন্তৰ ৰুকমিণীক নবিন জৌৱন ৰূপ দেখিএ*
*জত ৰাজাসব কামবানে মুৰ্চ্ছিত হয়াঃ আসন*
*হস্তে ঢলি ঢলি পৰল । বিহ্বল ভাৱে কাহু কৰ জোড়ি বোল ।।*
*হে প্ৰানেশ্বৰি ঃ কাম সাগৰে নিস্তাৰ কৰহ ।।*

কাহু আঙ্গুলি মুখে লয়া বোল ।

*হে প্ৰাণ পৃয়েঃ মদনে মন মৰ্দ্দয়ঃ হামাক হাস্য নিৰীক্ষণ কৰহ ।। কাহু দন্তে খেড় কামুৰি বোল ।।*

হে ৰাজকুমাৰি ঃ তোহাক নিমিত্তেঃ কাম বানে ফুটি প্ৰাণ ছুটি জাইঃ চৰণক দাস ভেলুঃ হাতে পৰসি হামাক জিৱাবঃ ইত্যাদি । ৰজা সকলৰ এনে ব্যৱহাৰ দেখি ৰুক্মিণীৰ সখীসকলে 'কাহুক ঠেঙ্গনা দেইঃ কাহুত সোড়ে মাৰি ভটয়ঃ ।' ৰাম বিজয় নাটকতো সীতাৰ সখীসকলে ৰজা সকলৰ বীভৎস ভাব দেখি 'কাহু ৰাজাক গোৰ মাৰি ভৰচয়ঃ কাহো হাতে পাত্ৰ ঠেঙ্গনা মাৰয়ঃ 'এনেদৰে দুয়োখন নাটকৰ বৰ্ণনাৰ হুবহু মিল দেখা যায় ।

ঘটনা বিন্যাসৰ দিশতো নাটক দুখনৰ সাদৃশ্য মন কৰিবলগীয়া । সীতাক লাভ কৰাৰ পাচত ৰামচন্দ্ৰই যিদৰে ৰজা সকলৰ সৈতে যুদ্ধ কৰিবলগীয়া হৈছিল ৰুক্মিণীহৰণতো শ্ৰীকৃষ্ণ একে পৰিস্থিতিৰ সম্মুখীন হৈছিল । সেইদৰে কন্যালৈ উভতি অহাৰ বাটত ৰাম বিজয়ত ৰামচন্দ্ৰই যিদৰে পৰশুৰামৰ দৰ্পচূৰ্ণ কৰিছে ৰুক্মিণী হৰণতো শ্ৰীকৃষ্ণই ৰুক্মবীৰৰ গৰ্ব খৰ্ব কৰিছে । সামৰণিত ৰামবিজয়ত ৰামচন্দ্ৰই সীতাক লৈ অযোধ্যাত উপস্থিত হোৱাত তাত যিদৰে মঙ্গলোৎসৱেৰে ৰাম-সীতাক আদৰিছে সেইদৰে ৰুক্মিণীহৰণতো শ্ৰীকৃষ্ণই ৰুক্মিণীক লৈ দ্বাৰকাত উপস্থিত হওঁতে একেদৰে মহা আনন্দৰে মহোৎসৱ পাতি আদৰি লৈছে । দুয়োখন নাটকতে নায়ক-নায়িকাৰ মিলনৰ মধু ৰসেৰে পৰিসমাপ্তি ঘটোৱা হৈছে ।

দুয়োখন নাটকতে আনকি হাস্যৰস সৃষ্টিৰ ক্ষেত্ৰতো একে ধৰণৰ ঘটনা সন্নিবিষ্ট কৰিছে । ৰাম বিজয়ত ৰাম সীতাৰ বিবাহৰ সময়ত পুৰোহিত বিশ্বামিত্ৰই মুখচন্দ্ৰিকা কৰাৰ পৰত সীতাৰ ৰূপ দেখি বিমোহিত হৈ মূৰ্চ্ছা যোৱা ঘটনাৰ লগত ৰুক্মিণী হৰণৰ ব্ৰহ্মাই মূৰ্চ্ছা যোৱাৰ সাদৃশ্য আছে । এইখন নাটকতো শ্ৰীকৃষ্ণ ৰুক্মিণীৰ ৰূপ দেখি ভোল গৈ মূৰ্চ্ছিত হৈ পৰিছে ।

ঘটনাবিন্যাসেই নহয় চৰিত্ৰ চিত্ৰণৰ দিশতো নাট দুখনৰ যথেষ্ট সাদৃশ্য মন কৰিবলগীয়া । সি যি কি নহওক, শংকৰদেৱৰ শেষ সাহিত্য কৃতি হিচাবে আৰু তেখেতৰ ৰচিত নাটক সমূহৰ ভিতৰত একমাত্ৰ ৰামায়ণ বিষয়ক নাট হিচাবে ৰাম বিজয়ৰ এক সুকীয়া তাৎপৰ্য আছে । আনহাতে অসমীয়া নাট্য সাহিত্যৰ ইতিহাসতো ৰামবিজয়েই প্ৰথম ৰামায়ণৰ বিষয়বস্তু সম্বলিত নাটক হিচাবেও ইয়াৰ এক ঐতিহাসিক মূল্য চিৰদিন বৰ্তি থাকিব ।

# কীৰ্ত্তন ঃ অসমীয়া সাহিত্যৰ এক অমূল্য সম্পদ

ভাৰতী গগৈ বৰুৱা

অসমৰ নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্তক, সমাজ সংস্কাৰক, সাহিত্য-সংস্কৃতিৰ গুৰু, সৰ্ব গুণাকৰ শ্ৰীমন্ত শংকৰদেৱে যি অতুলনীয় অৱদানেৰে অসমৰ সাহিত্য-সংস্কৃতিৰ জগতখনক সমৃদ্ধ কৰি থৈ গৈছে তাৰ ভিতৰত 'কীৰ্ত্তন ঘোষা' অন্যতম। বৈষ্ণৱ সাহিত্যৰ কীৰ্তিস্তম্ভ স্বৰূপ এই কীৰ্ত্তন ঘোষা মহাপুৰুষ শংকৰদেৱৰ কবিত্ব প্ৰতিভাৰ এক উজ্বল নিদৰ্শন। সংস্কৃত 'কীৰ্ত্তন' শব্দটো 'কৃত' ধাতুৰ পৰা উৎপত্তি হৈছে। কীৰ্ত্তনৰ আভিধানিক অৰ্থ হৈছে গুণ গান কৰা, গুণ বৰ্ণনা অৰ্থাৎ ভগৱান শ্ৰীকৃষ্ণৰ গুণানুকীৰ্ত্তন কৰা। কোনো ব্যক্তিয়ে পৰম পিতা পৰমেশ্বৰৰ যশ, গুণ শ্ৰৱণৰ জৰিয়তে অনুধাৱন কৰি চিত্তক আকৃষ্ট কৰাৰ পাছতহে কীৰ্তন কৰাৰ সামৰ্থ্য লাভ কৰিব পাৰে। মহাপুৰুষ শংকৰদেৱে হৃদয়ৰ সমস্ত সত্তাৰে পৰম ব্ৰহ্মক উপলব্ধি কৰি শব্দৰ মাধ্যমেৰে অন্যান্য শ্ৰোতা পাঠকৰ হৃদি-কমল আকৰ্ষিত কৰাৰ লগতে আপ্লুত কৰিবলৈ সক্ষম হৈছে। ফলত মানুহে সুৰৰ পানচৈত উঠি আধ্যাত্মিকভাৱ সাগৰত অৱগাহন কৰিব পাৰে।

শংকৰদেৱে ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে 'কীৰ্ত্তন' ৰচনা কৰিলেও ইয়াত উল্লেখ কৰা প্ৰতিটো খণ্ডৰ আখ্যানে-ব্যাখ্যানে অসমৰ মাটি-পানীৰ গোন্ধ মিহলি হৈ থকাৰ কাৰণে শ্ৰোতা-পাঠকক সহজে আকৰ্ষণ কৰিব পাৰে। মহাপুৰুষ শংকৰদেৱে তেওঁৰ প্ৰিয়তম শিষ্য, একান্ত ভক্ত, গীতিকাৰ, সুৰকাৰ, গায়ক, নাট্যকাৰ, শাস্ত্ৰজ্ঞ পণ্ডিত মাধৱদেৱক প্ৰধান সহায়কৰূপে লগত লৈ অসমৰ নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰত মনোনিবেশ কৰিছিল। শংকৰদেৱে নিৰ্মাণ কৰা ধৰ্মৰ এই বিশাল সৌধত সোণৰ কলচীটি লগাই মাধৱদেৱে পূৰ্ণাংগ ৰূপ দিয়াৰ চেষ্টা কৰিছিল। ইয়াৰ ফলত শংকৰী সাহিত্য, কলা-কৃষ্টিয়ে বৰ্তমান দেশৰ বাহিৰতো খ্যাতি অৰ্জন কৰিব পাৰিছে।

'কীৰ্ত্তন, দশম, ঘোষা ৰত্নাৱলী' - ভক্তিৰ চাৰিপুথি বোলা হয়। মহাপুৰুষীয়া ধৰ্ম দৰ্শনৰ মূল তত্ত্ব ইয়াৰ মাজতে নিহিত হৈ আছে। সেয়ে শংকৰদেৱে কৈছিল - 'কীৰ্ত্তন, দশম মোৰ মূৰতিৰ সমান' (কথা গুৰু চৰিত)। শংকৰদেৱে বৰদোৱাত থকা সময়ছোৱাতেই কীৰ্ত্তনৰ ভালেখিনি পদ ঘোষা ৰচনা কৰিছিল। ভাগৱতৰ তৃতীয়, ষষ্ঠ, সপ্তম, অষ্টম, দশম, একাদশ, দ্বাদশ স্কন্ধ, বামণ পুৰাণ, পদ্ম পুৰাণ, বিষ্ণু ধৰ্মোত্তৰ, বৃহন্নাৰদীয় পুৰাণ, সুত-সংহিতাৰ পৰা মূল কথা লৈ শংকৰদেৱে স্বকীয় কলা সুলভ সৃজনীশীল প্ৰতিভাৰে সৰ্বতোপ্ৰকাৰে সুন্দৰ কৰি 'কীৰ্ত্তন ঘোষা'

ৰচনা কৰিছিল ।

. মৌ মাখিয়ে বিভিন্ন ফুলত পৰি ৰস সংগ্ৰহ কৰি মৌচাক তৈয়াৰ কৰাৰ দৰে শংকৰদেৱে ভাগৱত-পুৰাণৰ বিভিন্ন অংশৰ সাৰভাগ বুজি লৈ গ্ৰহণ কৰি কীৰ্ত্তন পুথি ৰচনা কৰিছিল । সেয়ে কীৰ্ত্তনক অসমীয়া সাহিত্যৰ মৌচাক আখ্যা দিয়া হয় । আবাল-বৃদ্ধ-বণিতা সকলোৱে সকলো সময়তে ইয়াৰ ৰসাস্বাদন কৰিব পাৰে । শংকৰদেৱে ভক্ত-পাঠকসকলে কীৰ্ত্তনৰ পদ বোৰ সুৰ লগাই পঢ়ি অমৃত ৰস পান কৰিবৰ কাৰণেই লঘু পয়াৰ ছন্দত ৰচনা কৰিছিল । 'কীৰ্ত্তন'ৰ পদবোৰ নিৰ্দিষ্ট ঘোষা এটি দোহাৰি গোৱাৰ পাছতহে গোৱা হয় । 'কীৰ্ত্তন ঘোষা' ৰ প্ৰতিটো কীৰ্ত্তনেই একোটা খণ্ড কবিতাৰ দৰে । এই পদবোৰৰ স্বাদ বিভিন্নজনে বিভিন্ন ধৰণে ল'ব পাৰে । ল'বাৰ বাবে ই সাধু কথাৰ দৰে আকৰ্ষণীয় । গায়কে গীতৰ দৰে সুৰ লগাই গাব পাৰে । নাম প্ৰসঙ্গৰ উপযোগী হোৱাৰ বাবে শ্ৰোতা পাঠক-ভকত সকলে কীৰ্ত্তনৰ পদ ঘোষা গাই ভগৱানৰ অপাৰ মহিমা আৰু কৰুণাৰ কথা হৃদয়ত অনুভৱ কৰিব পাৰে । সামাজিক শৃঙ্খলাৰ নিদৰ্শন স্বৰূপ নামঘৰৰ চৌপাশ 'কীৰ্ত্তন'ৰ পদ- ঘোষাই মুখৰিত কৰি তুলিব পাৰে । এই পদবোৰৰ মাজতেই ভক্ত সকলৰ কাৰণে পৰম ব্ৰহ্মৰ স্বৰূপ উপলব্ধি কৰিব পৰাকৈ আধ্যাত্মিক গূঢ়াৰ্থ নিহিত হৈ আছে ।

চাৰি বেদ, চৈধ্য শাস্ত্ৰ, ওঠৰ পুৰাণ আদি জীৱনৰ আদিছোৱা কালতেই অধ্যয়ন কৰি ভক্তিতত্ত্বৰ পৰমাৰ্থ বুজি পৰম ব্ৰহ্মৰ গোপন ৰহস্য নিজে হৃদয়ত অনুভৱ কৰাৰ লগতে অন্য শ্ৰোতা পাঠককো ইয়াৰ ভাগ দিবলৈ শংকৰদেৱে মহতী প্ৰতিভাৰ পৰিচয়ে 'স্ত্ৰী শূদ্ৰ সৰ্বলোকে বুজে যেনমত' কৈ বিভিন্ন গ্ৰন্থ ৰচনা কৰিছিল । তেওঁৰ মতে ভগৱানৰ নাম কীৰ্ত্তন কৰা ভকতিৰ দুৱাৰ সকলোৰে বাবে সকলো সময়তে মুকলি । সেইবাবেহে তেওঁ নিজৰ মহানুভৱতাৰ গুণেৰে কব পাৰিছিল -

*'স্ত্ৰী-শূদ্ৰে কৰে যদি আমাক ভকতি ।*
*তাহাত কহিবা ইটো জ্ঞান মহামতি ॥'*

*(শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ)*

ভাগৱতৰ একাদশ স্কন্ধৰ সাৰভাগ লৈ ৰচনা কৰা 'কীৰ্ত্তন ঘোষা'ৰ শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ খণ্ডৰ উদ্ধৱৰ প্ৰতি শ্ৰীকৃষ্ণৰ উপদেশৰ জৰিয়তে শংকৰদেৱে নিজৰ মনোভাৱকে ব্যক্ত কৰিছে । ত্ৰিকালজ্ঞ পুৰুষ ভগৱান শ্ৰীকৃষ্ণই পৃথিৱীত নৰ নাট সামৰিবৰ সময় হৈছে বুলি ভাবি ব্যাধৰ শৰত আঘাতপ্ৰাপ্ত হোৱাৰ আগেয়ে তেওঁৰ প্ৰিয় শিষ্য, প্ৰিয় সখা, পৰম ভক্ত উদ্ধৱক কিছুমান ধৰ্মীয় উপদেশ একান্ত নিষ্ঠা

আৰু প্ৰত্যয়েৰে প্ৰদান কৰিছিল কৰুণ ৰসেৰে সিক্ত এই খণ্ডটিত ।

অসমীয়া বৈষ্ণৱ ভক্ত সকলৰ কাণ্ডাৰী স্বৰূপ শংকৰদেৱে সকলো জীৱৰে প্ৰতি দয়াশীল, সকলোৰে উপকাৰ সাধন কৰোঁতা, সকলোৰে প্ৰতি সমভাৱাপন্ন আৰু সকলো ধৰ্মৰ প্ৰতি শ্ৰদ্ধাশীল হোৱাৰ বাবেই 'কীৰ্ত্তন ঘোষা'ত লিখিব পাৰিছিল -

*'কুকুৰ শৃগাল গৰ্দভৰো আত্মাৰাম ।*
*জানিয়া সবাকো পৰি কৰিবা প্ৰণাম ॥'*

জগতৰ প্ৰতিটো বস্তুতে ভগৱান বিৰাজমান । এই কথাষাৰ সবল অন্তৰেৰে বিশ্বাস কৰি জগতৰ প্ৰতিটো বস্তুতে ভগৱানৰ অস্তিত্ব অনুভৱ কৰি আত্মসম জ্ঞান কৰিলে জীৱৰ বাবে জীৱন্ত কালতে মুকুতিৰ পথ সুগম হ'ব পাৰে । সেয়ে শংকৰদেৱে -

*'বিষ্ণুময় দেখে যিটো সমস্ত জগত ।*
*জীৱন্তে মুকুত হোৱে অচিৰ কালত ॥'*

বুলি কৈছে । কাৰণ ভক্তৰ হৃদয়তহে ভগৱান থাকে - 'ভকতেসে মোৰ হৃদি জানিবা নিশ্চয়' ।

বহুমুখী প্ৰতিভাসম্পন্ন ব্যক্তি, সকলো দিশতে অদ্বিতীয় শংকৰদেৱৰ ধৰ্মৰ সাৰবস্তু হৈছে - গীতাত শৰণ আৰু ভাগৱতৰ সৎসঙ্গ লাভ । শংকৰদেৱে প্ৰচাৰ কৰা ধৰ্মক নাম ধৰ্ম, একশৰণ ভাগৱতী ধৰ্ম, সনাতন ধৰ্ম, মহাপুৰুষীয়া ধৰ্ম বোলা হয় । বৈষ্ণৱ ধৰ্মৰ নৱ বিধ ভক্তিৰ ভিতৰত শংকৰদেৱে প্ৰথম দুবিধ 'শ্ৰৱণ কীৰ্ত্তন' কে শ্ৰেষ্ঠ স্থান দিছে ।

*'শ্ৰৱণ কীৰ্ত্তন স্মৰণ বিষ্ণুৰ*
*অৰ্চন পদ সেৱন ।*
*দাস্য সখিত্ব বন্দন বিষ্ণুৰ*
*কৰিব দেহা অৰ্পন ॥'*

*(প্ৰহ্লাদ চৰিত্ৰ)*

হৰিনাম শ্ৰৱণ কীৰ্ত্তন কৰিলে ভগৱানৰ অপাৰ কৰুণা লাভ কৰিব পাৰি আৰু হৃদয়ত ভগৱানৰ অপাৰ মহিমাৰ কথা উপলব্ধি কৰিব পাৰি বুলি শংকৰদেৱে বিশ্বাস কৰিছিল । হৃদয়ৰ গোপন কোণত এই বিশ্বাস থকাৰ কাৰণেই শংকৰদেৱে নিজেও সংসাৰ বন্ধনত মোহাচ্ছন্ন নহৈ কৃষ্ণতেই মন-প্ৰাণ সঁপি দিছিল । বোকা-পানীৰ মাজতে থাকিও পদুমৰ গাত ইয়াৰ পৰশ নলগাকৈ থকাৰ দৰে সাংসাৰিক পৰিবেশত থাকিও শংকৰদেৱে ভগৱানৰ শ্ৰীচৰণত নিজক নিমজ্জিত কৰি অৰ্পণ

কৰাৰ ফলতে সংসাৰৰ মায়া মোহে তেওঁক আচ্ছন্ন কৰি তুলিব নোৱাৰিছিল। হৰিনাম ৰসে প্ৰেম অমৃতৰ নদী বোৱাবলৈ সক্ষম হোৱা শংকৰদেৱৰ মতে 'কৃষ্ণস্তু ভগৱান স্বয়ং'; 'একমেৱাদ্বিতীয়ম'।

ভগৱানৰ পৰম ভক্ত শংকৰদেৱে প্ৰথমা পত্নী সূৰ্যৱতীৰ মৃত্যুৰ পাছত ১৪৮১ চনত ৩২ বছৰ বয়সত ১৭ জন সঙ্গী লগত লৈ বাৰ বছৰ ধৰি মথুৰা, বৃন্দাবন, শ্ৰীক্ষেত্ৰকে আদি কৰি বহুতো তীৰ্থস্থান ভ্ৰমণ কৰিছিল। ভ্ৰমণৰ এই সময়ছোৱাত উত্তৰ ভাৰতৰ বিভিন্ন ঠাইৰ নৱ বৈষ্ণৱ ধৰ্ম বা ভক্তি আন্দোলনৰ প্ৰবল জোৱাৰে শংকৰদেৱৰ জীৱনলৈ পৰিবৰ্ত্তন আনিলে। সেই সময়ত শংকৰদেৱৰ পবিত্ৰ ভক্তি গীতৰ অমিয়া সুৰত সমগ্ৰ উত্তৰ ভাৰত মুখৰিত হৈ পৰিছিল। এই কথা 'কীৰ্ত্তন ঘোষা'ৰ 'পাষণ্ড মৰ্দন'ত থকা উক্তিৰ পৰাই বুজিব পাৰি।

*'উৰেষা বাৰাণসী ঠাৱে ঠাৱে।*
*কবিৰ গীত শিষ্টসৱে গাৱে ॥'*

অসমীয়া সমাজৰ অতি আদৰৰ 'কীৰ্ত্তন ঘোষাই' শংকৰদেৱৰ সময়ৰ পৰা আজিলৈকে এক সুকীয়া স্থান দখল কৰি আছে। শংকৰদেৱে জনসাধাৰণৰ মাজত 'এক দেৱ এক সেৱ, এক বিনে নাই কেৱ' এই শিক্ষা প্ৰসাৰ, ধৰ্ম প্ৰচাৰ আৰু ধৰ্ম জীৱন গঢ়িবৰ বাবেই এই সৰ্বাংগ সুন্দৰ গ্ৰন্থখন ৰচনা কৰিছিল। ডঃ মহেশ্বৰ নেওগৰ ভাষাত 'কবিত্বময় সৌন্দৰ্য আৰু ক্ষিপ্ৰতা আৰু দৃঢ়তা, বৰ্ণনাৰ সৌন্দৰ্য আৰু জটিল কথাৰ সৰ্বজনগ্ৰাহ্য সৰল অথচ সূক্ষ্ম প্ৰকাশ লক্ষণীয় বিষয়। 'কীৰ্ত্তন'ৰ বিভিন্ন খণ্ডত দয়া, ক্ষমা, হৰ্ষ-বিষাদ, প্ৰেম-বিৰহ আদি বিভিন্ন ভাৱৰ প্ৰকাশ ঘটিছে। ইয়াত আদি বা শৃংগাৰ, বীৰ, হাস্য, কৰুণ, ৰৌদ্ৰ, অদ্ভুত, ভয়ানক, বীভৎস আৰু শান্ত - এই নৱ-ৰসৰ সুন্দৰ সংমিশ্ৰণ হৈছে। 'কীৰ্ত্তন'ৰ একো একোটি পদত বিভিন্ন ৰস থাকিলেও অৱশেষত শান্ত ৰসে ভক্ত শ্ৰোতা পাঠকৰ হৃদয় মন জুৰ পেলায়।

শংকৰদেৱে ১৫০৯ চনৰ পৰা ১৫১৬ চনলৈকে বৰদোৱাত থকা সময়ছোৱাতে 'কীৰ্ত্তন ঘোষা'ৰ চৰ্তুবিংশতি অৱতাৰ, উৰেষা বৰ্ণন, অজামিল উপাখ্যান, ধ্যান বৰ্ণন, গজেন্দ্ৰ উপাখ্যান, বলি ছলন, হৰ মোহন, প্ৰহ্লাদ চৰিত্ৰ ৰচনা কৰে।

১৫১৬ চনৰ পৰা ১৫৪৩ চনলৈকে ধুঁৱাহাটা বেলগুৰিত থকা সময়ছোৱাত শংকৰদেৱে 'কীৰ্ত্তন'ৰ পাষণ্ড মৰ্দন, নাম অপৰাধ, শিশু লীলা, ৰাস ক্ৰীড়া, কংস বধ, গোপী উদ্ধৱ সংবাদ, কুঁজীৰ বাঞ্ছা পূৰণ, অসুৰৰ বাঞ্ছা পূৰণ আদি খণ্ড সমূহ ৰচনা কৰিছিল।

১৫৪৬ চনৰ পৰা ১৫৬৮ চনলৈকে কোঁচৰাজ্যত থকা সময়ছোৱাত শংকৰদেৱে ভাগৱতৰ দশম স্কন্ধৰ উত্তৰাৰ্দ্ধৰ আৰু একাদশ দ্বাদশ স্কন্ধৰ কাহিনীৰে 'কীৰ্ত্তন ঘোষা'ৰ জৰাসন্ধ যুদ্ধ, কালযৱন বধ, মুচুকুন্দ স্তুতি, স্যমন্তক হৰণ, নাৰদৰ কৃষ্ণ দৰ্শন, বিপ্ৰ পুত্ৰ আনয়ন, দামোদৰ বিপ্ৰৰ আখ্যান, দৈৱকীৰ পুত্ৰ আনয়ন, বেদ স্তুতি, লীলা মালা, শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ, ভাগৱতৰ তাৎপৰ্য ৰচনা কৰিছিল । ৰত্নাকৰ কন্দলিৰ সহস্ৰ নাম বৃত্তান্তক কীৰ্ত্তনৰ-বুকুত শংকৰদেৱে স্থান দিছিল । কিন্তু শ্ৰীধৰ কন্দলিৰ 'ঘুনুচা কীৰ্ত্তন' আৰু শংকৰদেৱৰ 'ৰুক্মিণীৰ প্ৰেম কলহ' বৰ্তমান পণ্ডিত সকলে কীৰ্ত্তনৰ বুকুৰ পৰা বাহিৰত ৰাখিছে । 'তাৰ প্ৰণালী কীৰ্ত্তনতকৈ তল খাপৰ । তাৰ বাহিৰেও কীৰ্তনৰ প্ৰধান লক্ষণেৰে সি বিবৰ্জিত' । (লক্ষ্মীনাথ বেজবৰুৱা, শংকৰদেৱ)

মহাপুৰুষ শংকৰদেৱে ৰচনা কৰা কীৰ্ত্তনৰ বিভিন্ন খণ্ড ১৫৯৫ চনলৈকে আহোম ৰাজ্য হাজো, বৰপেটা, কালজাৰ, ভৱানীপুৰ আদি বিভিন্ন ঠাইত সিঁচৰতি হৈ আছিল । শংকৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাছত মহাপুৰুষ মাধৱদেৱে ভাগিনীয়েক ৰামচৰণক এইবিলাক সংগ্ৰহ কৰাৰ দায়িত্ব দিয়ে । ৰামচৰণে এবছৰ কাল বিভিন্ন ঠাই ভ্ৰমণ কৰি 'কীৰ্ত্তন'ৰ বিভিন্ন খণ্ডবোৰ গোটাই মাধৱদেৱক দিয়ে । মাধৱদেৱে আটাইবোৰ খণ্ড একেলগে থুপ খুৱাই কীৰ্ত্তন ঘোষাৰ পূৰ্ণৰূপ দিয়ে । এই 'কীৰ্ত্তন ঘোষাত বৰ্ণিত প্ৰতিটো আখ্যানে মানুহৰ মনলৈ আনি দিয়ে ধৰ্মৰ প্ৰতি শ্ৰদ্ধা, ভগৱানৰ প্ৰতি অটল বিশ্বাস, জীৱনলৈ আনি দিয়ে নতুন উৎসাহ-উদ্দীপনা আৰু কৰ্মৰ প্ৰতি প্ৰেৰণা ।

শংকৰদেৱে বিভিন্ন উপমা, অলংকাৰ, অনুপম ছন্দেৰে 'কীৰ্তন ঘোষা'ত পদৰ মালা গাঁথি অলেখ তত্ত্বপূৰ্ণ কথা ভক্ত পাঠকৰ বাবে সংৰক্ষণ কৰি থৈ গৈছে । এইবিলাক পঢ়িলে মানুহৰ হৃদয় তন্ত্ৰীত অনুৰণন উঠে ভক্তিৰ মহিমা, ভগৱানৰ অসীম কৰুণা আৰু মন প্ৰাণ পুলকিত হয় ভগৱৎ প্ৰেম আৰু পবিত্ৰ ভাৱনাৰে । কীৰ্ত্তনৰ প্ৰতিটো অধ্যায়ত ৰচা কীৰ্ত্তন পঢ়ি আৰু ইয়াৰ অমৃত ৰস পান কৰি কাৰো কেতিয়াও আমনি নালাগে । কবিত্ব শক্তিৰ অপূৰ্ব প্ৰতিভাৰে শংকৰদেৱে ভাগৱতৰ অষ্টম স্কন্ধৰ দ্বাদশ অধ্যায়ৰ অৱলম্বনত ৰচনা কৰা 'হৰমোহন'ত বৰ্ণনা কৰিছে দিব্য উপবনৰ প্ৰকৃতিৰ ৰূপ শোভা ।

*'চন্দন অগৰু দিব্য কল্পতৰু*
*দেৱদাৰু পল্লৱচি ।*
*প্ৰতি গাছে গাছে ভিণ্ডা বান্ধি আছে*
*সুৱৰ্ণ মাণিকে খচি ॥'*

০ ০ ০ ০

*'শিৰীষ সেউতী তমাল মালতী*

*লৱঙ্গ বাগী ওলাল ।*

*কৰবীৰ বক কাঞ্চন চম্পক*

*ফুল ভৰে ভাঙ্গে ডাল ॥*

'হৰ মোহন'ত শংকৰদেৱে ৪৪ বিধ ফুলৰ নাম উল্লেখ কৰি দিব্য উপবনৰ বৰ্ণনা কৰিলেও ভাগৱতী ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যও ইয়াত নিহিত আছে ।

শিৱই বিষ্ণুৰ মোহিনী ৰূপ চাবলৈ কৌতুহল হৈ প্ৰাৰ্থনা জনোৱাত বিষ্ণুৱে শিৱক নানা বুজনিৰে বিৰত ৰাখিবলৈ চেষ্টা কৰিছিল -

*ঘোৰ স্ত্ৰী মায়া সৰ্ব মায়াতে কুৎসিত*

*মহাসিদ্ধ মুনিৰো কটাক্ষ মোহে চিত্ত ।*

*দৰশনে কৰে তপ জপ যোগ ভঙ্গ ।*

*জানি জ্ঞানীগণে এৰে কামিনীৰ সঙ্গ ।*

বিষ্ণুৰ বুজনিলৈ আওকাণ কৰি শিৱই নিজৰ দাম্ভিকতা প্ৰকাশ কৰি গৰ্বিত কণ্ঠেৰে কৈছিল -

*মহাযোগ বলে শুদ্ধ কৰি আছোঁ কায়া ।*

*ব্ৰহ্মময় দেখো কি কৰিতে পাৰে মায়া ॥*

মহাসিদ্ধ মুনিৰো কটাক্ষে মোহে চিত্তৰে মনুষ্যতো বাদেই দেৱতাৰো যে কেতিয়াবা সংযম হেৰায় তাকে শংকৰদেৱে চিত্ত চঞ্চল কৰিব পৰা কাব্যিক বৰ্ণনাৰে স্পষ্টকৈ দেখুৱাইছে ।

শৃঙ্গাৰ আৰু হাস্যৰসৰ সৃষ্টি কৰি 'হৰ মোহন'ৰ যোগেদি শিৱৰ দৰ্প চূৰ্ণ কৰাৰ ছলেৰে শংকৰদেৱে বিষ্ণুৰ অপাৰ মহিমাৰ কথাকে বৰ্ণনা কৰিছে । বিষ্ণুৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈ গৈ 'মহন্তৰ ক্ষমাসে ভূষণ' বুলি জগতৰ গুৰুৱে নিজৰ দাস্য ভাৱ প্ৰকাশ কৰিছে ।

'প্ৰহ্লাদ চৰিত্ৰ'ৰ মনোৰম কাহিনী বৰ্ণনা কৰোতে শংকৰদেৱে স্বকীয় কল্পনাৰ বোলেৰে বৈকুণ্ঠপুৰীৰ সৌন্দৰ্যপূৰ্ণ দৃশ্যৰ বৰ্ণনা কৰিছে । প্ৰহ্লাদৰ পিতৃ হিৰণ্যকশিপুৰ ক্ৰোধ আৰু তপস্যাৰ জ্বলন্ত বৰ্ণনা, প্ৰহ্লাদৰ গুৰু ষণ্ডামৰ্কৰ ক্ৰোধ ভাৱ, হিৰণ্যকশিপুক বধ কৰিবলৈ স্ফটিকৰ স্তম্ভৰ পৰা ওলোৱা নৰসিংহৰ ভয়ংকৰ ৰূপৰ বৰ্ণনাৰ বিপৰীতে প্ৰহ্লাদৰ শান্ত সমাহিত ৰূপ শংকৰদেৱে অপূৰ্ব দক্ষতাৰে বৰ্ণনা কৰিছে ।

শংকৰদেৱে 'বলি ছলন'ৰ কাহিনীটো ভাগৱত আৰু বামন পুৰাণৰ অংশ

লৈ ৰচনা কৰিছে । প্ৰহ্লাদৰ নাতি, বিৰোচনৰ পুত্ৰ, হৰিভক্তি পৰায়ণ, মহাদানী বলিক ভগৱান বিষ্ণুৱে বটু বামণৰ ৰূপ ধৰি তিনি পদ ভূমি খোজাৰ ছলেৰে কেনেকৈ সুতলপুৰীলৈ পঠিয়াইছিল তাকে বৰ্ণনা কৰিছে । 'হৰিনাম কীৰ্তনহে সংসাৰ সাগৰ তাৰণৰ একমাত্ৰ উপায়'- এই কথাষাৰৰ সাৰ্থকতা প্ৰকাশ কৰিবলৈকে যেন ভগৱানে নিজেই পাতালত দৈত্যপতি বলিৰ দুৱাৰ ৰখীয়া হৈ থাকিবলৈ মান্তি হৈছিল । ইয়াৰ পৰাই বুজা যায় যে ভক্তৰ অধীন ভগৱান ।

শংকৰদেৱে ভাগৱতৰ পঞ্চম স্কন্ধৰ পৰা 'অজামিল উপাখ্যান'ৰ কাহিনী ললেও পাপৰ প্ৰায়শ্চিত্ত আৰু ভক্তি ধৰ্মৰ মহিমা দেখুৱাবলৈ মূল কাহিনীৰ লগত নিজস্ব উদ্ভাৱনী শক্তিৰে প্ৰয়োজন সাপেক্ষে কিছু নতুন কথা সংযোগ কৰিছে । পাপী অজামিলক ৮৮ বছৰ বয়সত জীৱনৰ আয়ুস শেষ হোৱাত যমদূতে যমপুৰীলৈ নিবলৈ অহাত প্ৰাণৰ মায়াত কনিষ্ঠ পুত্ৰ 'নাৰায়ণ'ক মতাত বিষ্ণু দূতে ভগৱানক স্মৰণ কৰা বুলি ভাবি সন্মান সহকাৰে বৈকুণ্ঠপুৰীলৈ লৈ গ'ল ।

*'মৰিবাৰ বেলা ইটো অজামিলে*
*নাৰায়ণ নাম লৈল ।*
*কোটি জনমৰো যত মহাপাপ*
*তাৰো প্ৰায়শ্চিত্ত ভৈল ।'*

'হৰি বিনে গতি নাই' অৰ্থাৎ হৰিহে চৰম বিপৰ্যয়ৰ ত্ৰাণকৰ্তা বুলি শংকৰদেৱে ইয়াত ব্যাখ্যা কৰিছে ।
'অজামিল উপাখ্যান'ত ভয়ানক ৰসৰ সন্ধান পোৱা যায়-

*'হাতে পাশ ধৰী চক্ষু টেৰ কৰি*
*থুলন্তৰ তাৰ জাঙ্গ ।*
*কৃষ্ণ বৰ্ণ কায় দেখি ধাতু যায়*
*হাতত লোহাৰ ডাঙ্গ ॥'*

'ব্ৰহ্ম পুৰাণ'ৰ পৰা মূল কথাভাগ সংগ্ৰহ কৰি শংকৰদেৱে 'উৰেষা বৰ্ণন' খণ্ডটি তীৰ্থ ভ্ৰমণৰ কালছোৱাত পুৰীত থাকোতেই শ্ৰীধৰ স্বামীৰ টীকাৰ দ্বাৰা প্ৰভাৱান্বিত হৈ ৰচনা কৰিছিল । মালৱ দেশৰ দ্বিতীয় অমৰাৱতী স্বৰূপ অৱন্তীপুৰত সৰ্বগুণী ৰজা ইন্দ্ৰদ্যুম্নক ব্ৰহ্মাৰ মুখেদি উচ্চ আৰু জটিল আধ্যাত্মিক তত্ত্বপূৰ্ণ কথা সহজ সৰল ভাষাৰে শংকৰদেৱে বৰ্ণনা কৰিছে ।

*হৃদয়ত হৰি নাম যাৰ মুখে*
*বিষ্ণুৰ নৈবদ্য উদৰত জৰে সুখে ।*

*(উৰেষা বৰ্ণন)*

শংকৰদেৱৰ হৰিবংশৰ পৰা গ্ৰহণ কৰা 'ৰাস ক্ৰীড়া' আখ্যানটি বৰ্ণনা মূলক। ইয়াত শংকৰদেৱে কৃষ্ণভক্ত গোপী সকলৰ কৃষ্ণক পাবৰ কাৰণে থকা আকাংখ্যাৰ কথা বৰ্ণনা কৰিছে। নিজৰ স্বামী সন্তান এৰি থৈ কৃষ্ণৰ মোহন বাঁহীৰ মধুৰ ধ্বনি শুনি ব্যাকুল হৈ ঘৰৰ পৰা ওলাই অহাৰ কথাই ভক্তই ভগৱানক লাভ কৰিবলৈ ব্যাকুল হোৱাৰ কথাকে সূচায়। সেয়ে শংকৰদেৱে গোপী সকলক প্ৰেমিকা ৰূপত পৰিচয় নিদি ভক্ত ৰূপেহে পৰিচয় দিছে -

*'ভজিয়ো আমাক মিলোক ভাগ।*
*নকৰা নাথ ভকতক ত্যাগ ॥*

০ ০ ০ ০

*তুমি আত্মা হেন জানি সম্প্ৰতি।*
*তোমাতেসে কৰে ভকতে ৰতি ॥'*

শংকৰদেৱে 'ৰাস ক্ৰীড়া'ৰ বৰ্ণনা হাস্য মধুৰ ভাষাৰে আনন্দব্যঞ্জক কৰি তুলিছে। উৎপ্ৰেক্ষাৰ উদাহৰণ হৈছে -

*যাৰ উৰু স্থলে ছটা দেখিয় লক্ষ্মীৰ*
*শ্যামল মেঘত যেন বিজুলী সুথিৰ ॥*

মহাপুৰুষ শংকৰদেৱে 'হৰ মোহন'ৰ দিব্য উপবনৰ দৰে 'গজেন্দ্ৰ উপাখ্যান'ৰ ত্ৰিকূট পৰ্বতৰ বৰ্ণনা অতি সুন্দৰভাৱে কৰিছে। গজেন্দ্ৰই ত্ৰিকূট পৰ্বতৰ ওপৰত মনোহৰ সৰোবৰত হস্তিনীবিলাকৰ সৈতে জলক্ৰীড়া কৰি থাকোতে গ্ৰাহ এটাই ভৰিত কামুৰি ধৰিলে। গজেন্দ্ৰই শৰীৰৰ সমস্ত বল প্ৰয়োগ কৰি সহস্ৰ বছৰ যুঁজিও তাৰ কবলৰ বা উদ্ধাৰ হ'ব নোৱাৰিলে।

*'সহস্ৰ বৎসৰ যিটো যুঁজো অপ্ৰয়াসে*
*জানিলোঁহো বন্দী ভৈলো বিধাতাৰ পাশে।'*

অৱশেষত গ্ৰাহৰ কবলৰ পৰা পৰিত্ৰাণৰ উপায় চিন্তি কৃষ্ণৰ নাম স্মৰণ কৰিলে। তেতিয়া কৃষ্ণই গ্ৰাহৰ মুখ ফালি গজেন্দ্ৰক উদ্ধাৰ কৰিলে। এই আখ্যানত ভগৱানে গজেন্দ্ৰৰ দৰ্প চূৰ্ণ কৰিছে। শ্ৰীকৃষ্ণৰ অনুগ্ৰহপ্ৰাপ্ত গ্ৰাহ গজেন্দ্ৰ উভয়ে স্বৰ্গপ্ৰাপ্ত হোৱাৰ উদাহৰণৰ পৰা বুজা যায় যে হৰিনামৰ দ্বাৰাহে ভগৱানৰ কৃপা লাভ কৰিব পাৰি।

ভাগৱতৰ দশম স্কন্ধৰ তৃতীয় অধ্যায়ৰ পৰা অষ্টম অধ্যায়লৈকে লিখা 'শিশু লীলা' খণ্ডত মাতৃ যশোদাই বলৰামৰ কথা শুনি কৃষ্ণৰ মাটি খোৱাৰ প্ৰমাণ চাবৰ কাৰণে মুখখন মেলিবলৈ কোৱাত কৃষ্ণৰ মুখৰ ভিতৰত মাটিৰ সলনি সমস্ত চৰাচৰ জগতৰ উপৰিও নিজকো দেখা পালে।

*"যশোদা সুন্দৰী দেখন্ত পাছে ।*
*সমস্ত জগত গৰ্ভতে আছে ॥*
*সাতোখন দ্বীপ সাতো সাগৰ ।*
*গিৰি বন নদী গ্ৰাম নগৰ ॥"*
*"যতেক ধেনু গোপ গোপী জাক ।*
*যশোদা তৈতে দেখে আপোনাক ॥"*

কৃষ্ণ যশোদাৰ পুত্ৰ আৰু মাতৃৰ প্ৰেম আনন্দ দিয়া লোৱাৰ জৰিয়তে ইয়াত সুন্দৰভাৱে বৰ্ণনা কৰি ঈশ্বৰ কৃষ্ণৰ আৰাধনা ভাবটোও শংকৰদেৱে দেখুৱাইছে । বাৎসল্য ৰসপূৰ্ণ এই খণ্ডটিত কৃষ্ণৰ বাল্য জীৱনৰ ৰংচঙীয়া বিচিত্ৰ কাহিনীৰ বৰ্ণনা কৰিছে যদিও মানৱী জীৱনৰ উৰ্দ্ধত পৰম ব্ৰহ্মৰ স্বৰূপ দাৰ্শনিক তত্বপূৰ্ণ কথাৰে বৰ্ণনা কৰিবলৈ শংকৰদেৱে পাহৰি যোৱা নাই । লঘু বা দিগক্ষৰা ছন্দত ৰচনা কৰা এই খণ্ডটি অতি আকৰ্ষণীয় ।

দিগক্ষৰা ঃ *ক্ষৌম বস্ত্ৰ / পিন্ধি দিব্য কাছে /*
*কটিত মে / খলা বান্ধি আছে /*
*পুত্ৰ স্নেহে / স্ৰবে দুয়ো স্তন /*
*আজোৰন্তে / লৰে ঘনে ঘন /*

*(শিশু লীলা)*

শ্ৰীকৃষ্ণক শংকৰদেৱে 'কীৰ্ত্তন ঘোষা'ৰ মূল আকৰ্ষণীয় চৰিত্ৰৰূপে অংকণ কৰিছে । গাত পীতবস্ত্ৰ, গলে বনমালা, মাথাই মৈৰা পাখি, হাতে মোহন মুৰুলী আৰু শংখ চক্ৰ গদা পদ্মধাৰী ভগৱান শ্ৰীকৃষ্ণৰ ৰূপ সৌন্দৰ্য্যৰ বৰ্ণনাৰ তুলনা নাই ।

*"প্ৰথমে প্ৰণামো ব্ৰহ্ম ৰূপী সনাতন ।*
*সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ ॥"*

'কীৰ্ত্তন ঘোষা'ৰ 'চৰ্তুবিংশতি অৱতাৰ বৰ্ণন খণ্ডত প্ৰথমতে শংকৰদেৱে সনাতন ব্ৰহ্মক প্ৰণাম কৰিছে । যি ব্ৰহ্ম নিজে অপৰিবৰ্তনীয় আৰু চিৰন্তন অথচ সেই ব্ৰহ্মাই কেন্দ্ৰ আৰু সকলো অৱতাৰৰে কাৰণ হৈ সকলোৰে পৰিবৰ্তন সাধন কৰিব লাগিছে ।' (লক্ষ্মীনাথ বেজবৰুৱা) সৰ্ব সাধাৰণ মানুহৰ মাজত বিষ্ণুৰ দশাৱতাৰৰ কথাহে প্ৰচলিত আছে । দ্বাদশ শতিকাত জয়দেৱে ৰচনা কৰা 'গীত গোবিন্দ' কাব্যতো দশ-অৱতাৰৰ কথাহে উল্লেখ আছে ।"সম্ভৱতঃ শংকৰদেৱে তৎকালীন আৰু পূৰ্বকালীন আদৰ্শতে কীৰ্ত্তনৰ আৰম্ভণিতে দশাৱতাৰৰ বৰ্ণনা দিছিল; কিন্তু শ্ৰীকৃষ্ণক এই দশাৱতাৰৰ ভিতৰত নধৰি পূৰ্ণ পুৰুষোত্তম ৰূপে সকলো

অৱতাৰৰ মূল নাৰায়ণ বোলা হৈছে। (ৰাপচন্দ্ৰ মহন্ত)। এই অৱতাৰ সমূহৰ জৰিয়তে ভাৰতবৰ্ষৰ চুকে কোণে থকা বিভিন্ন জাতি জনগোষ্ঠী সমূহক আদৰি লোৱাটোৱেই বোধহয় শংকৰদেৱৰ মূল উদ্দেশ্য আছিল।

শংকৰদেৱে 'বেদ স্তুতি'ৰ জৰিয়তে ভাগৱতী ধৰ্মৰ ভক্তি তত্ত্বৰ প্ৰচাৰ আৰু প্ৰসাৰত অগ্ৰণী ভূমিকা লৈছিল। জগতৰ ভাৰ সংহাৰ কৰা নাৰয়ণে শয়ন কৰি থকা অৱস্থাত তেওঁৰ নিশ্বাসত চাৰি বেদ ওলাই ভক্তি তত্ত্বৰ গুণ গান কৰিছে। ভক্তি তত্ত্বৰ এই গৰিমা প্ৰকাশক সমস্ত বেদ শাস্ত্ৰৰ সাৰ তত্ত্ব বুলি কোৱা হৈছে।

*"চাৰি বেদ অষ্টাদশ পুৰাণ যতেক শাস্ত্ৰ*
*পৰম বেদান্ত ভাগৱত।*
*সনক সনন্দ মুনি যোগ জ্ঞান বিচাৰিয়া*
*উদ্ধাৰিলা তাৰ সাৰতত্ত্ব ॥"*

o o o (

*আগম পুৰাণ যত বেদান্তৰ তাৎপৰ্য*
*জানি কৰা ভকতিৰ সাৰ।*
*শ্ৰৱণ কীৰ্ত্তন বিনা আন পুণ্য নাপায় জানা*
*ইটো ঘোৰ সংসাৰৰ পাৰ ॥"*

*(বেদ স্তুতি)*

স্বৰ্গদেউ চুকাফাই সাত ৰাজ মাৰি এক ৰাজ কৰা অসমীয়া জাতীয় জীৱনক সাম্য আৰু একতাৰ এনাজৰীৰে বান্ধিবলৈ চেষ্টা কৰা শংকৰদেৱৰ আধ্যাত্মিক ভাব চিন্তাই সৰ্ব ভাৰতীয় জাতীয় চৈতন্যৰ কাষ চাপিবলৈ সক্ষম হৈছিল।

'ৰামেসে জীৱন ৰামেসে প্ৰাণ' বুলি কোৱা শংকৰদেৱে পাষণ্ড মৰ্দন খণ্ডত বৰ্ণনা কৰিছে যে হৰি কীৰ্ত্তন কৰিলে পঞ্চম মহাপাপীৰো প্ৰায়শ্চিত্ত হয় আৰু পৰম পুৰুষ পৰম ব্ৰহ্মৰ পৰম পদ লাভ কৰিব পাৰে।

*"পঞ্চম মহাপাপী যিটো জন।*
*তাৰো প্ৰায়শ্চিত্ত হৰি কীৰ্ত্তন ॥"*

'কলিত হৰিৰ নামেসে গতি' বুলি মনৰ গহন কোণত সংগোপনে বিশ্বাস কৰি শ্ৰীমন্ত শংকৰদেৱে 'নাম অপৰাধ'ত ব্যক্ত কৰিছে এনেদৰে-

*অন্যত্ৰ ধৰ্মে নাহি অধিকাৰ।*
*জানিবা কলিত নামেসে সাৰ ॥*

ভকতৰ ভয়হাৰী অগ্ৰগতিৰ গতি ভগৱান কৃষ্ণই বলৰামৰ সৈতে অসুৰৰ লগত কংসৰ নগৰী মথুৰালৈ দুষ্টক দমন কৰি সন্তক ৰক্ষা কৰিবলৈ গৈছিল।

কৃষ্ণই কংসক বধ কৰি মথুৰাত শান্তি প্ৰতিষ্ঠা কৰিছিল। শংকৰদেৱে নিজৰ কবিত্ব শক্তিৰ প্ৰতিভাৱে নানা উপমা অলংকাৰেৰে বীৰত্ব ব্যঞ্জক বৰ্ণনাৰে কৃষ্ণৰ মহিমা প্ৰকাশ কৰিছে - 'কীৰ্ত্তন ঘোষা'ৰ 'কংসবধ' আখ্যানটিত -

*"হস্তীক আজোৰে যেন মত্ত সিংহৰাজে*
*দেখি হাহাকাৰ কৰে সকল সমাজে ॥"*

*(কংস বধ)*

কৃষ্ণ বলৰাম মথুৰা নগৰত থকা অৱস্থাত কৃষ্ণৰ অবৰ্তমানত নন্দ যশোদা, ৰোহিণী দেৱী, গোপ গোপী সকলক সান্ত্বনা দিবৰ কাৰণে কৃষ্ণই তেওঁৰ প্ৰিয় বান্ধৱ উদ্ধৱক বৃন্দাবনলৈ পঠাইছিল। উদ্ধৱে গোপী সকলৰ কৃষ্ণ বিৰহত ব্যাকুল হোৱা চিত্তক সান্ত্বনাৰ বাণী শুনাইছিল 'গোপী উদ্ধৱ সংবাদ' খণ্ডটিত -

*তাহান্ত শান্ত কৰাইল পাছে।*
*ভকতৰ ইষ্ট কোন দেৱ আছে ॥*

*(উদ্ধৱ গোপী সংবাদ)*

ভাগৱতৰ দ্বাদশ স্কন্ধৰ দ্বাদশ অধ্যায়ৰ আলম লৈ লিখা 'ভাগৱত তাৎপৰ্য' খণ্ডত মহাপুৰুষ শংকৰদেৱে 'ৰাম নাম সবাতো অধিক' আৰু 'কৃষ্ণ বিনে নাই অপৰ দেৱ' বুলি প্ৰকাশ কৰি নামৰ মাহাত্ম্য প্ৰতিপন্ন কৰিবলৈ যত্ন কৰিছে। এই খণ্ডত ব্যৱহাৰ কৰা ছবি ছন্দৰ উদাহৰণ হ'ল -

*"পাতক শুখান বন, হৰি নাম হুতাশন*
*ক্ষণিকতে দাহি কৰে ছন।*
*হেন নাম প্ৰচাৰিলা পাতকীক নিস্তাৰিলা*
*পৰম কৃপালু নাৰায়ণ।"*

'অসমীয়া সাহিত্যৰ ইতিহাসত বৈষ্ণৱ যুগ খ্যাত যুগটো ছন্দৰ ইতিহাসতো স্বৰ্ণ যুগ' (মহেন্দ্ৰ বৰা)

ছন্দ গুৰু শংকৰদেৱে ঝুনা বা একাৱলী, দুলড়ী, ত্ৰিপদী, পয়াৰ, ছবি আদি ছন্দত কীৰ্ত্তনৰ সৰহখিনি পদ ৰচনা কৰিছিল। প্ৰয়োজন সাপেক্ষে কাহিনীৰ গতিবেগ বৃদ্ধি কৰিবৰ কাৰণে ঝুমুৰী ছন্দ ব্যৱহাৰ কৰিছিল। 'স্যামন্তক হৰণ'ত যুদ্ধৰ কলা কৌশল বৰ্ণনা কৰোঁতে ঝুমুৰী ছন্দৰ প্ৰয়োগ কৰিছে। ঝুমুৰী ছন্দৰ উদাহৰণ -

*হেন শুনি / জাম্বৱন্ত /*
*ধাইলা মহা / বলৱন্ত /*
*নিচিনা স্বামীক / পাছে /*
*ধৰিলন্ত / যুদ্ধ কাছে। (স্যামন্তক হৰণ)*

'কীৰ্ত্তন ঘোষা'ৰ বিষয়ে লক্ষ্মীনাথ বেজবৰুৱাই লিখিছে 'ভাষাৰ লালিত্য, ছন্দৰ ঝংকাৰ, সুৰৰ লাৱণ্য, ভাবৰ মাধুৰ্য, ভক্তিৰ দৃঢ়তা আদিৰ সমষ্টিৰে শংকৰদেৱৰ কীৰ্ত্তন ৰচিত'। ডঃ হীৰেন গোহাঁই, নলিনীধৰ ভট্টাচাৰ্য, জ্ঞাননাথ বৰা আদিযেও কীৰ্ত্তন পুথিক সমালোচনা কৰি কৈছে যে শংকৰদেৱৰ আটাইবোৰ গ্ৰন্থৰ ভিতৰত 'কীৰ্ত্তন ঘোষা' সৰ্বশ্ৰেষ্ঠ।

শংকৰদেৱে কীৰ্ত্তনত বিভিন্ন সুৰ, ৰস, ছন্দ, উপমা অলংকাৰৰ সু-প্ৰয়োগ কৰি দৰ্শনৰ জটিল তত্ত্ব কথাও মনোমোহাকৈ প্ৰকাশ কৰিছে।

পয়াৰ (দীৰ্ঘ) ঃ

*শুনি হেন হৰিও বুলিলা তাইক হাসি।*
*যাইবে যেবে নপাৰা কান্দত উঠা হাসি।*

(ৰাস ক্ৰীড়া)

দুলড়ী ঃ

*"পৰম পুৰুষ প্ৰভু নাৰায়ণ*
*ভকতৰ যেন নিধি।*
*আহান চৰণে ভকতি কৰিলে*
*অৱশ্যে হইবেক সিদ্ধি॥"*

(দামোদৰ বিপ্ৰ উপাখ্যান)

ত্ৰিপদী ছন্দ ঃ

*"হেন মহা দিব্য বন দেখিলন্ত ত্ৰিনয়ন*
*দিব্য কন্যা এক আছে তাতে।*
*কোটি লক্ষ্মী সম মোহে কটাক্ষে ত্ৰৈলোক্য মোহে*
*ভণ্টা খেড়ি খেলে দুয়ো হাতে॥"*

(হৰ মোহন)

ঝুমুৰা বা গজগতি ঃ

*"কতো বেলি / হানে গাছ /*
*কতো কোনো / চাপি কাছ /*
*যুঝিলন্ত / মাল বান্ধে /*
*ধৰি ভৰি / ভৰি ছান্দে।"*

(সামন্তক হৰণ)

একাৱলী বা কুনা ঃ

*"মেঘ সম শ্যাম / বসন পীত।*

*ৰত্নৰ কিৰীটি / শিৰে শোভিত ।*

*কৰ্ণত মকৰ / জ্বলে কুণ্ডল ।*

*ধনু সমে শোভে / ভ্ৰুৰ যুগল ।"*

*(কংস বধ)*

যতিৰ ব্যৱহাৰ ঃ

*"প্ৰথমে প্ৰণামো ব্ৰহ্ম / ৰূপী সনাতন*

*সৰ্ব অৱতাৰৰ / কাৰণ নাৰয়ণ ।"*

*(চৰ্তুবিংশতি অৱতাৰ)*

শংকৰ-মাধৱৰ দ্বাৰা প্ৰচাৰিত ভাগৱতী বৈষ্ণৱ ধৰ্মৰ মূল তত্ত্বকথাই হ'ল জ্ঞান মাৰ্গৰ 'তত্ত্বমসি' । ড. মহেন্দ্ৰ বৰাই শংকৰদেৱৰ কীৰ্ত্তন পুথিৰ বিষয়ে কৈছে - "তেওঁ তেওঁৰ কাব্যত পুৰাণৰ পুৰাতন কথাতে ভক্তিৰ মাধুৰী মিহলাই ৰসৰ গাগৰি উবুৰিয়াই দিছে । পৰশমণিৰ তুচ্ছ এটি পৰশত শিলো সোণ হৈ পৰাৰ দৰে তেওঁৰো কবি মনৰ মায়া পৰশত নিতান্ত গদ্যগন্ধী দাৰ্শনিক তত্ত্বকথাও সুৰৰ পাপৰি মেলি মনোৰম কবিতা হৈ পৰিছে ।"

সঙ্গীত আৰু সাহিত্য - এই দুয়োটা দিশৰ পৰাই অসমৰ জন জীৱনত 'কীৰ্ত্তন' পুথি এক অমূল্য সম্পদ । লোক সংগীত আৰু মাৰ্গ সংগীতৰ অপূৰ্ব সংমিশ্ৰণ ঘটিছে কীৰ্ত্তনৰ বিভিন্ন পদত । "ই কেৱল লোক সংগীত নহয় । ইয়াৰ উদ্দেশ্য পাঠ আৰু গায়ন ব্যৱস্থাত মাৰ্গ সংগীতৰ লক্ষণ ভালেখিনি লুকাই আছে । সেইবাবে ইয়াক মাৰ্গ মিশ্ৰিত লোক সংগীতহে বুলিব পাৰি" (বাপচন্দ্ৰ মহন্ত, ঐতিহাসিক পটভূমিত মহাপুৰুষ শংকৰদেৱ) ।

বিষয়বস্তুৰ ফালৰ পৰা কীৰ্ত্তনক ১। লীলা বিষয়ক ২। লীলাহীন প্ৰাৰ্থনা তত্ত্ব আৰু ব্যৱস্থা প্ৰধান ৩। অন্য কাহিনী আৰু ব্যৱস্থা প্ৰধান - এই তিনিটা ভাগত বাপচন্দ্ৰ মহন্তই ভাগ কৰিছে । কীৰ্ত্তনত লীলা বিষয়ক আখ্যানেই আটাইতকৈ সৰহ । অসমীয়া ভাষাৰ বৰভেঁটি নিৰ্মাণ কৰি ধৰ্মৰ জৰিয়তে সমাজ জীৱনলৈ শৃংখলা আনিবলৈ অহোপুৰুষাৰ্থ কৰা বেদজ্ঞ শংকৰদেৱে কীৰ্ত্তন পুথিত ব্যৱহাৰ কৰা বহুতো পদৰ শাৰী আমাৰ গ্ৰাম্য সমাজত প্ৰায়ে ব্যৱহৃত হয় । উদাহৰণ স্বৰূপে - আপুনি বয়স হৈলে বুদ্ধি হৈব ভাল, তপৰ মহিমা দেখি (প্ৰহ্লাদ চৰিত্ৰ), হৰি নামৰ অনন্ত মহিমা (অজামিল উপাখ্যান), গলাগোপা কৰি (কংস বধ), আত্মঘাত কৰি মৰে (পাষণ্ড মৰ্দন), দেখন্তে গুণন্তে সদা হেলা হোৱে মতি (ৰাস ক্ৰীড়া) আদি ।

ধৰ্মীয় আদৰ্শ প্ৰচাৰৰ মাধ্যমৰূপে ৰচনা কৰিলেও শংকৰদেৱৰ 'কীৰ্ত্তন ঘোষা'ই সাহিত্যৰ ৰসজ্ঞ পাঠকৰ হৃদয়তো সত্য শিৱ সুন্দৰৰ সন্ধান দি সাহিত্যিক

মূল্যায়ণ কৰাৰ সুবিধা দিয়ে । অসমীয়া মানুহৰ ঘৰে ঘৰে থকা কীৰ্ত্তন পুথিৰ বিষয়ে ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ ভাষাৰে ক'বলৈ গলে - 'বিষয়বস্তুৰ মনোৰম প্ৰকাশে, ছন্দৰ বৈচিত্ৰ্য আৰু লালিত্যই ভাব উজ্জীৱিত কৰিব পৰা উপযুক্ত শব্দৰ ব্যৱহাৰে আৰু সকলোৰে ওপৰত ভক্তিৰ মধুৰ প্ৰলেপে কীৰ্ত্তনখন ল'ৰা-ডেকা-বুঢ়া সকলো শ্ৰেণীৰ লোকৰ প্ৰিয় কৰি তুলিছে·।' সেইবাবেই 'কীৰ্ত্তন' এক অনুপম পুথি । অসমীয়া সাহিত্যৰ এক অমূল্য সম্পদ ।

**সহায়ক গ্ৰন্থ ঃ**

১। যতীন্দ্ৰ নাথ গোস্বামী, সম্পাদনা-কীৰ্ত্তন ঘোষা আৰু নাম ঘোষা

২। ড. মহেন্দ্ৰ বৰা-অসমীয়া কবিতাৰ ছন্দ

৩। ড. মহেন্দ্ৰ বৰা-অসমীয়া ছন্দৰ শিল্পতত্ত্ব

৪। সত্যেন্দ্ৰ নাথ শৰ্মা-অসমীয়া সাহিত্যৰ সাজ

৫। সত্যেন্দ্ৰ নাথ শৰ্মা-অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত

৬। ড. মহেশ্বৰ নেওগ-অসমীয়া সাহিত্যৰ ৰূপৰেখা

৭। ড. মহেশ্বৰ নেওগ-শ্ৰীশ্ৰী শংকৰদেৱ

৮। ড. শিৱনাথ বৰ্মণ-শংকৰদেৱ-কৃতি আৰু কৃতিত্ব

৯। জুলাই, ১৯৮৮, ত্ৰয়োদশ বছৰ, নৱম সংখ্যা-প্ৰকা

১০। পঞ্চম বছৰ, দ্বাদশ সংখ্যা, ছেপ্তেম্বৰ, ১৯৯৮-গৰীয়সী

# আজানপীৰ আৰু শংকৰদেৱ ঃ
# এটি পৰিচয়জ্ঞাপক আলোচনা

**চৈয়দা নাছেৰা হক**

মানৱ জাতিৰ কল্যাণৰ কাৰণে সময়ে সময়ে, যুগে যুগে এই পৃথিৱীত মহাপুৰুষ সকলৰ আৱিৰ্ভাৱ হয় । বিশ্বৰ প্ৰতিটো শক্তিশালী সভ্যতাৰ প্ৰাণবিন্দু হ'ল একো একোটি ধৰ্ম আৰু ধৰ্মবিলাকৰ কেন্দ্ৰবিন্দু হ'ল একো একোজন মহাপুৰুষ । পবিত্ৰ কোৰাণত আল্লাহতালাই উল্লেখ কৰিছে "নিশ্চয় মই প্ৰত্যেক সম্প্ৰদায়লৈ অন্ততঃ এজন মহাপুৰুষ প্ৰেৰণ কৰিছোঁ । নিশ্চয় মই তোমাৰ (মহম্মদৰ) আগতে বহুতো প্ৰেৰিত পুৰুষ প্ৰেৰণ কৰিছিলোঁ ।" পবিত্ৰ কোৰাণৰ এই বাণী মৰ্মে মৰ্মে উপলব্ধি কৰিব পাৰো যে হজৰত মহম্মদ (দঃ) যীশু, শ্ৰীৰাম, শ্ৰীকৃষ্ণ, গৌতম বুদ্ধ, হজৰত ইছা, হজৰত মুছা আদি ব্যক্তিসকলক কেন্দ্ৰ কৰি একোটা ধৰ্ম, একোটা সভ্যতা সৃষ্টি হৈছে বা গঢ়ি উঠিছে । একোজন মহাপুৰুষৰ আৱিৰ্ভাৱ হয় পৃথিৱীৰ অনাচাৰ অবিচাৰ প্ৰতিহত কৰিবলৈ আৰু তেখেত সকলেই মানৱ জাতিৰ কাৰণে সংস্কাৰক আৰু ত্ৰাণকৰ্তা হিচাপে পৰিগণিত হয় বা স্বীকৃতিপ্ৰাপ্ত হয় । ইছলাম ধৰ্মাৱলম্বী মুছলমান সকলে হজৰত মহম্মদে (দঃ) প্ৰচাৰ কৰা ধৰ্ম বা বাণীসমূহ যাতে হৃদয়ঙ্গম কৰিব পাৰে আৰু সত্য পথত পৰিচালিত হ'ব পাৰে তাৰ বাবে হজৰত মহম্মদৰ (দঃ) মৃত্যুৰ পাছত আউলিয়া বা পীৰসকলক বিভিন্ন ঠাইত প্ৰেৰণ কৰা হৈছিল । খৃষ্টীয় সপ্তদশ শতিকাত সুদূৰ মধ্য প্ৰাচ্যৰ বাগদাদ চহৰৰ পৰা এনে এজন মহান সাধক বা পীৰৰ অসমলৈ আগমন হৈছিল । এইজন পীৰক ছাহ মীৰাণ বা মীৰাণ ছাহ হিচাপে জনা যায় । তেখেতে শিৱসাগৰলৈ আহি গড়গাঁৱৰ ওচৰত চূণপোৰা গাৱঁত মছজিদ সাজি আজান দি সমূহীয়াকৈ নামাজ পঢ়াৰ ব্যৱস্থা কৰে আৰু এই কাৰণে তেখেত আজান ফকীৰ নামেও জনাজাত হয় । আজান ফকীৰৰ বাহিৰেও আৰু চাৰিগৰাকী পীৰ অসমলৈ আহে । তেওঁলোক হ'ল - (১) হজৰত ছাহ চৈয়দ খুশবুল ৰহমতুল্লা আলেইহী (স্বৰ্গদেউ চুহুংমুঙৰ ৰাজত্ব কাল) (২) হজৰত আলি মাচুম (ৰ) ওৰফে হাৱানপীৰ (৩) হজৰত খোন্দকাৰ পীৰ আৰু (৪) হজৰত চাহ চৈয়দ চান্দনুৰ (ৰ) (কোচ ৰজা নৰনাৰায়ণৰ ৰাজত্ব কালত) উক্তপীৰ সকলে অসমীয়া সমাজৰ মূল সুঁতিত মিলি গৈছিল আৰু আহোম ৰাজত্বৰ দিনত হিন্দু মুছলমানৰ মিলা-প্ৰীতিৰ এনাজৰীডাল কটকটীয়া হৈ বান্ধ খাইছিল ।

উল্লেখযোগ্য যে সপ্তদশ শতিকাত 'চুফীবাদ'ৰ জন্ম হয় । 'চুফীবাদ'ৰ মূলতে

আছে জাতীয়তাবোধ, সাম্প্ৰদায়িক উদাৰতা আৰু সহনশীলতা । এই শতিকাতে মহাপুৰুষদ্বয় শ্ৰীমন্ত শংকৰদেৱ আৰু মাধৱদেৱৰ পঞ্চাদশ শতিকাতে বৈষ্ণৱ ধৰ্মৰ যোগেদি প্ৰচাৰ হোৱা ভক্তি আন্দোলনৰ প্ৰভাৱ অসম তথা ভাৰতৰ বহু প্ৰান্তত বিয়পি পৰিছিল । হজৰত আজান পীৰ বাগদাদৰ পৰা ভাৰতবৰ্ষলৈ আহিছিল । পাছত আজমীৰ, দিল্লী, গৌড়দেশত কিছুদিন থাকি কামৰূপ পায়হি । তেতিয়াৰ কামৰূপ ৰাজ্যত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ গাজোত থকা হজৰত গিয়াচুদ্দিন আউলিয়াৰ দৰগাহত থাকি তেখেতে থলুৱা মানুহৰ পৰা অসমীয়া ভাষা আয়ত্ব কৰি অসমৰ জন জীৱনৰ লগত একাত্ম হবলৈ চেষ্টা কৰিছিল । বৈষ্ণৱ ধৰ্মক সুশোভিত কৰা ভক্তি দৰ্শন, চুফীবাদ উদাৰতা আৰু ইয়াৰ পৰা উদ্ভৱ হোৱা সংগীত, কাৱালীয়ে হজৰত আজান পীৰক প্ৰভাৱিত কৰে আৰু এই কলা কৃষ্টিৰ সংযোগত জিকিৰৰ জন্ম হয় । জিকিৰৰ অৰ্থ হ'ল আল্লাক স্মৰণ কৰা । এই ক্ষেত্ৰত উল্লেখ কৰিব পাৰি যে পবিত্ৰ কোৰাণ গোড়া মৌলবাদীৰ গ্ৰন্থ নহয় । ই মানৱ জাতিৰ সমূহীয়া কল্যাণৰ কাৰণে ৰচিত হোৱা এখন গ্ৰন্থ । পবিত্ৰ কোৰাণৰ বহু ঠাইত আল্লাই 'হে মানৱ জাতি' বুলিহে সম্বোধন কৰিছে । জিকিৰে ইছলামৰ ধৰ্মনীতি আৰু আল্লাৰ মাহাত্ম্য প্ৰকাশ কৰে ।

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু মাধৱদেৱে বৈষ্ণৱ ধৰ্মৰ যোগে 'এক দেৱ এক সেৱ' প্ৰচাৰ কৰি গ'ল । সুদূৰ বাগদাদৰ পৰা আহি হজৰত আজান পীৰে অসমৰ বুকুত একেশ্বৰবাদৰ বাণী শুনি আৰু ইছলাম ধৰ্মৰ প্ৰধান তত্ত্ব এক 'ৰব'ৰ অৰ্থাৎ 'এক ঈশ্বৰ'ৰ সাদৃশ্য দেখি জিকিৰৰ যোগে একে দৰ্শন প্ৰচাৰ কৰিলে । এই প্ৰচেষ্টাৰ ফলত অসমত থকা মুছলমান সকলে থলুৱা লোকৰ লগত এনেভাৱে মিলি পৰিল যে আজি এটা ধৰ্মই আনটো ধৰ্মক বাদ দিলে সম্পূৰ্ণ 'অসমীয়া' এটা জাতি বুলি চিনাকি দিব পৰা নাযাব । মধ্য যুগৰ অসম বুৰঞ্জীত হিন্দু মুছলমানৰ এই মিলাপ্ৰীতি একালে যেনেকৈ বিৰল ঘটনা আনহাতে এক গৌৰৱোজ্জ্বল অধ্যায় বুলি ক'ব পাৰি । আন এটা কথা মন কৰিবলগীয়া যে হজৰত আজান পীৰে কেৱল পবিত্ৰ কোৰাণৰ অৰ্থ বা তত্ত্ব জানিছিল এনে নহয় । তেখেতে বেদ, পুৰাণ, কীৰ্ত্তন আদিও পঢ়িছিল আৰু উভয় সম্প্ৰদায়ৰ ভিতৰতে এক গভীৰ মিলন সূত্ৰৰ সৃষ্টি কৰিছিল । আজান ফকীৰৰ জিকিৰত মানুহৰ মুখে মুখে-

*"কোৰাণে পুৰাণে*
*একে কৈ গৈছে*
*বুজিবা গিয়ানৰ লোকে ।"*

আৰৌ, *"চাৰিবেদে গিয়ানকে কয় ঐ আল্লা*

*চাৰিবেদে গিয়ানকে কয় ।"*

বৰগীত আৰু জিকিৰ অসমীয়া সমাজৰ আপুৰুগীয়া সম্পদ । হিন্দু মুছলমানৰ ধৰ্মৰ মূল বিষয়বস্তু জিকিৰত প্ৰতিফলিত হৈছে । উদাহৰণ স্বৰূপে-

*"মোৰ মনত আনভাৱ*
*নাই ঔ আল্লা,*
*মোৰ মনত ভিন পৰ*
*নাই ঔ আল্লা,*
*হিন্দু কি মুছলমান*
*একে আল্লাৰ ফৰমান*
*মোৰ মনত একেটি ভাৱ ।*
*হিন্দুকে জ্বলাব মোমিনক গাঢ়িব*
*একেখনি জমীনৰ তলত ।"*

বৰ্তমান যুগত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু হজৰত আজান পীৰৰ প্ৰাসঙ্গিকতা ইমানেই বেছি যে এই মহাপুৰুষদ্বয়ে দি যোৱা আপুৰুগীয়া সম্পদসমূহ যদি বুজিবলৈ চেষ্টা নকৰো আৰু ব্যৱহাৰ কৰিবলৈ ইচ্ছুক নহওঁ, তেতিয়া ভৱিষ্যতৰ প্ৰজন্মই নিশ্চয় ক্ষমা নকৰিব । বৰ্তমান উমি উমি জ্বলি থকা বিচ্ছিন্নতাবাদ, সাম্প্ৰদায়িকতা আদিয়ে জাতীয় সংহতি বিনাশ কৰিব খোজা অশুভ শক্তি সমূহক প্ৰতিহত কৰিবলৈ হজৰত আজান পীৰৰ জিকিৰ আৰু মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ বৰগীতক মূল অস্ত্ৰ হিচাপে লৈ অসমৰ সকলো শ্ৰেণীৰ লোক আগবাঢ়ি আহিব লাগিব । জাতীয় সংহতিৰ ভেঁটি দৃঢ় কৰিবলৈ আজি সকলোৱে সঙ্কল্পবদ্ধ হোৱাৰ সময় সমাগত ।

**সহায়ক গ্ৰন্থ ঃ**
চৈয়দ আব্দুল মালিক - আজান ফকীৰ আৰু সুৰীয়া জিকিৰ ।

# সমাজ-সংস্কৃতিৰ বাহক শ্ৰীশ্ৰীশংকৰদেৱ

পুষ্পা গগৈ

সমাজ সংস্কৃতিৰ দাপোন । সমাজক বাদ দি সংস্কৃতি জীয়াই থাকিব নোৱাৰে । সংস্কৃতিৰ দ্বাৰাই সমাজৰ পৰিচয় পোৱা যায় । সংস্কৃতিয়ে এটা জাতিৰ প্ৰগতিৰ খতিয়ান দাঙি ধৰে । সমাজ আৰু সংস্কৃতিৰ ক্ষেত্ৰত ডঃ সৰ্বেশ্বৰ ৰাজগুৰুৰ বক্তব্য উল্লেখযোগ্য ঃ

"সমাজ বা জাতিৰ গতিপথৰ নিৰ্দেশ দিয়ে সেই জাতি বা সমাজৰ সাংস্কৃতিক চিন্তাধাৰাই । সাংস্কৃতিক চিন্তাধাৰা আৰু কাৰ্য্যাৱলীৰ সমান্তৰালভাৱেই সমাজ বা জাতিও সভ্যতাৰ পথত অগ্ৰসৰ হয় ।"

*(অসমীয়া সমাজ আৰু সংস্কৃতি)*

কলা-সংস্কৃতিয়ে সামাজিক জীৱনৰ ওপৰত সুদূৰপ্ৰসাৰী প্ৰভাৱ পেলাব পাৰে । অসমীয়া সমাজ আৰু সংস্কৃতিৰ প্ৰগতিত শংকৰদেৱে জাতিৰ সামাজিক আৰু সাংস্কৃতিক দিশ উন্মোচিত কৰি ভাৰতীয় সংস্কৃতিৰ সংহতিৰ উমৈহতীয়া ইতিহাস ৰচনা কৰি থৈ গ'ল ।

পঞ্চদশ-ষোড়শ শতাব্দীত শংকৰদেৱৰ আবিৰ্ভাৱৰ কালছোৱাত জনসাধাৰণৰ সামাজিক জীৱনৰ অৱস্থা সন্তোষজনক নাছিল । সেই সময়ত জাতিগত ঐক্য আৰু সাংস্কৃতিক সমন্বয়ৰ অভাৱ ঘটিছিল । বিভিন্ন জনগোষ্ঠী, জাতি-সমাজৰ মাজত নানা বৈষম্যই গা কৰি উঠিছিল । ধৰ্মীয় লঘু চিন্তাই সামাজিকভাৱে জনজীৱনত প্ৰভাৱ পেলাইছিল । জনজীৱনৰ সমন্বয় সাধনৰ বাধাস্বৰূপ আৱেগিক তৰল চিন্তা-ধাৰণাই গা কৰি উঠিছিল । ধৰ্মৰ নামত অধৰ্মই গা কৰি উঠিছিল । তাৰে প্ৰকাশ 'দৈত্যাৰি গুৰুচৰিত'ত দেখা যায় –

*"ই কালত পূৰ্বকালে নাছিল ভকতি ।*
*নানা ধৰ্ম-কৰ্ম লোকে কৰিল সম্প্ৰতি ॥*
*নানা দেৱ পূজয়ঃ কৰয় বলিদান ।*
*হাঁস ছাগ পাৰ কাটে অসংখ্য প্ৰমাণ ॥"*

শংকৰ আৰু মাধৱৰ আৱিৰ্ভাৱৰ কথা উল্লেখ কৰি পুনৰ কৈছে –

*"সিটো লোক সমস্তক কৰিবে উদ্ধাৰ ।*
*শংকৰ মাধৱ ৰূপে ভৈলা অৱতাৰ" ॥*

নৰবলিৰ নিচিনা জঘন্যতম অধৰ্মই জনসমাজক অধোগামী কৰি তোলাৰ সময়ত 'যদা যদাহি ধৰ্মস্য গ্লানি ভৰ্বতি" বুলি গীতাত উল্লেখিত কথাষাৰ সাৰোগত কৰিয়েই যেন শংকৰদেৱৰ আৱিৰ্ভাৱ হৈছে। তেওঁৰ আৱিৰ্ভাৱ কেৱল ধৰ্মীয় জয়ৰ কথাকে কব বিচৰা নাই, অধৰ্মৰ পাৰ ভাঙি সমাজ-সংস্কৃতিৰ ক্ষেত্ৰতো এক নতুন সতেজধাৰা বোৱাই কালজয়ী ইতিহাস ৰচি থৈ গ'ল। অৱশ্যে অসমীয়া জনজীৱনৰ সামাজিক অৱস্থাৰ গাঁথনিৰ সংশোধন কৰিবৰ বাবে তীক্ষ্ণধীসম্পন্ন শংকৰদেৱে প্ৰগতিশীল চিন্তাৰ পদক্ষেপ লবলগীয়া হৈছিল।

শংকৰদেৱে সমসামযিক সমাজৰ কোনো জাতি-সম্প্ৰদায়ৰে যাতে নিজস্ব ৰীতি-নীতি, ধৰ্মীয় চিন্তা, দৰ্শন পৰম্পৰাত আঘাত নকৰে তাৰ বাবে সুচতুৰভাৱে, দূৰদৰ্শিতাৰে সমাজ সংগঠনৰ কামত অগ্ৰসৰ হৈছিল। অসমীয়া জনসাধাৰণে যাতে সহজতে তেওঁৰ মতাদৰ্শ গ্ৰহণ কৰিব পাৰে-তাৰ বাবে তেওঁ সহজ-সৰল ভাষাশৈলীৰে ভক্তি তত্ত্বৰ প্ৰচাৰ কৰিছিল।

শংকৰদেৱৰ ভক্তি আন্দোলনেই আছিল জনসাধাৰণৰ দুৰ্ভেদ্য বৈষম্য আঁতৰোৱাৰ প্ৰধান মাধ্যম। জনসাধাৰণৰ মনত সহজ কথাৰে তেওঁ ভক্তিমূলক বিভিন্ন ব্যাখ্যা, মতপ্ৰকাশ আদিৰে কেনেকৈ সামাজিক সচেতনতা বৃদ্ধি কৰি সেই অকৃত্ৰিম চেষ্টাক ব্যৱহাৰিক দিশত প্ৰযোগ কৰিবলৈ যাওঁতেই শংকৰদেৱে অসমৰ সামাজিক আৰু সাংস্কৃতিক দিশত বিভিন্ন কালজয়ী ৰচনাৰে নতুন দিশৰ উন্মেষ ঘটাই গ'ল। সাম্প্ৰদাযিক ভিত্তিত থকা বিভিন্ন জনগোষ্ঠীৰ বৈষম্যসমূহ আঁতৰাই অসমবাসীক প্ৰকৃত অসমীয়া হিচাপে নতুন জীৱন দান কৰি শংকৰদেৱে অসমৰ ইতিহাসত এক মহত্ত্ব দান কৰি থৈ গ'ল। তেওঁৰ মহত্ত্ব ফুটাই তুলিবলৈকে হয়তো তেওঁক 'অৱতাৰী পুৰুষ' আখ্যা দিয়া হয় -

*''জনগণ তাৰণ দেৱ নাৰাযণ*
*শংকৰ তাকেৰি অংশ।''*

ধৰ্মৰ নামত থকা ব্যভিচাৰী ৰীতি নীতিকে অনুকৰণ কৰি থকা অশিক্ষিত জনসমাজে বেদান্ত দৰ্শন আধাৰিত ভাগৱতৰ সাৰভাগ গ্ৰহণ কৰিব পৰাকৈ শংকৰদেৱে সহজ-সৰল, শুৱলা ভাষাত লিখি তাৰ তত্ত্ব কথা প্ৰচাৰ কৰিবলৈ অগ্ৰসৰ হ'ল। সেই সময়ত শিক্ষাৰ পোহৰৰ পৰা আঁতৰি থাকি জনগণে শাস্ত্ৰ ভাগৱতৰ সাৰ কথাৰ ভাগ লবলৈ অসমৰ্থ আছিল। কিন্তু শংকৰদেৱৰ সহজ ভাষাশৈলীৰ ভক্তি মূলক কথাই জনসাধাৰণৰ মানসিক অনুভূতিত শিহৰণ জাগৃত কৰি নতুন চিন্তাৰ উদ্ৰেক ঘটাইছিল। বিশেষকৈ শংকৰদেৱৰ প্ৰথম অভিনয় 'চিহ্ন

যাত্রা' ভাৱনাই অসমীয়া সংস্কৃতি জগতত এক অনবদ্য প্ৰভাৱ পেলাইছিল। শংকৰদেৱে যদিও সৰল চিত্ত আকৰ্ষণৰ উদ্দেশ্যে গায়ন-বায়নেৰে এই সংস্কৃতিমূলক ভাৱনাৰ সৃষ্টি কৰিছিল, অসমীয়া নাট্য জগতত অভিনয়ৰ প্ৰথম পদক্ষেপ হিচাপে এক অবিস্মৰণীয় কলাৰ নিদৰ্শন দি থৈ গ'ল।

প্ৰকৃততে, শংকৰদেৱৰ 'অংকীয়া নাট' সমূহ অসমীয়া সমাজ আৰু সংস্কৃতিৰ ক্ষেত্ৰত এক উল্লেখনীয় দান বুলি ক'ব লাগিব। নিৰ্দিষ্ট এক কলাসুলভ গদ্যশৈলীৰে এক মহত্তম চিন্তাৰ ফলশ্ৰুতি হিচাপে মহাপুৰুষজনে অংকীয়া ভাৱনাৰ সৃষ্টি কৰিছিল। অসমৰ বিভিন্ন জনগোষ্ঠীৰ জ্ঞান বুদ্ধি বিবেক বিবেচনা যথেষ্ট আছিল বাবে তেওঁ সেইকালে জনগণক আকৃষ্ট কৰিব পৰাকৈ, বিভিন্ন ৰুচি-অভিৰুচিৰ ঠেক চিন্তাচৰ্চা আঁতৰাই পেলাবলৈ, সূক্ষ্ম আনুভূতিক সুস্থ চেতনাৰ উদ্বুদ্ধ কৰি তুলিব পৰাকৈ, সম্যকভাৱে আধ্যাত্মিক চিন্তাৰ প্ৰতি আকৰ্ষিত কৰিব পৰাকৈ, স্থান-কাল-পাত্ৰ ভেদে সকলোৱে গ্ৰহণ কৰিব পৰাকৈ এক উৎকৃষ্ট আৰু অভিনৱ নাট্যশৈলী - শংকৰদেৱে অংকীয়া ভাওনাৰ জৰিয়তে সৃষ্টি কৰিছিল।

অন্যহাতে, নামঘৰ আছিল শংকৰদেৱৰ এক অনুপম সাংস্কৃতিক সৃষ্টি। মুকলিমূৰীয়াভাৱে আঁৰ-বেৰ নোহোৱাকৈ এই অনুপম সৃষ্টিৰে সকলো জনসাধাৰণৰ দ্বাৰা পৰিবেষ্টিত হৈ অভিনীত হোৱা কলা-কৌশলে শংকৰদেৱৰ সুন্দৰোপম বুদ্ধিদীপ্ত সাংস্কৃতিক মনৰ পৰিচয় পোৱা যায়। খোল-তাল, বাদ্য-যন্ত্ৰৰ দ্বাৰা সাংগীতিক অনুভূতিৰ প্ৰভাৱ হোজা মনৰ জনসাধাৰণক আকৰ্ষণ কৰিব পৰাত শংকৰদেৱৰ সুগভীৰ সামাজিক মননশীলতাৰ পৰিচয় পোৱা যায়। তেওঁৰ এই সৃষ্টিৰ প্ৰেৰণাত প্ৰকৃততে মানৱ প্ৰেমৰ এক উৎকৃষ্ট নিদৰ্শন দেখা যায়। তেওঁৰ এই মানৱ প্ৰেম অসমীয়া জনসমাজত সামাজিক সংস্কাৰমূলক মনোভাৱৰ অভিনৱ কলা। এক সাহসী পদক্ষেপ বুলি ক'ব লাগিব।

শংকৰদেৱক অন্য এক দিশত গণতান্ত্ৰিক ভাৱধাৰাৰ বাহক আৰু মানৱতাবোধৰ শ্ৰেষ্ঠ পথ প্ৰদৰ্শক বুলিব পাৰি। 'কুকুৰ শৃগাল গৰ্দভৰো আত্মাৰাম' তেওঁৰ মানৱতাবোধৰ এক নিদৰ্শন।

জাত-বিজাতৰ বিচাৰ নকৰি সাম্য ভাৱেৰে ন্যায় আৰু সমতা স্থাপন কৰিব বিচৰা শংকৰদেৱে –

*ব্ৰাহ্মণ চাণ্ডালৰ নিবিচাৰি কুল।*
*দাতাত চোৰত যাৰ দৃষ্টি এক তুল॥*

বুলি সমগ্ৰ মানৱ জাতিৰ বাবেই কাতৰ আবেদন জনাই সংস্কৃতিৰ এক নতুন সামাজিক ভেঁটি গঢ়ি তুলিছিল । এই নতুন ভেটি গঢ়াত অৰিহনা যোগাইছিল তেওঁৰ সতেজ ধ্যান-ধাৰণাই । কছাৰীৰ ৰম নাতি, মিৰিৰ পৰমানন্দ, পূৰ্ণানন্দ আৰু বলাই, গাৰোৰ গোবিন্দ আতৈ, ভোটৰ দামোদৰ, নগাৰ নৰোত্তম, যৱনৰ জয়হৰি, মুছলমানৰ চান্দ খাঁ, কৈৱৰ্ত্তৰ ধ্বজা, মণাই আৰু ৰাধিকা হীৰাৰ শ্ৰীৰাম আতা আদিক সংগঠিত কৰি বৃহত্তৰ অসমীয়া জাতি গঠনত সঁহাৰি জনাই উল্লেখ কৰিছে –

*কিৰাত কছাৰী খাচী গাৰো মিৰি*
*যৱন কঙ্ক গোৱাল ।*
*অসম মুলুক ধোবা যে তুৰুক কুবাচ*
*ম্লেচ্ছ চণ্ডাল ॥*

শংকৰদেৱৰ এই ধৰ্মীয় দৰ্শন ৰামানন্দ আৰু তেওঁৰ শিষ্য কবীৰৰ দৰ্শনৰ লগত সমন্বয় ঘটিছিল বুলি কব পাৰি । কবীৰেও জাতি গঠনত অৰিহণা যোগাই এইদৰে কৈছিল –

*'কোঈ হিন্দু কোঈ তুৰুক কহাবৈ*
*এক জমী পৰ ৰহিয়ে ।'*

শংকৰদেৱে বিভিন্ন জনগোষ্ঠীৰ গীত-মাত, বাদ্য-নৃত্য, পোছাক-পৰিচ্ছদ, আচাৰ-ব্যৱহাৰ আদিৰ সুসমন্বয় ঘটাই সংস্কৃতিৰ ভেটি জীপাল কৰি থৈ গৈছে ।

প্ৰকৃততে শংকৰদেৱৰ ভক্তি আন্দোলন আছিল গীতাত উল্লেখিত তেওঁৰ 'কৰ্মযোগী'ৰ স্বৰূপ । ভাগৱত পুৰাণ তেওঁৰ ভক্তিভাৱৰ অন্যতম প্ৰধান অৱলম্বন আছিল । তেওঁৰ দৰ্শন তত্ত্বৰ সৃষ্টি ৰহস্য–

*'শুনিয়োক সৰ্বজন কৃষ্ণত অৰ্পিয়ো মন*
*মহাভাগৱত কথাসাৰ'*

*(ভাগৱত পুৰাণ)*

বুলি 'কৃষ্ণ'ৰ নামেৰে ভাগৱতৰ সাৰভাগ সঞ্জীৱনীৰূপে জনসাধাৰণৰ মনত শুদ্ধাচাৰ আৰু সংস্কৃতিৰ যি অক্ষয় বীজ অসমীয়াৰ বাবে সিঁচি থৈ গ'ল -সেইয়াই হ'ল অসমীয়া সংস্কৃতি । শংকৰদেৱৰ দৰ্শনৰ মূল তত্ত্ব হ'ল–

*'বিশেষত মনুষ্য গণত*
*বিটো নৰে ।*
*বিষ্ণু বুদ্ধি অৱে সৰ্বদায় মান্য কৰে ।'*

এই তত্ত্ব সমূহৰ যোগেদি ধৰ্মীয় সংকীৰ্ণতা আঁতৰোৱাত শংকৰদেৱৰ আধ্যাত্মিক দৃষ্টিৰ মূল্যায়ণ যথেষ্ট গুৰুত্বপূৰ্ণ। সাম্য মৈত্ৰী ভাৱৰ প্ৰচাৰক শংকৰদেৱে নিজেই তেওঁৰ কাৰ্য্যাৱলী সমূহৰ দ্বাৰা কৰি থৈ গৈছে-

*চণ্ডালো হৰিনাম লয়ে মাত্ৰ।*
*কৰিবে উচিত যজ্ঞৰ পাত্ৰ॥*

এনে মহত্ত্ব কথাৰে শংকৰদেৱে অসূয়া, অপ্ৰীতি আঁতৰাই আধ্যাত্মিক ধ্যান-ধাৰণাৰে জনসাধাৰণক ভক্তিৰসৰ সুধা পান কৰিবলৈ সমৰ্প কৰিছিল। এইখিনিতে তেওঁ 'নাম-ধৰ্ম'ৰ অমৃত ধাৰা বোৱাই জনজীৱনৰ অধোগতিক ঊৰ্দ্ধমুখী কৰি সাংস্কৃতিক জগতৰ সঠিক দিক্ নিৰ্ণয় কৰি তুলিছিল-

*'হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে*
*প্ৰেম অমৃতৰ নদী*
*শ্ৰীমন্ত শংকৰে পাৰ ভাঙি দিলা*
*বহে ব্ৰহ্মাণ্ডক ভেদি।'*

(নামঘোষা)

অন্যহাতে, তেওঁৰ 'নাম ধৰ্ম'ক গণতান্ত্ৰিক ভাবাদৰ্শৰ এক মাধ্যম বুলি কব পাৰি। শংকৰদেৱে ইয়াৰ যোগেদি দিক বিদিক হেৰুওৱা সংস্কৃতিবিহীন জনগণৰ মাজত স্বৰ্গীয় প্ৰেমৰ সঠিক সন্ধান দিছিল।

শংকৰদেৱৰ ভক্তিৰসৰ স্বৰ্গীয় সুধা হ'ল-আত্মাশুদ্ধিৰ এক প্ৰশস্ত পথ হিচাপে তেওঁ 'এক দেৱ, এক সেৱ'কে একমাত্ৰ ভক্তিমাৰ্গ বুলি উল্লেখ কৰিছে। ধৰ্মৰ মূল প্ৰতিপাদ্য হিচাপে সেই সাৰ তত্ত্বকথাকে শংকৰদেৱে জনগণৰ মাজত প্ৰচাৰ কৰিছিল।

কলা সংস্কৃতিৰ ক্ষেত্ৰত শংকৰদেৱৰ কলাত্মক ৰুচিসম্পন্ন 'কীৰ্তন' এখাৰি গন্ধপুষ্প মালা স্বৰূপ। জনসাধাৰণৰ মনত ভক্তিৰস সৃষ্টি কৰাত 'কীৰ্তন' এখনি সাৰ্থক পুথি -যি ভক্তিৰসে জনগণৰ মনত স্বৰ্গীয় প্ৰেমৰ সুধা বিলাই তুলিব পাৰে। আৰম্ভণিতেই প্ৰণাম জনাই শংকৰদেৱে 'প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন' বুলি 'কীৰ্তন'ৰ প্ৰেমজড়িত ভক্তিৰ গুঢ় ৰহস্যৰ দ্বাৰা তেওঁৰ অসাধাৰণ পাণ্ডিত্যৰ প্ৰকাশ কৰি দেখুৱাইছে। সৰলচিন্তীয়া অসমীয়া জনগণেও সেই ভক্তিৰসত আপ্লুত হৈ 'কীৰ্তন'ৰ জয়গান গাইছে। শংকৰদেৱৰ কৰ্মই আছিল তেওঁৰ ধৰ্ম। তেওঁ ধৰ্মবাণীৰ যোগেদি জনসাধাৰণক সংস্কৃতিসম্পন্ন কৰ্মবাণীৰহে শিক্ষা দিছিল।

ড. মহেশ্বৰ নেওগৰ ভাষাত– "শংকৰদেৱৰ ধৰ্ম শিক্ষাৰ এই বিশেষত্বই তেওঁৰ কাৰ্য্যৰো বিশেষত্ব । সমাজত কোনো প্ৰকাৰৰ বিভ্ৰাট বা বিপ্লৱ ঘটাবলৈ লেশমাত্ৰও ইচ্ছা নকৰি তেওঁ জাতি ধৰ্ম নিৰ্বিশেষে যি উদ্দাৰতা দেখুৱাই ধৰ্ম প্ৰচাৰ কৰিবলে তালৈ মন কৰিলে মূৰ স্বভাৱতে তেওঁৰ চৰণলৈ দোঁ খাই যায ।"

শংকৰদেৱৰ কৰ্মবাণীয়ে সামাজিক দায়িত্বৰ কথাও সোঁৱৰাই দিয়ে । এই ক্ষেত্ৰত ড. সত্যেন্দ্ৰ নাথ শৰ্মাদেৱৰ বক্তব্য উল্লেখ কৰিব পাৰি–

"ভক্তিৰ নামত সামাজিক দায়িত্ব পৰিত্যাগ কৰি কৰ্মবিমুখ, অলপ ৰামনামীৰ ৰেখেত পৃষ্ঠপোষক নাছিল । মহাপুৰুষৰ জীৱন আৰু ৰচনাৱলীয়ে তাৰ যথেষ্ট ইঙ্গিত দিয়ে ।"

শংকৰদেৱৰ বাৰ বছৰীয়া তীৰ্থ দৰ্শনেও বিভিন্ন ঠাইৰ গুণী-জ্ঞানী পণ্ডিত সমাজৰ পৰা জ্ঞান, দৰ্শনৰ সাৰভাগ কঢ়িয়াই আনি অসমীয়া জনজীৱনৰ গাঁথনিত তেওঁ সৃষ্টিশীল উপাদানত সংস্কৃতিৰে সমল তৈয়াৰ কৰিছিল । তীৰ্থ ভ্ৰমণৰ অন্তত শংকৰদেৱৰ আধ্যাত্মিক চিন্তাই প্ৰসাৰতা লাভ কৰিছিল । 'তথাতে পাইলন্ত জ্ঞান ভকতি বিশেষ' বুলি অনিৰুদ্ধ কাযস্থই 'ভাগৱতৰ ৫ম স্কন্ধ' অনুবাদত তাৰেই উল্লেখ কৰিছে । প্ৰকৃততে 'নামঘৰ', সত্ৰ, অংকীয়া ভাওনা, বৰগীত, ভটিমা আদি তেওঁৰ সুৰুচিপূৰ্ণ সংস্কৃতিমূলক চিন্তাৰ একোটাহত নিটোল ৰূপহে মাথোন । তেওঁৰ ধৰ্মীয় তত্ত্বই তাৰে এক ধাৰা বোৱাই আনে যাৰ ফলত ধৰ্মৰ নামত থকা দোষ, কালিমা আঁতৰাই সামাজিক সংস্কাৰৰ কথাকে তেওঁ চিন্তা কৰিছিল ।

*পৰধৰ্মক নিহিংসিবা কদাচিত ।*

*কৰিবা ভূতক দাযা সকৰুণ চিত ॥*

*(ভক্তি প্ৰদীপ)*

বুলি শংকৰদেৱে ভাৰতবৰ্ষৰ সাংবিধানিক সৰ্বধৰ্মৰ সমতাৰ কথাকে কৰ বিচাৰে । ইযাৰ ফলত আজি পাঁচশ বছৰৰ আগতে সকলো গুণসম্পন্ন ব্যক্তিজনাক

*'জয় গুৰু শংকৰ সৰ্ব গুণাকৰ*

*যাকেৰি নাহিকে উপাম'* বুলি মহাপুৰুষ আখ্যাৰে বিভূষিত কৰা হয় । ধৰ্মৰ তত্ত্বমূলক সাৰ কথাৰে যিজনে বিভিন্ন মানৱগোষ্ঠী একীভূত কৰি অসমীয়া সমাজক এটা বৃহৎ জাতি হিচাপে বৈচিত্ৰ্যপূৰ্ণ অসমীয়া সংস্কৃতি গঢ়ি তোলাত এক মহত্বপূৰ্ণ অৰিহণা যোগালে । সেইজনা শংকৰদেৱে মহিমামণ্ডিত সামাজিক আৰু সাংস্কৃতিক কৰ্মৰাজিয়ে অসমীয়া জাতীয় জীৱনত সুদূৰপ্ৰসাৰী প্ৰভাৱ

পেলাবলৈ সক্ষম হৈছিল। তেওঁৰ ধৰ্মীয় দৰ্শনে সাংস্কৃতিক বীজ ৰোপন কৰিছিল। তেওঁৰ ধৰ্মৰ তত্ত্বকথাই উদাৰ মনোভাৱৰহে পৰিচয় দিছিল।

প্ৰকৃততে, ধৰ্মৰ সংস্কৃতি অঙ্গাঙ্গীভাৱে বিৰাজমান। ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণৰ ভাষাত-"It (Dharma) is a culture, more than a creed."

ধৰ্মই সংস্কৃতিৰ প্ৰচাৰ কৰে। গতিকে শংকৰদেৱো তাৰ ব্যতিক্ৰম নাছিল। শংকৰদেৱৰ প্ৰচাৰিত ধৰ্মই সংস্কৃতিৰ বাহক হিচাপে অসমীয়া জাতিৰ অসমীয়া সমাজৰ ইতিহাস স্মৰণীয় কৰি থৈ গ'ল।

"মধ্যযুগত নৱ বৈষ্ণৱ ধৰ্মই ধৰ্ম প্ৰচাৰৰ লগতে ব্যাপক আৰু গভীৰভাৱে সাংস্কৃতিক কাৰ্য্যৰ আঁচনি লৈছিল। ইয়াৰ ফলত বিভিন্ন গোষ্ঠীৰ লোক আকৰ্ষিত হৈ নৱ বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰাৰ উপৰিও অসমীয়া জাতি আৰু সংস্কৃতিও অধিক সুস্থ, অধিক শক্তিশালী আৰু অধিক বৈচিত্ৰ্যপূৰ্ণ হৈ উঠিছিল।"

*(ইতিহাসৰ পাত মেলি)*

**সহায়ক গ্ৰন্থপঞ্জী ঃ**


১। ডিম্বেশ্বৰ নেওগ-যুগনায়ক শংকৰদেৱ

২। বাপচন্দ্ৰ মহন্ত-ঐতিহাসিক পটভূমিত মহাপুৰুষ শংকৰদেৱ

৩। ডঃ সৰ্বেশ্বৰ ৰাজগুৰু-ইতিহাসৰ পাত মেলি (১ম খণ্ড)

৪। শিৱনাথ বৰ্মণ-শ্ৰীমন্ত শংকৰদেৱ -কৃতি আৰু কৃতিত্ব

# অসমীয়া জাতীয় জীৱনৰ স্বৰ্ণসৌধ নিৰ্মাতা ঃ শ্ৰীমন্ত শংকৰদেৱ

স্নেহলতা বৰুৱা

সংস্কৃতি এটা জাতিৰ জাতীয় স্পন্দন স্বৰূপ। স্পন্দনহীন মানৱদেহৰ যিদৰে মূল্য নাথাকে সংস্কৃতি বিহীনমানৱ সমাজৰ কোনো পৰিচয় নাথাকে। একোটা জাতিৰ জাতীয় জীৱন প্ৰতিবিম্ব প্ৰতিফলিত হয় সংস্কৃতি নামৰ দাপোনখনিত। সেয়ে এক কথাত ক'বলৈ হ'লে এটা জাতিৰ সামগ্ৰিক পৰিচয়েই সংস্কৃতি।

মানৱ সভ্যতাই জ্ঞানৰ পোহৰত বাট বোলাৰ দিনৰে পৰা উন্নতিৰ জখলাত বগাই আজি সাংস্কৃতিক বিকাশৰ চৰম পৰ্য্যায়ত উপনীত হৈছেহি। উল্লেখযোগ্য পৃথিৱীৰ প্ৰত্যেক মানৱ সভ্যতাৰেই নিজস্ব জাতিগত সাংস্কৃতিক আত্মপৰিচয় আছে। সেইদৰে অসমীয়া জাতিৰো স্বকীয় ঐতিহ্য আৰু বৈশিষ্ট্যৰে মহিমামণ্ডিত এক জাতীয় আত্ম পৰিচয় আছে। আজি বিশ্বদৰবাৰত গৌৰৱান্বিত হ'ব পৰাকৈ এক বৈচিত্ৰ্যময় সাংস্কৃতিক জাতি সত্বাৰে অসমীয়া সংস্কৃতিক প্ৰাণ প্ৰতিষ্ঠা কৰা মহান ব্যক্তিগৰাকী হ'ল মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ। সেয়ে কোনো কোনো পণ্ডিতে অসমীয়া সংস্কৃতিক বহুসময়ত শংকৰী সংস্কৃতি বুলিও নামকৰণ কৰিছে।

ড. প্ৰহ্লাদ কুমাৰ বৰুৱাই 'শ্ৰীমন্ত শংকৰদেৱ আৰু অসমীয়া সংস্কৃতি' সম্পৰ্কে দিয়া 'চিন্তাৰ আভাষ'ৰ এটি বক্তব্য অনুসৰি 'সংস্কৃতি হৈছে এটা জাতিৰ সুকুমাৰ ৰুচিবোধ। এই ৰুচিবোধটোৱেই সংস্কৃতিৰ গতি নিয়ন্ত্ৰণ কৰে। শ্ৰীমন্ত শংকৰদেৱে এনে এটা ৰুচিবোধকেই গঢ় দিলে যিটো ৰুচিবোধে সেই সময়ৰ অসমৰ বিভিন্ন জনগোষ্ঠীৰ বিচ্ছিন্ন মানসিকতাক এক কৰি সুকুমাৰ সাধনাৰ দ্বাৰা এটা অসমীয়া জাতিৰ প্ৰাণ প্ৰতিষ্ঠা কৰিলে। এই একক অসমীয়া জাতিৰ প্ৰাণ প্ৰতিষ্ঠাতেই অসমীয়া সংস্কৃতিয়ে বিশালতাৰে আৰু গভীৰতাৰে গতিধৰ্মিতা লাভ কৰাৰ সুচলতা পালে।'

সংস্কৃতিক যদি এখন সাগৰ বুলি ধৰা হয়, উপাদান সমূহ হ'ব নদী-মহানদী। নদী-মহানদী বৈ গৈ সাগৰক যিদৰে গভীৰতা আৰু বিশালতা দান কৰে, অসমীয়া সংস্কৃতিৰ সাগৰখনলৈ সৰ্বগুণৰ অধিকাৰী শংকৰদেৱে গীত, নাট, কবিতা, পদ যোৰা ৰচি ভাগৱত-পুৰাণৰ অনুবাদমূলক গ্ৰন্থৰ জৰিয়তে আধ্যাত্মিক ভাৱনাৰ ঢল বোৱাই অধিক গভীৰ আৰু বিশাল কৰি তুলিলে, যাৰ তুলনা আজি সমগ্ৰ জগততে পাবলৈ নাই।

মহাপুৰুষ শংকৰদেৱে একেধাৰে ধৰ্ম প্ৰবৰ্তক, কৃষ্ণৰ পৰমভক্ত, সমাজ-সংস্কাৰক, সংগঠক, সাহিত্যিক, নাট্যকাৰ, কবি, সংগীতজ্ঞ, চিত্ৰকৰ, অভিনেতা, সুৰকাৰ আদি বহুমুখী প্ৰতিভাৰ গৰাকী । উক্ত প্ৰতিভা বিকাশত সোণত সুৱগা চৰাইছিল তীৰ্থ ভ্ৰমণৰ অভিজ্ঞতাই, অভেদ্য আত্মা স্বৰূপ পৰম শিষ্য মাধৱদেৱৰ সহযোগিতাই আৰু তপস্বিনী আই খেৰসুতীৰ ত্যাগ আদিয়ে । এইগৰাকী মহান সাধকৰ অপাৰ গুণ-গৰিমা সাগৰৰ পৰা এটোপাল পানী তুলি আনি সাগৰৰ বিশালতাৰ উমান দিয়াৰদৰে গুৰুজনাৰ বিশাল সাংস্কৃতিক বিপ্লৱ এটি অসমীয়া জাতীয়জীৱনৰ স্বৰ্ণসৌধ ।

অতি প্ৰাচীন কালৰ স্থাপত্য, ভাস্কৰ্য আৰু কিছুমান পুথিৰ পৰা প্ৰাচীন কামৰূপৰ সাংস্কৃতিক পটভূমিৰ উমান পোৱা যায় । সেই পটভূমি লক্ষ্য কৰিলে দেখা যায় প্ৰাচীন কামৰূপ বা অসমৰ সমাজখন পৰিচালিত হৈছিল ধৰ্মক কেন্দ্ৰ কৰি আৰু এই ধৰ্মসমূহে প্ৰায় ডেৰ হাজাৰ বছৰ ধৰি সমাজত প্ৰভাৱ বিস্তাৰ কৰিছিল । শাক্ত, শৈৱ আৰু বৈষ্ণৱ আদি বিভিন্ন ধৰ্মীয় বিশ্বাসবোৰ সমাজত বিভিন্ন ধৰণে বিস্তৃতি লাভ কৰিছিল । নানা তন্ত্ৰ-মন্ত্ৰ, যাগ-যজ্ঞ, পূজা-পাতাল, বলি-বিধান আনকি নৰবলিৰ দৰে প্ৰথাই সমাজত বিভ্ৰান্তিৰ সৃষ্টি কৰিছিল । আনহাতে বহুজাতিক বৈচিত্ৰ্যৰে ভৰপূৰ অসম চুতীয়া, কছাৰী, মৰাণ, কোঁচ, আহোম আনকি সৰু সৰু শাখাই (নগা আৰু ভূঞা) বিভিন্ন ৰাজতন্ত্ৰৰ অধীনত খণ্ড-বিখণ্ড হৈ পৰিছিল । এনে ৰাজনৈতিক বিচ্ছিন্নতা আৰু ধৰ্মীয় অৰিয়া-অৰিৰ ফলত অসমৰ সমাজ জীৱন সামগ্ৰিক ভাৱে স্থবিৰ হৈ পৰিছিল, আৰু এনে সংঘাতপূৰ্ণ সময়খিনিতে আবিৰ্ভাৱ মহাপুৰুষ শংকৰদেৱৰ । শংকৰদেৱে সমসাময়িক সমাজখনৰ ৰাজনৈতিক অস্থিৰতা, ধৰ্মীয় বিশৃংখলতা আৰু সাংস্কৃতিক স্থবিৰতা এই সকলোবোৰ অন্তঃকৰণেৰে অনুধাৱন কৰিছিল আৰু কেনেকৈ শান্তি-সম্প্ৰীতিৰে ভৰপূৰ এখন প্ৰগতিশীল সমাজ প্ৰতিষ্ঠা কৰিব পাৰি তাৰ উপায় উদ্ভাৱন কৰিছিল 'এক শৰণ ভাগৱতী নৱবৈষ্ণৱ ধৰ্ম' প্ৰৱৰ্তনৰ জৰিয়তে ।

খ্ৰীষ্টীয় চতুৰ্দশ পঞ্চদশ শতিকালৈকে উত্তৰ ভাৰত, দক্ষিণ আৰু পশ্চিম ভাৰতত বৈষ্ণৱ আন্দোলনে দেখা দিছিল যদিও ব্যাপকভাৱে বিস্তৃতি লাভ কৰিব পৰা নাছিল । কিন্তু পঞ্চদশ শতিকাৰ পৰা ষোড়শ শতিকাৰ ভিতৰত বৈষ্ণৱ আন্দোলনে প্ৰবলভাৱে জাগৰণ আনিবলৈ ধৰিলে । বৈষ্ণৱ আন্দোলনে যি সময়ত ভাৰতত জাগৰণ আনিছিল সেইসময়ত মহাপুৰুষ শংকৰদেৱে ভাৰতৰ বিভিন্ন তীৰ্থসমূহ ১২ বছৰ ধৰি ভ্ৰমণ কৰিছিল । গুৰুজনাৰ এই বাৰ বছৰীয়া তীৰ্থ ভ্ৰমণে এহাতে বিভিন্ন সাধু-সন্তৰ সংস্পৰ্শ আৰু বৈষ্ণৱ সম্প্ৰদায়ৰ ক্ৰিয়াকলাপ ভক্তিমাৰ্গ

আদিয়ে আধ্যাত্মিক জীৱন গঢ় দিয়াত সহায় কৰে আৰু আনহাতে নানান সম্প্ৰদায়ৰ কাৰ্যকলাপ দৰ্শনে গুৰুজনাৰ নৱ নৱ সৃষ্টিত অৰিহণা যোগায় । অসমৰ পৰিবেশ পৰিস্থিতি আৰু সমাজ জীৱনৰ লগত খাপ খুৱাই ভাগৱত পুৰাণৰ পৰা সৎসঙ্গ, গীতাৰ পৰা একশৰণ আৰু পদ্ম পুৰাণৰ সহস্ৰ নাম খণ্ডৰ পৰা উপাদান গ্ৰহণ কৰি প্ৰৱৰ্ত্তন কৰে-'এক শৰণ ভাগৱতী নৱবৈষ্ণৱ ধৰ্ম' আৰু এই নৱবৈষ্ণৱ ধৰ্মক কেন্দ্ৰ কৰিয়ে শংকৰদেৱে আৰম্ভ কৰে এক অবিৰত সাংস্কৃতিক যাত্ৰা ।

একশৰণ ভাগৱতী নৱবৈষ্ণৱ ধৰ্মৰ মূল তত্ত্ব গুৰু, দেৱ, নাম আৰু ভকত । নৱবৈষ্ণৱ ধৰ্মৰ মূল দৰ্শনো ভাগৱত পুৰাণ, গীতা, বেদ, উপনিষদ আদিৰ সৈতে একে । মহাপুৰুষ শংকৰদেৱে এই দাৰ্শনিক জটিল তত্ত্ব কথাৰে প্ৰকাশ কৰা নাই । সৰ্বসাধাৰণৰ বোধগম্য হোৱাকৈ কাব্যকলাৰ ৰসতত্ত্বৰ মাজেৰে প্ৰকাশ কৰিছে ।

নৱ বৈষ্ণৱ ধৰ্মই অতীতৰ পৰা চলি অহা কু-সংস্কাৰ, তন্ত্ৰ-মন্ত্ৰ, যাগ-যজ্ঞ, পূজা-পাতালৰ পৰিবৰ্ত্তে নামধৰ্ম প্ৰবৰ্ত্তন কৰিলে । ধৰ্মৰ জৰিয়তে গুৰু জনাই প্ৰচাৰ কৰিলে যে নৱ বৈষ্ণৱ ধৰ্মত অস্পৃশ্যতা আৰু জাতিভেদ প্ৰথাৰ স্থান নাই, উচ্চ-নীচৰ ভেদভাৱ নাই । ফলত চিৰদিন সমাজত প্ৰচলিত হৈ অহা জাতিভেদ প্ৰথাৰ উৎপীড়নৰ অন্ত পৰিল । নৱবৈষ্ণৱ ধৰ্মৰ মূল সত্য, দয়া, ক্ষমা, অহিংসা, পৰোপকাৰ, প্ৰেম, সমজ্ঞান, সমদৃষ্টি আৰু ভক্তি সমাজত ঐক্য সংহতি ৰক্ষাৰ হকে এনেবাণী প্ৰচাৰ কৰিবলৈ ধৰিলে । প্ৰত্যেক গাৱঁতে নামঘৰ আৰু ধৰ্মৰ উচ্চ চিন্তা-চৰ্চাৰ কাৰণে একোখন সত্ৰ স্থাপন কৰিলে । তাত কিৰাত, কছাৰী, খাচী, গাৰো, মিৰি, যৱন, কঙ্ক, গোৱাল, অচম, মলুক, ৰজক, তুৰুক, কুবাচ, ম্লেচ, চণ্ডাল সকলোকে একশৰণ ভাগৱতী ধৰ্মত দীক্ষিত কৰি নামঘৰত প্ৰবেশাধিকাৰ পথ প্ৰসস্ত হ'ল ।

নামঘৰেই হ'ল গুৰুজনাৰ সাংস্কৃতিক যাত্ৰাৰ অন্যতম সোপান । বৰদোৱাত প্ৰথম নামঘৰ স্থাপনৰ লগে লগে এই যাত্ৰা কাৰ্যকৰী হৈ উঠে । নামঘৰ যেন ভক্ত সকলৰ তীৰ্থস্থান আৰু বৈকুণ্ঠৰ প্ৰতীক । নামঘৰ হৰিনাম চৰ্চাৰ একপক্ষীয় অনুষ্ঠান হৈ নাথাকিল । ই হৈ পৰিল জাতীয় ৰঙ্গমালা । জন্মোৎসৱ পতা, জন্মাষ্টমী পতা, নাম প্ৰসঙ্গ, খোল প্ৰসঙ্গ কৰা, ভাওনা পতা, ভাও দিবলৈ শিকোৱা, তাৰোপৰি দেউৰী বিলনীয়া, পাঠচাৰ্য্য, নামাচাৰ্য্য গণতান্ত্ৰিকভাৱে নিৰ্বাচন কৰা, গাৱৰ বাইজৰ বিভিন্ন সমস্যা নিষ্পত্তি কৰা আদি সকলো কাৰ্য কৰিবলৈ লোৱা হ'ল । নামঘৰত গাওঁ উন্নয়নৰ যি প্ৰসংগ সেয়াই আজিৰ পঞ্চায়তীৰাজ ব্যৱস্থা বুলিব পাৰি । জাতি বৰ্ণ বিচাৰ নকৰি যোগ্যতাৰ ভিত্তিতহে বিভিন্ন বিষয়বাব দিয়াৰ ব্যৱস্থা কৰা হ'ল । বৰ্তমান অসমৰ ২৫,০০০ খন গাৱঁত ২৫,০০০ টা নামঘৰ আছে আনকি চুবুৰীয়ে

প্রতি একোটাকৈ নামঘৰো আছে। নামঘৰক কেন্দ্ৰ কৰি একোখন সমাজ সংগঠিত হোৱাৰ উপৰিও সামাজিক ঐক্য আৰু সংহতি সাধিত হৈ আছে। জাতীয় সংস্কৃতিৰ এই যাদু ঘৰত সকলো অনুষ্ঠানতে জাতি-বৰ্ণ সম্প্ৰদায় নিৰ্বিশেষে সকলো শ্ৰেণীৰ লোকে সমানে অংশ গ্ৰহণ কৰিব পাৰে। কেৱল নামঘৰ আৰু সত্ৰৰ যোগেদিয়েই সমাজৰ সকলোটিক সমঅধিকাৰে জীয়াই থকাৰ সমমৰ্যদা দি অসমবাসীৰ সম্প্ৰীতিপূৰ্ণ এখন সমাজ ৰচনাৰ যি অভিনৱ পন্থা শংকৰদেৱে প্ৰবৰ্তন কৰিলে ভাৰতবৰ্ষৰ উপৰিও পৃথিৱীৰ আন ঠাইতো দেখিবলৈ পোৱাটো বিৰল।

শংকৰদেৱৰ ভক্তি আন্দোলনৰ লগে লগে অসমীয়া সাহিত্যত নতুন যুগৰ সূচনা হয়। গুৰুজনাই পুথিবোৰ তিনিটা ভাষাত লিখিছিল-সংস্কৃত, অসমীয়া আৰু ব্ৰজাবলী। সংস্কৃতিৰ দুৰ্বোধ্য শাস্ত্ৰবোৰ ভাঙি থলুৱা ভাষাত সৰ্বসাধাৰণৰ বোধগম্য হোৱাকৈ ৰচনা কৰিছিল। মৈথিলী ভাষাৰ লগত অসমীয়া আৰু পশ্চিমা হিন্দীৰ সংমিশ্ৰণ ঘটাই নাট আৰু গীতৰ গাম্ভীৰ্য বৃদ্ধি কৰাৰ উদ্দেশ্যেৰে ব্ৰজাবলী নামৰ এক কৃত্ৰিম ভাষাত সৃষ্টি কৰি লৈছিল। শংকৰদেৱৰ সাহিত্যিক অৱদান সমূহ অংকীয়া নাট, গীত, কাব্য, নাম প্ৰসংগ, অনুবাদমূলক আৰু ভক্তি প্ৰকাশক গ্ৰন্থ এনেদৰে ভাগ কৰিব পাৰি। শংকৰী সাহিত্যৰ কীৰ্তিস্তম্ভ হ'ল 'কীৰ্ত্তন ঘোষা'। অসমীয়া জাতিৰ আধ্যাত্মিক জগতত 'কীৰ্ত্তনে' সুকীয়া আসন লাভ কৰিছে। অসমীয়া সমাজত এইখনিৰ স্থান বেদশাস্ত্ৰৰ সমতুল্য। গোঁসাই ঘৰত কীৰ্ত্তন খনি সজাই থোৱাৰ উপৰিও সকাম-নিকামত 'কীৰ্ত্তন' আগত ৰাখিয়েই কাম সম্পন্ন কৰা হয়। গভীৰ দৰ্শন তত্ত্বৰে ভৰপূৰ হোৱা বাবে শ্ৰীমদ্ভাগৱত গীতাখন পৃথিৱীৰ ২১টা ভাষালৈ অনূদিত হোৱা দেখা গৈছে।

বৰগীত সমূহো মহাপুৰুষ জনাৰ আন এক মহৎ সৃষ্টি। গীত সমূহৰ মাধুৰ্য আৰু গাম্ভীৰ্যই সৰ্বসাধাৰণৰ মন প্ৰাণ আপ্লুত কৰিছিল। গীত সমূহ উচ্চ আধ্যাত্মিক ভাবসম্পন্ন হোৱাৰ উপৰিও ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ দৰে ৰাগ-তালেৰে সংযোজিত। বৰগীতৰ উচ্চ আধ্যাত্মিক ভাবৰ প্ৰতি লক্ষ্য ৰাখি ইংৰাজ কবি Herrickৰ দৰে ড. বাণীকান্ত কাকতিয়ে বৰগীত সমূহ Noble Number বুলিছে। ৰাগ, তাল আৰু উচ্চ আধ্যাত্মিক ভাবৰ বাবে সেয়ে বৰগীতসমূহ অসমীয়া সাহিত্যত এক সুকীয়া স্থান আছে।

মহাপুৰুষ শংকৰদেৱেই অসমীয়া সাহিত্যত নাট্যকলাৰ জন্মদাতা। গুৰুজনাৰ পূৰ্বে নাটক বুলি স্বয়ং সম্পূৰ্ণ এবিধ কলা নাছিল। নাটক ৰচনাত শংকৰদেৱে ভৰতৰ নাট্যশাস্ত্ৰৰ নীতি-নিৰ্দেশনা মানি চলিছে। সেয়ে নাট সমূহত ভৰতৰ নাট্য শাস্ত্ৰই উল্লেখ কৰা মতে জ্ঞান, বিদ্যা, ন্যায়, কৰ্ম, যোগকলা আদি

সকলোবস্তুৰ সমাবেশ ঘটাইছে। ইয়াৰ উপায় নৱবিধ ভক্তিৰ সমাবেশ ঘটাই ভক্তিক শ্ৰেষ্ঠ আসন দিয়া হৈছে। পৰম ৰস নিহিত এই নাট সমূহক পঞ্চমবেদ বুলিও কোৱা হয়। এই নাটসমূহ আজিও বিভিন্ন উৎসৱ-পাৰ্বনত অনুষ্ঠিত হৈ আহিছে।

ভাওনা গুৰুজনাৰ একক আৰু অনন্য সৃষ্টি। অভিনয়, মুকলি ৰঙ্গমঞ্চ, সাজ-সজ্জা, গীত-নৃত্য, বাদ্য-যন্ত্ৰ আদিৰ প্ৰয়োগে ভাওনাক পৃথিৱীৰ কলাসম্পন্ন আন অনুষ্ঠান সমূহৰ পৰা আঁতৰাই ৰাখিছে। অসমীয়া সংস্কৃতিৰ ভঁৰালত সেয়ে ই মানিকী মাধুৰী হৈ চিৰদিন জিলিকি থাকিব।

অসমীয়া সংস্কৃতি জগতলৈ শংকৰদেৱৰ সত্ৰীয়া নৃত্য যদিও ধ্ৰুপদী আৰ্হিৰে পৰিশোধিত ৰূপ তথাপি জনসাধাৰণৰ মাজত এই নৃত্যই সুকুমাৰ ৰুচিবোধ এটা গঢ়ি তুলিলে। বিভিন্ন সত্ৰ সমূহত সংৰক্ষিত হৈ থকা এই নৃত্যই জনপ্ৰিয়তাৰ শীৰ্ষত আহি কেৱল সুকুমাৰ ৰুচিবোধৰ বাবেই আন্তঃৰাষ্ট্ৰীয় খ্যাতি লাভ কৰিবলৈ সক্ষম হৈছে।

বাদ্য যন্ত্ৰসমূহতো শংকৰদেৱে নতুনৰ বুলনি আনে। পূৰ্বৰ মঞ্জিৰা আৰু খুটি তালক মাৰ্গীয় গীত আৰু নৃত্যৰ লগত জড়িত কৰি নতুনত্ব আৰোপেৰে ইয়াৰ মৰ্য্যদা বৃদ্ধি কৰে। ভোৰতাল আমদানি কৰি আনি গীত আৰু নৃত্যৰ গাম্ভীৰ্য দুগুণে বঢ়াই তোলে। তেনেদৰে খোল, মৃদংগ আদিও নৃত্য-গীতৰ লগত সংযোগ কৰি গীত-নৃত্য সমূহ অধিক সাৱলীল আৰু সুন্দৰ কৰি তোলে।

স্থাপত্য আৰু ভাস্কৰ্যৰ ক্ষেত্ৰতো গুৰুজনাৰ মহৎ উদাৰীকৰণ দৃষ্টিভংগী প্ৰকাশ পোৱা দেখা যায়। এই দুয়োবিধ শিল্পৰ প্ৰতি পূৰ্বৰ সমাজত যি ধাৰণা আছিল শংকৰদেৱে তাক সলনি কৰি পেলালে। নামঘৰত প্ৰয়োজন হোৱা সামগ্ৰী সমূহ যেনে - সিংহাসন, গছা, ঠগী, কৰণি, শৰাই, বয়নশিল্প, কাঠৰ বস্তু, বাঁহ-বেতৰ বস্তু, কঁহাৰ-কমাৰৰ বস্তু, পুথি চিত্ৰ, হাতে লিখা পুথি আদি নামঘৰৰ থাপনাৰ কাষত স্থান দিয়াৰ লগে লগে ইবোৰৰ মৰ্য্যাদা বৃদ্ধি পালে। ফলত এনে বৃত্তিধাৰী লোকসকলবো সামাজিক মৰ্য্যাদা বৃদ্ধি পায়। গাঁৱে গাঁৱে নামঘৰ প্ৰতিষ্ঠা হোৱাত গাওঁভিত্তিকৰ উপৰিও আঞ্চলিক ভিত্তিতো এই বস্তবোৰৰ প্ৰয়োজন হৈ পৰিল। আৰু ব্যাপক হাৰত এইবোৰবো সংস্কৃতিৰ পথাৰখন আৰু বিশাল কৰি তুলিলে।

ধৰ্ম, সাহিত্য, সংগীত, নৃত্য, বাদ্য-যন্ত্ৰ, চিত্ৰশিল্প, স্থাপত্য-ভাস্কৰ্য্য, নাট, ভাওনা, অভিনয়, নামঘৰ আৰু সত্ৰ আদি সৃষ্টিৰে পুনৰ্বিক পৰিশোধনৰদ্বাৰা নতুনত্ব আৰোপ কৰি পূৰ্বৰ অসমীয়া সাংস্কৃতিক চেতনাৰ নানান উপপথবোৰ মিলাই অসমীয়া সংস্কৃতিৰ প্ৰকৃত পথটো নিৰ্মাণ কৰি অসমীয়া জাতিৰ জীৱনত শংকৰদেৱে যি স্বৰ্ণযুগৰ সূচনা কৰিলে-ইয়াৰ বাবে শংকৰদেৱ চিৰস্মৰণীয় হৈ ৰ'ব।

সাম্প্ৰতিক বিশ্বদৰবাৰত অসমীয়া সংস্কৃতিৰ ঐতিহ্য[illegible] পৰিচয় কেৱল শংকৰদেৱৰ জৰিয়তে দিলেই নহ'ব, বিভিন্ন সমস্যাৰে জৰ্জৰিত বিপৰ্যস্ত [illegible] জাতীয় জীৱনত গুৰুজনাৰ বাণী প্ৰচাৰ কৰি পুনৰ বৃহৎ অসমীয়া সমাজখন সু-সংগঠিত কৰি প্ৰগতিশীল চিন্তা-ধাৰাৰে শান্তি-সম্প্ৰীতি অক্ষুন্ন ৰাখিবলৈ চেষ্টা কৰিলেহে আমাৰ জাতীয় জীৱনত স্বৰ্ণসৌধ নিৰ্মাণ হব।

প্ৰসংগ পুথি ঃ

১। ড. প্ৰহ্লাদ কুমাৰ বৰুৱা-চিন্তাৰ আভাস

২। ড. সত্যেন্দ নাথ শৰ্মা-অসমীয়া সাহিত্যৰ ইতিবৃত্ত

৩। শংকৰদেৱ সংঘৰ দ্বাৰা প্ৰকাশিত-মণিকাঞ্চন

# শংকৰদেৱৰ অংকীয়া নাট ঃ এক সাহিত্যিক মূল্যায়ণ

আকাশবন্তি গগৈ

পৃথিবীৰ প্ৰায়বোৰ দেশৰে নাট্য সাহিত্যৰ বুৰঞ্জী লুটিয়ালে দেখা যায় যে প্ৰত্যেক দেশতে নাট্যাভিনয় বা নাটকৰ প্ৰচলন গঢ়ি উঠিছে ধৰ্মীয় উৎসৱ পাৰ্বণ সমূহক কেন্দ্ৰ কৰি আৰু তাৰ বীজ কঢ়িয়াই আনিছে উপাস্য দেৱতাৰ গুণানুকীৰ্ত্তন, অনাখৰী চহা কবিৰ কেতবোৰ গীত আৰু নৃত্যই । প্ৰাচীন গ্ৰীচত নাটৰ প্ৰচলন হৈছিল ডাইনুছিয়াচ দেৱতাৰ পূজা অৰ্চনাক কেন্দ্ৰ কৰি । দেৱতাৰ পূজাৰ অৰ্থে ছদ্মবেশধাৰী ভক্ত সকলে যি নৃত্য গীত কৰিছিল তাৰ লগত যেতিয়া সংলাপৰ সংযোজন হ'ল তেতিয়াই তাৰ নাম হ'ল অৰ্থাৎ নাটক । সেইদৰে বৈদিক যুগতো নৃত্য-গীতৰ জৰিয়তে (দুটা দল ক্ৰমে ইন্দ্ৰ আৰু মৰুৎ আৰু তেওঁলোকৰ অনুচৰ ৰূপে) অভিনয় কৰিছিল বুলি ঋকবেদত উল্লেখ আছে । (ঋকবেদৰ প্ৰথম মণ্ডলৰ ১৬৫, ১৭০ সংখ্যক ইন্দ্ৰ-মৰুৎ যুক্ত) লুইছ ৰেনোৱেও লিখিছে যে বৈদিক বলি-বিধান কাৰ্য্য একপ্ৰকাৰ অভিনয়ৰ মাধ্যমেৰে সম্পাদন কৰা হৈছিল । তাতে সংগীত, অভিনেতা আৰু সংলাপ আছিল । ভৰত মুনিৰ নাট্য শাস্ত্ৰও (খৃঃপূঃ ২০০ অব্দ) কাৰ্য্যতঃ দুজন পৰম দেৱতা শিৱ আৰু ব্ৰহ্মাৰহে নাট্য শিক্ষাৰ ফল বুলিয়ে জনা যায় । অসমতো শিৱ পূজাক আলম কৰি মন্দিৰসমূহত চলি থকা দেৱদাসী নৃত্য, বেউলা-লক্ষীন্দৰৰ কাহিনী আৰু সৰ্পদেৱী মনসাৰ মাহাত্ম্য বৰ্ণনাক উপজীব্য কৰি চলি থকা ওজাপালি আৰু প্ৰচলিত পুতলা নাচক অসমীয়া নাট্যকলাৰ পিতা-পিতামহ আখ্যা দিব পাৰি । এইবোৰ প্ৰকৃতাৰ্থত নাটক নাছিল যদিও নৃত্য, গীত অভিনয় আৰু মাজে মাজে সংলাপৰ প্ৰয়োগেৰে নাটকৰ নিকটতম স্থান লাভ কৰিছিল ।

অসমত নাট্যকলাই প্ৰকৃতাৰ্থত প্ৰাণ পাই উঠে খৃষ্টীয় ষষ্ঠদশ শতিকাত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ হাতত । এই ক্ষেত্ৰটো মূল লক্ষ্য আছিল ধৰ্মীয় আদৰ্শ প্ৰচাৰ আৰু প্ৰসাৰ । ইতিমধ্যেই বৈষ্ণৱ ধৰ্মৰ এক শৰণ নামধৰ্মৰ প্ৰৱৰ্ত্তন কৰি জনতাৰ মাজত বৈষ্ণৱ ধৰ্মৰ আদৰ্শ আৰু বিষ্ণু তথা তেওঁৰ পূৰ্ণ অৱতাৰ শ্ৰীকৃষ্ণৰ মাহাত্ম্য প্ৰচাৰকে জীৱনৰ ব্ৰত বুলি মানি শংকৰদেৱে 'ৰুক্মিণী হৰণ' 'ভক্তি প্ৰদীপ'কে আদি কৰি কেইবাখনো বিষ্ণুৰ মাহাত্ম্য প্ৰকাশক কাব্য ৰচনা কৰিছিল । পিছে তেওঁ বুজিব পাৰিছিল যে এক সৰ্বাত্মক ধৰ্মীয় আন্দোলনৰ বাবে কেৱল কাব্য ৰচনাই যথেষ্ট নহয়, যদি সৰ্বসাধাৰণ ৰাইজকো বিভিন্ন আকৰ্ষণীয় মাধ্যমৰ জৰিয়তে আকৰ্ষিত আৰু ইয়াৰ লগত জড়িত কৰিব নোৱাৰি তেন্তে সকলো স্তৰৰ জনতাৰ পৰা সমানে মনোযোগ আৰু সমৰ্থন লাভ কৰিব নোৱাৰি । সেই উদ্দেশ্যেই প্ৰথম

তীৰ্থ ভ্ৰমণৰ পৰা উভতি আহিয়েই তেওঁ 'চিহ্নযাত্ৰা' নাটৰ অভিনয় কৰে। বৰদোৱাত এই নাট অভিনয় সাত আঠ ৰাতি অনুষ্ঠিত হৈছিল। এই নাট আছিল মূলতঃ চিত্ৰাভিনয়। ইয়াত সাত বৈকুণ্ঠৰ পট আঁকি লক্ষ্মীসহ সাতজন বিষ্ণুৰ পাৰিষদসহ প্ৰৱেশ দেখুওৱা হৈছিল। সংলাপৰ সলনি কেৱল নৃত্য-গীত আৰু চৰিত্ৰৰ প্ৰৱেশৰ মাজেৰে নাটৰ বিষয়বস্তু বুজাবলৈ প্ৰয়াস কৰা হৈছিল। অৱশ্যে কোনো লিখিত আখ্যান বা লিপিবদ্ধ ৰূপ নথকা হেতুকে ইয়াৰ পুনৰাভিনয়ত অসুবিধা হৈছিল। আৰু সেই কাৰণেই আখ্যান আৰু সংলাপযুক্ত অংকীয়া নাট কেইখন লিখিব লগা হৈছিল বুলি ড. সত্যেন্দ্ৰ নাথ শৰ্মাদেৱে তেওঁৰ আলোচনাত উল্লেখ কৰিছে।

অংকীয়া নাট সমূহ শ্ৰীমন্ত শংকৰদেৱৰ অসমীয়া সাহিত্যলৈ এক অনবদ্য অৱদান হলেও ই তেখেতৰ উৰ্বৰ মস্তিষ্ক প্ৰসূত একান্ত সৃষ্টি নহয়। অসমত ইতিপূৰ্বৰে পৰা চলি থকা পুতলা নাচ, ওজাপালি আৰু দেৱদাসী নৃত্যক আধাৰ কৰি তীৰ্থ যাত্ৰা কালত লাভ কৰা বিভিন্ন অভিজ্ঞতাৰে প্ৰভাৱান্বিত হৈ সংস্কৃত নাটৰ আৰ্হিত সৃষ্টি কৰি উলিওৱা সম্পূৰ্ণ থলুৱা উপাদানেৰে সমৃদ্ধ এক আটক ধুনীয়া সাহিত্যিক আৰু শৈল্পিক কাৰ্য্যকুশলতাহে সৰ্বভাৰতীয় প্ৰায়বোৰ উন্নত সংস্কৃতিৰে ৰূপ-গন্ধ-মাধুৰ্য্য বুটলি আনি তেওঁ তেওঁৰ অপূৰ্ব কল্পনাশক্তি আৰু সুধাৰে দান কৰি গ'ল এক সংমিশ্ৰিত অথচ এক নিটোল সৃষ্টি 'অংকীয়া নাট'।

মহাপুৰুষ দুজনাৰ নাটসমূহ এক অংক যুক্ত নিজস্ব বৈশিষ্ট্যৰে বিশিষ্ট হোৱাৰ বাবে অংকীয়া নাট আখ্যা দিয়া হয় যদিও শংকৰদেৱে তেওঁৰ নাটত 'অংকীয়া নাট' শব্দটো ব্যৱহাৰ কৰা নাছিল। যাত্ৰা, নাটক আৰু নাট-এই তিনিটা শব্দহে তেওঁৰ নাটৰ পাঠৰ ভিতৰত ব্যৱহাৰ কৰিছিল। উদাহৰণ স্বৰূপে 'কৃষ্ণস্য, কালিয়দমন।

"কৃষ্ণস্য কালিয়দমন যাত্ৰা কৰিতা" সেইদৰে পুৰণি চৰিত পুথিসমূহতো নাটকৰ সলনি অংক শব্দটোৰহে প্ৰচলন আছিল। "পাৰিজাত হেন নাম অংক মহা অনুপম" গতিকে দেখা যায় "অংকীয়া নাট" পদটি পিছৰ কালৰ সৃষ্ট, এক অৰ্বাচীন আৰু মৌখিক শব্দহে।

চিহ্নযাত্ৰাক বাদ দি বাকী যি কেইখন নাট চাৰিশ বছৰৰ পাছতো লিপিবদ্ধ অৱস্থাত পোৱা যায়, সেই কেইখন হৈছে - 'পত্নী প্ৰসাদ' 'কালিয় দমন' 'কেলি গোপাল' 'ৰুক্মিণী হৰণ' 'পাৰিজাত হৰণ' আৰু 'ৰাম বিজয়'। ৰচনা কাল অনুসৰি পত্নী প্ৰসাদ নাটেই প্ৰথম আৰু শংকৰদেৱৰ উজনি অসমত থকা কালৰ শেষৰ ফালে আনুমানিক ১৫৪০-১৫৫০ খৃষ্টাব্দৰ ভিতৰত ৰচনা কৰিছিল বুলি ড. মহেশ্বৰ নেওগদেৱে ঠাৱৰ কৰিছে। ইয়াৰ পাছতে ক্ৰমে 'কালিযদমন'; 'কেলি গোপাল'; 'ৰুক্মিণী হৰণ'; 'পাৰিজাত হৰণ' আৰু সৰ্ব্বশেষত 'ৰাম বিজয়' নাট ৰচনা কৰে।

এই কেইখন নাটকৰ ৰচনাৰ সঠিক তাৰিখ জনা নাযায়, যদিও বাকী কেইখন নাট পাটবাউসীত আৰু ৰাম বিজয় কোচবিহাৰত ৰচনা কৰা বুলি জানিবলৈ পোৱা যায়। 'ৰাম বিজয়' নাট শংকৰদেৱৰ শেষ ৰচনা আৰু মহাপুৰুষ জনাৰ তিৰোভাৱ বৰ্ষতে (১৪৯০ শক) ৰচিত বুলি নাটৰ উপসংহাৰ শ্লোকৰ পৰা জানিব পৰা যায়।

*"বিন্দু ৰন্ধ্ৰ বেদচন্দ্ৰ শাকে শংকৰ সংগকে।*
*শ্ৰীৰাম বিজয়ং নাম নাটকং মুক্তি সাধকম ॥"*

এই ছখন নাটকৰ উপৰিও তেখেতে 'জন্ম যাত্ৰা' নামৰ আন এখন নাট ৰচনা কৰিছিল বুলি ৰামচৰণ ঠাকুৰৰ চৰিত পুথিত পোৱা যায়। শংকৰদেৱে দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণৰ পৰা আহি এই নাট ৰচনা কৰিছিল। গোপী উদ্ধৱ সংবাদৰ ভেটিত ৰচনা কৰা আন এখন নাট অসম্পূৰ্ণ অৱস্থাতে জুয়ে পুৰি নষ্ট কৰিলে বুলি গোপাল আতাৰ চৰিত পুথিত উল্লেখ আছে।

শংকৰদেৱৰ 'অংকীয়া নাট' যেনেদৰে ওজাপালিৰ এক সংস্কাৰিত ৰূপহে, নাটৰ কাহিনীসমূহো নাট্যকাৰে সুন্দৰভাৱে সজাই-পৰাই স্বকীয়তা প্ৰদান কৰা ভাগৱত আৰু পুৰাণৰ একো-একোটা আখ্যানহে। সৃষ্টিৰ নিপুণতা আৰু সাহিত্যৰ কলা কুশলতাৰে গঢ়ি সাজি উজ্জ্বল কৰি তোলা এই কাহিনী সমূহ যেন জুইত পুৰি অধিক প্ৰোজ্জ্বল হৈ উঠা একো একো চপৰা সোণহে। এই কাহিনী সৃষ্টিৰ ক্ষেত্ৰত শংকৰদেৱৰ ৰীতি আৰু কাৰ্য্যকুশলতা ইংৰাজী সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ নাট্যকাৰ শ্বেক্সপীয়েৰৰ লগত বিজাব পাৰি।

'পত্নীপ্ৰসাদ' শংকৰদেৱৰ প্ৰথম নাট। বাকী কেইখনৰ তুলনাত এই নাট অতি চমু আৰু নাট্য গুণ বৰ্জিত। ভক্তি মাৰ্গৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰা এই নাটৰ মূল লক্ষ্য। ভাগৱতৰ দশম স্কন্ধৰ ষোড়শ-সপ্তদশ অধ্যায়ৰ বিৱৰণৰ ভেটিত ৰচিত 'কালিয়দমন' নাট শংকৰদেৱৰ দ্বিতীয় নাট। কালি নাগৰ বাসস্থান কালি হ্ৰদৰ বিষপানী পান কৰি গোপ ধেনুসমূহ মৃত্যুৰ মুখত পৰাৰ পাছত শ্ৰীকৃষ্ণই সকলোকে জীৱন দান দি কালি নাগক মৰ্দন কৰি ৰমনক দ্বীপলৈ প্ৰেৰণ কৰা কাৰ্য্যৰ বৰ্ণনাই কালিয়দমনৰ মূল বিষয়বস্তু। ইয়াৰ লগতে শ্ৰীকৃষ্ণৰ বনাগ্নিপানৰ ঘটনাটিও সংযোজিত হৈছে। যদিও দুয়োটা ঘটনাৰ মাজত যোগসূত্ৰ অতি ক্ষীণ তথাপি দুয়োটা ঘটনাই শ্ৰীকৃষ্ণৰ অবিস্মৰণীয় মাহাত্ম্যৰ প্ৰকাশ কৰি নাট্যকাৰৰ উদ্দেশ্য পূৰণ কৰিছে। নাটখনিত বৰ্ণনাত্মক ৰীতিৰ প্ৰয়োগ ঘটিছে। ইয়াৰ সংলাপৰ মাত্ৰা অতি কম যদিও সূত্ৰৰ ব্যাখ্যা আৰু গীত সমূহে কাহিনীভাগ বোধগম্য হোৱাত সহায় কৰিছে। 'কেলিগোপাল' নাট ভাগৱতৰ 'দশম স্কন্ধ'ৰ ৰাস পঞ্চাধ্যায়ত বৰ্ণিত ৰাস ক্ৰীড়াক জুমুঠি কৰি লিখা মূল ঘটনাৰ লগতে কাহিনীৰ

বৈচিত্ৰ্যৰ নিমিত্তে শংখচূড় বধৰ কাহিনীটোও নাটত সংযোজন কৰা হৈছে। শৃংগাৰাত্মক গীত-নৃত্যৰে ভৰা এই নাট কাৰ্য্যধৰ্মিতাৰ ফালৰ পৰা শংকৰদেৱৰ শ্ৰেষ্ঠ নাট। পৰমাত্মাৰ লগত জীৱাত্মাৰ মিলনৰ যি হাবিয়াস সেই ৰূপকাত্মক দিশত এই নাটৰ সাৰতত্ত্ব। 'পাৰিজাত হৰণ'ৰ কাহিনীভাগ হৰিবংশ আৰু 'ভাগৱত পুৰাণ'ৰ শ্ৰীকৃষ্ণৰ পত্নী সত্যভামাৰ বোহ ভঙাৰ বাবে স্বৰ্গৰ পৰা পাৰিজাত আনিবলৈ গৈ দেৱৰাজ ইন্দ্ৰৰ লগত যুদ্ধত অৱতীৰ্ণ হোৱাৰ মূল কাহিনী ভাগৰ ওপৰত আধাৰিত। ভাগৱতৰ ঘটনাৰ ক্ৰম ৰক্ষা কৰি এই নাটতো নৰকাসুৰ বধ আৰু পাৰিজাত হৰণৰ কাহিনী দুটা একে অংকভুক্ত কৰিছে। উন্নত সংলাপ ৰচনা আৰু উজ্বল চৰিত্ৰ সৃষ্টি এই নাটৰ উল্লেখযোগ্য বৈশিষ্ট্য। 'ৰুক্মিণী হৰণ' কাব্যৰ দৰে হৰি বংশৰ প্ৰভাৱ ৰুক্মিণী হৰণ নাটত নাই। ভাগৱত, পুৰাণ এই নাটৰ আধাৰ। ৰুক্মিণী হৰণ শ্ৰীকৃষ্ণৰ প্ৰেম আৰু বাধা নিষেধৰ প্ৰাচীৰ লংঘি প্ৰেমাস্পদৰ পৰমাত্মাৰ লগত জাগতিক মিলনেই এই নাটৰ মূলবস্তু। কলেৱৰত এই নাট বাকী কেইখনৰ তুলনাত বৃহত্তৰ। 'ৰাম বিজয়' বা 'সীতা স্বয়ম্বৰ' শংকৰদেৱৰ শেষ ৰচনা। এই খনতো সীতা স্বয়ম্বৰেই নাটৰ মূল বস্তু আৰু প্ৰধান আকৰ্ষণ যদিও ৰাম-লক্ষ্মণৰ দ্বাৰা ঋষি বিশ্বামিত্ৰৰ যজ্ঞ ৰক্ষা আৰু মাৰীচ-সুবাহু আদি ৰাক্ষস গণৰ নিধনেৰে মূল কাহিনীৰ পাতনি তৰা হৈছে।

উপস্থাপন ৰীতি বা কলা-কৌশলৰ দৃষ্টিকোণৰ পৰা চাবলৈ গলে শংকৰদেৱৰ অংকীয়া নাট সমূহ সংস্কৃত নাটকৰ অনুৰূপ আখ্যা দিব পাৰি। সমালোচক কালিৰাম মেধিদেৱে অংকীয়া নাটৰ দহবিধ উপাদানৰ কথা তেওঁৰ গ্ৰন্থত উল্লেখ কৰিছে। সেই কেইটা হ'ল ক্ৰমে ১। অংক ২। শ্লোক ৩। নান্দী ৪। প্ৰৰোচনা ৫। আমুখ বা প্ৰস্তাৱনা ৬। শ্লোক ৭। সন্ধি ৮। ৰস ৯। মুক্তিমংগল আৰু পদ্যৰীতি। সংস্কৃত নাটকৰ অনুকৰণত ৰচিত অংকীয়া নাট সমূহতো নান্দীশ্লোকৰ জৰিয়তে নাটকৰ শুভাৰম্ভ কৰা হয়। শংখ, চক্ৰ, পদুম আদিৰ মাংগলিক শব্দেৰে আঠোটা বা দহটা পদ্যযুক্ত নান্দী শ্লোকত দেৱতা, দ্বিজ আৰু ৰজাৰ স্তুতি থাকে। নাট্যশালাৰ বিঘিনি উপশম মূলৰ স্তুতি আৰু বিষয়বস্তু সম্পৰ্কে দৰ্শকক অৱগত কৰোৱা এই অনুষ্ঠানৰ মূল লক্ষ্য। শংকৰদেৱৰ ৰুক্মিণী হৰণ, পাৰিজাত হৰণ, কেলি গোপাল আৰু ৰাম বিজয়ত দুটাকৈ নান্দী শ্লোক আছে। ইয়াৰে প্ৰথমটোত উপাস্য দেৱতা ৰাম বা কৃষ্ণৰ স্তুতি আৰু দ্বিতীয়টোত নাটৰ বিষয়বস্তুৰ উল্লেখ পোৱা যায়। উল্লেখযোগ্য 'ৰুক্মিণী হৰণ', 'কেলি গোপাল' আৰু 'ৰাম বিজয়' নাটৰ প্ৰথম শ্লোক দুটাৰ পিছত একোটিকৈ ছুটি নান্দী গীত আছে। তাৰ পিছতহে 'নান্দ্যন্তে সূত্ৰধাৰ' কথাবাৰ আছে। এই নান্দী গীত সুহাই ৰাগ আৰু

একতালি মানত পোৱা যায়।

নান্দী পাঠৰ পাছতে প্ৰৰোচনা স্তৰত নাটৰ পৰিচালক কেন্দ্ৰীয় চৰিত্ৰ সূত্ৰধাৰে 'অভিনয় নাটক'ৰ প্ৰশংসাৰ দ্বাৰা দৰ্শকৰ মনত অভিনয় দৰ্শনৰ প্ৰতি প্ৰৰোচিত কৰি তোলে। উদাহৰণ স্বৰূপে 'ৰুক্মিণী হৰণ' নাটকত 'ভো ভোঃ সভাসদ ঃ সাধু হনু ধবাং শ্ৰদ্ধয়ধূনা। ৰুক্মিণী হৰণং নাম নাটকং মুক্তি সাধকম।' শ্লোক আৰু 'জয় জয় মাধৱদেৱ আদি অন্ত নাপাৱন্ত কেৱ' ভটিমাৰে সভাসদক নাটকৰ প্ৰতি আকৰ্ষিত কৌতুহলী কৰি তুলিবলৈ যত্ন কৰা হৈছে।

প্ৰস্তাৱনা স্তৰত সূত্ৰধাৰে সংগীৰ স'তে কথোপকথনৰ জৰিয়তে মূল চৰিত্ৰৰ প্ৰবেশ ঘটাই নাটৰ কাহিনীভাগৰ অভিনয় আৰম্ভ কৰে। 'ৰাম বিজয়'ত সূত্ৰধাৰে আহে সংগী ঃ কি বাদ্য শুনিয়েই বুলি প্ৰশ্ন কৰে আৰু সংগীৰ উত্তৰ শুনি 'আহে দেৱ দুন্দুভি বাজত আ: শ্ৰীৰাম কৃষ্ণৰ মিলন মিলন' উক্তিৰে ৰামচন্দ্ৰৰ প্ৰবেশ ঘটাই নাট্যাভিনয়ৰ প্ৰস্তাৱনা তৰিছে।

পঞ্চ প্ৰকৃতি, পঞ্চ অৱস্থা আৰু পঞ্চ সন্ধি সংস্কৃত নাটকৰ বৈশিষ্ট্য। ৺কালিৰাম মেধিদেৱৰ মতে ইয়াৰ পঞ্চসন্ধি অংকীয়া নাটতো বিদ্যমান। এই পঞ্চসন্ধি হ'ল ক্ৰমে মুখ, প্ৰতি মুখ, গৰ্ভ, বিমৰ্শ আৰু নিৰ্বহন। সেইদৰে নাটৰ পঞ্চ অৱস্থা হৈছে আৰম্ভ, প্ৰযত্ন, প্ৰাপ্ত্যাশা, নিয়তাপ্তি আৰু ফলাগম। কিন্তু পূৰ্ণাংগ কাহিনীযুক্ত নোহোৱাৰ বাবে শংকৰদেৱৰ আটাইকেইখন নাটকতে পঞ্চসন্ধি আৰু পঞ্চ অৱস্থা দেখা নাযায়। মাত্ৰ কেলি গোপাল, পাৰিজাত হৰণ, ৰুক্মিণী হৰণ আৰু ৰাম বিজয়তহে এই দুই বৈশিষ্ট্য মন কৰা যায়।

নাট পৰিবেশনৰ অন্তত নাট্যাভিনয় সামৰণি মৰা হয় সংস্কৃত নাটৰ অনুৰূপ এটি মুক্তিমংগল ভটিমাৰে। অৱশ্যে অংকীয়া নাটৰ মুক্তিমংগল ভটিমা কেৱল সূত্ৰধাৰেহে কীৰ্ত্তন কৰে। এই ভটিমাই চাৰিটা কাৰ্য্য সিদ্ধি কৰে। ১। মুক্তিমংগল ভটিমাত মূল বিষয় চৰিত্ৰ শ্ৰীকৃষ্ণ বা শ্ৰীৰামচন্দ্ৰৰ মাহাত্ম্য জনতাৰ আগত বৰ্ণন কৰি জনতাক ভক্তিৰসেৰে আপ্লুত কৰি তোলা। ২। নাট্যকাৰৰ নামোল্লেখৰ উপৰিও পৃষ্ঠপোষকৰ নাম উল্লেখ আৰু তেওঁৰ মংগল কামনা।

*শ্ৰীশুক্লধ্বজ নৃপতি প্ৰধানা*<br>
*ৰাসক বিজয় কৰাবতনাট।*<br>
*মিলহ তাহেক বৈকুণ্ঠক বাট॥*

*(ৰামবিজয়)*

৩। সভাসদ ৰাইজ আৰু ভগৱানৰ ওচৰত অজানিতে হোৱা ভুলৰ বাবে ক্ষমা প্ৰাৰ্থনা

*শুনা শুনা সাধু সভাসদ লোই*
*সুকথৰ দেশ ধৰবি নাহি মোই ।*

*(ৰুক্মিণী হৰণ)*

৪।　আৰু একেবাৰে শেষত নাট ৰচনা আৰু পৰিবেশনৰ মূল লক্ষ্য বৈষ্ণৱ ধৰ্মৰ প্ৰতি জনতাক প্ৰলুব্ধ কৰি সূত্ৰধাৰে কৈ উঠে ।

*পৰম বন্ধু হৰি চৰিত্ৰ বিনাই ।*
*নাহি নাহি গতি কলিত লোকাই ॥*

শংকৰদেৱৰ কেৱল 'পত্নীপ্ৰসাদ' নাটতহে মুক্তিমংগল ভটিমা নাই । উপস্থাপন ৰীতিৰ পৰা আঁতৰি আহি যদি শংকৰদেৱৰ নাটসমূহৰ গদ্যৰীতি বা ভাষাশৈলীলৈ মন কৰো তাতো এক নতুনত্বই দৃষ্টিগোচৰ হ'ব । এই নাট সমহৰ ভাষা সংস্কৃত বা প্ৰচলিত কথিত অসমীয়া ভাষা নহয় । অসমীয়া আৰু মৈথিলী ভাষাৰ সংমিশ্ৰণত শংকৰদেৱে কৃত্ৰিমভাৱে সৃষ্টি কৰি লোৱা ব্ৰজবুলী বা ব্ৰজাৱলী ভাষাৰেহে তেওঁৰ নাট আৰু বৰগীত সমূহ ৰচনা কৰিছিল । শংকৰদেৱে দ্বিতীয় তীৰ্থভ্ৰমণৰ আগলৈকে অসমীয়া ভাষাত সুললিত কাব্যসমূহ ৰচনা কৰিছিল । আনহাতে সংস্কৃত ভাষাতো তেওঁ আছিল বিদগ্ধ । অথচ অসমীয়া বা সংস্কৃতক ভাষাৰ মাধ্যম হিচাবে নলৈ কিয় ব্ৰজাৱলী ভাষাক বাচি ললে সেয়া সঁচায়েই আশ্চৰ্য্যকৰ । ড. বিৰিঞ্চি কুমাৰ বৰুৱাই তেওঁৰ আলোচনাত অনুমান কৰিছে যে সংস্কৃত ভাষাতকৈ অধিক সহজে বোধগম্য হোৱা বাবে আৰু নাটবোৰক মৰ্যাদা আৰু গাম্ভীৰ্য্য প্ৰদান কৰিবৰ বাবেই ব্ৰজ ভাষা ব্যৱহাৰ কৰিছিল । ৺কালিৰাম মেধিৰ মতে ব্ৰজ ধামৰ ভাষা বুলি কৃষ্ণ ভক্তি প্ৰকাশৰ সাধাৰণ মাধ্যম হিচাবে এই ভাষা ব্যৱহাৰ কৰিছিল । আকৌ ড. মহেশ্বৰ নেওগ আৰু ড. সত্যেন্দ্ৰ নাথ শৰ্মাই একে সুৰতে কাৰণ দৰ্শাইছে "ব্ৰজবুলি ব্যৱহাৰ কৰাৰ প্ৰকৃত উদ্দেশ্য যেন ভাৰতৰ সকলোলোকে তেওঁলোকৰ পৱিত্ৰ একশৰণীয়া নাম ধৰ্ম বুজিব পাৰিব আৰু চুবুৰীয়া ৰাজ্যৰ বৈষ্ণৱ গোষ্ঠীৰ লগত সংহতি স্থাপনৰ সহায়ক হ'ব ।"

অংকীয়া নাটৰ ভাষা প্ৰয়োগলৈ মন কৰিলে দেখা যায়, নাট সমূহ চাৰিটা উপাদানেৰে সমৃদ্ধ - শ্লোক, গীত, কথাসূত্ৰ আৰু চৰিত্ৰ সংলাপ । শংকৰদেৱৰ নাটসমূহত আৰু মুনিৰ নান্দী শ্লোকৰ দৰে অন্ত্যশ্লোকৰো ব্যৱহাৰ দেখা যায় । কেলিগোপাল আৰু পত্নীপ্ৰসাদ নাটক বাদ দি'ৰাম বিজয়'ত মুক্তিমংগল ভটিমাৰ পিছত আৰু বাকী পাৰিজাত হৰণ, ৰুক্মিণী হৰণ আৰু কালিয় দমন নাটত মুক্তিমংগল ভটিমাৰ আগতে সামৰণি শ্লোক দিয়া হৈছে । আৰম্ভণিৰ আৰু সামৰণিৰ শ্লোকৰ উপৰিও নাটৰ গৰ্ভাংশতো যাই চৰিত্ৰ প্ৰৱেশত বিবিধ কাৰ্য্য বিজয় আৰু

কোনো চৰিত্ৰৰ মনৰ অৱস্থা ক্ৰিয়া আদি বুজাবলৈ শ্লোক ব্যৱহাৰ কৰা দেখা যায় । ঋষি-মুনিৰ বাহিৰেও কোনো উত্তম চৰিত্ৰৰ মুখতো বচনৰ আগে আগে শ্লোক দিয়া লক্ষ্য কৰা যায় । নাটৰ মাজৰ শ্লোক সমূহৰ ভাঙনি প্ৰায়ে সূত্ৰধাৰৰ যোগে পিছত ব্যাখ্যা কৰা হয় । আকৌ ভালেকেইখন নাটৰ বহুতো গীত পূৰ্ববৰ্ত্তী শ্লোকটোৰে আংশিক ভাঙনি বা ভাবানুবাদ ।

কথাসূত্ৰ আৰু চৰিত্ৰ সংলাপে নাটৰ গদ্যৰীতিক সূচায় । উল্লেখযোগ্য যে শংকৰদেৱৰ নাট সমূহতেই ভাৰতীয় আঞ্চলিক ভাষা সমূহৰ ভিতৰত পোন প্ৰথম বাৰৰ বাবে গদ্যৰ ব্যৱহাৰ হৈছিল । অসমীয়া আৰু ব্ৰজাৱলী মিশ্ৰিত এই গদ্যই অনুপ্ৰাস আৰু ধ্বনিৰ মিলনৰ দ্বাৰা এক লয়যুক্ত তথা সুৰীয়া ৰূপ লাভ কৰিছে । নাট্যাভিনয়ৰ সময়ত আবৃত্তি অনুৰূপে সুৰাৰোপিত কৰিহে এই লয়যুক্ত বচন সমূহ আওঁৰোৱা হয় । সংলাপ ৰচনাৰ ক্ষেত্ৰত শংকৰদেৱৰ নাটসমূহৰ ভিতৰত পাৰিজাত হৰণেই অধিক পক্কতা লাভ কৰিছে ।

গীতি প্ৰধানতা শংকৰদেৱৰ নাট সমূহৰ বৈশিষ্ট্য । চুটি চুটি সংলাপ আৰু শ্লোকৰ সতে গীতৰ প্ৰয়োগ অস্থি-চৰ্মত ৰক্ত মাংস প্ৰদানৰ লগত তুলনা কৰিব পাৰি । নাটৰ আৰম্ভণি-সামৰণিৰ উপৰিও অভিনয় কোনো অৱস্থা বৰ্ণন, চৰিত্ৰাংকন বা চৰিত্ৰৰ ৰূপ গুণৰ বৰ্ণন তথা চৰিত্ৰ সমূহৰ অন্তৰৰ আকুতি বা আবেগ প্ৰকাশৰ মাধ্যম হিচাপেই গীতৰ ব্যৱহাৰ । প্ৰকৃতাৰ্থত গীতৰ প্ৰয়োগেই নাট সমূহলৈ এক গতিশীলতা আনি দিছে । সেয়ে ড. বৰুৱাই অংকীয়া নাটক 'গীতি নাট' আখ্যা দিছে ।

নাটৰ গীত সমূহক তিনি ভাগত ভগাব পাৰি - ভটিমা, অংকীয়া গীত আৰু পয়াৰ । কেতিয়াবা বৰগীতো নাটত সন্নিবিষ্ট কৰা হয় । সংস্কৃত 'ভাট' শব্দৰ পৰা উৎপন্ন হোৱা 'ভটিমা' প্ৰশস্তি বা গৰিমা প্ৰকাশক গীত । ছন্দ আৰু শব্দ সংযোজনাৰ চাতুৰ্য্য আৰু গাম্ভীৰ্য বিচিত্ৰভাৱে অনুপ্ৰাসৰ ধ্বনি - প্ৰতিধ্বনিৰে ই সমৃদ্ধ । ১। শংকৰদেৱে তিনি প্ৰকাৰৰ ভটিমা- নাট ভটিমা, দেৱ ভটিমা আৰু ৰাজ ভটিমা আৰু মাধৱদেৱে গুৰু ভটিমা ৰচনা কৰি প্ৰৱৰ্ত্তন কৰে । অংকীয়া নাটসমূহত সন্নিবিষ্ট নাট ভটিমা আকৌ তিনি প্ৰকাৰৰ - পাৰম্ভ উপাস্য দেৱতা বা কৃষ্ণ বা ৰামৰ গুণানুকীৰ্ত্তন কৰা ভটিমা, নাটৰ মাজত প্ৰধান চৰিত্ৰৰ বিশেষকৈ কৃষ্ণ বা ৰাম অথবা ৰুক্মিণী বা সীতাৰ ৰূপ গুণ বৰ্ণোৱা ভটিমা আৰু নাটৰ শেষত সভাসদৰ মুক্তি কামনা কৰা (মুক্তিমংগল) ভটিমা ২। ইয়াৰে মাজৰ বিধি ভটিমা সূত্ৰধাৰৰ লগনি কোনো চৰিত্ৰৰ মুখতহে দিয়া হয় ।

নান্দী গীতক বাদ দি যাই চৰিত্ৰৰ বা নায়কৰ প্ৰবেশৰ গীতেই নাটৰ প্ৰথম

গীত। এই গীত একতালি তাল আৰু সিন্ধুৰা ৰাগত বন্ধা থাকে। অৱশ্যে মহাপুৰুষ জনাই কেলি গোপালত নাট ৰাগৰ ব্যৱহাৰ কৰিছে। নাটৰ শেষত সাধাৰণতে কল্যান আৰু পূৰবী ৰাগৰ গীত দিয়া হয়। আৰু এই গীত খৰমান তালত গোৱা হয়। অৱশ্যে পত্নীপ্ৰসাদ আৰু কেলি গোপালত ইয়াৰ ব্যতিক্ৰম শ্যামাৰাগৰ পৰিতালৰ আৰু একতালিৰ আৰ্হিৰ ৰাগ আছে। শংকৰদেৱৰ আৰু পত্নীপ্ৰসাদত ভটিমা আৰু গীত দহটা, কালিয়দমনত ষোল্লটা, কেলি গোপালত ছয়ত্ৰিশটা, ৰুক্মিণী হৰণত পঁয়ত্ৰিশটা আৰু ৰাম বিজয়ত চৌৰিশটা গীত আছে। এই গীত সমূহ মুঠ উনত্ৰিশটা ৰাগত বন্ধা আছে।

কোনো বিষয়ৰ কাব্যিক বৰ্ণনা অথবা চৰিত্ৰৰ মনৰ বিবিধ অৱস্থা বুজাবৰ বাবে পয়াৰৰ ব্যৱস্থা কৰা হৈছে। পয়াৰ সমূহ সাধাৰণতে কৰুণ সুৰত বন্ধা থাকে।

হৰিচন্দ্ৰ ভট্টাচাৰ্য্যদেৱে দৰ্শকৰ মনত কাব্যিক ইন্দ্ৰজাল সৃষ্টি সংগীতৰ প্ৰধান উদ্দেশ্য বুলি মত প্ৰকাশ কৰিছে। গীতৰ কোমলতাৰ দৰ্শকৰ মন কোমলাই চৰিত্ৰৰ আকৰ্ষণীয়তাৰে দৰ্শকৰ মন আকৰ্ষণ কৰি কৃষ্ণৰ ঐশ্বৰিক মাহাত্ম্য উপলব্ধি কৰোৱাই শংকৰদেৱৰ মুখ্য উদ্দেশ্য আছিল।

নাটৰ ৰস সৃষ্টিত গীতৰ ভূমিকা মন কৰিব লগীয়া। উদাহৰণ স্বৰূপে ৰাম বিজয়ৰ গীতৰ জৰিয়তে সীতাৰ ৰূপ বৰ্ণনা কৰি ৰামৰ মনত প্ৰেমভাৱ জগাই তুলি শৃংগাৰ ৰসৰ সৃষ্টি কৰিছে। আকৌ নাটত কাৰ্য্যাৱলী দেখুৱাবলৈ হলেও দৰ্শকৰ অৱসাদ আঁতৰাবলৈও গীতৰ সংযোজন কৰা হয়। (ভট্টাচাৰ্য্য : অংকীয়া নাটৰ সপ্তৰস) উদাহৰণ স্বৰূপে কালি দমন নাটত শ্ৰীকৃষ্ণই কালি নাগক মৰ্দন কৰোতে নাটত (কালা কানু চৰণ চলাই' গীতটো দিয়া হছে। এই ক্ষেত্ৰত মহাপুৰুষ জনাৰ সুনিপুণ কলা কুশলতাৰ চাতুৰ্য্য প্লান কৰা দেখা যায়। ভট্টাচাৰ্য্যদেৱে অংকীয়া গীত সমূহত যি সমদল সংগীত ৰূপে গোৱাৰ ৰীতি আছে তাত সমাজৰ সাম্য-মৈত্ৰীৰ মিলন সূত্ৰৰ ক্ষীণ ৰেখা এটিও যেন অংকিত হৈছে বুলি অনুমান কৰিছে। সমাজ সংগঠক, সংস্কাৰক মহাপুৰুষজনাৰ আদৰ্শৰ প্ৰতি দৃষ্টি ৰাখিয়েই এনে অনুমান নুই কৰিব নোৱাৰি, এয়া ঠিক।

নাটকৰ অন্যতম অপৰিহাৰ্য্য উপাদান হ'ল চৰিত্ৰ। অংকীয়া নাটৰ চৰিত্ৰ বুলি কলেই প্ৰথমেই মনলৈ আহে নাটৰ আদিৰ পৰা অন্তলৈ অভিনয় পৰিচালনা কৰা মূল চৰিত্ৰ সূত্ৰধাৰৰ চৰিত্ৰ। অৱশ্যে সূত্ৰধাৰ নাটৰ চৰিত্ৰ সমূহৰ অন্তৰ্গত নহয়। নাট্যাভিনয়ৰ ভিতৰত থাকি অভিনয় পৰিচালক শক্তিৰূপে থাকি কাৰ্য্যবহন কৰা অংকীয়া নাটৰ অন্যতম উপাদানহে। সংস্কৃত নাটৰ সূত্ৰধাৰ আৰু অসমীয়া

ওজাপালিৰ ওজাৰ চৰিত্ৰ দুটাৰ সংমিশ্ৰণ ঘটাই শংকৰদেৱে সৃষ্টি কৰি লৈছিল সূত্ৰধাৰ চৰিত্ৰটি তেওঁৰ নাটসমূহৰ বাবে। অংকীয়া নাটৰ সূত্ৰধাৰ একেধাৰে গায়ক, নৰ্তক পৰিস্থিতি ব্যাখ্যাকাৰী আৰু অভিনয় পৰিচালক। এটি হ'ল নাটকীয় চৰিত্ৰ আৰু দৰ্শকৰ মাজত মধ্যস্থ ব্যক্তি। সূত্ৰধাৰে ভাৱৰীয়া সকলক প্ৰৱেশ, প্ৰস্থান আদিৰ নিৰ্দেশ দিয়াৰ লগতে কোনে কেতিয়া কথা ক'ব কি কাম কৰিব তাকো জনায়। চৰিত্ৰৰ ব্যৱহাৰ আৰু কাৰ্য্যাৱলী দৰ্শকক বোধগম্য হোৱাত সহায় কৰে। মঞ্চৰ ওপৰত সূত্ৰধাৰেই অংকীয়া নাটত আচল আৰু স্থায়ী চৰিত্ৰ। সেয়ে ড. বাণীকান্ত কাকতিদেৱে সূত্ৰধাৰক নাটৰ 'কেন্দ্ৰস্থ পুৰুষ' বুলি কৈছে।

সূত্ৰধাৰ নাটৰ কেন্দ্ৰৰ কেন্দ্ৰস্থ পুৰুষ হলেও কাহিনীৰ অন্তৰ্গত নহয়। কাহিনীৰ চৰিত্ৰ সমূহৰ ভিতৰত শ্ৰীকৃষ্ণ বা শ্ৰীৰামেই হৈছে মূল চৰিত্ৰ। যিহেতু সৰ্ব্বসাধাৰণক বৈষ্ণৱ ধৰ্মৰ প্ৰতি আকৰ্ষিত কৰাই অংকীয়া নাটৰ মূল লক্ষ্য। সেয়ে মূল চৰিত্ৰ শ্ৰীকৃষ্ণৰ গুণনাম জয়গানেৰে ভগৱানৰ অপাৰ মাহাত্ম্য প্ৰদৰ্শনৰ উদ্দেশ্যেই নাট সমূহৰ কাহিনীভাগ ৰচিত।

ভক্ত আৰু ভগৱানৰ যি সম্বন্ধ, নাটৰ নায়ক শ্ৰীৰাম বা শ্ৰীকৃষ্ণৰ সৈতে দৰ্শকৰ মাজত তেনে এটা সম্বন্ধ স্থাপনৰ উদ্দেশ্যেই এই কৌশল অৱলম্বন কৰা হৈছে।

কাহিনীৰ প্ৰয়োজনত নাটৰ বাকী চৰিত্ৰ সমূহৰ প্ৰবেশ ঘটোৱা হয় যদিও কিছুমান কাল্পনিক চৰিত্ৰৰো সমাবেশ মাজে মাজে দেখা যায়। সখী, ভাই, ভিক্ষুক, দূত আদি এনে চৰিত্ৰ। বিসদৃশ সাজপাৰ আৰু চলন-ফুৰণেৰে নিৰ্বাক বহুৱাৰো প্ৰৱেশ কেৱল হাস্যৰস সৃষ্টিৰ বাবেই দিয়া হৈছে।

শক্তিশালী চৰিত্ৰ সৃষ্টিৰে নাটসমূহক সাহিত্যৰ মূল্য প্ৰদান কৰা শংকৰদেৱৰ উদ্দেশ্য নাছিল। সেয়েহে আধুনিক নাটকৰ দৰে সংঘাত জৰ্জৰিত শক্তিশালী চৰিত্ৰ অংকীয়া নাটসমূহত নাই। বিশেষকৈ সূত্ৰধাৰৰ ভূমিকাই চৰিত্ৰ সমূহৰ বিকাশ আৰু উপস্থাপনত অসুবিধাৰ সৃষ্টি কৰিছে। সেয়ে হলেও গুৰুজনাৰ শেহৰ তিনিখন নাট পাৰিজাত হৰণ, ৰুক্মিণী হৰণ, ৰাম বিজয়ত চৰিত্ৰ সমূহ নিজ নিজ স্বকীয় বৈশিষ্ট্যৰে মহিমামণ্ডিত হৈ উঠিছে। বিষয় বস্তুৰ সীমাবদ্ধতা, লক্ষ্য আৰু উদ্দেশ্যৰ একমুখিতাৰ বাবে এই নাট সমূহতো চৰিত্ৰ সমূহে বিশেষ প্ৰাধান্য পোৱা নাই যদিও এক সীমিত পৰিসৰৰ ভিতৰতে এই চৰিত্ৰসমূহে এক প্ৰোজ্জ্বলতা লাভ কৰিছে। এই ক্ষেত্ৰত পাৰিজাত হৰণে অধিক সফলতা লাভ কৰিছে বুলি ক'ব পাৰি। পাৰিজাত হৰণৰ নাৰদ, শ্ৰীকৃষ্ণ, সত্যভামা আৰু ৰুক্মিণীৰ চৰিত্ৰ, ৰুক্মিণী হৰণত আকুল প্ৰেমিকা ৰুক্মিণীৰ চৰিত্ৰ, উদ্ধত ৰুক্মবীৰৰ চৰিত্ৰকে আদি কৰি মুখ্য

চৰিত্ৰ সমূহ স্পষ্ট আৰু আকৰ্ষণীয় ৰূপত ধৰা দিছে। পাৰিজাত হৰণত সত্যভামা, ৰুক্মিণী আৰু শচীৰ চৰিত্ৰ কেইটি অংকন কৰোঁতে নাট্যকাৰে স্বভাৱৰ সহধৰ্মী আৰু বৈপৰীত্যৰ ওপৰত ভিত্তি কৰিছে। শচী আৰু সত্যভামাৰ চৰিত্ৰ দুটি সহধৰ্মী আনহাতে ৰুক্মিণী আৰু সত্যভামা বিপৰীতধৰ্মী।

শংকৰদেৱৰ নাটসমূহৰ বিষয়বস্তু সম্পৰ্কে আলোচনা কৰোতে আমি পাইছিলো শংকৰদেৱৰ আটাইকেইখন নাট ভাগৱত আৰু পুৰাণক উপজীব্য কৰি লিখা। পুৰাণ ভাগৱতৰ আধ্যাত্মিক কাহিনী সমূহৰ লগতে সমসাময়িক অসমৰ সামাজিক পৰিবেশ বা পাৰিবাৰিক সমস্যাৱলীয়ে গুৰুজনাক আকৰ্ষণ কৰা নাছিল এনে নহয়। মাটি আৰু মানুহৰ এনে টান উলাই কৰিব নোৱাৰিলেই হওক বা ভগৱৎ পুৰাণৰ কাহিনীসমূহ সৰ্ব্বসাধাৰণ জীৱনৰ ওচৰ চপাই জনতাৰ অধিক মনোযোগ আকৰ্ষণ কৰি ধৰ্মীয় স্বাৰ্থ সিদ্ধিৰ বাবেই হওক শংকৰদেৱে তেওঁৰ প্ৰত্যেক নাটতে এক আপোন চিনাকী সুৰৰ সৃষ্টি কৰিছে; আৰু এনে কৰিছে যাইকৈ নাটৰ পৰিবেশ আৰু চৰিত্ৰ সৃষ্টিৰ যোগেদি। পাৰিজাত হৰণত সত্যভামাৰ যি সপত্নীক বিদ্বেষ আৰু প্ৰিয়তমৰ পৰা অধিক মৰম মনোযোগ পাবৰ যি ঈৰ্ষাসুলভ প্ৰযত্ন; ৰুক্মিণীহৰণত প্ৰেমিক -প্ৰেমিকাৰ মিলনৰ যি হাবিয়াস, আকুল প্ৰেমিকা ৰুক্মিণীয়ে পত্ৰ পঠাই শ্ৰীকৃষ্ণক তেওঁক লৈ যাবলৈ কৰা যি আবেদন -এয়া দেৱ দেৱী, ভগৱৎ শক্তিৰ কাহিনী হ'লেও আমাৰ তেনেই চিনাকি। মুখৰা সত্যভামা আৰু ইন্দ্ৰ পত্নী শচীৰ বাক্‌কলহ গাঁৱলীয়া দৰ্শকৰ বাবে নতুন নহয়। আকৌ ৰুক্মিণীহৰণৰ ৰুক্মিণী আৰু শ্ৰীকৃষ্ণৰ বিবাহো আমাৰ সমাজত প্ৰচলিত ৰাক্ষস বিবাহৰে এটি পৌৰাণিক নিদৰ্শন বুলি 'অসমীয়া নাট্য সাহিত্যত ড. শৰ্মাই মতপ্ৰকাশ কৰিছে। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই ৰুক্মিণী আৰু ভীষ্মক ৰজাৰ চৰিত্ৰ দুটালৈ আঙুলিয়াই কৈছে - ৰুক্মবীৰৰ নিচিনা মইমত, খণ্ডাল, বাপেক-মাকৰ মাত কথা কুটা এগছৰ নিচিনাকৈ উৰাই দি নিজৰ মত, কথা সদায় বাহাল কৰি চলা ৰৰপো, ৰৰবোপা অসমীয়াই অনেক দেখিছে। বলে নোৱাৰি তেনে ৰৰবোপালৈ ভয় কৰি অশান্তিৰ হাত সাৰিবলৈ ৰৰবোপাই যি কৈছে সেয়ে হওক ভাৱে চলা ভীষ্মকৰ নিচিনা চৰিত্ৰ আৰু পৰিবেশৰ সুপৰিকল্পিত সৃষ্টিৰ বাবেই শংকৰদেৱৰ নাট সমূহ পঢ়োতে, নাট্যাভিনয় উপভোগ কৰোতে আমাৰ কেতিয়াও ভাব নহয় যে আমি কোনো অচিন পৌৰাণিক পৃথিৱী বা দেৱলোকত আছোঁ, তাৰ সলনি আমাৰ মনত এনে ভাবহে জাগি উঠে যেন আমি আমাৰ চিৰ পৰিচিত দৈনন্দিন পৃথিৱীখনৰে কোনো ঘটনা প্ৰত্যক্ষ কৰিছো।

যিহেতু ভগৱৎ মাহাত্ম্য প্ৰদৰ্শন শংকৰদেৱৰ নাট সমূহৰ উদ্দেশ্য, তেনেস্থলে

নাটৰ কাহিনী আৰু গীতাংশৰ মাজেদি ৰস সৃষ্টিও এক অন্যতম লক্ষ্য । ভৰতমুনিয়ে শৃংগাৰ, হাস্য, কৰুণ, বীৰ, ভয়ানক অদ্ভুত, ৰৌদ্ৰ, বীভৎস - এই আঠবিধ ৰসৰ কথা উল্লেখ কৰিছে । তাৰ লগতে কোনো কোনোৱে 'শান্ত' ৰসো অন্তৰ্ভূক্ত কৰি মুঠ ন বিধ ৰসৰ বিচাৰ কৰিছে । বহুতে আকৌ বাৎসল্যকো এই নৱ ৰসৰ স্থান দিব খোজে । শংকৰদেৱৰ নাট সমূহত উল্লেখিত ৰস সমূহৰ প্ৰয়োগ আৰু প্ৰকাশ ঘটিছে যদিও নাট সমূহৰ মূল লক্ষ্য ভক্তি ৰসৰ নিঃসৰণহে । কেলিগোপাল আৰু ৰুক্মিণী হৰণত শৃংগাৰ ৰসৰ আৰু ৰুক্মিণীহৰণ ৰাম বিজয়ত বীৰ ৰসৰ প্ৰাধান্য বেচি হলেও নাট কেইখনক শৃংগাৰাত্মক আৰু বীৰৰস প্ৰধান বুলি কোৱাটো উচিত নহ'ব বুলি ড. শৰ্মাই কয় । তাৰ কাৰণ হিচাপে তেওঁ কয় যে সমানে ইন্দ্ৰিয় ক্ৰিয়া সম্পন্ন যুৱক-যুৱতীৰ মাজত হোৱা দেখা যায় সেয়া তেওঁৰ মহিমাহে । মানুহৰ ক্ষেত্ৰতহে সেয়া বীৰত্ব হয় । ভগৱানৰ প্ৰতি ভক্তৰ এই ভক্তি পাঁচৰূপে প্ৰকাশ পায় - শান্তভক্তিৰস, বাৎসল্য ভক্তিৰস, দাস্য ভক্তিৰস, সখ্য ভক্তিৰস আৰু শৃংগাৰাত্মক ভক্তিৰস । মহাপুৰুষজনাৰ নাট সমূহত শান্ত ভক্তিৰস আৰু শৃংগাৰাত্মক ভক্তিৰসৰ প্ৰকাশ দেখা যায় । কেলিগোপাল, ৰুক্মিণীহৰণ, পাৰিজাত হৰণ আৰু ৰাম বিজয়ত শৃংগাৰাত্মক ভক্তিৰসৰ আৰু কালিয় দমনত শান্ত ভক্তিৰসৰ প্ৰকাশ ঘটিছে । ইয়াৰ ওপৰিও চেগা-চোৰোকাকৈ বীৰ ৰস আৰু বাৎসল্য ৰসো (কালিয় দমনত যশোদাৰ সংলাপ কেইটিত )নাট সমূহত দেখিবলৈ পোৱা যায় ।

অংকীয়া নাটসমূহৰ সাহিত্যিক দিশটো বাদ দি অভিনয়ৰ দিশটোলৈ চকু দিলেই ভাওনাৰ প্ৰসংগ আহি পৰে । অৰ্থাৎ অংকীয়া নাটৰ অভিনীত ৰূপেই ভাওনা । সাহিত্য সৃষ্টি শংকৰদেৱৰ নাট ৰচনাৰ উদ্দেশ্য নাছিল । উদ্দেশ্য আছিল অভিনয়ৰ মাজেৰে সৰ্ব সাধাৰণক জটিল আধ্যাত্মিক তত্ত্ববোৰ আখ্যানৰ সহায়ত নিৰহ নিপানীকৈ বুজাই দিয়াহে আৰু সেই উদ্দেশ্যৰেই ভাৰত ভ্ৰমণৰ নানা অভিজ্ঞতাৰে তেওঁ অসমত ভাওনাৰ জন্ম দিলে । ভাওনা বুলিলেই আহি পৰে সপ্তৰসৰ অন্যতম গায়ন বায়ন আৰু ছোঁ মুখা আৰু নাচ, সাজপাৰ আৰু নাট্যাভিনয়ৰ মুকলি মঞ্চ নামঘৰৰ প্ৰসংগ । অংকীয়া নাট শংকৰী সাহিত্যৰ বিশাল সমুদ্ৰৰ এটি উজ্বল দিশ ।

# অসমীয়া জাতি গঠনত শ্ৰীমন্ত শংকৰদেৱ

পদুম কুমাৰী দত্ত চুতীয়া

*জয়গুৰু শংকৰ সৰ্ব গুণাকৰ*
*যাকেহি নাহিকে উপাম*
*তোহাৰি চৰণত ৰেণু শতকোটি*
*বাৰেক কৰোহো প্ৰণাম ॥*

গুৰুজনাই মহান অসমীয়া জাতি গঠনত গুৰিধৰি ধৰ্ম, শিক্ষা, সাহিত্য, সংস্কৃতি আদিৰ ক্ষেত্ৰত আগবঢ়াই অসমীয়া জাতিৰ মুখ উজ্জ্বলাই থৈ গ'ল, সেয়া আজিও তুলনাবিহীন ।

এইজনা মহাপুৰুষৰ বাবেই আজি আমাৰ অসম তথা অসমীয়া জাতিটোৱে বিশ্বদৰবাৰত এক বিশেষ স্থান পাবলৈ সক্ষম হৈছে । আজি সমগ্ৰ পৃথিবীয়ে তেখেতৰ দৰ্শন তথা তেখেতৰ ৰচনাৱলীসমূহ স্বীকৃতি দিছে ।

অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত শ্ৰীমন্ত শংকৰদেৱে ৰাজতন্ত্ৰ আৰু ব্ৰাহ্মণ সকলৰ শোষিত সমাজখনক নৰূপে সজাই-পৰাই তুলি অসাধাৰণ ব্যক্তি আৰু ধৈৰ্য্য সহিষ্ণুতাৰ প্ৰতীক গুৰুজনাই জনসাধাৰণৰ মাজত ধৰ্মীয় ব্যভিচাৰৰ বিৰুদ্ধে মাৰবান্ধি থিয় দিবলৈ মানসিক ভাৱে অৰিহণা যোগাইছিল । দুবাৰকৈ তীৰ্থস্থান সমূহ ভ্ৰমণ কৰি সাধু-সন্ত সকলৰ লগত ধৰ্মীয় আলোচনা কৰিছিল । সেই আলোচনা সাৰতত্ত্ব একত্ৰিত কৰি জন সমাজত বিলাই দিছিল । তেওঁ প্ৰচাৰ কৰা ধৰ্মৰ মূলমন্ত্ৰ একেশ্বৰবাদ নীতিৰে সমাজ প্ৰতিষ্ঠা কৰিব বিচাৰিছিল ।

*"কুকুৰ শৃগাল, গদৰ্ভৰো আত্মাৰাম*
*জানিয়া সবাকে কৰিবা প্ৰণাম ।"*

এনেভাৱেৰে জাতি, বৰ্ণ, ভাষা, ধৰ্ম নিৰ্বিশেষে সকলোৰে সমঅধিকাৰত গুৰুত্ব আৰোপ কৰি এখন সমন্বয়ৰ সমাজ গঢ়ি তুলিবলৈ যত্ন কৰিছিল । ভগৱান সকলো জীৱতেই বিৰাজমান হেতুকেই তেখেতৰ প্ৰচাৰিত ধৰ্মত জাতিভেদৰ স্থান নাই । সেয়েহে পাহাৰে-ভৈয়ামে সিঁচৰিত হৈ থকা জাতি, উপজাতিৰ মাজত ধৰ্মীয় আৰু সাংস্কৃতিক ঐক্য স্থাপনৰ দ্বাৰা বৃহত্তৰ অসমীয়া জাতি গঠনেই তেওঁৰ মহান উদ্দেশ্য আছিল :

*কিৰাট কছাৰী খাচি গাৰো মিৰি*
*যৱন কঙ্ক গোৱাল*

অসম মুলুক বজক তুৰুক
কুবাচ ম্লেচ চণ্ডাল ॥

এই উপাদান সমূহৰ ভেটিতেই গুৰুজনাই গঠন কৰিলে বৃহত্তৰ অসমীয়া জাতি ।

মহাপুৰুষ জনাই ভালকৈ জানিছিল যে ধৰ্মীয় ঐক্যহে সমাজ গঠন প্ৰক্ৰিয়াৰ সুদৃঢ় ভেটি বান্ধিব পাৰি । শ্ৰেণীভেদৰ ব্যৱধান আতৰাই কছাৰী, ৰাভা, ডিমাছা, চুতীয়া, অকা, দফলা, চণ্ডাল, নগা, কাৰ্বি আদি আৰ্য্য-অনাৰ্য্য সকলোৰে মাজত ধৰ্ম প্ৰচাৰ কৰি বিশ্বজনীন ভাতৃত্ববোধ দাঙি ধৰিছিল । তেওঁৰ ধৰ্ম প্ৰচাৰত নগাৰ নৰোত্তম, কছাৰীৰ ৰমাই, কৈৱৰ্ত্তৰ পূৰ্ণানন্দ, জয়ন্তীয়ৰ মাধৱকুমাৰ, কাৰ্বিৰ ভোমাই, ব্ৰাহ্মণৰ ৰমানন্দ আদিত তেওঁৰ একশৰণ 'নাম ধৰ্ম'ত দীক্ষিত কৰি ধৰ্ম প্ৰচাৰ সংগীৰূপে নিৰ্বাচন কৰিছিল ।

গুৰুজনাই অধৰ্মৰ গৰাহৰ পৰা পবিত্ৰ আধ্যাত্মিক ভাবাদৰ্শৰে নামধৰ্ম প্ৰচাৰ কৰি নামঘৰ সাজি সকলো জনসাধাৰণকে একত্ৰিত কৰিছিল । সেই সময়ত জনসাধাৰণৰ বাবে নামঘৰেই আছিল এক গণমঞ্চ, য'ত সকলো জাতি-জনজাতিয়ে একগোট হৈ বিভিন্ন সমাজ সাংগঠনিক দিশবোৰ আলোচনা কৰিব পাৰিছিল । এই নামঘৰতেই গুৰুজনাই নাট-ভাওনা, ভক্তিমূলক গীত-মাত আদিৰ জৰিয়তে জনসাধাৰণৰ মাজত ভাতৃত্ববোধ জগাই তুলিব পাৰিছিল । এনেদৰে গুৰুজনাই তেওঁৰ বেদান্ত দৰ্শন তথা নামঘৰ আৰু গীত-মাত, নাট-ভাওনা আদিৰ জৰিয়তে অসমীয়া জাতিটোক একত্ৰিত কৰিছিল ।

সাহিত্য-সংস্কৃতি দিশত মহাপুৰুষ শংকৰদেৱৰ অৱদান অনস্বীকাৰ্য । ছকুৰি বছৰ জীয়াই থাকি ধৰ্ম, সাহিত্য, শিক্ষা-সংস্কৃতি, সাহিত্য সৃষ্টি, চিত্ৰ বিদ্যা, সংগীত, অভিনয় আদি কৰি সকলোফালে মৃত অসমীয়া জাতিটোক জীয়াই ৰাখি বিশ্ব দৃষ্টিত সবল জাতিৰূপে চিহ্নিত কৰি গৈছে । তেওঁ ৰচনা কৰা কীৰ্ত্তন, দশম, গুণমালা আদি মহৎ গ্ৰন্থ সমূহ অসমীয়া সমাজত বৰ্ত্তমান তথা ভৱিষ্যতলৈও কালজয়ী হৈ ৰ'ব । অসমীয়া নাট ভাওনা সমূহ এতিয়াও আমাৰ অসমীয়া সমাজত অতি আদৰৰ । তেওঁ নাট ভাওনা সমূহত ব্যৱহাৰ কৰা বিভিন্ন সাজ-সজ্জা সমূহ আৰু বৰ্ত্তমান ব্যৱহাৰ কৰা সাজ-সজ্জাসমূহ তেওঁৰেই অৱদান বুলিব পাৰি । তেওঁৰ আৰ্হিতেই বৰ্ত্তমান অসমৰ নাট-মঞ্চ সমূহ প্ৰতিষ্ঠিত হৈছে । তেওঁ ছয়খন নাটক লিখি অসমীয়া সাহিত্য ভঁৰাল চহকী কৰি থৈ গৈছে । তদুপৰি তেওঁ বৰগীত, ভটিমা আদি ৰচনা কৰিছিল । বিভিন্ন ধৰণৰ বাদ্য-যন্ত্ৰ, মুখা আদিয়ে তেওঁৰ হাততেই প্ৰাণ পাইছিল । তদুপৰি তেওঁ ভাগৱতৰ দশম স্কন্ধ অনুবাদ কৰি অসমীয়া সাহিত্য

ভঁৰাল চহকী কৰিলে । তেওঁ আছিল এজন চিত্ৰকৰো । 'চিহ্নযাত্ৰা'ৰ সকলো বোৰ চিত্ৰ তেৱেঁই অংকণ কৰিছিল । তেওঁ আছিল এজন অভিনেতাও । ঝুমৰা নৃত্য, সূত্ৰধাৰী নৃত্য আদি নৃত্যসমূহ তেখেতেই সৃষ্টি কৰিছিল । তেখেত আছিল এজন অসাধাৰণ গুণ সম্পন্ন ব্যক্তি । তেখেত আছিল এজন সমাজ সংগঠক, এজন নাট্যকাৰ, গীতিকাৰ তথা সংগীত আৰু গ্ৰন্থ প্ৰণেতা ।

বৰ্ত্তমান অসমত শ্ৰীমন্ত শংকৰদেৱে কই থৈ যোৱা বৰগছ সদৃশ বৃহত্তৰ অসমীয়া জাতিত আজি অকাল ধুমুহাই ডাল-পাত ভাঙি লণ্ড-ভণ্ড কৰি ভাঙোনমুখী প্ৰক্ৰিয়াই বিভাজন ঘটাইছে । শ্ৰীমন্ত শংকৰদেৱৰ বৰ অসম আজি নাই । আজি অসমীয়াই ভাতৃত্ববোধৰ সংজ্ঞা পাহৰি গৈছে । ঐক্য-সংহতিৰ প্ৰতীক অসমীয়া জাতিৰ সংস্কৃতি আজি বিলুপ্তিৰ দিশত ।

এটা সময়ত শংকৰদেৱৰ জাতি গঠন প্ৰক্ৰিয়াই অসমৰ সমূহ জাতি, জনগোষ্ঠীক অন্তৰ্ভূক্ত কৰি এক বৃহৎ অসমীয়া জাতিৰ ৰূপ দিছিল । তেৰাই একশৰণ ধৰ্ম প্ৰচাৰ কৰি পৰ্বত-ভৈয়ামত একতা ডোলেৰে বান্ধি ৰাখিছিল । সেই এনাজৰী আজি শেষ হোৱাৰ উপক্ৰম ঘটিছে । অসমত আজি অনা-অসমীয়াৰ প্ৰকোপত খিলঞ্জীয়া সকলৰ জীৱন সংকটাপন্ন ।

গতিকে এনে এটি ক্ষণত গুৰুজনাই দেখুৱাই থৈ যোৱা পথেৰে অগ্ৰসৰ হলেহে আজি অসমৰ অস্তিত্ব ৰক্ষা পৰিব । গোটেই ভাৰত নালাগে গোটেই পৃথিৱীত বিচাৰি পোৱা নাযায় আমাৰ পৰম গুৰু 'সৰ্ব গুণাকৰ' শ্ৰীমন্ত শংকৰদেৱৰ সমকক্ষ ব্যক্তি সেই পৰম গুৰুৰ পথকে অনুকৰণ কৰিলে আকৌ আমি নিজকে অসমীয়া জাতিৰূপে বিশ্বদৰবাৰত চিনাকি দিব পাৰিম ।

গতিকে শংকৰদেৱৰ পথ অনুসৰণ কৰি সাম্প্ৰতিক পৰিস্থিতিত তেখেতৰ গুণৰাশি কৰ্মদক্ষতা মৰ্মে মৰ্মে উপলব্ধি কৰি বৃহৎ অসমীয়া জাতি পুনৰ গঠন কৰিব পাৰিলেহে গুৰুজনাৰ সন্মান অটুত থাকিব । আমি সকলোৱে মনত ৰখা উচিত আমাৰ এই অস্তিত্ব ৰক্ষাৰ গুৰি ধৰোতা হ'ল শ্ৰীমন্ত শংকৰদেৱ ।

*শ্ৰীমন্ত শংকৰ　　গুৰু ভকতৰ*
*জানা যেন কল্পতৰু*
*তাহান্ত বিনাই　　নাই নাই নাই*
*আমাৰ পৰম গুৰু ॥*

**সহায়ক গ্ৰন্থপঞ্জী ঃ**


১। ড. মহেশ্বৰ নেওগ-যুগনায়ক শংকৰদেৱ

২। স্মৃতি গ্ৰন্থ, বৰভিয়া শংকৰদেৱ সংঘ, ২০০০-'ভকতি ৰোচন'

# মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আৰু অসমীয়া জাতি

**দেৱ গোহাঁই ভূঞা**

অসমীয়া ভাষা সাহিত্যৰ জনক, বহুৰূপী প্ৰতিভাৰ আকৰ, ধৰ্ম প্ৰচাৰক, সমাজ সংস্কাৰক, নাট্যকাৰ, সংগীত-কলা-বিশাৰদ, সুচতুৰ তাৰ্কিক, দাৰ্শনিক পণ্ডিত, যুগনায়ক মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ দৰে পুৰুষ ভাৰত নেলাগে সমগ্ৰ পৃথিৱীতেই বিৰল। সৰ্ব্ব ভাৰতীয় পটভূমি আৰু বিশ্বৰ পটভূমিত বিচাৰ বিশ্লেষণ কৰিলে শংকৰদেৱৰ প্ৰতিভা যে প্ৰকৃততে মহাপুৰুষৰ প্ৰতিভা সেই কথা প্ৰতীয়মান হৈ পৰে। বিশ্বৰ ইতিহাসত বহুতো দাৰ্শনিক পণ্ডিতৰ ধৰ্ম প্ৰচাৰকৰ, সঙ্গীতজ্ঞৰ আৰু মহান কবি-সাহিত্যিকৰ জন্ম হৈছে। কিন্তু একেজন ব্যক্তিতে এই সকলো গুণ সম্পন্ন ব্যক্তিত্বশালী পুৰুষ শংকৰদেৱৰ দৰে মহান লোকৰ আবিৰ্ভাৱ হোৱা নাই। এই সৰ্ব্বগুণৰ আকৰ স্বৰূপ মহাপুৰুষ জনাৰ প্ৰতিভাৰ সম্পৰ্কত মাধৱদেৱে গুৰু ভটিমাত লিখি গৈছে-

*"জয় গুৰু শঙ্কৰ সৰ্ব্ব গুণাকৰ*
*যাকেৰি নাহিকে উপাম,*
*তোহাৰি চৰণক ৰেণু শতকোটি*
*বাৰেক কৰোহো প্ৰণাম ॥"*

অসমীয়া জাতিৰ ভাষা, সংস্কৃতি, সমাজে এইজনা মহাপুৰুষৰ প্ৰতিভাৰ পোহৰতেই জিলিকি উঠিছিল। শংকৰদেৱক বাদ দি অসমীয়া জাতিৰ অস্তিত্বৰ কথা কল্পনা কৰিব নোৱাৰি। তেওঁ অসমীয়া জাতিক দি গ'ল আধ্যাত্মিক, নৈতিক, সামাজিক আৰু মানৱীয় মূল্যবোধ। এক উন্নত শিল্পভাৱনা আৰু গভীৰ সৌন্দৰ্য্যবোধেৰে অসমীয়া জাতিক এক মহান জাতি হিচাপে গঢ়ি তুলিলে। কলাগুৰু বিষ্ণুৰাভাই কৈছিল -

"অসমীয়াৰ গীত, বাদ্য, নৃত্য, সুৰ সঞ্চাৰ, সাহিত্য, ভাওনা, নাম-কীৰ্ত্তন, ঘোষা, বৰগীত, অংকীয়া নাট, নামঘৰ, খোল, মৃদং, তাল, দৌলযাত্ৰা, হাটী, ধনপুঞ্জী, সমাজ, ধৰ্ম, বিচাৰ নীতি, আইন, নৈতিক আন্দোলন, অহিংস, ত্যাগ, ভোগ, বৈৰাগ্য, সমাধি-সকলো শংকৰদেৱেহে আমাক দি গ'ল।"

বিভিন্ন জাতি-উপজাতিৰে ভৰা অসম এখন ৰাবেৰহনীয়া মনোৰম ফুলনি। এই জাতি-উপজাতি জনজাতি সমূহৰ প্ৰত্যেকৰে নিজস্ব সাংস্কৃতিক বৈশিষ্ট্যৰে ৰাবেৰহণীয়া বিশাল অসমীয়া সংস্কৃতিৰ জন্ম দিছে। প্ৰাগৈতিহাসিক যুগৰে পৰা অসমলৈ ভিন্ ভিন্ সময়ত বিভিন্ন স্থানৰ পৰা নিৰবিচ্ছিন্ন ভাৱে জনতাৰ

সোঁত বৈ আহিছে । এই সমূহ জনতাৰ সুকীয়া সুকীয়া ভাষা আৰু সংস্কৃতিৰ সমন্বয়তহে গঢ়ি উঠিছে অসমীয়া ভাষা আৰু অসমীয়া সংস্কৃতি । সংস্কৃতিৰ প্ৰবল সোঁতত উটি ভাঁহি গলেও তেওঁলোকে নিজস্ব কৃষ্টি সংস্কৃতিৰ বৈশিষ্ট্য অটুত ৰাখিছে । এই সকলো অনৈক্যৰ মাজত ঐক্য প্ৰতিষ্ঠা কৰিবলৈ অসমীয়া লোক-সংস্কৃতিৰ ধৰ্মীয় ভাৱটো চহকী কৰি সকলো ভাৱতো চহকী কৰি সকলো জনগোষ্ঠীৰ লোকক সামৰি লৈ শংকৰ-মাধৱ গুৰু দুজনাই হৰি নাম ৰসে প্ৰেম অমৃতৰ নদী বোৱাইছিল -

*হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে*
*প্ৰেম অমৃতৰ নদী ।*
*শ্ৰীমন্ত শংকৰে পাৰ ভাঙি দিলে*
*বহে ব্ৰহ্মাণ্ডক ভেদি ।।*

ব্ৰহ্মাণ্ডক ভেদি যোৱা এই হৰিনামৰ ৰসে অসমৰ বিভিন্ন ভাষিক জাতি উপজাতিক একগোট কৰি একতাৰ ডোলেৰে বান্ধি ৰাখিছে । হৰি নাম ৰসৰ অমিয়া মাধুৰী পান কৰি জাউতি-যুগীয়া বৰগীতৰ সুৰেৰে বান্ধ খাই অসমীয়া জাতি এক হৈ আছে । শংকৰ-মাধৱৰ মিলনত হৰি-কীৰ্ত্তনৰ ধ্বনিয়ে অসমৰ আকাশ-বতাহ নিনাদিত কৰিলে । অসমৰ ঘৰে ঘৰে হৰিনাম, বিহুগীতত হৰিনাম, বিয়ানামত হৰিনাম, সবাহত হৰিনাম আনকি বৰজুইতত নাও বাই যোৱা নাৱৰীয়াইও হৰিনামৰ সুমধুৰ সুৰ তুলি সকলোৰে মন-প্ৰাণ জুৰ পেলালে । ৰাম ৰাম গুৰু আৰু ৰাম দাস এই দুজনা ওজা আৰু মাধৱদেৱে ডাইনাপালি হৈ কীৰ্ত্তন কৰি হৰি কথা ৰসেৰে সত্ৰৰ চৌদিশ টৌৱাই দিলে । চাৰিওফালৰ পৰা মানুহ আহি শংকৰদেৱত শৰণ ললেহি ।

সমগ্ৰ ভাৰতৰ ভিতৰত অসমেই এখন ঠাই য'ত ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা বিভিন্ন ভাষাৰ, বিভিন্ন ধৰ্মৰ মানুহ আহি নিজৰ ধৰ্ম, ভাষা, সংস্কৃতিৰ কথা পাহৰি, অসমৰ বিশুদ্ধ ভাগৱতী বৈষ্ণৱ ধৰ্ম, সুৰীয়া ভাষা আৰু গীত-মাতত নিজকে বিলীন কৰি দিছে । ভাৰতৰ ভিতৰত অসমতে হিন্দু-মুছলমানে একেলগে নামঘৰত একেজন বিশ্বস্ৰষ্টা ভগৱানৰ ওচৰত মূৰ দোঁৱাই । এনেদৰেই মহাপুৰুষজনাৰ ঐক্যৰ এনাজৰী ডালেৰে বান্ধ খাই বৰ অসমীয়া জাতি হিচাবে পৰিচয় দি আহিছে ।

অসমৰ যিসময়ত মহাপুৰুষ শংকৰদেৱৰ জন্ম হৈছিল সেই সময় আছিল অতি জটিল । ধৰ্মৰ নামত চলা অনাচাৰ, ব্যাভিচাৰ, ভ্ৰষ্টাচাৰ, ভণ্ডামি আৰু শঠতাই সমাজ জীৱনক অসহনীয় কৰি তুলিছিল । সেই সময়ত এক শ্ৰেণী মানুহ ভোগ-সুখত মত্ত হৈ পৰিছিল । পূজা, বলি, যাগ-যজ্ঞ আদি কেৱল আৰ্থিক ভাৱে টনকিয়াল

লোকৰ কাৰণেহে সুবিধাজনক হৈ পৰিছিল । সাধাৰণ শ্ৰেণীৰ মানুহে ইমান খৰচ কৰি ধৰ্ম-কৰ্ম কৰিব নোৱাৰাত পৰিছিল । তদুপৰি জনসংখ্যা বৃদ্ধিৰ লগে লগে সৰ্বসাধাৰণৰ জীৱন ব্যয়বহুল হৈ পৰাত এনেবোৰ ক্ৰিয়া-কাণ্ড সমাপন কৰা অসম্ভৱ হৈ পৰিছিল । তদুপৰি এইবিলাক ক্ৰিয়া-কাণ্ডৰ জৰিয়তে ঈশ্বৰ প্ৰাপ্তিৰ কোনো যুক্তিযুক্ততা নাছিল । জাতি, ধৰ্ম, বৰ্ণ, ভাষাক লৈ সংঘাত আৰু সংঘৰ্ষৰ সৃষ্টি হৈছিল । ধৰ্মৰ বিচাৰেৰে একেখন সমাজৰ মানুহক উচ্চ-নীচ, স্পৃশ্য-অস্পৃশ্য ৰূপে ভাগ ভাগ কৰি ঐক্য, সংহতি সম্ভাৱ-সম্প্ৰীতি বিনষ্ট কৰিছিল । যোগিনীতন্ত্ৰ আৰু কালিকা পুৰাণত সেই সময়ৰ ধৰ্ম ব্যভিচাৰিতাৰ কথা এইদৰে উল্লেখ কৰিছে -

*ইদেশত কতো কতো ভকত আছয়,*
*ব্যভিচাৰ সতে দেখো সবে প্ৰবৰ্ত্তায় ।*
*অন্ন যোনি ইসবৰ বিচাৰ কিছু নাই*
*প্ৰকৃতিক চাহিলে পাষণ্ড সমূদায়ক ।*

এইদৰেই প্ৰাক্-শংকৰী যুগত অসমৰ সামাজিক যাত্ৰা বৰ দুৰ্গম হৈ পৰিছিল । নৱ বৈষ্ণৱ ধৰ্মৰ হোতা মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱেই ভাৰতৰ পূৱ প্ৰান্তত অৱতাৰ লৈ ধৰ্মৰ নামত চলা অবিচাৰ, অনাচাৰ, ভণ্ডামি দূৰ কৰি সমাজ, আচাৰ, ৰীতি-নীতি সংস্কাৰ কৰি এক নতুন সংস্কৃতিৰ পাতনি মেলিলে । সেয়ে হ'ল শংকৰী সংস্কৃতি ।

ৰূপকোৱঁৰ জ্যোতি প্ৰসাদ আগৰৱালাই অসমৰ পূৰ্ণ সংস্কৃতিৰ প্ৰতীক মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ অৱদানৰ বিষয়ে কৈছে ঃ "আজিলৈকে অসমীয়াক অসমীয়া কৰি ৰাখিছে কোনে ? অসমৰ তাহানিৰ স্বাধীন অসমৰ ৰাষ্ট্ৰক্ষমতা থকা সকলে, পাত্ৰ সকলে নে বৰফুকন, বৰবৰুৱা, বৰুৱা ফুকন বিষয়া সকলে ? আমাক আজি অসমীয়া বুলি আমাৰ জাতীয় সভ্যতা সংস্কৃতিৰ বিশিষ্ট ভাব এটা প্ৰগতিশীল জাতিকে ৰাখি থৈছে । অসমীয়া সংস্কৃতিৰ সৃষ্টি কৰি দি যাওঁতা অসমীয়া সুকুমাৰ কলাক এটা নিজস্ব বৈশিষ্ট্য দি যাওঁতা, অসমীয়া সামাজিক জীৱনক এটা বিশিষ্ট ৰূপত গঢ় দি যাওঁতা, অসমৰ এনে সাংস্কৃতিক ৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰি থৈ যাওঁতা অসমীয়া জীৱনৰ মহা কলাকাৰ শিল্পীবো শিল্পী মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ । সেই মহা প্ৰতিভাৰ বলতেই আমি ডেৰশ বছৰ এটা প্ৰচণ্ড পাশ্চাত্য সভ্যতা সংস্কৃতিৰ দুৰ্নিবাৰ আক্ৰমণতো আমাৰ অসমীয়া সংস্কৃতিৰ বিশিষ্টতা নোহোৱাকৈ আজি স্বাধীনতাৰ দিনত সেই শংকৰদেৱে গঢ় দি থোৱা সাংস্কৃতিক ভেটি বান্ধি নতুন সংস্কৃতি গঢ়িব পৰা অৱস্থাত আছো ।

এই বিশাল অসমীয়া সংস্কৃতিৰ স্রষ্টা মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱক অসমীয়া জাতিৰ নিৰ্মাতা আখ্যা দি লক্ষ্মীনাথ বেজবৰুৱাদেৱে কৈ গৈছে - "শংকৰদেৱে ভূৰি ভূৰি বিভিন্ন গ্ৰন্থ ৰচনা কৰি অসমক ওখ খাপৰ ধৰ্ম দিলে, নিৰ্মল চৰিত্ৰ দিলে, সাধু আচাৰ-ব্যৱহাৰ দিলে, অসমীয়াক গীত দিলে, নাট দিলে, ভাওনা দিলে মুঠতে আমাক সকলোপিনে চহকী কৰিলে। এইজনা পুৰুষে অসমক যি দিলে তাৰ ধাৰ অসমে কেতিয়াও শুজিব নোৱাৰে। এইজন পুৰুষে অসমক যি দি গ'ল, যি উপকাৰ কৰি গ'ল, তাৰ তুলনা পৃথিৱীৰ কোনো দেশতেই নাই।"

অসমীয়া জাতিৰ জন্ম লগ্নৰে পৰা এতিয়ালৈ শংকৰদেৱৰ সমকক্ষ মহাপুৰুষ জন্ম হোৱা নাই। কবি দুৰ্গাৰ ভাষাত -

*"অসমৰ ৰীতি-নীতি অসমৰ সদাচাৰ*

*অসমৰ ধৰ্মভাৱ অসমৰ ব্যৱহাৰ।"* সকলোকে তুমি দেৱ সজালা নতুন সাজে। তোমাৰ গৰিমা গীতি হৃদয়ে হৃদয়ে বাজে। বোৱালা ভক্তিৰ সোঁত, দিলা ধৰ্ম দিলা জ্ঞান, দিলা ভাষা অসমক কৰিলা জীৱন দান।"

জগতৰ অন্যান্য ধৰ্ম প্ৰচাৰক সকল - যীশুখ্ৰীষ্ট, হজৰত মহম্মদ, বুদ্ধদেৱ, শংকৰাচাৰ্য্য, ৰামানুজম, কবীৰ, নানক, শ্ৰীচৈতন্য আদিক ধৰ্ম প্ৰচাৰক বা ধৰ্মগুৰু বুলিহে আখ্যা দিব পাৰি। কিন্তু শ্ৰীমন্ত শংকৰদেৱে কেৱল ধৰ্ম প্ৰচাৰতে নিজক আবদ্ধ নাৰাখি গীত, বাদ্য, নৃত্য, কাব্য আদিৰ উপৰিও বিভিন্ন চিত্ৰ বিদ্যা, বয়ন শিল্প, কাঁহ পিতলৰ শিল্প, কৃষি শিল্প আদিতো অপৰিসীম পাৰ্গতালি প্ৰদৰ্শন কৰি এখনি আদৰ্শ সমাজ প্ৰতিষ্ঠাৰ কাৰণে অহোপুৰুষাৰ্থ কৰিছিল। নামঘৰ, কীৰ্ত্তনঘৰৰ যোগেদি এখনি গণতান্ত্ৰিক সমাজ ব্যৱস্থাৰ পাতনি মেলিলে। গুৰুজনাই প্ৰতিষ্ঠা কৰি থৈ যোৱা নামঘৰৰ দুৱাৰ, জাতি, বৰ্ণ, ধৰ্ম নিৰ্বিশেষে সকলো লোকৰ কাৰণে খোলা আছিল। মহাপুৰুষ শংকৰদেৱ এজন ধৰ্ম গুৰুৱেই নহয় তেওঁ এজন শিল্প গুৰু, কাব্যগুৰু, সমাজ গুৰু, মহান শিল্পী, মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ বাণী সমূহ বিশ্ব ভ্ৰাতৃত্ববোধৰ, জনকল্যাণৰ, শান্তিৰ বাণী। তেওঁৰাই জাতি বৈষম্য, ধৰ্ম বৈষম্য, ভ্ৰান্ত উপাসনা নিৰ্মূল কৰি এখনি শ্ৰেণীহীন অহিংস ভক্তিধৰ্মৰ সমাজ প্ৰতিষ্ঠা কৰি থৈ গ'ল। মহাপুৰুষ জনাৰ বাণী হৈছে -

*"কুকুৰ শৃগাল গৰ্দভৰো আত্মাৰাম*

*জানিয়া সবাকে পৰি কৰিবা প্ৰণাম।"*

এইদৰেই সকলো জীৱৰ প্ৰতি সমভাৱ প্ৰদৰ্শন কৰি, হিংসা, নীচতা পৰিত্যাগ কৰি জাত-পাতৰ বিচাৰ সমূলঞ্চে নাইকিয়া কৰি এখনি সুন্দৰ সমাজ গঠনৰ কাৰণে প্ৰচেষ্টা চলাইছিল। গুৰুজনাই অন্ধবিশ্বাস, গোড়ামিক বিশেষকৈ সংকীৰ্ণতাক

প্ৰশ্ৰয় দিয়া নাছিল । মাত্ৰ অসমীয়া তথা ভাৰতীয় লোকৰ কথা চিন্তা নকৰি বিশ্ব মানৱৰ চিন্তা আগত ৰাখি এক বিশ্বজনীন সৰ্বগ্ৰাহ্য সংস্কৃতি সৃষ্টি কৰি গৈছে । গুৰুজনাৰ এই বিশ্বজনীন ভাৱৰ প্ৰতি লক্ষ্য ৰাখি আমেৰিকাৰ ফাৰ্লি ৰিচমণ্ড নামৰ এজন অধ্যাপকে কৈ গৈছে -"শংকৰদেৱ পৃথিৱীৰ ভিতৰত মুকলি মঞ্চ আৰু মুকলি অভিনয়ৰ জন্মদাতা ।"

মানৱ সেৱা, জীৱ সেৱাই আছিল শংকৰদেৱৰ ধৰ্মৰ মূল মন্ত্ৰ । ভগৱানৰ ৰাজ্যত কোনো জাত-কুলৰ বিচাৰ থাকিব নোৱাৰে । গুৰুজনাই গাৰো, ৰাভা, মিকিৰ, ভোট, নগা, মুছলমান সকলোকে একে আসনত ঠাই দিছিল । গাৰোৰ গোবিন্দ, নগাৰ নৰোত্তম, মিকিৰৰ বলাই আতৈ, মুছলমানৰ ছান্দসা, কছাৰীৰ ৰমানন্দ, বনিয়াৰ হৰিদাস, কৈৱৰ্তৰ পূৰ্ণানন্দ আদিয়ে গুৰুজনাৰ মহানুভৱতাৰ গুণতেই বিশুদ্ধ ভাগৱতী বৈষ্ণৱী ধৰ্মৰ ডোলেৰে বান্ধ খাই অসমীয়া জাতি হিচাপে থিয় দিছিল । গুৰুজনাৰ এই সাম্যবাদৰ মহানুভৱতাৰ কথা উপলব্ধি কৰিয়েই শৈলধৰ ৰাজখোৱাই লিখিছিল -

*নাই পূজা আৱাহন          নাই বলি বিসৰ্জন*
*উচ্চ নীচ ভেদাভেদ জ্ঞান*
*নাই কাৰোউচ্চাসন          নাই কাৰো নীচাসন*
*হৰি ভক্তি সকলো সমান ।*

এইদৰে মহাপুৰুষ জনাই অস্পৃশ্যতা আৰু জাতিভেদ প্ৰথা বিলুপ্ত কৰি এখনি শ্ৰেণীহীন বৃহৎ অসমীয়া সমাজ গঠন কৰি গ'ল ।

মহাপুৰুষ শংকৰদেৱে বৃহৎ অসমীয়া সংস্কৃতিৰ নিৰ্মাণত অসমৰ কোনোটো জাতি গোষ্ঠীৰ ঐতিহ্যকে অৱহেলা কৰা নাছিল । অসমত অতীজৰে পৰা বসবাস 'কৰি অহা প্ৰতিটো জাতি গোষ্ঠীৰ সাংস্কৃতিক সম্পদ আৰু চিন্তা ভাবনাক যথোচিত সন্মান দি গঢ়ি তুলিলে শুদ্ধ নিকা অসমীয়া সমাজখন । কিন্তু অতি পৰিতাপৰ বিষয় সম্প্ৰীতি, সংহতি, সমন্বয় গঢ়াৰ যি আদৰ্শ মহাপুৰুষ জনাই আমাক দি গ'ল সি আজি অৱহেলিত । আজি বৃহৎ অসমীয়া সমাজত ধৈৰ্য্য, সহনশীলতা আৰু সকলোকে আদৰি লব পৰা মহানুভৱতা, বদন্যতা লোপ পোৱাৰ ফলতেই শংকৰদেৱৰ ঐক্যৰ এনাজৰীডাল থান-বান হৈ নিজস্ব কৃষ্টি সংস্কৃতি ৰক্ষাৰ হেতু সৃষ্টি হ'ল মণিপুৰ, মিজোৰাম, অৰুণাচল, ত্ৰিপুৰা, মেঘালয় আদি । একালৰ বৃহৎ অসমখন খণ্ড-বিখণ্ড হৈ পৰিণত হ'ল এখন ক্ষুদ্ৰ ৰাজ্যত আৰু লগতে বৃহৎ অসমীয়া জাতি ছিন্ন-বিচ্ছিন্ন হৈ এটা ক্ষুদ্ৰ জাতি গোষ্ঠীত পৰিণত হ'ল । অসমৰ বৰ্তমান পৰিস্থিতিলৈ চাই মনত শংকা হয়, হয়তো অসমীয়া জাতি বিশ্বৰ বুকুৰ

পৰাই নিঃছিন্ন হৈ যাব। অসমত এনে পৰিস্থিতিত মহাপুৰুষ জনাৰ ঐক্য-সংহতিৰ আদৰ্শ অসমীয়া জাতিৰ কাৰণে অতি প্ৰয়োজনীয়।

সংস্কৃতৰ এজন বিদগ্ধ পণ্ডিত হিচাবে ইচ্ছা কৰা হলে শংকৰদেৱে সংস্কৃত ভাষাত গ্ৰন্থ প্ৰণয়ন কৰি সৰ্ব্বভাৰতীয় পৰ্য্যায়ত খ্যাতি অৰ্জন কৰিব পাৰিলেহেঁতেন। কিন্তু মহাপুৰুষ জনাৰ উদ্দেশ্য আছিল অসমীয়া জাতিৰ ভাষা আৰু কৃষ্টি সংস্কৃতিক সুপ্ৰতিষ্ঠিত কৰি থৈ যোৱা। সুদীৰ্ঘ বাৰ বছৰকাল ভাৰতৰ বিভিন্ন প্ৰান্তত ঘূৰি-পকি বিভিন্ন জ্ঞান আহৰন কৰি ভাৰতৰ বিভিন্ন ঠাইৰ সংস্কৃতি সম্পদ সমূহৰ লগত অসমৰ থলুৱা সংস্কৃতি সংযোগ ঘটাই এক সমন্বয়ৰ সংস্কৃতি গঢ়ি তুলিলে। এইদৰে অসমৰ মানুহক সৰ্ব্বভাৰতীয় সংস্কৃতিৰ লগত প[illegible] কৰি দি সংযোগ ঘটাই মহান ভাৰতৰ এক অংগ হিচাবে অসমক বিশ্ববাসীৰ লগত পৰিচয় কৰি দিলে। প্ৰকৃততে মহাপুৰুষ জনাই অসমীয়া মানুহক নৈতিক আৰু আধ্যাত্মিক জ্ঞানৰ লগতে দান কৰিলে নতুন শিল্পবোধ আৰু নান্দনিক দৃষ্টিভংগী। ভাল-বেয়া, পাপ-পূণ্য উচিত-অনুচিত, শুচি-অশুচি, খাদ্য-অখাদ্য পোছাক-পৰিচ্ছদ, আচাৰ-ব্যৱহাৰ, ৰীতি-নীতিলৈকে জীৱনৰ সকলো দিন শ্ৰীয়মান কৰা মূল্যবোধ আৰু নিৰ্দেশনা প্ৰতিষ্ঠা কৰাৰ উপৰিও শিল্পজ্ঞান আৰু সৌন্দৰ্য্যবোধেৰে অসমীয়া মানুহৰ মানসিক জগতখন পৰিচালিত কৰি সুন্দৰ আৰু উজ্জ্বল কৰি তুলিলে।

মহাপুৰুষ জনাই অসমীয়া চিত্ৰ শৈলীৰো বাট মুকলি কৰি থৈ গ'ল। 'চিহ্নযাত্ৰা' ভাওনাৰ কথা বাদ দিলেও চিত্ৰ-ভাগৱতত মহাপুৰুষ জনাৰ চিত্ৰ-নৈপুণ্যৰ সুন্দৰ পৰিচয় পোৱা যায়। এটা জীৱনতে তেওঁ ইমানবোৰ কাম কেনেকৈ সম্পন্ন কৰিলে আচৰিত হব লাগে। তেওঁ বেদ-উপনিষদৰ পৰা সমগ্ৰ প্ৰাচীন ভাৰতীয় সাহিত্য দৰ্শন, ব্যাকৰণ, অলংকাৰকে ধৰি সকলো বিষয় অধ্যয়ন কৰি তাৰ সাৰ গ্ৰহণ কৰি অনুপম সাহিত্যৰাজি সৃষ্টি কৰিলে। আৱশ্যক অনুসৰি কাব্য আৰু মহাকাব্যৰ প্ৰয়োজনীয় অংশ অনুবাদ কৰি অসমীয়া অনুবাদ সাহিত্যলৈও অৱদান আগবঢ়াই গ'ল। গুৰুজনাই নিজৰ ৰচনাৱলী লিখিবলৈ গছৰ বাকলি এৰুৱাই সাঁচিপাত তৈয়াৰ কৰা, চিয়াঁহী তৈয়াৰ কৰা, আৱশ্যক অনুসৰি অলংকৰন কৰা এই সকলো কাম তেওঁ নিজেই সম্পাদন কৰিলে। ভাৰতীয় ৰাস-সংগীত, মাৰ্গ-নৃত্য, অভিনয় আদিৰ সম্যক জ্ঞান আহৰণ কৰি অসমৰ জনজীৱনৰ লগত খাপ খোৱাকৈ নৃত্য-গীত আদি ৰচনা কৰিলে। ইয়াৰ বাবে আৱশ্যকীয় বাদ্য প্ৰস্তুত কৰা তাল ৰচনা কৰা, ৰাগ নিৰ্দ্ধাৰণ কৰা সকলো কাৰ্য্য সম্পাদন কৰিলে। শংকৰদেৱৰ অতিমানৱীয় প্ৰতিভাৰ কথা সুঁৱৰি জ্যোতিপ্ৰসাদ আগৰৱালাই কৈছিল:

"তেওঁ সুকুমাৰ কলাৰ আটাইকেইবিধ কবিতা, সংগীত, স্থাপত্য, ভাস্কৰ্য্য আলেখ্যত বিশাৰদ আছিল। তেওঁ কবিতা লিখিছিল, গীত লিখিছিল, সুৰ সংযোগ কৰিছিল, নৃত্য পৰিকল্পনা কৰিছিল, গাইছিল, বজাইছিল, নাচিছিল। আজি বিশ্ব স্থাপত্যৰ যৌগিক সৰলতা আৰু স্তুপ সমাবেশেৰে ৰচনা কৰিব খোজা স্থাপত্যৰ সৌন্দৰ্য্যৰ আদিম প্ৰকাশ শ্ৰীমন্ত শংকৰৰ নামঘৰতেই মই দেখিছিলো। হিন্দু, বৌদ্ধ আৰু মোগল স্থাপত্যৰ প্ৰভাৱত বৈপ্লৱিক ভংগীয়ে মোৰ মনত বিস্ময় ওপজায়। ১৯৩০ চনত বাৰ্লিনত ভাৱিষ্যিৎত্তিক আধুনিক স্থাপত্যৰ কেইটামান নতুনকৈ সজা ৰাজহুৱা ঘৰ দেখি চক খাই উঠি সেই বিদেশৰ চহৰৰ পৰাই এই অসমৰ মহা প্ৰতিভালৈ মই মূৰ দোৱাইছিলো। ইয়াৰ পিছত য়ুৰোপৰ পৰা উভতি আহি ১৯৩১ চনত বৰদোৱা সত্ৰলৈ গৈ তাত নামঘৰৰ খুটাত বান্ধি থোৱা ভাস্কৰ্য্যৰ নিদৰ্শন দেখি আকৌ এবাৰ বিস্ময়ত অভিভূত হৈছিলো। পশ্চিমীয়া শিক্ষা পাই অহংকাৰত অন্ধলা হৈ ঘৰৰে মহাপ্ৰতিভাক চিনি নেপাই ফুৰা মোৰ মনটোৰ সকলো অহংকাৰ সেইদিনা একেবাৰেই ধূলিসাৎ হৈ গ'ল। সেইদিনাৰ পৰাহে মই অসমীয়া হবলৈ আৰম্ভ কৰিলো। মোৰ ভিতৰৰ চাহাবটো ওলাই লৰ মাৰিলে। বাৰে বাৰে এটা প্ৰশ্ন জাগিবলৈ ধৰিলে - বিলাতলৈ কেলেই পঢ়িবলৈ গৈছিলো। ঘূৰি আহি দেখোন ঘৰতে পালো। তেতিয়াৰ পৰা শ্ৰীমন্ত শংকৰৰ সৰ্ব্বতোমুখী প্ৰতিভাৰ কথা বুজিবলৈ চেষ্টা কৰি আহিছো। আজিওটো সকলো বুজি শেষ কৰিব পৰা নাই।"

আজি অসমৰ সংকট কালত এই মহা প্ৰতিভাক সোঁৱৰিবৰ সময় আহি পৰিছে। অসমৰ বিভিন্ন সম্প্ৰদায়ৰ লোকৰ মাজত সামাজিক, সাংস্কৃতিক সমন্বয় সাধন একান্ত প্ৰয়োজনীয় হৈ পৰিছে। আজি মহাপুৰুষীয়া ধৰ্মত বিভেদৰ সৃষ্টি হৈ নানান দল আৰু নানান পন্থাৰে মহাপুৰুষীয়া সমাজ থানবান হৈ পৰিছে। অত্যাচাৰ, অনাচাৰ, ব্যাভিচাৰ, হত্যা, ধৰ্ষণ, লুণ্ঠনেৰে অসমীয়া সমাজ জীৱনক অতীষ্ঠ কৰি তুলিছে। অসমীয়া জাতিৰ ঐতিহ্য ৰক্ষাৰ কাৰণে মহাপুৰুষ জনাৰ আদৰ্শ গ্ৰহণ কৰিব পাৰিলেহে কল্যান সাধন হব। মৃত্যুমুখী অসমীয়া জাতিক শংকৰদেৱেই জীৱন দান কৰিলে। মহাপুৰুষজনাৰ জীৱন অধ্যয়নে আজি অসমীয়া জাতিক প্ৰেৰণা যোগাব।

**প্ৰবন্ধৰ উৎস :**

শংকৰ সঙ্ঘৰ দ্বাৰা প্ৰচাৰিত আলোচনী 'সৌমাৰ সৌৰভ' আৰু 'গৰিয়সী'ত প্ৰকাশ হোৱা প্ৰবন্ধৰ আলম লৈ।

# সমাজ সংস্কাৰক শ্ৰীমন্ত শংকৰদেৱ

লাৱণ্য বৰগোহাঁই

আবহমান কালৰ পৰা যেতিয়াই পৃথিৱীত অন্যায়, অত্যাচাৰ, অধৰ্মই গা কাৰ উঠে তেতিয়াই স্থান কাল ভেদে একো একোজন মহাপুৰুষৰ আবিৰ্ভাৱ হয়, মানৱ কল্যানৰ হকে। সেয়া আছিল ১৫০০ খৃঃৰ আগে আগে। উত্তৰ পূৰ্ব্বাঞ্চল তথা অসমত ধৰ্মৰ নামত অত্যাচাৰ চলাৰ সময়। ৰাজত্বৰ কৰিছিল সেই সময়ত আহোম, কছাৰী, কোঁচ, চুতীয়া, কিৰাট, নগা, গাৰোৰ। সেইদৰে ধৰ্মৰ নামতো শাক্ত, শৈৱ, তান্ত্ৰিক মাৰ্গৰ উপৰিও ঠায়ে ঠায়ে বিভিন্ন দেৱী পূজাৰ চলিছিল। সেয়ে সমসাময়িক সমাজখন হিংসা-বিদ্বেষ আৰু দ্বন্দ খৰিয়ালৰ মাজত থানবান হৈ পৰিছিল। তেতিয়াই শ্ৰীমন্ত শংকৰ গুৰুৱে সাম্যবাদ আৰু সমাজবাদৰ ভেঁটিত এখন বৃহৎ অসমীয়া সমাজ গঢ়ি থৈ গৈছিল।

এইজনা মহাপুৰুষে ব্ৰাহ্মণ, শূদ্ৰ, চণ্ডালক একতাৰ এনাজৰীৰে বান্ধি অন্ধকাৰত বুৰ যাবলৈ ধৰা অসমীয়া সমাজ তথা জাতিক পোহৰৰ বাটেৰে আগুৱাই যাবলৈ সহায় কৰিছিল। গুৰুজনাই একশৰণ ভক্তি ধৰ্মৰ সহায়ত সামাজিক বৈষম্য আঁতৰাই অসমত এক নতুন একেশ্বৰবাদী মানৱ জাতি গঢ়ি তুলিছিল। তেৰাৰ বীৰ্যৰ মূলমন্ত্ৰ আছিল 'এক দেৱ এক সেৱ এক বিনে নাই কেৱ'। ভগৱৎ প্ৰেমৰ ভক্তিধৰ্ম লোকসমাজত প্ৰচাৰ কৰি মানৱ জাতিৰ কল্যাণত তেওঁ ব্ৰতী হৈছিল। অজ্ঞ, নিৰক্ষৰ জনগণৰ মনৰ পৰা ভ্ৰান্ত ধাৰণা আঁতৰ কৰিবলৈ পৰোপকাৰ, দয়া, মায়া, প্ৰেম, মমতা আদি মহৎ গুণৰাজিৰ সহায়লৈ এখন বহল উদাৰ সমাজ গঢ়াত মনোনিবেশ কৰিছিল। সেয়েহে গুৰুজনাই গাৰোৰ গোবিন্দ, মিৰিৰ পৰমানন্দ, নগাৰ নৰোত্তম, মিকিৰৰ জয়হৰি, ভোটৰ দামোদৰ, জয়ন্তীয়াৰ কুমাৰ মাধৱ, মুছলমানৰ চান্দখা, কৈৱৰ্ত্তৰ পূৰ্ণানন্দ, বণিয়াৰ হৰিদাস, ব্ৰাহ্মণৰ মহেন্দ্ৰ, কাৰ্ৰিৰ ভোলাই, কছাৰীৰ ৰমাই আদি সকলোকে শৰণ দি বৃহৎ অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াৰ সূচনা কৰি গৈছিল। তেওঁ ইয়াকো জানিছিল, সমাজৰ সৰ্বাংগীন উন্নতি সাধনৰ বাবে প্ৰত্যেক ব্যক্তিৰে দৈহিক, মানসিক, আধ্যাত্মিক আৰু আত্মিক উন্নতি একান্তই প্ৰয়োজন। সেয়ে তেওঁ ব্যক্তিচেতনাক সামাজিক চেতনালৈ ৰূপান্তৰিত কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। তেওঁ একশৰণ নামধৰ্ম প্ৰচাৰ কৰি অসমীয়া জাতিক একতাৰ বান্ধোনেৰে বান্ধি এক বিশ্বজনীন মানৱতাবোধ গঢ়াত সহায়ক হ'ব পাৰিছিল। শংকৰদেৱৰ উপৰিপুৰুষ সকল পশ্চিমৰ কনৌজৰ ফালৰ পৰা

আহি কামৰূপত থিতাপি লৈছিল। ছকুৰি বছৰীয়া জীৱন কালত গুৰুজনাই পদব্ৰজে বাৰবছৰ ধৰি ভাৰতৰ বিভিন্ন তীৰ্থস্থান সমূহ ভ্ৰমণ কৰি ধৰ্ম, সাহিত্য, নৃত্য, বাদ্য আদিৰ বিষয়ে বিভিন্ন তথ্য, জ্ঞান ও তত্ব আহৰণ কৰিছিল। আৰু সৰ্বতো সমৃদ্ধ জ্ঞানৰ ভাণ্ডাৰ বিভিন্ন ধৰ্মৰ যোগেদি জনগণক অকাতৰে দান কৰিছিল।

শিৰোমণি ভূঞাৰ ঘৰত ১৪৪৯ খৃঃত আলিপুখুৰীত জন্ম গ্ৰহণ কৰা শংকৰদেৱে কৰ্মস্থলী হিচাপে বাছি লৈছিল বৰ্তমান ব্ৰহ্মপুত্ৰৰ উপত্যকা আৰু উত্তৰ বংগৰ কোঁচবিহাৰ জিলা। শিৱ পূজা কৰাৰ পিছত পুত্ৰলাভ কৰাৰ বাবে মাতৃ সত্যসন্ধ্যাৰ ইচ্ছা অনুসৰি নৱজাত পুত্ৰৰ নাম শংকৰ ৰখা হৈছিল। আৰু এই শংকৰেই বৃহত্তৰ ভাৰতীয় সমাজৰ সংস্কৃতিৰ সমল সমূহ ভ্ৰমণ কালত আহৰণ কৰি অসমৰ স্থানীয় পৰিবেশ পৰিস্থিতিৰ লগত সংমিশ্ৰণ ঘটাই এক সুন্দৰ সমন্বয়াত্মক সমাজ ৰচনা কৰিলে। প্ৰকৃতাৰ্থত পোন্ধৰ শ শতিকাৰ পিছত অসমীয়া সমাজ সংস্কৃতিৰ গুৰি ধৰোতা আছিল মহাপুৰুষ শংকৰদেৱ। তেওঁৱেই ভাৰতীয সংস্কৃতিৰ লগত প্ৰকৃতাৰ্থত অসমীয়া ভাষা-সংস্কৃতিৰ সংযোজন ঘটায়।

তেওঁ আছিল একেধাৰে সমাজ সংস্কাৰক, সংহতি আৰু সমন্বয়ৰ গুৰি ধৰোতা, সঙ্গীতজ্ঞ, মহান কবি, শিল্পী, নাট্যকাৰ, সৰ্বগুণৰ আকৰ আৰু সৰ্বোপৰি এজন মহান ধৰ্ম প্ৰচাৰক। গুৰুজনাই সৰ্বধৰ্মৰ লোকক একশৰণ নাম ধৰ্মত শৰণ দিয়াই নহয় তেওঁ সাহিত্যিক কৰ্মৰাজিৰ যোগেদিও সৰ্বভাৰতীয় ঐক্য প্ৰতিফলিত কৰিছিল। ভাৰত ভ্ৰমণ কালত এক মহান ভাৰতীয়ৰ আদৰ্শৰে উদ্বুদ্ধ হৈ ভাষিক ঐক্য বাণী প্ৰচাৰ কৰে তেওঁৰ 'কীৰ্ত্তন' পুথিৰ যোগেদি। তাত তেওঁ কেইবাটাও প্ৰান্তীয় ভাষাৰ সংমিশ্ৰণ ঘটাইছে। সেয়ে তেওঁৰ ৰচনাৰাজিৰ যোগেদি ভোজপুৰী, মৈথিলী আৰু ব্ৰজাৱলী ভাষাৰ শব্দ ব্যৱহাৰৰ উপৰিও ঠায়ে ঠায়ে আৰবী আৰু ফাৰ্চী ভাষা ব্যৱহাৰ কৰি ধৰ্মীয় ঐক্যৰ উপৰিও ভাষিক ঐক্য স্থাপনৰ প্ৰয়াস কৰিছে।

শঙ্কৰদেৱৰ উপৰিপুৰুষ সকল পশ্চিমৰ কনৌজৰ ফালৰ পৰা আহি কামৰূপত থিতাপি লৈছিল। ছকুৰি বছৰীয়া জীৱন কালত গুৰুজনাই ভাৰতৰ বিভিন্ন তীৰ্থস্থান সমূহ ভ্ৰমণ কৰি ধৰ্ম, সাহিত, নৃত্য-গীত, বাদ্য আদিৰ বিষয়ে বিভিন্ন তথ্য জ্ঞান আৰু তত্ব আহৰণ কৰি সেই অখণ্ড জ্ঞানৰ ভাণ্ডাৰ বিভিন্ন কৰ্মৰ যোগেদি জনগণক অকাতৰে দান কৰিছিল।

এইজনা মহান গুৰুৱে অজ্ঞ নিৰক্ষৰ জনগণৰ মনৰ পৰা ভ্ৰান্ত ধাৰণাবিলাক দূৰ কৰি সমাজত দয়া, মৰম, পৰোপকাৰ, প্ৰেম, মমতা আদি মহৎ গুণবোৰেৰে

জাতি, ধৰ্ম, বৰ্ণ, উচ্চ-নীচৰ ভেদভাৱ দূৰ কৰি জনগণক সমাজ জীৱনৰ সৰ্ব্বাংগীন উন্নতিৰ হকে চিন্তা কৰিবলৈ যত্নপৰ হৈছিল। তেওঁৱেই গীতৰ বিভিন্ন বাদ্য যন্ত্ৰৰ নিৰ্মাণ কৌশল আয়ত্ব কৰি জনগণৰ চেতনাক জাগ্ৰত কৰি তেওঁলোকৰ মাজত ভাওনা নাটৰ যোগেদি ধৰ্মৰ জয় আৰু অধৰ্মৰ পৰাজয় এই মতাদৰ্শ প্ৰচাৰ কৰিছিল। তেওঁ ঢাক-ঢোল, ভেৰী, খুটিতাল, ভোৰতাল, মন্দিৰা, পাতিতাল, কৰতাল, নূপুৰ আদি নানা বাদ্য-যন্ত্ৰ ব্যৱহাৰ কৰিছিল। সেয়ে ড. মহেশ্বৰ নেওগদেৱে তেওঁক প্ৰকৃতাৰ্থতেই শংকৰ সূৰ্য্য নামকৰণেৰে উচিত মূল্যায়নেই কৰিছে। এইজনা মহান লোকে পাঁচশ বছৰৰ আগতে কই থৈ যোৱা সংস্কৃতিৰ বট বৃক্ষ জোপা আজি লহপহকৈ বাঢ়ি ফলে-ফুলে জাতিস্মাৰ হৈ পৰে যদিও প[illegible]তাপৰ বিষয় যে তেৰাৰ পিছত শ্ৰীমাধৱদেৱ প্ৰমূখ্যে বিভিন্ন সময়ত বিভিন্ন জন মহাপুৰুষ আৰু আতাই শংকৰী সংস্কৃতিৰ গুৰি ধৰি থাকোতেও অসমত সত্ৰ আদি স্থাপন হৈ অসমীয়া সংস্কৃতি সংহতিৰ নামত বহুধা বিভক্ত হৈ পৰিল।

উচ্চাকাংক্ষা আৰু আক্ৰোশৰ প্ৰাবল্যত তেৰাৰ নাতি, জী নাতি, জোঁৱাই আদিৰদ্বাৰা সৃষ্ট সত্ৰবিলাক একহৈ পুৰুষ সংহতিৰ জন্ম দিয়ে। তাকে দেখি বৰপেটা, মধুপুৰ, কমলাবাৰীকে আদি কৰি প্ৰায় চাৰিকুৰি মান সত্ৰ একহৈ জন্ম দিয়ে নিকা সংহতিৰ। উত্তৰাঞ্চলৰ মঙ্গোলীয় আৰু কিৰাট গোষ্ঠী সমূহক ধৰ্মৰ মূল সূতিলৈ আনিবলৈ আচাৰ নীতিৰ কিছু শিথিল কৰি উদাৰ দূৰদৃষ্টি সম্পন্ন ভৱানীপুৰীয়া গোপাল আতাই গুৰি ধৰিলে কাল সংহতিৰ। যি কাৰণতেই নহওক গুৰুজনাৰ দ্বাৰা সৃষ্ট মতাদৰ্শক সংহতিৰ নামত বিভিন্ন সংহতিয়ে কুঠাৰাঘাট কৰিলে।

এইজনা মহান গুৰুৱে সকলো ভেদাভেদ পৰিহাৰ কৰি এক অসমীয়া সমাজ গঠনৰ উদ্দেশ্য আগত লৈয়ে সকলো লোককে ধৰ্মালোচনাত সমান অধিকাৰ দিছিল। তেওঁৰ মতে -

*"ব্ৰাহ্মণ চণ্ডালৰ নিবিচাৰি কুল*
*দাতাত চোৰত হৈব সৃষ্টি এক তুল ।"*

আৰৌ

*"সকলো প্ৰাণীত আছো মই হৰি*
*সবাকো মানিবা তুমি বিষ্ণু বুদ্ধি কৰি ।"*

তেওঁ বিচাৰিছিল সমাজৰ পৰা অস্পৃশ্যতা দূৰ কৰিবলৈ। জাতিভেদৰ গোন্ধ নথকা সমাজ এখনৰ বাবে তেওঁ বিভিন্ন সম্প্ৰদায়ৰ অনুগামী শিষ্যক আদৰি লৈছিল। গতিকে শ্ৰীমন্ত শংকৰদেৱৰ মহান আদৰ্শৰ এখনি শ্ৰেণীহীন সমাজ গঠনৰ

উদ্দেশ্য আগত ৰাখি পথত নিয়োজিত হোৱা উচিত। কুৰি শতিকাৰ দ্বিতীয় দশকত জাতিৰ পিতা মহাত্মা গান্ধী, আচাৰ্য্য বিনোৱা ভাৱে, আচাৰ্য্য কৃপালনী আদিয়ে যি জাতিভেদ প্ৰথা বিলুপ্তি সাধনৰ বাবে জনগণলৈ যি আহ্বান দিছিল সেই আহ্বান আজিৰ পৰা পাঁচশ বছৰৰ পূৰ্বেই জগতগুৰু শংকৰদেৱে অসমৰ জনগণৰ মাজত প্ৰচাৰ কৰি গৈছে। একৈশ শতিকাৰ দুৱাৰ দলিত ভৰি থৈয়ো আমাৰ সমাজৰ মাজৰ পৰা জাত-পাতৰ বিচাৰ নিৰ্মূল হোৱা নাই। কিন্তু গুৰু জনাই পাঁচশ বছৰৰ আগতেই দোহাৰি গৈছে :

*"যিটো চণ্ডালে কায় মনোবাক্য সদায় সুমৰে হৰি।*
*আছে বাঢ় ব্ৰত যিটো ব্ৰাহ্মণৰ যি সি শ্ৰেষ্ঠা আত কৰি।"*

# শংকৰ-সূৰ্য্য

চিনু গগৈ

শ্ৰীমন্ত শংকৰ        হৰি ভকতৰ

জানা যেন কল্পতৰু

তাহান্ত বিনাই        নাই নাই নাই

আমাৰ পৰম গুৰু ॥

কল্পতৰু বৃক্ষ সদৃশ বহুমুখী প্ৰতিভাৰ আকৰ মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ-অসমৰ ধৰ্ম, সমাজ, সুকুমাৰ কলা আৰু সাহিত্যৰ ক্ষেত্ৰত যি বিৰল প্ৰতিভা, সেইয়া তুলনাবিহীন। একেধাৰে কবি, সমাজ সংস্কাৰক, ধৰ্ম প্ৰৱৰ্তক, নাট্যকাৰ, অভিনেতা, সঙ্গীতজ্ঞ শংকৰদেৱে কলা, সমাজনীতি, ধৰ্ম প্ৰচাৰ আদিৰ ক্ষেত্ৰত বিশেষ প্ৰতিভাৰ চানেকি দেখুৱাই এক সুস্থ, সবল আধ্যাত্মিক সমাজৰ ভেটি স্থাপন কৰি সমাজৰ সকলো শ্ৰেণীৰ লোকৰ হৃদয়তে শান্তিৰ পৰশ চতিয়াই এক বৃহত্তৰ সমন্বয়ৰ সেতু গঢ়ি থৈ গ'ল।

শংকৰদেৱে তেখেঁৰ প্ৰচাৰিত নাম ধৰ্মৰ আমোলতেই শদিয়াৰ পৰা সুদূৰ কোঁচ বিহাৰলৈকে প্ৰতিখন গাৱেঁ গাৱেঁ নামঘৰ সজাই কৃষ্টি সংস্কৃতিৰ বৰণীৰা পাৰি আকাশ-বতাহ খোল-তালেৰে নিনাদিত কৰিলে। বৰদোৱা, বৰপেটা আদি নানান ঠাইত কীৰ্ত্তন ঘৰ, থান, সত্ৰ গঢ়ি ভক্তিৰ বীজ ৰোপন কৰি পবিত্ৰ হৰিনাম আৰু দবা, কাঁহ, তাল, শংখৰে সকলোকে এক জাতি, এক প্ৰাণ কৰি চৌদিশে বৃহৎ অসম গঢ়ি আৰু বৃহৎ অসমীয়া জাতিৰ স্বৰ্ণসৌধ নিৰ্মাণ কৰি মহাপুৰুষজনাই জগতত যুগমীয়া খ্যাতি ৰাখি থৈ গ'ল। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ পৰিভ্ৰমণ কৰি সহজ সৰল ধৰ্মৰ একেডাল একতাৰ এনাজৰীৰে বান্ধি শ্ৰীশংকৰদেৱে অসমীয়া জাতিক কিৰাত, কছাৰী, খাছী, গাৰো, মিৰি, যৱন, কঙ্ক, গোৱাল, অচম মলুক, ৰজক, তুৰক, কুবাচ, ম্লেচ্ছ, চণ্ডাল এক শৰণীয়া ধৰ্মত দীক্ষিত হৈ জাতীয় একতাৰ ভেটিত থিয় দি সমন্বয়ৰ সৌধ নিৰ্মাণ কৰিলে।

শ-শ বছৰ ধৰি সমাজৰ নিম্ন স্তৰত অৱহেলিত হৈ পৰি থকা সাধাৰণ অসমীয়া জনতাক আধ্যাত্মিক আৰু সামাজিক জীৱনত এক আধ্যাত্মিক সাহস প্ৰদান কৰিলে, য'ত 'ব্ৰাহ্মণ চণ্ডালৰ বৈষম্য থাকিলেও ধৰ্ম আচৰণৰ ক্ষেত্ৰত যে সকলো সমান আৰু পবিত্ৰ অন্তৰৰ ভক্ত চণ্ডাল অভক্ত ব্ৰাহ্মণত কৈয়ো সাধনাৰ স্তৰত উচ্চ' - এই কথা প্ৰচাৰ কৰি মহাপুৰুষে ধৰ্মৰ ক্ষেত্ৰত অসমীয়া সমাজত সাম্যভাৱৰ

আদৰ্শ দেখুৱাই জনতাক উদ্বুদ্ধ কৰিবলৈ সক্ষম হৈছিল ।

মহেন্দ্ৰ কন্দলিৰ পঢ়াশালিত তেৰ বছৰ বয়সতে শংকৰদেৱে ক-ফলা শিকি যুগুত কৰিলে -

*কৰতল কমল কমল দল নয়ন*
*ভৱ দব দহন গহন বন শয়ন ॥*

অদ্ভূত মেধাবী শক্তিৰ মাজেদি তেখেতৰ মহান সাহিত্যিক প্ৰতিভাৰ পাতনি মেলে । গুৰুজনাই জনতাৰ মাজত এই মনোগ্ৰাহী সাহিত্যৰ ভৰাল টনকিয়াল কৰি এক সুদূৰ প্ৰসাৰী প্ৰভাৱ পেলাই আহিছে । মহাপুৰুষজনাই অসমীয়া জাতীয় জীৱনলৈ যি অৱদান আগবঢ়াই, যি প্ৰতিভা দেখুৱাই থৈ গৈছে তাৰ সৰহ সংখ্যক প্ৰতিবিম্বিত হয় শংকৰদেৱৰ বিপুল সাহিত্য ৰাজিৰ মাজেৰে । অসমীয়া মানুহৰ আধ্যাত্মিক জগতলৈ শংকৰদেৱে তেওঁৰ সাহিত্যৰ যোগেদি চাৰিবিধ দান আগবঢ়ায় । ড. বাণীকান্ত কাকতিদেৱে সুন্দৰভাবে উপস্থাপন কৰিছে । সেইযা হৈছে বহু দেৱতাৰ মাজত এক দেৱতাৰ সন্ধান দি, বহু সত্যৰ মাজত এক সনাতন সত্যৰ উপলব্ধিৰ প্ৰতি সামাজিক চৈতন্যৰ জাগৰণ । সকলো দেৱতাৰ ভিতৰত যে বিষ্ণুৱেই শ্ৰেষ্ঠ আৰু সেই বিষ্ণুৰ পূৰ্ণ অৱতাৰ কৃষ্ণক ভক্তি কৰিলেই মুক্তি পাব পাৰি -

*এক দেৱ এক সেৱ*
*এক বিনে নাই কেৱ ॥*

যাগ-যজ্ঞ, পূজা-পাতল, তীৰ্থ ভ্ৰমণ আদি ব্যয় বহুল আৰু কষ্টসাধ্য কৰ্ম অনুষ্ঠানৰ পৰিবৰ্তে অসমীয়া মানুহৰ সম্মুখত কৃষ্ণ নামৰ শ্ৰৱণ আৰু নিকা ধৰ্ম জীৱন যাপনৰ এটি সহজ পথ দি থৈ গৈছে । এই আদৰ্শৰ দ্বাৰাই তেওঁ সমাজত মানুহৰ নৈতিক মানদণ্ড নিয়ন্ত্ৰিত কৰাত গুৰুত্ব দিলে । উদাৰতা, সহনশীলতা, পৰোপকাৰ, অহিংসা আদি গুণৰ অনুশীলনৰ যোগেদি হৃদয় নিৰ্মল কৰিব পাৰিলেহে এখন শৃংখলাবদ্ধ আৰু সজ আচৰণৰ সমাজ তৈয়াৰ হয় । সমাজৰ প্ৰতিজন লোকৰে হৃদয়ত এক গভীৰ আধ্যাত্মিক ভাৱৰ সৃষ্টি হোৱাকৈ শংকৰদেৱে সাহিত্যৰ যোগেদি প্ৰতিষ্ঠা কৰি থৈ গৈছে । ঈশ্বৰ উপাসনাত উচ্চ-নীচৰ ভেদাভেদ নাই, কৃষ্ণৰ নাম শ্ৰৱণ কীৰ্ত্তন সকলোৰে সমান অধিকাৰ । এই প্ৰচাৰ যোগেদি তেওঁ সমাজৰ অতি নীচকুলত জন্ম হোৱা জনৰ কাৰণেও নাম ধৰ্মৰ পথ মুকলি কৰি দিছিল । কৃষ্ণ ভক্তি আচৰণৰ যোগেদি চণ্ডালো ব্ৰাহ্মণ হব পাৰে । শংকৰদেৱৰ

এই শিক্ষা আছিল সেই সময়ৰ অসমীয়া সমাজৰ কাৰণে এক মহান আদৰ্শ শিক্ষা।

প্ৰাকশংকৰী যুগৰ শ্ৰেষ্ঠ কবি মাধৱ কন্দলি, হেম সৰস্বতী আদি কবি সকলৰ হাতত অসমীয়া ভাষাই ৰূপ, ছন্দৰ এক সু-প্ৰতিষ্ঠিত অৱস্থা লাভ কৰিবলৈ সক্ষম হৈছিল। সেই ঐতিহ্য আৰু উত্তৰাধিকাৰকে সম্বল কৰি শংকৰদেৱে তেওঁ কাব্য উপাখ্যান, গীতা, মহাভাগৱতৰ অনুবাদ, কীৰ্তন, গুণমালা আদি পুথিৰে অসমীয়া ভাষাক আৰু সেই সাহিত্যৰ মাজেদি মহৎ মানৱীয় আদৰ্শ সমূহক অসমীয়া জাতি গঠনৰ ঐতিহাসিক দায়িত্ব সম্পূৰ্ণ কৰি এগৰাকী মহান প্ৰতিভাৱান ব্যক্তি ৰূপে পৰিগণিত হৈছে।

গুৰুজনাৰ মন পৰশা বৰগীতবোৰে মানৱ সমাজক আকৰ্ষণ কৰি ভজনীয় ঈশ্বৰৰ মাহাত্ম্য, সাহিত্য ৰসৰ মাজেদি যোগান ধৰিলে ভক্তি ৰসৰ। ভাব-ভাষা ছন্দৰ অপূৰ্ব সুমধুৰ সুৰৰ সংমিশ্ৰণেৰে সুন্দৰ কৰি তুলিছিল। এই গীতবোৰৰ ভাষা ব্ৰজাবলী। পৰমাৰ্থ, বিৰহ, বিৰক্তিৰে ভৰা বৰগীতত শৃংগাৰ ৰসৰ স্থান সাধাৰণতে নাই। বেদান্ত গভীৰ তত্ত্ব বৰগীতৰ মাজেদি সহজ সৰল ভাৱে প্ৰকাশ পাইছে

*অথিৰ ধন জন জীৱন যৌৱন*
*অথিৰ এহু সংসাৰ।*

বৰগীতৰ দৰেই গুৰুজনাৰ নাটবোৰো অতিশয় জনপ্ৰিয়। অসমীয়া সংস্কৃতিলৈ শংকৰদেৱে এক অভিনৱ দান আগবঢ়াই গৈছে। কৃষ্ণৰ মাহাত্ম্য প্ৰচাৰক এই নাটবোৰক অংকীয়া নাট বুলি অভিহিত কৰা হয়। এই অংকীয়া নাটবোৰৰ ভাষা ব্ৰজাবলী। সূত্ৰধাৰৰ চৰিত্ৰ ইয়াৰ ঘাই বৈশিষ্ট্য। নৃত্য গীত যুক্ত এই নাটবোৰত নায়ক সদায়ে পৰম পুৰুষ 'জগতৰ পৰম ঈশ্বৰ নাৰায়ণ'।

অংকীয়া নাটৰ মাজতে অসমীয়া সাহিত্যই প্ৰথম অংকুৰ মেলে। গুৰুজনাৰ ছখন অংকীয়া নাট যেনে - ৰুক্মিণী হৰণ, পাৰিজাত হৰণ, ৰাম বিজয়, পত্নী প্ৰসাদ, কালীয় দমন, কেলি গোপাল। এই নাট কেইখনৰ ভিতৰত ৰুক্মিণী হৰণ নাটখনি সম্ভৱত আটাইতকৈ জনপ্ৰিয়। 'ভাগৱত' কাহিনীৰ আধাৰত নাটখনি ৰচনা কৰা হৈছে। ইয়াত কৃষ্ণ প্ৰেম পূৰ্ণ হৃদয়ৰ 'পৰম পুৰুষ পৰমেশ্বৰৰ প্ৰণম্য জনতাৰণ নাৰায়ণ' সেই কথা সৌৰৱণই থকা হৈছে। ৰাম বিজয় নাটতো কোৱা হৈছে - 'ওহি ৰাম পৰম ঈশ্বৰ'। 'হৰি অৱতাৰ অসুৰ ৰাক্ষসক মাৰি ভূমিক ভাৰ তাৰ উতাৰব' কেলি গোপাল নাটত শৃংগাৰ ৰসৰ প্ৰাধান্য দেখা যায়।

শ্ৰীমন্ত শংকৰদেৱৰ গীত, নাট আৰু কাব্যবোৰত লৌকিকতাৰ প্ৰাচুৰ্য্যৰে চিনাকি আৰু সৰ্ব সাধাৰণে বুজি পোৱা হাঁহি কৌতুক পূৰ্ণ অতিশয় আকৰ্ষণীয়। এই ৰসৰ লৌকিকতা আৰু আকৰ্ষণীয়তাৰ অন্তৰালত বৈ আছে এক গভীৰ ভক্তি অমৃতৰ নদী। কৃষ্ণ গোপীৰ ৰাস ক্ৰীড়া, কৃষ্ণ ৰুক্মিণীৰ প্ৰেম কাহিনী যেন লাগিলেও প্ৰকৃততে এইবোৰ ভক্ত আৰু ভগৱানৰ সম্পৰ্কৰ পৰিচায়কহে।

সংস্কৃতিৰ দিশতো মহাপুৰুষজনাই মানৱ সমাজক অমূল্য প্ৰতিভা দেখুৱাই যোৱা পৰিলক্ষিত হৈছে। সংস্কৃতি হ'ল সুন্দৰৰ পূজা। শংকৰদেৱৰ খোল, বাদ্য, ৰাগ, গীত-পাৱন, বৰগীত, ভটিমা, পদ পুথি আৰু ঘোষাৰ বিভিন্ন সুৰ, নাট ভাওনা ইত্যাদিৰ প্ৰতিভা সমূহ সংস্কৃতিৰ বহিৰঙ্গ ভাগ মাথোন।

গুৰুজনাৰ সাহিত্যক জীৱনৰ শ্ৰেষ্ঠ কীৰ্তিস্তম্ভ হৈছে 'কীৰ্ত্তন পুথি'। কীৰ্ত্তন ঘোষাৰ দৰে জনপ্ৰিয় পুথি আৰু দ্বিতীয়খন নাই। কীৰ্ত্তনত আছে 'ভাষাৰ লালিত্য' 'ছন্দৰ ঝংকাৰ' ভক্তিৰ দৃঢ়তা চিন্তাৰ উচ্চতা ই কীৰ্ত্তন ঘোষাক অলৌকিকতাই সৌন্দৰ্য দান কৰিছে। পুথিৰ প্ৰথম পাততে গুৰুজনাৰ অপাৰ পাণ্ডিত্যৰ পৰিচয় -

*প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।*
*সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ ॥*

কীৰ্ত্তন ঘোষাত জনসাধাৰণে বুজি পোৱাকৈ সহজ সৰল ভাৱে গুৰুজনাই প্ৰকাশ কৰিছে অনাদি অনন্ত ভগৱন্তৰ প্ৰকৃত স্বৰূপে 'কীৰ্ত্তন ঘোষা'ৰ বেদস্তুতি অধ্যায়ত পৰমব্ৰহ্ম ভগৱন্তৰ স্বৰূপে আলোচনা কৰা হৈছে -

*তুমি সত্যব্ৰহ্ম তোমাতে প্ৰকাশ*
*জগত ইটো অসন্ত।*
*জগততো সদা তুমিও প্ৰকাশা*
*অন্তৰ্যামী ভগৱন্ত ॥*

ভিবেশ্বৰ নেওগদেৱে কীৰ্ত্তনক ক্লাচিকেল সাহিত্যৰ শ্ৰেষ্ঠ নিদৰ্শন ৰূপ দি কৈছে 'স্পষ্ট ৰেখাঙ্কন ভাস্কৰ কলাৰ দৰে ক্লাচিকেল সাহিত্য কলাতো বিশেষ গুণ মহাপুৰুষজনাই মধুৰ ভাষাৰে কৰলৈ হলে 'ই কষ্টিত যেন সোণৰ ৰেখা।' শংকৰদেৱৰ কীৰ্ত্তনত এই সোণৰ ৰেখাৰ চিকমিকনিয়ে ল'ৰাৰ পৰা বুঢ়ালৈ সকলোকে সমানে আনন্দ দিয়ে।

ড. সত্যেন্দ্ৰ নাথ শৰ্মাদেৱৰ ৰচিত 'অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত' খনিত উল্লেখ আছে যে মহাৰাজ নৰনাৰায়ণে এদিন সভাৰ পণ্ডিত সকলক হাতী

মাৰি ভূৎকাত ভৰাই আনিবলৈ কোবাত সকলোৰে অপৰাগতা প্ৰকাশ কৰাত গুৰুজনাই পাছদিনা ভাগৱতৰ সাৰ সংগ্ৰহ কৰি 'গুণমালা' গ্ৰন্থ ৰচনা কৰি ৰজাৰ হাতত দিয়েহি । এই 'গুণমালা'ৰ মুঠ ছটা খণ্ডৰ সাধাৰণ স্তুতিবাচক বৰ্ণনা । এই 'গুণমালা'ৰ যোগেদি অসমীয়া জাতীয় জীৱনৰ সাহিত্যৰ যি ভক্তিৰ ৰসৰ অৱিহণা আগবঢ়াই প্ৰতিভা জেনুৱাই গ'ল সেয়া তুলনা অতি বিশাল ।

শ্ৰীমাধৱদেৱৰ বাহিৰে অন্য কোনো পণ্ডিত-ভক্তই শ্ৰীশংকৰদেৱৰ শুদ্ধ আৰু সত্যৰূপত প্ৰতিফলিত কৰিব পৰা নাই ।

মহাপুৰুষজনাৰ প্ৰতিভা ব্যাখ্যাৰ বস্তু নহয়, উপলব্ধিহে বস্তু-

*জয় গুৰু শংকৰ    সৰ্ব গুণাকৰ*
*যাকেৰি নাহিকে উপায় ।*
*তোহাৰি চৰণক    ৰেণু শতকোটি*
*বাৰেক কৰোহ প্ৰণাম ॥*

**সহায়ক গ্ৰন্থ ঃ**

১) ড. কৰবী ডেকা হাজৰিকা-অসমীয়া সাহিত্যৰ ৰূপ-ৰস
২) ড. সত্যেন্দ্ৰ নাথ শৰ্মা -অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত
৩) শ্ৰীমন্ত শংকৰদেৱ সংঘৰ দ্বাৰা প্ৰকাশিত স্মৃতি গ্ৰন্থসৌমাৰ সৌৰভ